অন্তৰীপ

উপন্যাস

ভবেন্দ্ৰ নাথ শইকীয়া

ANTOREEP

A novel by

**Bhabendra Nath Saikia**

প্ৰকাশক

খগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা

এল. বি. এছ. পাব্লিকেশ্যান

আমবাৰী, গুৱাহাটী-৭৮১০০১

বেটুপাত আঁকিছে

চন্দন চুতীয়াই

প্ৰথম প্ৰকাশ : জুন, ১৯৮৬ চন

দ্বিতীয় প্ৰকাশ : জানুৱাৰী, ১৯৮৮ চন

দামঃ পঞ্চল্লিছ টকা

মুদ্ৰক

প্ৰবৰ্ত্তক প্ৰিন্টিং এণ্ড হাফটোন লিঃ

৫২/৩ বি. বি. গাঙ্গুলী ষ্ট্ৰীট

কলিকতা—৭০০০১২

First Edition. June, 1986
Second Edition. January, 1988
Price : Rupees Forty Five only
Published by K. N. Dutta Baruah,
LBS Publication, Ambari
Guwahati 781001.

## অন্তৰীপ

উপন্যাসখন লিখা কাম আৰম্ভ হয় ১৯৭৯ চনত। ৰামধেনু নামৰ আলোচনীৰ তিনিটা সংখ্যাত তিনিছোৱা প্ৰকাশ হোৱাৰ পাছত লিখা কাম বন্ধ হয়। প্ৰান্তিক নামৰ আলোচনীত ১৯৮২ চনৰ ১৬ এপ্ৰিলৰ সংখ্যাৰ পৰা সেই তিনিছোৱা আকৌ প্ৰকাশ হয়। তাৰ পাছত লিখা কাম আৰম্ভ হয়। প্ৰান্তিকত ধাৰাবাহিকভাৱে ছপা হৈ থাকে আৰু ১৯৮৪ চনৰ ১ জানুৱাৰীৰ সংখ্যাত শেষ হোৱা প্ৰকাশ হয়।

# এক

ঘৰবোৰৰ মূধৰ ওপৰৰ সোণাৰু, বেল আৰু তামোল গছ কেইজোপাৰ মাজেদি ওলাই থকা আকাশকণৰ তৰাবোৰ মনিব নোৱৰা হৈ আহিল। সেইকণ আকাশত মাত্র এটা শক্তিশালী তৰা আছিল। সেই তৰাটোৰ তিৰবিৰণিটো তাৰ বাচি থাকিবলৈ চেষ্টা ক াৰ চটফটনি যেন লাগিল। পাতল ৰতাহত লৰি থকা তামোল পা ত এটাই তৰাটোক বিচি থকা যেন দেখা গ'ল। ওচৰতে কৰবাত চন ই এটাই চেক-চেক চেক-চেককৈ চিঞৰিলে। পাছ মুহূৰ্তত্রে কোনোবা এঘৰত কেঁচুৱা এটাই দীঘল-দীঘল শব্দেৰে কান্দিবলৈ আৰম্ভ কৰিলে। মেনকাৰ এনেকুৱা লাগিল যেন চৰাইটোৰ মাতটো শুনিহে কেঁচুৱাটোৱে কান্দিলে; কেইঘন্টামানৰ আগতে দূৰত শিয়ালৰ হোৱা শুনি এই চুবুৰীটোৰ কুকুৰকেইটাই যেনেকৈ ভূকিছিল, তেনেকৈ।

মেনকা আগফালৰ বাৰাণ্ডাৰ দীঘল, ক'লা, দুই মূৰে হেণ্ডেল থকা, তাইৰ শহুৰেকে কৰোৱা, ছজন মানুহ বহিব পৰা বেঞ্চখনৰ এটা মূৰত বহি আছিল। হেণ্ডেলত কিলাকুটি আৰু হাতৰ তলুৱাত থুতৰি থৈ তাই অৰ্থহীন দৃষ্টিৰে বাটটোৰ সিপাৰৰ ঘৰবোৰৰ মূধৰ ওপৰৰ আকাশকণলৈ চাই আছিল। বাৰান্দাৰ চালখনৰ তলৰপৰা পদূলিমুখলৈকে সজা ৰডাখনৰ তলত চকী, বেঞ্চ আৰু সৰু-সৰু মেজবোৰ বিশৃংখল হৈ আছিল। খৰি ফলা, কলপটুৱাৰ ডোঙা সজাৰপৰা আৰম্ভ কৰি লুকুৱাই-লুকুৱাই ভাং খোৱাকেইটাক পিছ-ফালৰ নেমুটেঙা গছকেইজোপাৰ সিফালে অওঠাৰ যোগান ধৰালৈকে বিভিন্ন কাম কৰি যোৱা সাদিনমান এইখন ঘৰতে থাকিবলৈ লোৱা লক্ষী আৰু বিপিন গায়ে-মূৰে কাপোৰ লৈ শুই আছিল। দৰাৰ লগত গৈ টোপনি খতি কৰাৰ ইচ্ছা সিহঁতৰো নাছিল, ৰখীয়া নোহো-ৱাকৈ ইমানবোৰ বস্তু-বাহানিৰে বিয়াঘৰখন এৰি থৈ যোৱাৰ ইচ্ছা দৰা-পাৰ্টিৰো নাছিল। এখন গৰু গাড়ীত আমখৰি, পাটি, গাৰু, দলিছা, থুকীয়া তামোল আদি তুলি দিয়াৰ লগে লগে দিনটোলৈ সিহঁতৰ কাম শেষ হৈছিল। দৰা ওলাই যোৱাৰ পাছত ঘৰখন মাজ নিশাৰ বিস্তীৰ্ণ ধাননি পথাৰৰ নিচিনা নিঃশব্দ, নিস্তব্ধ হৈ

পৰিছিল। সেই সময়ত এঘণ্টামান সময় মেনকা তাইৰ শোৱনি কোঠালিৰ এটা চুকত সোমাই আছিল। তাৰ পাছত তাই ওলাই আহি লক্ষী আৰু বিপিনক কলপাতত সৰহ-সৰহকৈ খিছিৰি খাবলৈ দিছিল। দৰাৰ লগত যোৱা সকলোৱে খোৱাৰ পাছতো ডাঙৰ টৌটোত বহুত খিছিৰি থাকি গৈছিল। সেই খিছিৰি খাই লক্ষী আৰু বিপিনে পদুলিমুখৰ নাহৰ পাতৰ গে'টখনৰ ওচৰত বহি বহুতপৰ ভুনভুনকৈ কথা পাতিছিল আৰু এসময়ত সিহঁত বেঞ্চত শুইছিল।

দৰাৰ লগত নোযোৱা ঘৰখনৰ বাকী মানুহবোৰেও বিশেষ কথা-বতৰা নাপাতি অ'ত-ত'ত দীঘল দিছিল। টোপনি কাৰ আহিছিল, কাৰ নাহিছিল তাৰ কোনো ঠিক নাছিল, কিন্তু আটাইবোৰ মানুহ প্ৰায় সাৰ-সুৰ নোহোৱাকৈ পৰি আছিল। কেৱল পুনিবুঢ়ী বাৰে-বাৰে জীয়েক মেনকাৰ ওচৰলৈ উঠি আহিছিল আৰু তেওঁ জীয়েকক শুবলৈ জোৰ কৰিছিল। মেনকাই প্ৰতিবাৰে কৈছিল, "তই শুই থাকগৈচোন। মই শুম যা।"

"দেহাটোৰ ফালেওতো চাব লাগিব!"—মাকে তাইক বুজাবলৈ চেষ্টা কৰিছিল। শ্মশানত গিৰিয়েকৰ শেষকৃত্য হৈ যোৱাৰ পাছত ওচৰ-চুবুৰীয়াই ঘৈণীয়েকক যে পানী-দুনি এটোপা খাবলৈ বুজনি দিয়ে, পুনিবুঢ়ীৰ কথাবোৰ তেনেকুৱা লাগিছিল। এসময়ত বুঢ়ীয়ে জীয়েকক বিছনালৈ নিয়াৰ চেষ্টা বাদ দি নিজে বিছনাত পৰিছিলগৈ। মেনকাই অ'ত বহি, ত'ত থিয় হৈ বহুত সময় কটাইছিল; মাজে-মাজে টোপনিত লালকাল হৈ থকা জীয়েক দুজনীক মহে খাইছে নে কি চাবলৈ ভিতৰলৈ গৈছিল; একোবাৰ পদুলিলৈকে ওলাই আহি কেৱল তৰাৰ পোহৰ পৰি থকা নিৰ্জন ৰাস্তাটোলৈ চাই থিয় হৈ ৰৈছিল। এবাৰ তাই বিছনাত সৰু জীয়েকজনীৰ গাৰুটোৰ বাঢ়ি থকাকণতে মূৰ থৈ শুইছিল। সেইখিনি সময়ত মাজে-মাজে তাইৰ চিন্তাবোৰ পাতল, অসংলগ্ন, উৰি উৰি ইটোৰ ওপৰেদি সিটো পাৰ হৈ যোৱা, এটা কৰবাত অদৃশ্য হৈ যোৱা, আন এটা কৰবাৰ পৰা ওলাই অহাৰ নিচিনা হৈছিল। অলপ পাছতে তাইৰ ধাৰণা হৈছিল—সেয়া বোধহয় টোপনি আহোঁ-আহোঁ কৰিছিল। কিমানপৰ তাই তেনেকৈ পৰি আছিল তাৰ হিচাপ নাছিল। এসময়ত দূৰত এটা চৰাইৰ মাত শুনি তাই চক খাই উঠিছিল; তাইৰ বুকুৰ ভিতৰৰ বস্তুবোৰ এক মুহূৰ্তৰ কাৰণে যেন অলপ তললৈ নামি

গৈছিল,—এই বোধহয় ৰাতি পুৱাল, এই বোধহয় দৰা উভতিবৰ সময় হ'ল।

তাৰ পাছত মেনকা আগফাললৈ ওলাই আহিছিল। লক্ষী আৰু বিপিনৰপৰা অলপ দূৰত জ্বলি থকা হাৰিকেন লেমটোৰ জুইৰ জিভাখনলৈ অলপ পৰ চাই থাকি তাই ছুজনীয়া বেঞ্চখনৰ এমূৰত বহি লৈছিল আৰু একেথৰে সিপাৰৰ ঘৰবোৰৰ ওপৰৰ আকাশ-কণলৈ চাই আছিল।

কিমান দিন হ'ল তাইৰ এইখন ঘৰলৈ অহা? এঘাৰ বছৰ,—আৰু ফাগুন, চ'ত, বহাগ—এই তিনিমাহ। ঠিক সেইখিনিতে, এতিয়া যিখিনিত নাহৰ পাতেৰে গে'টখন সজা হৈছে, সেইখিনিতে এখন গে'ট সজা হৈছিল। মহীকান্ত চৌখীন মানুহ আছিল। তাৰ বহুত ধৰণৰ চখ আছিল। সি গে'টখন আঠমঙলা হৈ নাযায় মানে ভাঙিবলৈ নিদিছিল। গে'টখন বাঁহেৰে সজা হৈছিল। এখন ৰঙা কাপোৰৰ মাজতে তুলাৰে স্বাগতম বুলি লিখা হৈছিল। পাঠশালা পাছ কৰা মেনকাই আঠমঙলা খাবলৈ বুলি ওলাই যোৱাৰ সময়ত আঁৰচকুৰে এবাৰ আখৰকেইটা চাই লৈছিল। আজিও তাইৰ আখৰ-কেইটাৰ চেহেৰা মনত আছে।

আচলতে মেনকাৰ একো পাহৰিবৰ হোৱা নাই। মহীকান্ত মানুহটো, এই ঘৰখন, এই চুবুৰীটো,—এইবোৰ তাইৰ ওচৰলৈ আগবাঢ়ি অহাৰ প্ৰতিটো খোজৰ কথা, এইবোৰৰ ওচৰলৈ তাই আগবাঢ়ি যোৱাৰ প্ৰতিটো খোজৰ কথা তাইৰ মনত আছে। এইবোৰ তাইৰ জীৱনৰ দীঘৰ সূতাত বাণিৰ সূতাৰ নিচিনাকৈ সোমাই আছে। এইবোৰে বাণিৰ সূতা হৈ দীঘৰ সূতা কমাই আনিছে।

মহীকান্ত চৌখীন মানুহ। চৌখীন হ'বলৈ তাৰ সম্বল আছে বহুত। তাৰ এটা ধানকল আছে। তাৰ বাপেক ঘনকান্তই পিটাৰ লেভিন নামৰ ইন্সপেক্টৰৰ কাম কৰা এক চাহাবক এযোৰ পহু-শিং

দিছিল। অকল শিংযোৰেই নহয়;—কাঠেৰে অবিকল পহুৰ মূৰ এটা সাজি তাত শিংযোৰ ঠিকমতে বহুৱাই দিছিল। পাছত চাহাবৰ পৰামৰ্শ মতে ঘনকান্তই পহুৰ মূৰটো চাহাবৰ চাং বঙলাৰ আগ-বাৰান্দাৰ সোণাৰু খুটাত বেতেৰে বান্ধি-কুন্ধি সজাই দিছিল। সেই লেভিন চাহাবৰ সহায়ত মহীকান্ত এদিন এই চহৰখনৰ দুই নম্বৰ ধানকলটোৰ মালিক হ'ল। মহীকান্তই এদিন ধেমালিতে মেনকাক কৈছিল—আচলতে এইটোৰ নাম ধনকল। এফালেদি ধান সুমুৱাই দিলে ইফালেদি ৰাণী মাৰ্কা, তপামুৰীয়া বুঢ়া ৰজা মাৰ্কা ৰূপৰ টকা থনথনকৈ পকাত পৰি থাকে। মহীকান্তই যেতিয়া এইবোৰ কথা কয়, তেতিয়া মেনকা তাৰপৰা অলপ আঁতৰি বহি থাকে। মহীকান্তৰ মুখৰপৰা ওলোৱা গোন্ধটো তাই অলপ বেয়া পায়। কিন্তু এনেকুৱা সময়তহে আকৌ মহীকান্তই তাইক বাৰে-বাৰে তাৰ গাৰ ফাললৈ টানি-টানি নিয়ে। তাৰ মতে এনেকুৱা সময়ত তাৰ আৰু মেনকাৰ মাজত বতাহ থাকিবই নালাগে। এনেকুৱা সময়ত মহীকান্তই একোছা চাবি গাৰুৰ তলৰপৰা উলিয়াই মেনকাৰ হাতত দিয়ে; দি কয়,—খোলা, চাই লোৱা। এই চাবি তোমাৰ।

মেনকাই খুলি নাচায়। চোৱাৰ দৰকাৰো নাই। তাই জানে—বৰ বাকচৰ ভিতৰত এটা দুহাত-ডেৰহাত জোখৰ বাকচ চিকা-ৰূপেৰে ভৰোঁ-ভৰোঁ হৈ আছে। সেইটো বাকচ বস্তু সুমুৱাবলৈ খোলা হয়, উলিয়াবলৈ খোলা নহয়।

পাছদিনা ধানকললৈ যাবৰ সময়ত মহীকান্তই পাটৰ পাঞ্জাবীৰ তলজেপ দুটা খেপিয়াই মেনকাক সোধে,—মোৰ চাবিকোছা?

মেনকাই চাবি, তামোলৰ টেমা, ৰুমাল আদি প্ৰয়োজনীয় বস্তু-কেইটা একেলগে আগবঢ়াই দিয়ে। মহীকান্তই এখন শেষ হওঁতে নহওঁতেই আন এখন তামোল মুখত ভৰায়। এমোকোৰা তামোলে তাৰ বাঁওফালৰ গালখন প্ৰায়েই ওফোন্দাই ৰাখে। তামোলৰ লগত সি ধপাত খায়, সেই ধপাত ফুলগুৰিৰ বাহিৰে আন ক'তো পোৱা নাযায়। কি তাৰ গোন্ধ! টেমাটো খুলিলেই গোটেই কোঠালিটো মলমলাই যায়।

মেনকাই যেতিয়া এই বস্তু-বাহানিবোৰৰ যোগান ধৰি থাকে, মহীকান্তই তেতিয়া আৰ্চীৰ সমুখত থিয় হৈ তাৰ কপালৰ ওপৰৰ চুলিখিনিৰ ভাঁজকেইটা ঠিক কৰে। মাজতে সেওঁতাটো, সেওঁতাটোৰপৰা দুয়োফালে ঢৌ খেলি-খেলি চুলিখিনি কাণৰ ফাললৈ নামি যায়। টুপ-

টুপীয়াকৈ তেল সনা চুলিখিনি মহীকান্তই লগোৱা ভাঁজ মতেই কপালৰ ওপৰত লিপিট খাই পৰি থাকে। আগৰছোৱাত বহুত-দিন সি মাকে ঘৰতে পিৰিকা ফুলেৰে বনোৱা গোন্ধতেল ঘঁহিছিল; পাছলৈ সি ঢাকাৰপৰা অহা হানিফ বেপাৰীৰ দোকানৰ গোন্ধতেল ঘঁহা কৰিলে। এবাৰ হানিফ বেপাৰীয়ে মহীকান্তক জোৰকৈয়ে এবটল আতৰ বেচিলে, পাছলৈ মহীকান্তই নিয়মীয়াকৈ আতৰ কিনা কৰিলে।

মহীকান্তই চাবি-চুলি-আতৰ আদিৰ খা-খবৰ কৰি থকাৰ সময়ত সিহঁতৰ পদূলিমুখত চমৰুৰ ঘোঁৰাবাগীখন ৰৈ থাকে। চমৰুৱে ঘোঁৰা দুটাৰ মুখৰ আগত ঘাঁহ অলপমান পেলাই দিয়ে। ঘোঁৰা দুটাই আধা টোপনিত থকা জীৱৰ দৰে ঘাঁহবিলাকৰ ওপৰত মুখ ঘঁহাই থাকে আৰু চমৰুও ওপৰত থকা গাৰোৱানৰ গাদীখনত, কোলাত চাবুকডাল লৈ, চকু মুদি, জুপুকা মাৰি বহি থাকে। ঘোঁৰাই যদি মহীকান্তহঁতৰ পদূলি লেতেৰা কৰে তেতিয়াহে সি চাফা কৰিবলৈ নামি আহে। মহীকান্ত প্ৰায়েই চমৰুৰ ঘোঁৰাবাগীত উঠি ধানকললৈ যায়। কেতিয়াবা চমৰুৱে অইন ঠাইত ভাল ভাৰা পালেহে সি খোজ কাঢ়ে।

দেওবাৰৰ দিনা ধানকল বন্ধ থাকে। সেইদিনা পুৱাই কলত ধান দালি দিয়া দেউকিলাল নামৰ মানুহটোৱে ধান শুকাবলৈ দিয়া আহল-বহল চোতালখনৰ এচুকত পঠা ছাগলী কাটে। ধানকলটো প্ৰথম চলাৰ দিনাই পঠা বলি দিয়া হৈছিল; সেই কামটো পাছলৈ প্ৰতি দেওবাৰে কৰি অহা হৈছে। প্ৰথম অৱস্থাত পঠাৰ এটা ঠেং সৰহকৈ মঙহেৰে সৈতে পিটাৰ লেভিন চাহাবৰ বঙলাত দি অহা হৈছিল; লেভিন চাহাব বদলি হৈ যোৱাৰ পাছত সেইখিনি মঙহ বৰচাহাবৰ বঙলাৰ পিছফালৰ গেটখনেদি সোমাই আৰদালি এটাৰ হাতত দি অহাৰ ব্যৱস্থা হ'ল। আন এটা ঠেং দেউকিলালে মহী-কান্তৰ ঘৰত দি যায়। মহীকান্তই মঙহখিনি দুপৰীয়াৰ সাঁজত বহাবলৈ নিদিয়ে, কিন্তু ৰাতিৰ সাঁজৰ নামত আবেলিতে সেইখিনিৰ ব্যৱস্থা কৰিবলৈ মেনকাক হুকুম দিয়ে। এনেকুৱা দিনত সন্ধিয়াৰ-পৰাই মেনকা মহীকান্তৰপৰা বিভিন্ন চেলুত আঁতৰি ফুৰে। এই-খিনি সময়ত মহীকান্তই ঘৰখনৰ বাকীকেইটা প্ৰাণীক চকু-কাণ-জ্ঞান থকা প্ৰাণী বুলি গ্ৰাহ্যই কৰিব নোখোজে। বিভিন্ন চেলু উলিয়াই সি মেনকাক ওচৰলৈ মাতে।

ঘৰখনৰ বাকীকেইটা প্ৰাণীয়ে মহীকান্তলৈ এক ধৰণৰ ভয়েই কৰে। "তইনো কিয় ঘোঁৰাবাগীত উঠি পইচা খৰচ কৰ অ'? এইকণ বাট খোজ কাঢ়ি অহা-যোৱা কৰিব নোৱাৰ?"—বুলি বাপেক ঘনকান্তই বুজনিৰ সুৰত কথা ক'লে মহীকান্তই গেঙেৰি মাৰে,—"উপাৰ্জন কৰিছোঁ যেনেকৈ, খৰচ কৰিছোঁ তেনেকৈ।"

মাক যোগেশ্বৰীয়ে মহীকান্তৰ মনটো ভাল হৈ থকা যেন দেখিলে সৰু পুতেকটোৰ কথা কয়,—"কাম-বন নোহোৱাকৈ সেইটো অনাই-বনাই-ঘুৰি ফুৰিছে। কলঘৰটোতে লগাই দেচোন; সিও অকণমান আও-ভাও পোৱা হওক।"

ছালৰ টিনপাতৰপৰা বৰষুণৰ পানী পৰি-পৰি পিৰালিৰ ওচৰৰ যিখিনিত সৰু-সৰু গাঁত হৈছে, তাতে এসোপা পিক পেলাই মহীকান্তই কয়,."তাক কলঘৰত সুমুৱাই মই লাওলোৱা হ'লেহে হ'ব। দু-অনা যদি মোৰ হাতলৈ আহে, চাৰি অনা সি বাহিৰে বাহিৰেই সৰকাব। আগতে তাৰ স্বভাৱটো ভাল কৰিবলৈ ক।"

ঘনকান্ত আৰু যোগেশ্বৰীয়ে পাছলৈ আৰু কথাবতৰা বেছিকৈ নোকোৱাই হ'ল। চোতালৰ এমূৰে এটা গোঁসাইঘৰ আছে; মূল গোঁসাইঘৰটোৰ দুৱাৰখনৰ আগফালে অকণমান মুকলি বাৰান্দাৰ নিচিনা ঠাই আছে। বুঢ়া-বুঢ়ীয়ে ৰাতিপুৱা-গধূলি বহু সময় গোঁসাই-ঘৰৰ ভিতৰতে কটায়; বাকীখিনি সময়ৰ বেছিভাগ তেওঁলোক সেই মুকলি ঠাইডোখৰতে কঠ দুখন পাৰি বহি থাকে। সেইখিনিতে মিহি কাঠীৰে বোৱা, ক'লা পৰি যোৱা বিচনী এখন থাকে। বুঢ়া বা বুঢ়ীয়ে প্ৰায়েই সেইখন মাৰি থাকে। বুঢ়াই মাৰিলে বুঢ়ীয়ে বিচ পায়, বুঢ়ীয়ে মাৰিলে বুঢ়াই বিচ পায়।

মহীকান্তলৈ ভয় কৰি এইখন ঘৰত থাকিবলৈ ভাল নাপালে ককায়েক ৰত্নকান্তই। সি ষ্টেছনৰ সিফালে বাঁহনিৰ মাজত এবিঘা মাটি কিনি খেৰ-বাঁহেৰে ঘৰ এটা সজাইছিল। মহীকান্তৰ বিয়াৰ দুবছৰমানৰ পাছত সি ল'ৰা-তিৰোতা লৈ তালৈ গুচি গ'ল। যাবৰ দিনা মেনকাই ৰত্নকান্তৰ ঘৈণীয়েকক পাগঘৰৰ পিছফাললৈ মাতি নি কৈছিল, "মোক আক' আপোনালোকে বেয়া নাপাব।"

ৰত্নকান্তৰ ঘৈণীয়েকে সোঁহাতেৰে মেনকাৰ সোঁহাতখন ধৰি বাওঁ-হাতেৰে চকুপানী মচিছিল।

ৰত্নকান্তহঁত গুচি যোৱাৰ পাছত ঘৰখনৰ ভিতৰত সময় কটা-

বলৈ মেনকাৰ বেছি উপায় নাথাকিল। তাই মাজে মাজে আগ-ফালৰ বাৰান্দাৰ দীঘল বেঞ্চখনৰ এটা মূৰত বহি থকা কৰিলে। এইখিনিত বহিলে ৰাস্তাটোৰ, চুবুৰীটোৰ বহু দূৰলৈকে দেখি থাকি। চুবুৰীটোৰ ৰেহ-ৰূপ, কাণ্ড-কাৰখানাবোৰ চাই থাকিবলৈ মেনকাৰ বৰ ভাল লাগে।

মাটিৰ ৰাস্তা; জাৰৰ দিনত ৰাস্তাটোত সৰু গাঠিলৈকে ঢাক খোৱা ধূলি হয়। এখন গৰু-গাড়ী গ'লেই বহুত পৰলৈ সিপাৰৰ ঘৰবোৰ নেদেখা হৈ থাকে। পিছফালটো ফটা, বুটাম নোহোৱা, হাফপেণ্ট কঁকালত খোঁচনি মাৰি, শুদা গাৰে খেলি ফুৰা পদ্ম, গজেন, নিতাইহঁতৰ ল'ৰাবোৰে কেতিয়াবা শাৰী পাতি লৈ ভৰি মাৰি-মাৰি ইচ্ছা কৰি ধূলি উৰুৱায়, অলপ পাছতে যিকেইটাই ধূলি উৰুৱায়, সিহঁতকেইটাকো দেখাৰ উপায় নাথাকে। ধূলিৰপৰা বাছিবলৈ কুন্তীবুঢ়ী মেনকাহঁতৰ পদূলিয়েদি ভিতৰ সোমাই আহে আৰু ল'ৰাকেইটাক মাউৰত মৰা বুলি গালি পাৰে। ৰাস্তাটোৰেদি ঘোঁৰাবাগী এখন গ'লে দুটামান ল'ৰা বাগীখনৰ পিছৰ কাঠছটাত পেট পেলাই, ভৰি দুখন কোঁচাই কিছুদূৰ উঠি যায়। বাকীবোৰ ল'ৰাই "আকৈ মাকৈ পিছত উঠিলে" বুলি চিঞৰি-চিঞৰি গাৰোৱানক খবৰটো দিয়ে। গাৰোৱানে কেতিয়াবা চাবুকডালেৰে চপংকৈ পিছফালে কোব এটা মাৰে, কেতিয়াবা নামাৰে। গৰু-গাড়ীত পৰ্বত প্ৰমাণকৈ লাদি কোনোবাই ধানখেৰ কঢ়িয়ায়। ল'ৰাবোৰে পিছফালৰপৰা অলপ-অলপকৈ টানি-টানি খেৰ কিছুমান ৰাস্তাৰ ওপৰত পেলায়। গাড়ীখন চাৰিআলিটো পাৰ হৈ গ'লে ল'ৰাবোৰে খেৰবোৰ গোটাই গোটাই উভতি আহে। সেই খেৰেৰে সিহঁতৰ মাকহঁতে বাচন মাজে। দুই-এঘৰত সৰহকৈ গোট খালে খেৰবোৰ মাকহঁতে মাটিত পাৰি তাৰ ওপৰত মাহেকীয়া বিছনা কৰে আৰু ৰাতিপুৱা খেৰখিনি জ্বলাই জুই পুৱায়।

ৰাস্তাটোৰেদি ওচৰ-পাজৰৰ তিনি-চাৰিখন গাঁৱত মৈমনচিঙীয়া মানুহবোৰে ভাৰে-ভাৰে বজাৰলৈ পাছলি কঢ়িয়ায়। মূলা, বেঙেনা, বিলাহী, নেমু, কেৰেলা—। এই অলপ সময়ৰ আগতে গছৰপৰা চিঙা বস্তু; নিজৰ-নিজৰ ৰঙেৰে বস্তুবোৰ চিকচিকাই থাকে। মেনকাই কেতিয়াবা বাৰান্দাৰপৰা নামি আহি কয়, "এই সৰু বাপু, সেই বঙেনা নিয়া মানুহটোক মাতাচোন।" মানুহটো চোতাললৈ আহিলে

মেনকাই কোমল কোমল, পোকে নধৰা, পুৰি খাব পৰা বেঙেনা-কেইটামান কিনি লয়। "ইয়াত ৰ'লে সিফালে বজাৰলৈ পলম হ'ব" বুলি কিছুমান মানুহ আৰু' নৰয়ো; সৰু বাপুহঁতে চিঞৰি থাকিলেও গুচি যায়।

গধূলিৰ পাছত, এই সৰু ল'ৰাবোৰ ঘৰ সোমোৱাৰ পাছত, চুবুৰীটো শান্ত হৈ পৰে। সৰু-সৰু খেৰী ঘৰবোৰৰ ভিতৰত চাকি জ্বলে। অ'ত ত'ত বেৰৰ জলঙাইদি পোহৰ দেখা যায়। মিউনি-ছিপেলিটিৰ মানুহে আহি চাৰিআলিত থকা লেমটোৰ চিমনি মচে, লেমটোত এপোৱা কেৰাছিন তেল ভৰায় আৰু সেইটো জ্বলাই থৈ যায়। মহীকান্ত ঘৰলৈ অহা পলম হ'লে মেনকাই পদূলিলৈ ওলাই সেই লেমটোৱে পোহৰ কৰা ঠাইকণলৈকে চাই থাকে, আৰু বাটেদি অইন মানুহ অহা দেখিলে তাই ভিতৰ সোমায়।

এই সময়ত ডাঙৰ-ডাঙৰ খালী পাছিবোৰত অলপ-অচৰপ বস্তু-বাহানি লৈ বেপাৰীবোৰ তিনি-চাৰিটাৰ দল পাতি-পাতি গাঁৱলৈ ওভতে। সিহঁতে চিঞৰি-চিঞৰি কথা পাতি যায়। জেওৰা, ৰূপাই মণ্ডল, পাল নাম, কুঁহিয়াৰ শাল, ৰমজান,—অলেখ বিষয়ৰ কথা। মাজে মাজে কোনোবা এটাই অবাইচ মাত একোষাৰ মাতে, এন্ধাৰৰ মাজতে মেনকাই মুখ টিপি হাঁহে। পলমকৈ অকলে উভতিবলগীয়া একোটা বেপাৰীয়ে কেতিয়াবা চিঞৰি-চিঞৰি গান গাই যায়— তিলেক দাড়াও তোমায় দেখি—। সমুখৰ ঘৰবোৰৰ কোনোবা এটাৰপৰা কোনোবা সৰু ল'ৰাই মানুহটোক সিঞাৰে। মানুহটোৱে তালৈ ভ্ৰূক্ষেপেই নকৰে।

কেতিয়াবা বাটৰ বেপাৰীয়েও ঘৰৰ ভিতৰৰ মানুহক সিঞাৰে। পুহিলাহঁতৰ ঘৰত কেইদিনমানৰ মূৰে মূৰে একোখন কাজিয়া লাগে। চাকি-বাতি লগোৱাৰ পাছতে যদি পুহিলাৰ মুখ খুলিল, তেনেহ'লে চুবুৰীৰ আনবোৰ মানুহ খাই-বৈ বিছনাত নুঠালৈকে তাইৰ মুখ বন্ধ নহয়। ইফালে চাৰিআলি, সিফালে নিতাইৰ ঘৰলৈকে শুনাকৈ তাই গিৰিয়েক আৰু শাহুয়েকক দকচি থাকে।—"মোৰ বোপায়ে তহঁতৰ ভৰিত ধৰি ইয়াত মোক চাকৰণী কৰি থৈ গৈছিল নেকি?" —বাটৰ বেপাৰীৰ কোনোবা এটাই কয়, "অঁ হয়তো! ইয়াৰ এটা মীমাংসা হ'ব লাগে।"

যিবোৰ দিনত পুহিলাৰ মুখ নোখোলে, তেনেকুৱা দিনত গধূলিৰ

পাছত কেৱল এটা শব্দ নিয়মীয়াকৈ শুনা যায়;—নিতাইৰ ল'ৰাটোৱে চিঞৰি-চিঞৰি কিতাপ পঢ়াৰ শব্দ। "কঙ্কাল এবিধ গছৰ গুটি"ৰ নিচিনা বাক্য এটা আৰম্ভ কৰি সি সেই বাক্যটোকে পঢ়িয়েই থাকে, পঢ়িয়েই থাকে।

অকলে বহি থকা সময়খিনিত কেতিয়াবা চুবুৰীটোৰ মানুহখিনিৰ কথা এফালৰপৰা মেনকাৰ মনেদি পাৰ হৈ গৈ থাকে। মাজে মাজে তাইৰ খঙো উঠে, কিন্তু বেছিভাগ সময় তাই অকলে-অকলে হাঁহি থাকে। ৰেৱতী বুঢ়ীয়ে কানি খায়। ৰঙা কাপোৰেৰে বন্ধা কানিৰ পটাখন হাতত লৈ তেওঁ প্ৰায়েই মেনকাহঁতৰ শোৱনি কোঠালিৰ ওচৰৰ বাৰান্দাত বহি হামিয়াই-হিকটিয়াই থাকে। মেনকাই চৰতীয়া এটা দিলে তেওঁ সেইদিনালৈ উঠে, উঠি হাছপতালৰ ওচৰৰ কানিৰ দোকানলৈ খোজ লয়। কদম গছজোপাৰ তলৰ ঘৰটোৰ মদন বোলাটো চোৰ। কেতিয়াবা দাৰোগা-পুলিছে ৰাতিপুৱা তাক ঘৰৰপৰা হেণ্ডকাপ লগাই ধৰি নিয়ে; দুপৰীয়া মাকে মেনকাক ধৰেহি,—"তই মাজুক কৈ কিবা এটা কৰ আই।" মাজু মানে মহীকান্ত। মহীকান্তই কেতিয়াবা মদনক জামিনত অনাৰ ব্যৱস্থা কৰে, বেছিভাগ সময়ত তাৰ মাকক ভালকৈ এজাউৰি বকে। মদনৰ প্ৰায়েই দুমাহ-তিনিমাহ জেল হয়; জেলৰপৰা ওলাই আহিয়েই সি আকৌ চুৰ কৰে; আকৌ হেণ্ডকাপ। ফুল নামৰ বাঁৰী মানুহজনীৰ ঘৰত ৰাতি ৰাস্তাত পহৰা দি ফুৰা চিপাহী এটা সোমায়; চুবুৰীৰ মানুহে ধৰি তাৰ চুলিবোৰ খলপা-খলপকৈ কাটি দিয়ে। ফুলে কিবা এটা চেলুত মেনকাৰ ওচৰলৈ আহি কয়, "নেদেখা জনে দেখি আছে। ল'ৰা-ছোৱালী হালৰ বধ শপত নৰৌ; তাৰ জেপত শুদা তামোল অকণ আছিল, পাণ অকণ বিচাৰি সোমাইছিল। তাকো ভিতৰ সোমোৱাই নাই, আগফালে চোতালৰপৰাই—"

গোলোকে কিবা ওস্তাদি গানৰ চৰ্চা কৰে। চৰিফুল্লাৰ ছাইকেলৰ দোকানৰ পিছফালে গধুলিৰ পাছত সিহঁতৰ গানৰ মজলিছ বহে। ৰাতি ঘৰ সোমোৱাৰ পাছত মাকে তাক বকে,—"সেইসোপা হাও-হাও কৰি থাকিলে পেট ভৰিব? কুকুৰেই ভুকে নে মানুহেই বমি কৰে,—এনে গান সোপা!"

এইটো চুবুৰী, এইখন ঘৰ, এই মহীকান্ত মানুহটো;—যোৱা এঘাৰ বছৰে এইবোৰক মেনকাই অন্তৰ খুলি আপোন কৰি লৈছে।

চুবুৰীৰ মানুহবোৰৰ নামত তাই দেৱী হৈ পৰিছে; শাহু-শহুৰৰ কাৰণে তাই লক্ষ্মী হৈ পৰিছে; মহীকান্তক তাই চাৰিটাকৈ সন্তান দিছে;—মানুহটোৰ আগত তাই দেহ-মন সম্পূৰ্ণৰূপে উদঙাই দিছে;—তথাপি,—তথাপি কিয় মানুহটোৱে আকৌ এজনী বিয়া কৰাবলৈ ওলাল? কিয় মানুহটো আজি নতুন পাটৰ পাঞ্জাবী পিন্ধি, দৰা সাজি, হাতীত উঠি আৰু এজনী মানুহ আনিবলৈ ওলাই গ'ল?

নিজকে উদঙাই দিয়াৰ কাৰণে মেনকা একেবাৰে উদং হৈ গ'ল নেকি? চাৰিটা সন্তান জন্ম দিয়াৰ কাৰণে তাই খালী হৈ গ'ল নেকি? মেনকাৰ কি দোষ হ'ল—মানুহটোৱে ঘূণাক্ষৰেও,—এদিনো,—তাৰ আভাস নিদিলে কিয়? মহীকান্তই আৰু এজনী বিয়া কৰাব—এইটো খবৰ মেনকাই ৰেৱতী বুঢ়ীৰপৰা পাব লাগে কিয়?

আৰু যেতিয়া ৰেৱতী বুঢ়ীয়ে মেনকাক খবৰটো দিয়ে, তেতিয়া মহীকান্তৰ বিয়াৰ দিন ঠিক হৈ গৈছে।

এনেয়ে ৰেৱতী বুঢ়ী আহিলে কানি কিনিবলৈ কম পৰা পইচা-কেইটা নিবলৈকে আহিছে বুলি মেনকাই ভাবি থাকে আৰু প্ৰায় সদায় হাতৰ মুঠিত চৰতীয়া বা দুৱনী এটা লৈ বুঢ়ীৰ ওচৰলৈ ওলাই আহে। কিন্তু মহীকান্তৰ বিয়াৰ খবৰটো দিবলৈ অহাৰ দিনাই বোধহয় প্ৰথমবাৰৰ কাৰণে বুঢ়ীয়ে পইচাৰ নামকে নুলিয়ালে। মেনকাৰ হাতৰ মুঠিৰ ভিতৰত সেইদিনা চৰতীয়াটো ঘামত তিতি গৈছিল; শেষৰ ফাললৈ বুঢ়ীয়ে কি কি কৈছিল, মেনকাৰ কাণত নোসোমাইছিল। প্ৰথম দহ-বাৰ আষাৰ কথাৰ পাছতে মেনকাৰ দেহ-মন জঠৰ হৈ গৈছিল।

কোনে ক'লে? ক'ত শুনিলে ৰেৱতী বুঢ়ীয়ে? বুঢ়ীয়ে শুনিলে মদন চোৰৰ মাকৰপৰা। মদন চোৰৰ মাকক কৈছে ধানকলৰ পঠা বলি দিয়া দেউকিলালে। দেউকিলালক কৈছে—মহীকান্তৰ লগত গাঁৱত ধানৰ খবৰ কৰিবলৈ যে যায় ধানকলত কাম কৰা ভজহৰি নামৰ মানুহটো—সি। যিঘৰ মানুহৰ ছোৱালী, সেই ঘৰৰ চোতালত বহি, তামোল-চালি খাই ভজহৰিয়ে নিজ কাণেৰে কথাবোৰ শুনি আহিছে। জেঠ-আহাৰলৈ ৰোৱাৰ এঘৰো মন নাই; বহাগৰ একেবাৰে শেষৰ ফালে এটা বিয়াৰ দিন আছে।

ৰেৱতী বুঢ়ী যোৱাৰ পাছত মেনকাই ইটো-সিটো ঘৰৰ কাম কৰিবলৈ চেষ্টা কৰিলে, কিন্তু বাৰে-বাৰে তাই অ'ত-ত'ত জলকা লাগি-লাগি ৰ'ল। ল'ৰা-ছোৱালীকেইটালৈ আবেলিৰ জলপান ঠিক কৰিব লাগে;—তাই চৰিয়া এটা ওচৰত লৈ চিৰাৰ কলহটোত হাত দিলে, দি সেইটো ভংগীতে থৰ হৈ ৰ'ল। কোনোবা এটা সময়ত হয়তো তাইৰ চকুৰ ওচৰতে মাখি এটা পৰিল; তেতিয়াহে তাইৰ গাটো লৰিল; আৰু তাৰ পাছত চিৰাৰ কলহটো লৰিল।

সঁচানে কথাটো? মানুহবোৰে কিজানি কাৰোবাৰ কথা কাৰোবাৰ গাত লেটিয়াইছে। ভজহৰি, দেউকিলাল, মদন চোৰৰ মাক;—এইবোৰহে মানুহ! এইবোৰনো কিমানৰ মানুহ? মেনকাই মদনৰ মাকক মতাই অনাব নেকি? নে দেউকিলালক? নহয়, মতালে একেবাৰে ভজহৰিকে মতোৱাই ভাল। পঠিয়াব নেকি কোনোবা এটাক ধানকললৈ? নাই, নালাগে। ভজহৰি কেতিয়াবা মেনকাহঁতৰ পিছ চোতাললৈ আহে; আহিলে সি ডালিমজোপাৰপৰা আৰু আগ-বাঢ়িবলৈ সাহ নকৰে; এখন হাতেৰে ইখন হাত মোহাৰি নথকাকৈ সি মেনকাৰ লগত কথা পাতিব নোৱাৰে। গাঁৱৰপৰা মেনকালৈ বুলি কৰ্জা টেঙা, বেতগাঁজ, তেতেলি, ইটো-সিটো আনিলে সি টোপোলাটো ডালিম গছজোপাৰ ওচৰৰ পিৰালিতে থয়, বাৰান্দা-খনলৈও নানে। সেই ভজহৰিক মেনকাই মহীকান্তই আকৌ বিয়া কৰাবলৈ ওলোৱাৰ কথা সুধিব?

ল'ৰা দুটা স্কুলৰপৰা আহিল। আগফালে সিহঁতৰ মাত শুনোতেই মেনকাৰ বুকুখন চিৰিংকৈ উঠিছিল। সিহঁত দুটাৰ মুখ দুখন কেইবাসাঁজো ভালকৈ নোখোৱাৰ কাৰণে শুকাই যোৱা যেন লাগিল; সিহঁত দুটাক গোটেই দিনটো মাষ্টৰে বেঞ্চিৰ ওপৰত থিয় কৰাই থোৱা যেন লাগিল।

চাৰিআলিত মিউনিছিপেলিটিৰ মানুহে লেমটো জ্বলাই থৈ গ'ল। লেমটোৱে পোহৰ কৰা ঠাইকণেদি মহীকান্ত পাৰ হৈ অহা চাবৰ সময় পাৰ হৈ গ'ল, কিন্তু মেনকা আগফাললৈ ওলাই নাহিল। একো-বাৰ তাইৰ এনেকুৱা লাগিল,—মহীকান্ত যিমান পলমকৈ ওভতে

সিমানেই ভাল। সি আজি ঘৰ সোমোৱাৰ লগে লগে তাই পাগলীৰ নিচিনাকৈ তাক খেদি যাব? দুই হাতেৰে ল'ৰা-ছোৱালী চাৰিটাক আকোঁৱালি ধৰি হাও-হাওকৈ কান্দিব? সিহঁতক সমুখত থিয়কৈ ৰাখি তাই মহীকান্তৰ ভৰিত দীঘল দি পৰিব?

কিন্তু যেতিয়া মহীকান্ত আহিল, তেতিয়া মেনকা ধীৰ, শান্ত খোজেৰে শোৱনি কোঠাৰপৰা পাগঘৰলৈ বুলি ওলাই গ'ল।

এসময়ত দূৰত ঘোঁৰাৰ ডিঙিৰ জুনুকাৰ শব্দ শুনা গৈছিল। প্ৰথম শব্দটো শুনি মেনকা উচপ খাই উঠিছিল। শব্দটো বুজিবলৈ তাই কাণ থিয় কৰি বৈছিল। লাহে লাহে শব্দটো যেন জেলখানাৰ পগলা ঘন্টাৰ শব্দৰ সমান ডাঙৰ হৈ আহিছিল, আৰু মেনকাহঁতৰ পদূলিত শব্দটো এটা জোকাৰ খাই ৰৈ গৈছিল।

হয়! মহীকান্ত আহিছে। চমকৰ ঘোঁৰাবাগী পদূলিমুখত ৰ'ল। কেতকৈ এখন দুৱাৰ খোলাৰ শব্দ হ'ল। তাৰ পাছত অলপ সময় কোনো শব্দ নাই। এই নিঃশব্দতাৰ মাজতে, মহীকান্তৰ ভৰিৰ খোজ ওচৰ চাপি অহাৰ আগতে মেনকা ধীৰ, শান্ত খোজেৰে পাগঘৰলৈ ওলাই গ'ল।

মেনকাই টোপনিত মূৰ দুপিয়াই থকা সৰু ছোৱালীজনীক মাছৰ কাঁইট বাছি ভাত খুৱালে, বাকী তিনিটা ল'ৰা-ছোৱালীক ভাত দিলে, তাৰ পাছত এসময়ত বুঢ়া-বুঢ়ী আৰু মহীকান্তৰ ভাত বাঢ়ি দিলে। মহীকান্তক উদ্দেশ্য কৰি তাই এটাও শব্দ উচ্চাৰণ নকৰিলে।

কিন্তু তাই এটাও শব্দ উচ্চাৰণ নকৰাকৈয়ে মহীকান্তই যেন তাইৰ কি হৈছে সকলো বুজিলে; আৰু মহীকান্তই যে বুজিছে, সেইটোও অলপ সময়ৰ ভিতৰতে মেনকায়ো বুজিলে। এবাৰ কাষেদি পাৰ হৈ যাওঁতে মহীকান্তই তাইক সুধিলে, "কি হ'ল তোমাৰ?"

বহুত কিবা-কিবি হ'লে কোনোমতে "একো হোৱা নাই" বুলি কৈ মনে মনে থকা, —এনেকুৱা সময় মেনকাৰ মাজে মাজে আহে, যায়; কিন্তু আজি তাই একো হোৱা নাই বুলিও উচ্চাৰণ কৰিব নোৱাৰিলে।

আৰু আচৰিত কথা, মহীকান্তয়ো দ্বিতীয়বাৰ একো নুসুধিলে। এবাৰ সি ইফাল-সিফাল কৰি থকা ল'ৰা-ছোৱালীকেইটাক—"তহঁত শুই নাথাক কিয়"—বুলি নিৰুত্তাপ মাতেৰে সুধিলে, আৰু তাৰ পাছত নিজৰ শোৱনি কোঠালিৰ মেনকাৰ আয়নাখনৰ সিফালৰ চুকটোত থকা চকীখনত বহি ললে। সেইডোখৰ তাৰ গোপন ঠাই।

মেনকাই ভাত নাখালে। মহীকান্তৰ ভাত শোৱনি কোঠালিলৈ আনি ঢাকি থলে, পাগঘৰ সামৰিলে, তাৰ পাছত বিছনাৰ একাষে বেৰৰ ফালে মুখ কৰি তাই শুই থাকিল।

বহুত সময়ৰ পাছত, কিমান ৰাতি সিহঁত দুটাৰ কোনেও কব নোৱাৰে,—বোধহয় মাজনিশা হবৰে হ'ল,—মহীকান্তই যেন এই পৃথিৱীৰ সকলো জটিল সমস্যা উপলব্ধি কৰিলে, এনেকুৱা সুৰত "হু" কৈ এটা দীঘলীয়া শব্দ কৰিলে। তাৰ পাছত সি অকলে অকলে কথা কবলৈ ধৰিলে। কাক উদ্দেশ্য কৰি সি কথাবোৰ কলে, তাৰ একো ঠিক নাথাকিল। মেনকাক, ঈশ্বৰক, এইখন ঘৰলৈ নিগাজীকৈ থাকিম বুলি আহিবলৈ ওলোৱা কোনোবা ছোৱালী এজনীক, ধানকলটোক, তাৰ নিজৰ ভাগ্যক, বাপেকক,—যাকে ইচ্ছা তাকে।

—এইটোনো কি ডাঙৰ কথা? হুঁ? কি ডাঙৰ কথা? দশৰথ ৰজাই কি কৰিলে? দেখিলি নহয়! কোনেওতো মাত এষাৰ নামাতিলে! মনোমোহন চিৰস্তাদাৰে কি কৰিলে? ডাঙৰজনীৰপৰা গহনা লৈ সেই গহনা ভঙাই, নতুন গহনা গঢ়াই, তাৰে সৰুজনীক বিয়া কৰাই আনিলে। আনিলেনে নাই? আৰু সৰুজনীয়েও যদি গহনা ভঙাবলৈ দিলেহেঁতেন, তেনেহ'লেতো চিৰস্তাদাৰে আৰু এজনী আনিলেহেঁতেন। আনিলেহেঁতেন নে নানিলেহেঁতেন? আনিলেহেঁতেন। ভালহে! খাবলৈ-পিন্ধিবলৈ থাকিলে ঘৰখন মানুহেৰে ভৰি থাকিব লাগে। বাহিৰ, ভিতৰ—গিজগিজাই থাকিব লাগে। মোৰ খাবলৈ-পিন্ধিবলৈ আছে নে নাই? মই এগোহালি মানুহ পুহিব পাৰোঁ নে নোৱাৰোঁ? তেনেহ'লে? এইবোৰ কোনে খাই চুকুৱাব? তুমি চুকুৱাব পাৰিবা? হুঁ! নাম নাজানো। কিমান খাব পাৰিছা? যদি খাইছাই, তেনেহ'লে গাৰ বল-শক্তি ক'লৈ গল? গাৰ মঙহ উৰলি গ'ল কিয়? কিয় গ'ল? এনেকৈয়ে যদি দেহাৰ অৱস্থা নোহোৱা হৈ গৈ থাকে, তেনেহ'লে দুদিন পাছত তোমাক চাব কোনে? কোনে চাব? মোৰ ওৱাইফক চাওঁতা কোনো নাই, এনে কথা হবলৈ দিব পাৰি? মোৰ বোপায়ে পাৰিলেও মই নোৱাৰোঁ। বোপায়েতো পাৰিবই! বোপাইৰ কিটো আছে? খুহৰ-খুহৰ কাহ, কিষ্ণ কিষ্ণ মহাপ্ৰভু ঈশ্বৰ জগন্নাথ;—আৰু কিটো আছে? কিষ্ণই কিটো কৰিব? ঈশ্বৰে কিটো কৰিব? ৰাতিপুৱা খেকাৰৰ চৰিয়াটো ঈশ্বৰে বাহিৰলৈ নি, চাফা কৰি, আকৌ আগৰ ঠেগাত থবহি? হুঁ? থবহি?

তুমিহে ৰাতিপুৱাই সেইটো চৰিয়াত হাত দিব লাগিব। কাইলৈ যদি বুঢ়াকো খেকাৰ পেলাবলৈ তুঁহগুৰি দিয়া চৰিয়া এটাৰ দৰকাৰ হয়, তেতিয়া তুমি কি কৰিবা? সেইটো চৰিয়া দাঙিবলৈ আৰু এজনী মানুহ লাগিল নে নালাগিল? কোৱা! নোকোৱা কিয়? কব নোৱাৰা যেতিয়া চিন্তাও কৰিব নালাগে। কোনো চিন্তা নকৰিবা। চিন্তাৰ কোনো কাৰণ নাই। বৰ বেছি কি হ'ব? ঘৰখনত এজনী মানুহ বেছি হ'ব। হ'লে কিডাল হ'ল? যোৱা মাহততো সেইয়া আৰু এজনী গৰু কিনিলোঁ। কিটো হ'ল? গোহালিটো পাতাললৈ সোমাই গ'ল নে কি? আগৰ কেইজনীৰে সৈতে তাই জানো চেলেকা-চেলেকি কৰি থকা নাই? শাওন-ভাদত তাই জগিব; জগিলে ইহঁতকেইটাই এবাতি গাখীৰ বেছিকৈ খাবলৈ নাপাব? লাভটো কাৰ? মোৰ নে ঘৰখনৰ? ঘৰখনৰ। আৰু ঘৰখননো কাৰ? তোমাৰ। তোমাৰ ঘৰ এইখন। ইয়াত কাৰো এক্তিয়াৰ নাই। মোৰ কি ঠিক; মই আজি আছোঁ, কাইলৈ নিচাৰ ঠেলাত কলিজা ফাটি মৰি থাকিম। তেতিয়া এই ঘৰ-সংসাৰ কাৰ হ'ব? তোমাৰ। চব তোমাৰ ভৰিৰ তলত। কাকো কেয়াৰ নকৰিবা। ময়ো কাকো কেয়াৰ নকৰোঁ। কাক কেয়াৰ কৰিম? যিকেইটাই কথাটো দেখিবলৈ বেয়া হ'ব বুলি চোতালে-চোতালে ফুচফুচাই ফুৰিছে, সেইকেইটাক? হুঁঃ! বৰ চাহাবৰ অফিছত বুঢ়া আঙুলি জোকাৰি অহা মানুহ মহীকান্ত। মনত ৰাখিবা। এটাইমখাকে ধানকলত সুমুৱাই দি বানি পেলাম। আৰু শুনা, আচল কথাটো মনত পৰিছে। উকীল-মুক্তিয়াৰ মাতি আনি এই ধানকল তোমাৰ নামত লিখাই দিম। তুমি চলাবা। ইয়াক, এই ভজহৰিক নেৰিবা। সি কামৰ মানুহ। দেউকিলালক দেওবাৰে-দেওবাৰে পঠা কাটি থাকিবলৈ দিবা। কল-কব্জাবোৰত মচি-কাচি তেল দিবলৈ কবা। আৰু কি কৰিব লাগে মই চব শিকাই দিম।—

নিশ্চল হৈ পৰি থকা মেনকাৰ গাটো মাজে মাজে দুই-এবাৰ লৰিছিল,—মহীকান্তই ঈশ্বৰৰ কথা কোৱাৰ সময়ত। এটা তীব্ৰ অভিমান তাইৰ ডিঙিত এটা সোপাৰ নিচিনা হৈ লাগি আছিল; এটা শব্দও তাইৰ ডিঙিৰপৰা ওলোৱা নাছিল। কিন্তু মহীকান্তৰ শেষৰ ফালৰ কথাখিনিয়ে তাইৰ বুকুত এক অস্বস্তি আৰু যন্ত্ৰণাৰ সৃষ্টি কৰিলে। তাইৰ অভিমানেও সেই অস্বস্তি আৰু যন্ত্ৰণাক

ভেটি ৰাখিব নোৱাৰিলে। গাৰুত মূৰ থৈয়েই তাই টান মাতেৰে ক'লে—"মনে মনে থাকক।"

"হুঁ? কি কলা? তোমাৰ টোপনি অহা নাই? ঠিক আছে। মই মনে মনে থাকিম। মই কালৈকো পৰোৱায় নকৰোঁ। কিন্তু কালৈ পৰোৱায় কৰোঁ জানা? হুঁ? তোমালৈ। তোমালৈ মোৰ বৰ ভয় লাগে। সেই কাৰণে তুমি যদি মনে মনে থাকিবলৈ কোৱা, তেন্তে মই মনে মনে থাকিম। এইবোৰ কথা তুমি আজিহে শুনিলা! কি শুনিলা? কোনে ক'লে? কি ক'লে? হুঁ? ঠিক আছে। যি শুনিলা শুনিলা। কিন্তু মইতো তোমাক এইবোৰ কথা কেতিয়াবাই ক'ব পাৰিলোহেঁতেন! কিয় কোৱা নাই? জানা? ভয়ত। ভয়তে কোৱা নাই। এইবোৰ কথা তোমাক কব পাৰিনে? কিছুমান কথা আছে—লুকুৱাবও নোৱাৰি, কবও নোৱাৰি। লুকুৱাবই যেতিয়া নোৱাৰি, তেতিয়া কলোৱেই বা নকলোৱেই! লাভ কি? লোকচান কি? হুঁ? শুনিছা? হুঁ?"

মহীকান্ত বহাৰপৰা উঠিল। থৰক-বৰককৈ সি বিছনাখনৰ ওচৰলৈ আহিল। পালেংখনৰ শিতানৰ ফুলকটা কাঠছটাত ধৰি সি এবাৰ পোন হ'ল আৰু তাৰ পাছত দুখোজ আগুৱাই গৈ বিছনাখনৰ মাজত মেনকাৰ ওচৰতে ধপকৈ বহিল। বহিয়েই সি মেনকাৰ কঁকালৰ ওপৰত হাত এখন থলে। মেনকাই লগে লগে হাতখন আঁতৰাই দিলে। মহীকান্তই মেনকাৰ কামটোৰ ওপৰত কোনো গুৰুত্ব নিদিলে। এইবাৰ সি মেনকাক দুই হাতেৰে সাৱট মাৰি ধৰি তাইৰ বাওঁ বাহুটোৰ ওপৰত মূৰটো থব খুজিলে। মেনকাই গোটেই গাৰ জোৰেৰে তাক ঠেলা মাৰি আকৌ বহুৱাই দিলে। বাগৰ এটা মাৰি তাই বিছনাখনৰ মাজলৈ গ'ল, আৰু তাৰ পাছত বহি-বহি আগুৱাই গৈ তাই বিছনাখনৰ সিটো কাষ পালেগৈ। এই সময়ত তাইৰ গা আৰু মনত বহি থকাৰ শক্তি নাছিল, কিন্তু মহীকান্তই যাতে তাইক চুব নোৱাৰে, সি ওচৰ চাপি আহিলেই যাতে তাই আঁতৰি যাব পাৰে, তাৰ বাবে, সাজু হৈ তাই ভৰি ওলোমাই বহিল; আৰু তাৰ পাছ মুহূৰ্ততে তাইৰ গোটেই গাত জোকাৰণি তুলি এক অবাধ্য কান্দোন ওলাই আহিল। ঘৰ-খনত যে চাৰিটা ল'ৰা-ছোৱালী শুই আছে, এই জ্ঞানটোৱে তাইৰ কান্দোনৰ শব্দটোক অনবৰত চুই থাকিল।

তাৰ পাছত এইখন ঘৰত লাহে লাহে, চোৰৰ নিচিনাকৈ এখন বিয়াৰ আয়োজন সোমাবলৈ ধৰিলে; আবিয়ৈ ছোৱালীৰ কাণত তাইৰ বিয়াৰ সম্পৰ্কৰ কথা যেনেকৈ সোমায়, প্ৰায় তেনেকৈ। আগফালে চাৰিগাড়ী মজ আৰু সোণাৰু গছৰ টুকুৰা পৰিল; ভজহৰিয়ে যোগাৰ কৰি অনা দুটা দেচুৱালীয়ে চাৰিদিন ধৰি কুঠাৰেৰে খৰিখিনি ফালি চিতা জপাৰ নিচিনাকৈ জাপি থৈ গ'ল। দন্দুৰী পুহিলাই দুপৰীয়া খোৱা-বোৱাৰ পাছৰেপৰা গধুলিলৈকে বাৰান্দা-খনৰ এমূৰে বহি জাঁতত মগুমাহ দলিলে; পাঁচদিনত তাই এবস্তা মগুমাহ দলি, জাৰি-ফুকি শেষ কৰিলে। সেই বস্তা মগুমাহেৰে চাগৈ ভাতৰ লগৰ দাইলো হ'ব, ন-পুৰুষৰ শ্ৰাদ্ধৰ প্ৰসাদো হ'ব। পুহিলাই জাঁত ঘূৰাই থাকোঁতে ইফাল-সিফাল কৰি থকা মেনকালৈ চায়; কিন্তু এদিনো তাইৰ মেনকাৰ চকুৰে চকুৰে নপৰিল। এদিন তাই জাঁতৰ ওচৰৰপৰা উঠি গৈ মেনকাক আগভেটি ধৰি ক'লে,— "তইতো জানই, আমি বান্দী মানুহ; আধলি এটা দিম বুলি কৈছে, মাহখিনি দলি দিছোঁ। তই আমাক বেয়া নাপাবি।"

মেনকাই একো নকলে। পুহিলাৰ চকুলৈ অকণমান সময় চাই থাকি তাই কাষেৰে ভিতৰলৈ সোমাই গ'ল।

ওচৰৰ কোনোবা গাঁৱৰপৰা এগাড়ী থুকীয়া তামোল আৰু কল-পাতৰ নুৰাত এসোপা পাণ আহিল। এই তামোল-পাণেৰে বিয়ালৈ মানুহ মতা হ'ব। ফুল নামৰ বাৰী মানুহজনীয়ে তামোলবিলাক থোকৰপৰা টুকিয়ালে, পাণবোৰ বাছি, ধুই-পখালি জাপ-জাপকৈ সজালে। মানুহ মাতিবলৈ যাব কোন? মহীকান্তই বোলে ষ্টেছনৰ সিফাললৈ উঠি যোৱা ৰত্নকান্তৰ ঘৈণীয়েকলৈ খবৰ পঠিয়াইছিল,— মাকে আৰু এই দেহাৰে কেনেকৈ মানুহ মাতি ফুৰিব? —নবৌয়ে-কেই যদি কামটো কৰে।

নাই, নোৱাৰে। ৰত্নেশ্বৰৰ ঘৈণীয়েকে এদিন বেয়াকৈ পিছল খালে; তাইৰ সৰু গাঠিটো কেইবাদিনলৈকে ফুলি আছিল। সাদিন মেৰমেৰি লতাৰ ঔষধেৰে তাই ঠাইডোখৰ বান্ধি থৈছিল। এতিয়াও তাই ভৰিখন ভালকৈ পেলাবই নোৱাৰে।

যেয়ে সেয়ে বিয়া মাতিবলৈ গ'লে মানুহে জানো ভাল পাব? মহীকান্তই বোলে মাকক এবাৰ কৈছিল,—এই কামটোনো তাই কৰি নিদিয়ে কিয়?

তাই মানে মেনকাই।

মাকে অলপ সময় থৰ লাগি মহীকান্তৰ চকুলৈ চালে, তাৰ পাছত তেওঁ কাতৰ সুৰত ক'লে, "তই জান পুৰি খাইছ, ৰসাতললৈ গৈছ, সকলো চাই আছোঁ, দেখি আছোঁ। কিন্তু এইষাৰ কথা ক'বলৈ তোৰ সত গ'ল নে? এইষাৰ কথা ক'বলৈ তোৰ জিভা দোৰোল খালে নে?"

এই কথাবোৰ ওলোৱাৰ পাছৰেপৰা বুঢ়া-বুঢ়ীয়ে পোনে-পোনে মেনকাৰ চকুলৈ চাবলৈ এৰি দিছিল। তাইৰ লগত কথা পাতিবলৈ মানুহহালৰ সাহ নহৈছিল। অগত্যা নোৱাৰিলেহে তেওঁলোকে তাইক পানী এটোপা, কটাৰী এখন, চূণ অকণমান—এই ধৰণৰ দুই-এষাৰ কথা কৈছিল; তাকো অইনফালে চাই, অইন কাৰোবাক কোৱাৰ নিচিনাকৈ। এইখিনি দিনৰ ভিতৰত মাত্ৰ এদিন তেওঁ-লোকে তাইৰ লগত পোনে-পোনে মহীকান্তই বিয়া কৰাবলৈ ওলোৱাৰ লগত সম্পৰ্ক থকা কথা পাতিছিল। সেইদিনা মেনকাই গোঁসাই-ঘৰৰ চাকিগছ ঠিক-ঠাক কৰি থাকোঁতে বুঢ়া-বুঢ়ী দুয়ো ভিতৰ সোমাইছিল। তেওঁলোকে মেনকাক ওচৰতে বহুৱাই লৈছিল। বুঢ়ীয়ে কৈছিল, "আমাক নুদুষিবি আই। ইয়াৰ বিচাৰ মহাপ্ৰভুৱে কৰিব। এই বয়সত পেটৰ পোৱালিৰ হাতত লঘু-লাঞ্ছনা খাবলগীয়া হওঁ বুলি চকু-কাণ মুদি পৰি আছোঁ। এইবোৰ দেখাৰ আগতে ইয়াৰপৰা আঁতৰাবলৈ মহাপ্ৰভুৱে কিয় চকু মেলি নাচায়,—আমিনো কি পাপ কৰিলোঁ কব নোৱাৰোঁ আই।"

ঘনকান্ত বুঢ়াই একেথৰে সমুখৰ শান্ত, দুৰ্বল, তেওঁৰ চাৰনিটোৰ নিচিনাই স্থিৰ বন্তিগছলৈ চাই আছিল। বুঢ়ীয়ে কথা শেষ কৰাৰ পাছত তেওঁ সোঁহাতেৰে বাঁওহাতৰ ঠাৰিডালৰ ওপৰত হাত ফুৰাই-ফুৰাই ক'লে, "তেজৰ জোৰ, মঙহৰ জোৰ, বুইছ? পিছে এইয়া দেখিছ,—ক'লৈ গ'ল তেজ? ক'লৈ গ'ল মঙহ? এতিয়া মোক কোন কুৰা জুয়ে দহিছে? মনৰ জুয়ে বুইছ, মনৰ জুয়ে।" বুঢ়াই সোঁ-হাতখনেৰে লাহে লাহে বুকুখন চপবিয়ালে। তাৰ পাছত আকৌ ক'লে, "এতিয়া তেজ-মঙহৰ জোৰত যিমান অধৰ্মৰ খৰি গোটাবি আৰু জাপিবি, এদিন মনৰ জুই সিমানে বেছিকৈ জ্বলিব। তেজ-মঙহৰ কথাই নাই, গাৰ হাড়কিডালো সেইকুৰা জুইৰ খৰিহে হ'ব।"



অঃ—২

মেনকাই চাদৰৰ আগেৰে নাকটো মচি ল'লে। এটা উচুপনিৰ শব্দ মাৰ যোৱাৰ পাছত বুঢ়াই গহীন মাতেৰে ক'লে, "ভয় নকৰিবি। যিখিনি তোৰ হৈ থাকিল, সেইখিনিও কম নহয়। তাকে ভাবি নিজৰ বাট নিজে ঠিক কৰি ল। কাৰ কপাল কোনে খায়।"

তাৰ পাছত বুঢ়া-বুঢ়ীৰ লগত মেনকাৰ আৰু এই বিষয়ে কথা-বতৰা হোৱা নাই। বুঢ়া-বুঢ়ী তেনেকৈ ঘৰত থকাও নাই। মাজতে কিছুদিন তেওঁলোক ৰত্নকান্তৰ ঘৰত থাকিলগৈ। ইয়াত থকা দিন-কেইটাৰো সাৰে থকা সময়খিনি তেওঁলোকে আৰ ঘৰত এবেলা, তাৰ ঘৰত এবেলাকৈ ঘূৰি-পকি নিজৰ ঘৰৰপৰা আঁতৰি থাকিল। নিতাই, গোলোকহঁতৰ নিচিনা মানুহৰ পদূলিত তেওঁলোকে কাচিৎহে খোজ দিয়ে, কিন্তু এইকেইদিন সিহঁতৰ ঘৰৰ পিছ চোতালত বহিও তেওঁ-লোকে যিমান পাৰে বেছি সময় কটালে।

মহীকান্তই কিছুমান দূৰ সম্পৰ্কীয় ভাগিন-ভতিজা খবৰ দি অনাইছিল; সিহঁতেই লাহে-লাহে ঘৰখনলৈ একধৰণৰ বিয়াৰ উদুলি-মুদুলি আনিছিল। মেনকা সিহঁতৰ অহা-যোৱা বাটৰপৰা যিমান পাৰে আঁতৰি ফুৰিছিল।

এদিন মহীকান্তই মেনকাক শোৱনি কোঠাত, অকলশৰীয়াকৈ পাই সুধিছিল, "তুমি এইবিলাকৰ একোতেই হাত নিদিবা নেকি?"

প্ৰথমতে মেনকাই কথাষাৰৰ কোনো উত্তৰ দিয়া নাছিল। তাই নিৰ্বিকাৰভাৱে তিতা চুলিকোঁচা আঁচুৰি আছিল। কিন্তু মহীকান্তই প্ৰশ্নটো লুটিয়াই-বগৰাই তিনিবাৰ সোধাৰ পাছত তাই পৰিষ্কাৰ মাতেৰে কৈছিল, "কিয় নিদিম? দিম। দৰা নোৱাবলৈ মাহ-হালধি বটি দিম। ঘট ধৰিম। ঘাটত পানী তুলিবলৈ যাম।"

বৰচাহাবৰ ওচৰত বুঢ়া আঙুলি জোকৰা মানুহ মহীকান্তৰ চকু দুটা অকণমান সময়ৰ কাৰণে যেন দপকৈ জ্বলি উঠিছিল; সোঁ-ফালৰ ওপৰৰ গুৰি দাঁতকেইটাই তলৰকেইটাক হেঁচা মাৰি ধৰিছিল। সোঁকাণৰ তলৰ ঠাইডোখৰত তাৰ দাঁত-কামোৰণিটো জিলিকি উঠিছিল। কিন্তু পাছ মুহূৰ্ততে তাৰ চকুযোৰ নুমাই গৈছিল, গালৰ হাড়ডাল শিথিল হৈ গৈছিল। মেনকাৰ কঁকাল পাৰ হৈ যোৱা দীঘল চুলিকোঁচাৰপৰা মাটিত পৰা পানীৰ টোপালবোৰলৈ অলপ সময় চাই থাকি সি কোঠালিটোৰপৰা ওলাই গৈছিল।

মেনকাই একো নকৰিলে। আজি বিয়াৰ গোটেই দিনটো তাই তাইৰ শোৱনি কোঠালিটোত সোমাই থাকিল। মাজে-মাজে তাই ল'ৰা-ছোৱালীকেইটা ক'ত আছে, সিহঁতে কি কৰিছে, কি খাইছে, তাৰ খবৰ লোৱাৰ চেষ্টা কৰিলে। এবাৰ সৰু ছোৱালীজনীক তাইৰ লগতে অকণমান শুৱাবলৈ চেষ্টা কৰিলে; তাই নুশুলে।

আবেলি হৈ অহাৰ লগে-লগে মেনকাৰ বৰ বিৰক্তি লাগি আহিল। এপেট এপেট চিৰা-দৈ খাই ল'ৰা-ছোৱালী কিছুমানে শোৱনি কোঠালিটোৰ দুৱাৰেদি ন-কইনা চোৱাৰ নিচিনাকৈ ভুমুকা-ভুমুকি কৰিবলৈ ধৰিলে। কেইজনীমান তিৰোতা মানুহে মেনকাৰ ওচৰত বহি তাইৰ মূৰত হাত ফুৰালে।

এবাৰ মেনকাই কোঠালিটোৰ দুৱাৰ-খিৰিকিবোৰ বন্ধ কৰি দিলে। এসময়ত তাইৰ মূৰৰ ভিতৰটো অৱশ-অৱশ লাগিল। বাহিৰৰ হাই-উৰুমি, বেণ্ডপাটিৰ বাজনাৰ শব্দ যেন কোঠালিটোৰ চাৰিওকাষে থকা গড়খাৱৈৰ পানীত ডুবি-ডুবি গ'ল। সাৰে থকা আৰু টোপনিওৱাৰ মাজৰ কোনোবাখিনিত মেনকা পৰি থাকিল।

ৰাতি তেতিয়া কিমান হৈছে মেনকাই কব নোৱাৰে, কিন্তু বাহিৰৰ শব্দবোৰৰ কিবা এটা লক্ষণ বুজি এবাৰ তাই দুৱাৰ খুলি ওলাই আহিল। ঠিক। তাই ঠিক অনুমান কৰিলে। দৰা যাবলৈ ওলাইছে।

ব'গা শান্তিপুৰী চুৰিয়া, পাটৰ পাঞ্জাবী, ইটা বৰণীয়া পামচু পিন্ধি, গাত পাটৰ চাদৰ, হাতৰ মুঠিত ৰুমাল লৈ মহীকান্ত যাবলৈ ওলাইছে। সি চোতালখনৰ এমূৰ পাওঁতে মেনকা তাৰ ফালে আগুৱাই গ'ল। শান্ত, ধীৰ-স্থিৰভাৱে তাই অঠুকাঢ়ি মহীকান্তৰ ভৰি চুই সেৱা কৰিব খুজিলে। নিজে অকণো অস্থিৰ নোহোৱাকৈ, কাৰো অশান্তি নকৰাকৈ তাই সেৱাটো কৰিব খুজিছিল, কিন্তু মহীকান্তৰ পামচু যোৰত তাইৰ হাতদুখন, আৰু সেই হাতদুখনৰ ওপৰত তাইৰ কপালখন লগাৰ লগে লগে এনেকুৱা হ'ল যেন তাই শ্মশানলৈ নিবলৈ ওলোৱা মহীকান্তৰ শ-টোৰ ভৰিত ধৰি শেষ সেৱাটো কৰিছে। কোনোবাই-কোনোবাই ধৰি তাইক বিছনালৈ লৈ গ'ল।

তাৰ পাছত এয়া,—শেষ নিশাৰ শেষ সময়কণ। দূৰত এটা চৰাইৰ মাত শুনি মেনকা চক খাই উঠিছিল; তাইৰ বুকুৰ ভিতৰৰ বস্তুবোৰ এক মুহূৰ্তৰ কাৰণে যেন অলপ তললৈ নামি গৈছিল;—এই বোধহয় ৰাতি পুৱাল, এই বোধহয় দৰা উভতিবৰ হ'ল।

মেনকা আহি আগফালৰ দুজনীয়া বেঞ্চখনৰ এমূৰত বহিছেহি আৰু একেথৰে ৰাস্তাৰ সিপাৰৰ ঘৰবোৰৰ ওপৰৰ আকাশকণলৈ চাই আছে।

এবাৰ দীনৰ কথা তাইৰ মনলৈ আহিল। সিনো গ'ল কিয়? গ'ল চাগে নগৰ ল'ৰাৰ লগত ফূৰ্তি কৰি গাড়ীত উঠিবলৈ পাব কাৰণে। দৰা যাবৰ সময়ত খবৰ লব পৰা অৱস্থাত থকা হ'লে তাই কিজানি তাক যাব নালাগে বুলি কৈ চালেহেঁতেন। ইন্দ্ৰ কেইবাদিনৰেপৰা আঁতৰি-আঁতৰি ফুৰিছে। সি মেনকাৰ লগতো ভালকৈ কথা পতা নাই। দেখিলেই কব পাৰি—সি দৰাৰ লগত নাযায়। ছোৱালী দুজনীতো নাযায়েই; তাই সিহঁতৰ লগত দীনকো একেলগে শুই থাকিবলৈ ক'লেহেঁতেন। ঠিক আছে, গ'ল গ'ল। সি বা তাত ৰাতিটো কেনেকৈ কটাইছে! তাৰ কাৰণেই—এবাৰ মেনকাৰ ভাব হ'ল,—দৰা সোনকালে ওভতাই ভাল।

কি কৰিব? দৰা আহি পোৱাৰ পাছত মেনকাই কি কৰিব? তাই ক'ত থাকিব? পদূলিমুখত দৰা-কইনাক কোনে আদৰিব? মানুহবিলাকে তাইকো পদূলিমুখলৈ, গে'টখনৰ ওচৰলৈ ধৰি আনিব নেকি? দীঘলকৈ ওৰণি লোৱা মানুহজনীক,—ছোৱালীজনীক,—সোঁ-হাতখনেৰে মেৰিয়াই ধৰি তায়েই লাহে-লাহে ভিতৰলৈ লৈ যাব লাগিব নেকি?

মেনকাই কপালখনৰ ওপৰত লাহে-লাহে হাত বুলালে। মূৰটো গধুৰ-গধুৰ, অথচ উদং-উদং লাগিছে।

কেনেকুৱা ছোৱালীজনী? মুখখন দেখিবলৈ কেনেকুৱা? গাটো? বয়স কিমান বুলি কোৱা-কুই কৰিছিল মানুহবিলাকে? এঠৈছ? বাইছ? কিমান ওখ?

কেতিয়া দেখিব তাই মানুহজনীক? মেনকাই কেনেকৈ চাব তাইক? কেতিয়া, কোন মুহূৰ্তত তাই মেনকাক মাতিব? মেনকাৰ ঠিক কৰিবলৈ মন গ'ল—তাই মানুহজনীক এবাৰ মূৰৰপৰা ভৰিৰ

আঙুলিলৈকে চকুৰে গিলি পেলোৱাৰ নিচিনাকৈ চাই লব, তাৰ পাছত আৰু কোনোদিনেই তাই তাইৰ মুখামুখি নহ'ব।

হঠাতে দূৰত এটা গুম-গুম শব্দ হ'ল। মেনকা চক খাই উঠিল। হয়। বেণ্ডপাৰ্টিৰ ডাঙৰ ড্ৰামটোৰ শব্দ।

মেনকা থিয় হ'ল। সমুখৰ ঘৰবোৰৰ মূধৰ ওপৰেদি এটা কাউৰী কা-কা কৈ উৰি গ'ল। পুহিলাহঁতৰ ঘৰৰ ফালৰপৰা কোনোবা এটা ৰাস্তালৈ ওলাল আৰু সি ৰাস্তাটো পাৰ হৈ গোলোকহঁতৰ তামোলৰ চকুৰাৰ বেৰখনৰ ফালে মুখ কৰি খালটোৰ কাষত বহিল। ঘৰৰ ভিতৰৰ কোনোবা এটা কোঠালিৰপৰা অহা ভুনভুননি মেনকাৰ কাণত পৰিল। দৰাৰ লগত নোযোৱা মানুহবোৰৰ কোনোবাই সাৰ পাইছে; সিহঁতেও বেণ্ডপাৰ্টিৰ শব্দ শুনিছে।

মেনকা ভিতৰলৈ সোমাই গ'ল। তাই একেবাৰে পিছ ফালৰ বাৰী পালেগৈ। দেও-ভুতেও বিচাৰি নোপোৱাকৈ লুকাই থাকিবলৈ এডোখৰ ঠাই পোৱা হ'লে! নেমুটেঙা গছৰ আঁৰত এই ঠাইডোখৰ,—এই কেইদিন যে কেইটামানে লুকুৱাই-লুকুৱাই ভাং খাবলৈ বাছি লৈছিল,—ইয়াতে তাই বহি থাকিব নেকি? নে এতিয়াই ৰত্নেশ্বৰৰ ঘৰলৈ যাবগৈ? নে গাৰ চাদৰখন ফালি তাৰে ৰচি এডাল পকাই, কৰ্দৈ গছ জোপাৰ তলৰ ডালটোত বান্ধি...

লাহে-লাহে বেণ্ডপাৰ্টিৰ বাজনাৰ শব্দবোৰ ডাঙৰ হৈ আহিল।—প্ৰচণ্ড শিল-বৰষুণ আহিছে,—চাৰিওফালে চেচাঁ শিল আৰু পানীৰ শব্দ।—সেই শিল, পানী আৰু শব্দৰপৰা বাচিবলৈ যেন মেনকা কৰ্দৈ গছজোপাৰ গুৰিত কোঁচমোচ খাই থিয় হৈ ৰ'ল। এবাৰ তাই গছজোপাৰ গুৰিতে বহিল।

অলপ সময়ৰ পাছত পুনি বুঢ়ী পিছফালৰ বাৰীখনলৈ আহিল।

"তই ইয়াত কি কৰিছ?" বুঢ়ীৰ মাতটোতে বুজা গ'ল, তেওঁ মেনকাক বিচাৰি ফুৰিছে আৰু ভয় খাইছে। মেনকাৰ ওজৰ আপত্তি গণ্য নকৰি তেওঁ তাইক ধৰি শোৱনি কোঠালিলৈ লৈ আহিল।

বিছনাত পৰি, সৰু ছোৱালীজনীৰ মূৰটো গাৰুত ঠিককৈ দি, মেনকাই ক'লে, "ইয়াক বিচাৰি ইয়ালৈ লৈ আহিবি।" ইয়াক মানে দৰাৰ লগত যোৱা মেনকাৰ ল'ৰাটোক,—দীনক।

পুনি বুঢ়ীয়ে দীনক বিচাৰি আনিবলগীয়া নহ'ল; পদূলিমুখত চমকুৰ ঘোঁৰাবাগী, গৰুগাড়ীবোৰ ৰোৱাৰ লগে-লগে সি মাকক বিচাৰি ভিতৰলৈ সোমাই আহিল। মেনকাই তাৰ মূৰত হাত ফুৰাই-ফুৰাই সুধিলে,—ৰাতি শুবলৈ পাইছিলি? কিবা খাইছিলি? এতিয়া কিবা খাবি?

সি একো খাবলৈ মন নকৰিলে। খালী শুব খুজিলে। মেনকাই বহল বিছনাখনৰ একাষত তাক শুৱাই দিলে, আৰু সৰু ছোৱালী-জনীৰ কাষত অলপ ঠাই উলিয়াই নিজেও শুলে।

এটা সময়ত মেনকাই মন কৰিলে—কিছুমান মানুহৰ গুণগুণনি, ভৰিৰ শব্দ এই কোঠালিটোৰ ফালে আগবাঢ়ি আহিছে। কেই মুহূর্তমান তাই শব্দবোৰৰ লক্ষণ বুজিবলৈ চেষ্টা কৰিলে, আৰু তাৰ পাছতে গাৰুত গাল থৈ সাৰসুৰ নোহোৱাৰ নিচিনাকৈ পৰি থাকিল।

অকণমান সময়ৰ পাছত সৰু-সৰু শব্দবোৰ কোঠালিটোত সোমাল আৰু নাইকিয়া হৈ গ'ল। মেনকা তৎক্ষণাত উঠি বহিল। কি?

সোণৰ খাৰুৰে চিকমিকাই থকা হাত দুখনে মেনকাক ভৰি চুই সেৱা কৰিছে। ওচৰতে ডাঙৰ বটা এটাত তামোল দুটা, পাণ কেইখিলামান, ৰূপৰ টকা এটা আৰু পাটৰ কাপোৰৰ সৰু জাপ এটা। সেৱা কৰা মানুহজনীৰ মুখখন পাটৰ ওৰণি এখনে ঢাকি আছে।

ভৰিৰ যিখিনি ঠাইত মানুহজনীৰ হাত দুখন লাগিল, সেইখিনি ঠাই মেনকাৰ চেঁচা-চেঁচা লাগিল। মেনকাৰ চকু মানুহজনীৰ আঙুলি কেইটাৰ ওপৰেদি ঘূৰি গ'ল।

আঙুলিৰ আকাৰ, —চেঁচা অনুভতিটো—-

এক মুহূর্তৰ কাৰণে কাৰশলা সাপৰ পেটৰ বগা ফালটোৰ কথা মেনকাৰ মনলৈ আহিল। কিন্তু পাছ মুহূর্ততে তাইৰ ভৰি দুখনৰ সাৰসুৰ নোহোৱা যেন লাগিল।

এই সাৰসুৰ নোহোৱা যেন লগাটো লাহে-লাহে মেনকাৰ বুকুৰ ফাললৈ উঠি আহিল। টান খাই থকা তাঁৰ এডালৰ এমূৰত টোকৰ

মাৰি এটা কঁপনি তোলা হ'ল, তাৰ পাছত যেন কিবা এটাই চুই চুই এমূৰৰপৰা তাঁৰডালৰ কঁপনি বন্ধ কৰি আনিলে; আৰু একেবাৰে শেষত, মেনকাৰ বুকুৰ অঞ্চলত থকা কঁপনিকণো মাৰ গ'ল।

মেনকা নিশ্চল হৈ বহি ৰ'ল।

সেই ওৰণিখনৰ তলৰ মুখখন মেনকাই দেখিলে পাছদিনাৰ পাছদিনা। খোবা-খুবীৰ দিনা।

## দুই

বিয়াৰ পাছদিনা, আৰু তাৰ পাছদিনা, এই দুদিন মেনকাক কোনেও আমনি কৰিবলৈ সাহ কৰা নাছিল। শোৱনি কোঠালি-টোৰপৰা পিছফাললৈ ওলাই যাব পৰা এখন দুৱাৰ আছিল; বহুদিন ধৰি সেই দুৱাৰখন বন্ধ হৈ আছিল। দুৱাৰখন খোলা-মেলাৰ কোনো প্ৰয়োজন আৰু সম্ভাৱনা নাছিল কাৰণে, আৰু শোৱনি কোঠালিটোত বস্তু-বাহানি থোৱা ঠাই মিলাব লাগে কাৰণে মেনকাই তাইৰ সামৰণ বস্তুবোৰ থোৱা কাঠৰ মজবুত, ক'লা আলমাৰিটো দুৱাৰ-খনৰ আধাতকৈ বেছি ঢাক খুৱাই থৈ দিছিল। এসময়ত তাই লক্ষ্মী আৰু বিপিনৰ হতুৱাই আলমাৰিটো আঁতৰাই দুৱাৰখন খুলিব পৰা কৰি ল'লে। দুৱাৰখনৰ কাঠত মকৰাজাল ভৰি আছিল, কশ্জাৰ ওচৰত কুমাৰণীয়ে মাটিৰ ঘৰ সাজিছিল;—মেনকাই সেই-বোৰ নিজে চাফা কৰি ল'লে।

সেইখন দুৱাৰেদি, নিতান্ত প্ৰয়োজনীয় সময়ত, মেনকাই ওলোৱা-সোমোৱা কৰিলে। কোঠালিটোৰ বাহিৰত খোজ কঢ়াৰ সময়খিনিত তাইৰ মূৰ তুলিবলৈ মন নগ'ল কিন্তু কোনো-কোনো মুহূৰ্তত তাই কব নোৱৰাকৈয়ে যেন তাইৰ দৃষ্টি বাহিৰৰ গোটেই অঞ্চলটোৰ ওপৰেদি বিজুলী বেগেৰে ঘূৰি-ঘূৰি আহিল। —চোতালখন, নতুন বাৰান্দাখন, পুৰণি বাৰান্দাখন, পাগঘৰৰ বাৰান্দাখন, গোঁসাই ঘৰৰ মুকলি ঠাইকণ, চিনাকি-অচিনাকি—আধা-চিনাকি মানুহবিলাক—। কাৰো চকুৰে-চকুৰে নপৰিবৰ কাৰণেই যেন মেনকাই মূৰ তুলিব নুখুজিছিল; কিন্তু কোন-কোন আছে, আৰু সিহঁতৰ মাজত কোন আছে,—তাকে চাই লবলৈ যেন তাইৰ চকুযোৰ একো-একোবাৰ অবাধ্য আৰু চঞ্চল হৈছিল। পুৰণি বাৰান্দাখনৰ এমূৰত কইনাৰ লগত দিয়া নতুন পালেং, আলনা, আইনা লগোৱা টেবুল—এইবোৰ পৰি আছিল। মেনকাই চেষ্টা কৰিছিল, সেইবোৰলৈ যেন তাইৰ চকু নাযায়; কিন্তু ওলাওঁতে-সোমাওঁতে বাৰে-বাৰে বস্তুবোৰ তাইৰ চকুত পৰিছিল।

বস্তুবোৰৰ সেইটো কি ৰং? মেনকাই নিজৰ লগত অনা কাঠৰ

বস্তুবোৰৰ ৰংটো ক'লা, একেবাৰে ক'লা নহয়, পকা জামুৰ নিচিনা আছিল। তাইৰ মনত আছে,—ব্ৰহ্মপুত্ৰৰ সিপাৰৰ পৰা সিহঁতৰ গাঁৱলৈ উঠি অহা বলোভদ্ৰ নামৰ বুঢ়া মিস্ত্ৰি এজনে সিহঁতৰ ঘৰৰে ছালি এখনৰ তলত দুমাহমান ধৰি বস্তুবোৰ বনাইছিল। এখন কাণত সূতাৰে বান্ধি লোৱা চচমাযোৰৰ মাজেৰে জুপি-জুপি মানুহ-জনে পালেংখনৰ মূৰ-শিতান আৰু ভৰি-পথানৰ ফুলবোৰ কাটিছিল,—খুট খুট খুট। মেনকা সেইফালে গ'লেই তেওঁ তাইক জোকাই-ছিল। লাজত মেনকাই পাছলৈ ছালিখনৰ ফালে যাবলৈ বাদেই দিছিল। গ'লেও, বস্তুবিলাকৰ ফালে চকু নুঘূৰাবৰ চেষ্টা কৰিছিল।

তথাপি তাই দেখিছিল, এপদ-দুপদকৈ বস্তুবোৰে পকা জামুৰ ৰং ধৰি আহিছিল।

আৰু এইবোৰ বস্তুৰ, ---পুৰণি বাৰান্দাখনৰ এমূৰত পৰি থকা নতুন পালেংখনৰ সেইটো কি ৰং? ৰঙচুৱা, হালধীয়া? এবাৰ ভৰি মোচোকা খাওঁতে যে মহীকান্তই তাইক ফাৰ্মেছিৰপৰা মালিচ কৰি-বলৈ এটা মলম আনি দিছিল,---সেইটোৰ ৰঙৰ নিচিনা? দেওবাৰে পুৱা দেউকিলালে ধানকলত পঠা কাটি যে এটোপোলা মাংস দি যায়, সেইখিনিৰ অ'ত-ত'ত এইটো ৰং দেখা যায়?

ক'ত, কোনটো কোঠালিত মানুহবোৰে পালেংখন পাতিব?

দেখাততো এইটো ঘৰত এতিয়া আৰু এখন পালেং পতাৰ ঠাই নাই!

এই চৌহদৰ মূল ঘৰটো উৰঁলিছে। ঘনকান্তই ডেকা কালতে সজোৱা এই তিনিকুঠলীয়া ঘৰটো এতিয়া ঠিক পোন হৈ থকা যেন নেদেখি। ঘৰটোৰ চুক-কোণবোৰ যেন মেল খাই গৈছে। বেৰ-বোৰত বাতাম নাছিল, কিন্তু বাঁহৰ হলাৰ বেৰৰ মাজতে চৌকাঠ লগাই কাঠৰ দুৱাৰ-খিৰিকি লগোৱা হৈছিল। আগফালৰ বেৰখন হাউলি যোৱা কাৰণে দুৱাৰ-খিৰিকিৰ ভিতৰৰ শলখা খুলি দিলে কাঠৰ পাতকেইছপা আপোনা-আপুনি মেল খাই যায়। ৰাতিপুৱা মহীকান্তৰ মাকে শলখাবোৰ খুলি দিয়ে, আৰু গোটেই দিনটো ক'লা পাতকেইছপা চৌকাঠত ওলমি থাকে। ৰাস্তাৰ ফালৰপৰা ঘৰটোত সোমাবলৈ মাজৰ কোঠালিটোত মাত্ৰ এখন দুৱাৰ আছে। দুৱাৰ-ডলিৰ কাঠডাল বৰ ওখ; নতুন মানুহে প্ৰায়েই সেইডালত উজুটি খায়। বেৰবোৰৰ অ'ত-ত'ত ফাটিছে, কিন্তু ক'তো খহি পৰা নাই।

মৰিকলং বিলৰ পাৰৰ আলতীয়া মাটিয়ে শিলহেন টান হৈ পকা জাতি বাঁহৰ হলাত কামোৰ মাৰি ধৰি আছে। ৰত্নকান্ত-মহীকান্তহঁতে স্কুলত পঢ়া সময়তে চহৰখনত আনৰ চূণ দিয়া ঘৰ দেখি বাপেকক কুটুৰি-কুটুৰি নিজৰ ঘৰটোতো চূণ দিয়াইছিল। এতিয়া বেৰবোৰৰ সকলো ঠাইতে চূণৰ দাগ সমানে নাই;---দেখিলে এনেকুৱা লাগে যেন গছ-পাতৰ মাজেদি বেৰবোৰত জোনাক পৰিছে। ছালৰ টিনপাতৰ টোবোৰ ৰঙা মামৰে শান্ত কৰি আনিছে। মূধতে লাগি থকা আম গছজোপাৰ ছাঁ আৰু তাৰ পাতৰপৰা পানী পৰি থকা ঠাইখিনিত শেলুৰৈৰ সেউজীয়া চামনি পৰিছে। আজিকালি আৰু আম পাৰিবলৈ ঘৰটোৰ ছালত কোনো নুঠে। আমজোপাৰো ছালবোৰ চিৰাচিৰকৈ ফাটিছে, গাটোৰ অ'ত-ত'ত তোবোৰা-তুবুৰি উঠিছে। ওপৰৰ ডালত দুই-এটা আম লাগে, সেইকেইটা বাদুলিৰেই ভোজ হয়। ৰাতি বাদুলিয়ে খোৱা আমৰ গুটি ঢং-ঢংকৈ টিনপাতৰ ওপৰত পৰে, তলত বুঢ়া-বুঢ়ীৰ টোপনি ভাগে।

এইটো ঘৰৰ এটা কোঠালিত বুঢ়া-বুঢ়ী শোৱে। মাজৰ কোঠালি-টোত চকী-বেঞ্চ কেইখনমান আছে। ইটো কোঠালিত আগতে ৰত্নকান্তহঁত শুইছিল। তেতিয়া সৰু ভায়েক ভদ্ৰকান্ত মাজৰ কোঠালিৰ এচুকৰ তক্তাপোচ এখনত শুইছিল। ৰত্নকান্তহঁত গুচি যোৱাৰ পাছত ভদ্ৰকান্তই সেইটো কোঠালিত শুবলৈ লৈছে। এমূৰীয়া কোঠালি,---সি বাহিৰে-বাহিৰে ওলোৱা-সোমোৱা কৰে; মন গ'লেই ওলায়, মন নগ'লে নোসোমায়।

ধানকল পতাৰ পাছত, বিয়াৰ আগে-আগে মহীকান্তই পিছ চোতালৰ একাষে এটা নতুন ঘৰ সজালে। এইটোও তিনি কুঠলীয়া। টিনৰ ছাল, বাতাম লগোৱা চূণ দিয়া বেৰ, আয়না লগোৱা খিৰিকি, পকা ভেটি---। এইটো মহীকান্তৰ নিজৰ ঘৰ। ৰত্নকান্তহঁত যোৱাৰ পাছত সি ঠিক কৰিছে, সমুখৰ উৰঁলি যোৱা ঘৰটো ভাঙি তাৰ ঠাইতো এটা ঘৰ,---বঙলা, ---নহয়, দালানেই সজাব। দুমহলীয়া।

নতুন ঘৰটোৰ মূৰৰ কোঠালিটো মেনকাহঁতৰ শোৱনি কোঠালি, মাজৰ কোঠালিটোত ডাঙৰ ল'ৰা-ছোৱালী তিনিটা শোৱে, বুঢ়া-বুঢ়ীৰ কোঠালিটোৰ লগতে লাগি থকাটো মহীকান্তৰ বৈঠকখানা। হানিফ বেপাৰী, মনোমোহন চিৰস্তাদাৰৰ ঘৰত যেনেকুৱা বৈঠকখানা আছে, তেনেকুৱা। মহীকান্তৰ ঘনিষ্ঠ বন্ধু-বান্ধৱে সেইটো কোঠা-

লিতে মেনকাই বিয়াত লগত অনা চকীকেইখনত বহি কেতিয়াবা হামিয়ায়, হিকটিয়ায়, টোপনিয়ায়।

তেনেহ'লে? কোনটো কোঠালিত মানুহবোৰে নতুন পালেংখন পাতিব? নতুন মানুহজনীয়ে লগত অনা চকী-মেজবোৰ ক'ত থব?

ভদ্ৰকান্ত যে শোৱে কোঠালিটো, তালৈ মেনকাই বিছনা-পাতি, ল'ৰা-ছোৱালী লৈ শুচি যাব লাগিব নেকি? তালৈ কিয়, মহীকান্তই-তো সিহঁতক ৰাস্তালৈও উলিয়াই দিব পাৰে! সিতো এইখন বিয়াৰ আগতে সিহঁতক আঁতৰাই লবই পাৰিলেহেঁতেন! সি তাকে নকৰিলে কিয়? কৰবাৰ গছতলে-বাঁহতলে থাকি ভিক্ষা কৰি তাই ল'ৰা-ছোৱালী পুহিলেহেঁতেন, সেয়াই ভাল হ'লহেঁতেন।

একোবাৰ বাহিৰৰপৰা আহি নিজৰ কোঠালিত সোমাই ৰহি থাকোঁতে মেনকা অস্থিৰ হৈ উঠিল। সম্ভৱ-অসম্ভৱ নানান কথা চিন্তা কৰি তাই উত্তেজিত হ'ল; তাৰ পাছত একোবাৰ—যি হয় হৈ থাকক—বুলি জোৰকৈ চিন্তাবোৰ আঁতৰাই টোপনি যাবলৈ চেষ্টা কৰিলে। তাই কেইবাবাৰো যেন প্ৰতিজ্ঞা কৰিলে চোতালখনৰ ফালে তাই আৰু নাযায়। বস্তুবোৰ আৰু তাইৰ চকুত নপৰক; মানুহবোৰৰ চকুৱে-চকুৱে নপৰক; নতুন মানুহজনীক তাই কোনো-মতেই নেদেখক। তাই পলাই ফুৰিব।

কিন্তু লাহে-লাহে যেন এই ঘৰকেইটাৰ আঁৰ-বেৰ নোহোৱা হৈ গ'ল। মেনকাৰ লুকাবলৈ ঠাই নোহোৱা হ'ল। এসময়ত নিৰ্লজ্জ আৰু নিষ্ঠুৰভাৱে মানুবোৰৰ সকলো সকলোৰে আগত উন্মুক্ত হৈ গ'ল।

খোৱা-খুৱীৰ দিনা ৰাতিপুৱা মেনকাই পাগঘৰত কাম কৰি আছিল। এনেয়ে ৰাতিপুৱা-গধূলি ঘৰখনত ডাঙৰ-ডাঙৰ চৌত মাটিৰ লেও দি সিজোৱা মানুহে ভোজ সিজাই আছে, কিন্তু মেনকা পাগঘৰলৈ আহিছিল তাইৰ ল'ৰা-ছোৱালীকেইটাৰ গাখীৰ আৰু জলপানৰ ব্যৱস্থা কৰিবলৈ। তাইৰ ধাৰণা হৈছিল—এইবোৰ ভোজৰ বস্তুৱে ল'ৰা-ছোৱালীকেইটাক নুশুজিব। ভাত বহোৱা ডাঙৰ চৌকাটোৰপৰা আঁতৰত থকা সৰু চাহৰ চৌকাটোত তাই কাম কৰিছিল। এডাল খৰি চৌকাৰপৰা

উলিয়াই থৈ, জুইকুৰা কমাই লৈ তাই পায়সখিনি লাহে-লাহে লৰাই আছিল। এনে সময়তে মহীকান্তৰ দূৰ-সম্পৰ্কীয় ভাগিনীয়েক, যোৱা বিছ-পঁচিছ দিনে এই ঘৰখনৰ আৰু বিয়াখনৰ দায়িত্ব কান্ধত লৈ দুখ-ভাগৰ পাহৰি যোৱা প্ৰভা নামৰ মানুহজনীয়ে পাগঘৰৰ ভিতৰলৈ সোমাই আহি ক'লে, "এয়া মামী, আমি নতুন মামীক গা পা ধুৱাই, গোঁসাই ঘৰত সুমুৱাই সেৱা-চেৱা কৰোৱাই লৈ আহিছোঁ। কি ক'ত কাম আছে দেখুৱাই দিয়ক। আমি তেওঁক সদাই বহুৱাই খুৱাব নোৱাৰোঁ নহয়।"

কেইবা নিশাও টোপনি খটি কৰাৰ কাৰণে, এজাক মানুহক চিঞৰ-বাখৰ কৰি কৰি চঞ্চালোঁতে-চঞ্চালোঁতে মানুহজনীৰ মাতটো ভাগি গৈছিল। কথাখিনি কৈ তাই হাঁহোঁতে সে-সেকৈ এটা অদ্ভুত শব্দ ওলাল। মানুহজনীৰ তামোল আৰু ধপাতে পেলোৱা দাঁতৰ ক'লা দাগবোৰ আৰু মাজে-মাজে বাচি থকা ব'গাখিনি সমানে জিলিকি উঠিল।

উতলি থকা পায়সৰ ওপৰত মেনকাৰ হাতখন বৈ গ'ল। অসহায়, উজ্জ্বল দৃষ্টিৰে তাই প্ৰভাৰ মুখলৈ চালে আৰু পিছ মুহূৰ্তত তাইৰ দৃষ্টি প্ৰভাৰ মুখৰপৰা পিছলি নতুন মানুহজনীৰ মুখৰ ওপৰত বৈ গ'ল।

নতুন মানুহজনীয়ে নিষ্পলক, উজ্জ্বল দৃষ্টিৰে মেনকালৈ চাই আছে।

মেনকাই প্ৰথমতে চকু লৰালে। কিমান সময় তাই মানুহ-জনীলৈ চাই আছিল কব নোৱাৰিলে। এবাৰ তাই মানুহজনীৰ গাটোৰ ওপৰেদি, ভৰিয়েদি, চকু নমাই আনিলে।

—মিঠা বৰণীয়া; তাতকৈ অলপ কম;—ক'লাৰ ওচৰা-উচৰি? তেনেকুৱাই কিবা। ঠিক ক'লা নহয়। চকুদুটা ডাঙৰ-ডাঙৰ, উজ্জ্বল। ওঁঠদুখন ডাঠ, তলৰ ওঁঠখন তললৈ অলপ বেছি ঘোৰ খোৱা। নাকটো জোঙা নহয়,—নহয়, ফেঁচাও নহয়। গালদুখন নিপোটল নহয়, সামান্য ভগা; গালৰ ওপৰৰ হাড়দুডাল অলপ ওলোৱা। মানুহ-জনী ওখ, পোন। মেনকাতকৈ কিজানি ওখই হ'ব।

মানুহজনীৰ গাত এখন নতুন মুগাৰ মেখেলা, এখন নতুন কেচপতীয়া পাৰিৰ কপাহী চাদৰ। নতুন কাপোৰে মানুহজনীক ফলাই ৰাখিছে, তথাপি ধৰিব পৰা গ'ল, তাই শকত নহয়, কিন্তু গাত মঙহ আছে; যিমানদূৰ সম্ভৱ আটিল মঙহ।

এক মুহূৰ্তৰ কাৰণে এটা তীব্ৰ ৰোষ মেনকাৰ মগজুৰ মাজেদি পাৰ হৈ গ'ল। কেৱল মুখখন নহয়, নতুন কাপোৰৰ মাজত এনেকৈ নহয়,—মেনকাৰ মানুহজনীক উদং কৰি চাবৰ মন গ'ল; মানুহজনীৰ কিমান উৰ্বলি নোযোৱা দেহা এটা আছে—সেইটো চাবৰ মন গ'ল। মহীকান্তই তাইক যেনেকৈ চাব, তেনেকৈ এবাৰ চাই লবৰ মন গ'ল।

চৌকাৰপৰা উলিয়াই থোৱা খৰিডাল ধোঁৱাইছিল। ধোঁৱাবোৰ পোনে-পোনে মেনকাৰ মুখৰ ফালে উঠি আহিছিল। মেনকাই খৰিডালৰ আগটো আকৌ চৌকাৰ ভিতৰলৈ সুমৱাই দিলে। তাৰ পাছত তাইৰ হাতত থকা হেঁতাখন শান্ত, ধীৰ গতিৰে পায়সখিনিৰ মাজত ঘূৰিবলৈ ধৰিলে।

তাইৰপৰা মাত্ৰ চাৰি হাত দূৰত থিয় হৈ মানুহ এজনীয়ে তাইক কথা এষাৰ কৈছে, অথচ তাই উত্তৰত একো কোৱা নাই;—মেনকাৰ অস্বস্তি লাগিল। যাওঁ বুলিলে তাই পায়স-চায়স তাতে এৰি ফোঁ-ফোঁকৈ পাগঘৰটোৰপৰা ওলাই গুচি যাব পাৰে; কওঁ বুলিলে—'এইখন তোমালোকৰহে ঘৰ; মোক আকৌ মিছাতে কামৰ কথা সুধিছা কিয়?'—বুলি পৰিষ্কাৰ মাতেৰে কব পাৰে, কিন্তু তেনেকুৱা কিবা এটা কৰিবলৈ, কবলৈ তাই তাইৰ মনৰ ভিতৰৰপৰা কোনো জোৰ নাপালে। নিৰৱতাটো মুহূৰ্তে-মুহূৰ্তে তাইৰ কাৰণে বেছি লাজৰ কাৰণ হৈ আহিল। পায়সখিনিলৈ স্থিৰ দৃষ্টিৰে চাই থাকি তাই লাহেকৈ কলে,—"কিনো কাম? কাম দেখোন নায়েই।"—

শব্দকেইটা উচ্চাৰণ কৰাৰ পাছতে মেনকাৰ হাহাকাৰ লাগিল। আৰু? আৰু কি কব তাই? ইয়াৰ পাছত এতিয়া কি কৰা যায়? মেনকাই কিবা এটা চেলু বিচাৰিলে।

সৰু ছোৱালীজনীয়ে ওচৰতে বহি মাটিত পৰা চাউল কেইটামান একেঠাই কৰি লৈ আঙুলি এটাৰে লৰাই-লৰাই পায়স ৰান্ধিছিল। তাইৰ আঙুলি খোৱাৰ অভ্যাস আছে। যেতিয়াই তাইৰ মনটো একোতে লাগি নাথাকে, যেতিয়াই তাই নুবুজা ঘটনাৰ মাজত বহি থাকে, তেতিয়াই সোঁ-হাতৰ আঙুলি দুটা আপোনা-আপুনি তাইৰ মুখত সোমায়। কেইদিনমানৰপৰা তাই বহুত সময় অবাক দৃষ্টিৰে মাকৰ মুখৰ পিনে চাই আঙুলি চুহি কটাইছে। এতিয়া তাই

মানুহজনীৰ ফালে চালে, তাৰ-পাছত মাকৰ মুখৰ ফালে চকু ঘূৰালে, আৰু অকণমান সময়ৰ পাছত তাইৰ সোঁ-হাতখন আপোনা-আপুনি মুখৰ ফালে উঠি গ'ল।

মেনকাই এটা চেলু পালে। তাই চিঞৰি উঠিল,—"ছি! লেতেৰা হাতখন মুখত নুসুমুৱাবি।"

ছোৱালীজনীৰ হাতখন ৰৈ গ'ল।

মেনকাই ক'লে, "সৌ তাতে পানী আছে। যা, হাতখন ধুই আহগৈ।"

অকণমান সময় ৰৈ তাই আকৌ ক'লে, "যা"। কিন্তু তাই ভালকৈ জানে—ছোৱালীজনী পানীৰে থেপেং-থেপেংকৈ খেলিব পৰা হৈছে, হাত ধুব পৰা হোৱা নাই।

ছোৱালীজনীয়ে একো নুবুজাৰ নিচিনাকৈ মাকৰ মুখৰপৰা মানুহ-জনীৰ ফালে মুখ ঘূৰালে। নতুন মানুহজনী ছোৱালীজনীৰ ফালে আগবাঢ়ি আহিল।

"মই ধুৱাই দিওঁগৈ আহাঁ।"—বুলি মানুহজনীয়ে ছোৱালীজনীক ধৰিলে আৰু লগে লগে তাইক দাঙি লৈ পাগঘৰৰপৰা ওলাই গ'ল।

নতুন মানুহজনীয়েও কিবা এটা কৰিবলৈ চেলু বিচাৰি আছিল।

মেনকাই কাণ থিয় কৰিলে,—বাহিৰত ছোৱালীজনীয়ে কান্দিছে নেকি? নাই, কান্দোনৰ শব্দ নাই! তাৰ সলনি নতুন বাৰান্দা-খনৰপৰা কিবা কাঠৰ বস্তু পেলোৱাৰ শব্দ এটা আহিল।

কাঠৰ বস্তুৰ শব্দৰ সংখ্যা দুপৰীয়াৰ ফাললৈ ক্ৰমে বেছি হৈ আহিল। বিভিন্ন ধৰণৰ শব্দ। তাৰ ভিতৰত বাৰান্দাখনেদি কিবা চোঁচোৰাই অনাৰ দীঘলীয়া শব্দবোৰ বিকট শুনা গ'ল।

বৈঠকখানাৰ বস্তুবোৰ মাজৰ কোঠালিলৈ কঢ়িয়াই মানুহবোৰে বৈঠকখানাটো খালী কৰিছে। সেইটো কোঠালিত সিহঁতে নতুন বস্তুবোৰ সুমুৱাইছে। পালেং ফিট কৰাৰ সময়ত হাতুৰীৰ খুট খুট শব্দ হৈছে।

মাজৰ কোঠালিটো, মানে মেনকাৰ শোৱনি কোঠাৰ লগতে লাগি থকা কোঠালিটোত এসময়ত মানুহবোৰৰ আৰু বস্তুবোৰৰ হুলস্থুল বেছিকৈ শুনা গ'ল। এইফালে,—নহয় সেইফালে—সিটো চুকত ধৰ, তই ঘূৰ, অলপ বেঁকাকৈ দে, থচোন থ, মই ওলাই লওঁ,—ধুম,—ধেৎ, কিয় তেনেকৈ পেলাইছ?—

সেইটো কোঠালিত মেনকাৰ ল'ৰা দুটা আৰু ডাঙৰ ছোৱালী-জনীৰ শোৱা বিছনা দুখন আছে, সিহঁতৰ পঢ়া চকী-মেজ আছে।

এখন কাণ গাৰুত থৈ, ইখন কাণ এখন হাতেৰে হেঁচা মাৰি ধৰি মেনকা বিছনাত পৰি আছিল। এবাৰ তাই দুইখন কাণ মুকলি কৰি ল'ৰা-ছোৱালীকেইটাৰ বিছনা দুখনৰ ব্যৱস্থা কি কৰা হৈছে তাৰ উমান লবৰ চেষ্টা কৰিলে। অলপ পাছতে তাই বিছনাৰ-পৰা উঠি মাজৰ দুৱাৰখন খুলি দিলে। দুৱাৰখনৰ এপাতে বিছনা এখনৰ কাঠত ধুমকৈ খুন্দা মাৰিলে। চুলি একোচা বাওঁ কাণৰ ওপৰেদি পাৰ কৰি, মুখখন উলিয়াই লৈ মেনকাই গম্ভীৰ মাতেৰে মাতিলে, "বিপিন"।

কোঠালিটোত সকলো শব্দ লগে-লগে মাৰ গ'ল।

"এই বিছনা দুখন এইটো কোঠালিলৈ আনা!" মুখখন সামান্য ঘূৰাই মেনকাই তাইৰ শোৱনি কোঠালিটো দেখুৱালে।

বিপিন, লক্ষী আৰু বাকী দুটা মানুহে মুখ চোৱা-চুই কৰিলে। লক্ষীয়ে অলপ সাহ গোটাই সুধিলে, "সেইটো কোঠালিত,—সেইটো কোঠালিত জানো বিছনা দুখনৰ ঠাই হ'ব?"

"হ'ব। মই ঠাই উলিয়াই দিম, আনা।"

তাৰ পাছত কিছু সময় মেনকাৰ কোঠালিত বস্তু টনা-আজোঁৰাৰ হুলস্থূল চলিল। মেনকাৰ আয়নাখনৰ সিফালৰ মহীকান্তৰ গোপন চুকটো নাইকিয়া হ'ল। পালেংখনত দুফালৰপৰা মানুহ উঠাৰ সুবিধা নাইকিয়া হ'ল। কোঠালিটোৰ এটা চুকৰ দুখন বেৰত পালেংখনৰ দুটা ফাল লাগি গ'ল। মহীকান্তৰ বৰ-বাকচটো বৈঠক-খানাৰ নতুন শোৱনি কোঠালিলৈ পঠিয়াই দিয়া হল। কোঠালি-টোৰ ভিতৰতে আটাইকেইটা ল'ৰা-ছোৱালীৰ শোৱা, আনকি লিখা-পঢ়াৰো ব্যৱস্থা হৈ গ'ল।

এইবোৰ হুলস্থূলৰ লগত লাহে-লাহে খোবা-খুবীৰ শব্দবোৰ মিহলি হৈ গ'ল। চোতালৰ একাষে কেৱল আজিৰ কাৰণে এটা ঢেঁকী পতা হৈছিল। এসময়ত দৰা-কইনাই ঢেঁকী দিয়াৰ শব্দ আৰু কেইবাজনীও তিৰোতাৰ হাঁহিৰ শব্দ শুনা গ'ল। আধাভগা গেৰগেৰিয়া মাতেৰে মানুহ এজনে দৰা-কইনাক হৰ-পাৰ্বতী খোবা-খুবীৰ কাহিনী পঢ়ি শুনালে। —চাৰি লক্ষ পুৰামান মাটিত মহাদেৱে

খেতি কৰিবলৈ ল'লে, খোবা-খুবীয়ে হুহুংকাৰ কৰি খেতি দহিব লাগিলা, চেই চেই পৰ্বতত খোবা-খুবীৰপৰা হনুমানৰ গাত জুই লাগিল,—এহিমতে সভা পাতি খোবা-খুবী কাহিনী, শুনিবেক বৰ-কন্যা বসিয়া আপুনি।—হিং হুং স্বাহা—।

এইবোৰ শব্দই প্ৰায় গোটেই দিনটো আৰু আগ নিশালৈকে মেনকাক বোবা কৰি ৰাখিলে। ল'ৰা-ছোৱালী চাৰিটা আনদিনাতকৈ সোনকালে বিছনাত উঠিল। মাকৰ কোঠালিত, নতুনকৈ সজোৱা বিছনাত শুবলৈ সিহঁতৰ কিবা বেলেগ-বেলেগ লাগিছিল। ডাঙৰ ল'ৰা দুটাই আজিকালি মাজে মাজে গহীন হৈ থাকিবলৈ, মন মাৰি থাকিবলৈ শিকিছিল। সিহঁতে বিছনাত উঠিয়েই শুবলৈ চেষ্টা কৰিলে। সৰু ছোৱালীজনীয়ে তিনিখন বিছনাৰ—এইখনত শুম, সেইখনত শুম—কৰি বহুত সময় গণ্ডগোল কৰিলে। এসময়ত তাই ইখন বিছনাত বায়েকৰ গাত ভৰি তুলি শুই থাকিল।

তাৰ পাছত এইখন ঘৰলৈ নামি অহা নিস্তব্ধতাই যেন মেনকাৰ চেতনাক গ্ৰাস কৰি আনিলে। যেন মাজনিশাৰ নিস্তব্ধতাৰ মাজত এক অৰ্ধগ্ৰাস চন্দ্ৰগ্ৰহণ আৰম্ভ হ'ল।

সেই মানুহটো,—সেই মহীকান্ত মানুহটো, মাজতে সেওঁতাটো, সেওঁতাটোৰপৰা দুয়োফালে ঢৌ খেলি খেলি কাণৰ ফাললৈ নামি যোৱা, টুপটুপীয়াকৈ তেল সনা চুলিখিনি ;—পিৰিকা ফুলৰ গোন্ধ ;—

মাঘ মাহৰ ৰাতিৰ জাৰ, তথাপি সি পাটৰ পাঞ্জাবীটো খুলি নতুন, জামু ৰঙৰ আলনাডালত থলে। ব'গা গেঞ্জিটোৰ ডিঙিৰ ঘূৰণীয়া খিনিত হালধীৰ দাগ—

মাঘ মাহৰ ৰাতিৰ জাৰ, তথাপি যেন মানুহজনী ঘামিছে, ডিঙিটো বোধহয় ঘামেৰে সেমেকি গৈছে। তথাপি মানুহজনীয়ে পাটৰ চাদৰখনেৰে গাটো আৰু ভালকৈ ঢাকিছে, আৰু ভালকৈ ঢাকিছে—কিন্তু লাভ হোৱা নাই। মানুহজনীয়ে যিমান ভালকৈ নিজকে ঢাকিছে সিমানে যেন তাই বেছি উদং হৈ গৈছে।

লাজ লাজ লাজ! লুকাবলৈ ঠাই নাই। অকণমান আন্ধাৰ নাই। এচুকৰ মেজখনত একেবাৰে কমাই থোৱা লেমটোৰ ভিতৰতেই যি অকণমান আন্ধাৰ, তাৰ বাহিৰে সকলোতে সহস্ৰ মাণিকৰ পোহৰ ;—পাৰ কোঁহে কোঁহে পোত খাই থকা সহস্ৰ মাণিক—সিহঁতৰ পৰা ওলোৱা কেঁচা হালধীৰ ৰঙৰ পোহৰ।

মাজে মাজে মানুহজনীৰ যেন ভুল হৈছে—সেয়া পোহৰ নে গোন্ধ!

লাহে লাহে মানুহজনীয়ে অনুভৱ কৰি আহিছে—এক অদ্ভুত উত্তাপে প্ৰথমতে তাইৰ লাজ আৰু তাৰ পাছত তাইৰ শৰীৰৰ সমগ্ৰ শক্তি শুহি নিছে।

মেনকা বিহ্বল হৈ পৰিল। তাইৰ মুদ খাই থকা চকুযোৰৰ সম্মুখত এজনী অৱশ, গাৰুত মুখ গুজি কাতি হৈ পৰি থকা মানুহ ভাহি উঠিল।—ওঁঠ দুখন ডাঠ, তলৰ ওঁঠখন তললৈ অলপ বেছি ঘোৰ খোৱা;—গাত মঙহ আছে,—যিমানদূৰ সম্ভৱ আটিল মঙহ। ---আৰু মহীকান্ত বিছনাৰপৰা নামি গ'ল। সি ফুলগুৰিৰ ধপাতেৰে এখন তামোল খাব। তাৰ টোপনি যোৱাৰ ইচ্ছা নাই। সি কথা পাতিব।

ছি ছি ছি! পাৰিছেনে মানুহটোৱে? সেইটো মহীকান্ত মানুহটো,—তাৰ মূৰৰ চুলিৰপৰা ভৰিৰ বুঢ়া আঙুলিলৈকে প্ৰত্যেকটো বিন্দু মেনকাৰ চিনাকি। কেৱল চিনাকিয়েই নহয়—প্ৰত্যেকটো বিন্দুত যোৱা এঘাৰ বছৰে যেন মেনকাৰ ঠিকনা লিখা হৈছে। ঠিকনাৰ তলত তৃপ্তি, আৰু তাৰ তলত ক্লান্তিৰ চামনি। তথাপি, তথাপি---মানুহটোৱে পাৰিছেনে? পাৰিছেনে প্ৰথম ৰাতিৰ পোহৰ, গোন্ধ আৰু উত্তাপ সৃষ্টি কৰিব? যদি পাৰিছে কোন সতেৰে পাৰিছে? মানুহটোৱে মদ খাই লৈছে? জঘন্য। বীভৎস।

এঘাৰ বছৰৰ আগৰ প্ৰথম ৰাতিটোৰ নিচিনা এটা টোপনি আহিব নলগীয়া ৰাতি পাৰ হৈ যোৱাৰ উপক্ৰম হ'ল। মেনকা লাহে লাহে এক অৰ্ধচেতন অৱস্থাৰ নিৰৱতা আৰু জড়তাৰ মাজলৈ সোমাই গ'ল। মাজে মাজে তাই চক খাই উঠিছিল—যেন চমকৰ ঘোঁৰাবাগীখনৰ ঘোঁৰা দুটাই একেলগে মূৰ জোকাৰিলে; সিহঁতৰ ডিঙিৰ জুনুকাযোৰ মেনকাৰ কাণৰ ওচৰতে জুনজুনাই উঠিল। তাৰ পাছত নিৰৱতা; তাৰ পাছত ঘোঁৰাবাগীখন যেন জুনুক-জুনুক, খটপ খটপ শব্দ কৰি-কৰি আঁতৰি গ'ল; গৈ আছে; গৈ আছে; শেষত যেন ক'ৰবাত—বহু দূৰত ঘোঁৰাবাগীখন ডুবি গ'ল।

ৰাতিপুৱা বাহিৰত অলপ অলপ পোহৰ হোৱাৰ লগে-লগে মেনকা পিছ দুৱাৰেদি বাহিৰলৈ ওলাল। কোনো শোৱাৰপৰা নুঠোঁতেই তাই গা ধুলে। তাইৰ এনেকুৱা লাগিল যেন তাই ল'ৰা-ছোৱালীকেইটাক

লৈ এখন নদীৰ সিপাৰে থিয় হ'ল। পাৰ হ'বৰ সময়ত নদীৰ চেঁচা পানীয়ে তাইক চাফা আৰু শান্ত কৰিলে। ঘৰখনৰ বাকীবোৰ মানুহ নদীৰ ইপাৰে থাকি গ'ল।

আৰু চিন্তা কৰি লাভ নাই। কালি ৰাতি এজনী মানুহ মৰিল, তাইৰ আৰু কেতিয়াও আগৰ ৰূপত জন্ম নহয়। এজনী মানুহৰ জন্ম হ'ল,—তাই আৰু কেতিয়াও নমৰে।

মেনকাই আৰু নিজৰ লগত যুদ্ধ নকৰে।

মেনকাৰ একাপ গৰম চাহ খাবৰ মন গ'ল। গোঁসাইঘৰৰ ভেটিটো চুই, হাতখন কপাল আৰু চুলিত লগাই তাই পাগঘৰত সোমাল।

মেনকাই গা ধোওঁতে তিওৰা কাপোৰ আধা শুকুৱাৰ পাহত নতুন মানুহজনী পাগঘৰলৈ আহিল। মানুহজনীৰ গাটো দেখিয়েই মেনকাৰ মূৰৰ ভিতৰখন চিৰিংকৈ উঠিছিল; কিন্তু তাই লগে-লগে নিজকে সংযত কৰিলে, সহজ কৰিলে।

এঘাৰ বছৰৰ আগৰ এনেকুৱা ৰাতিপুৱাটোত তাইৰ মানুহৰ আগলৈ ওলাবলৈ, মানুহৰ চকুলৈ চাবলৈ কি লাজ! বিয়ালৈ অহা এজাক তিৰোতা মানুহেৰে ঘৰখন গিজগিজাই আছে; —মেনকাই যাৰে মুখলৈ চায়, সেয়ে মিছিকিয়াই হাঁহে। ছি!—

সেয়ে ভাল। সেইবোৰকে মনত পেলাই ভিতৰি-ভিতৰি হাঁহি থকাই ভাল। সহজ হৈ থকাই ভাল।

লাহে-লাহে ঘৰখনৰ কথাবোৰ যেন সহজ হৈ আহিল। বিয়ালৈ অহা মানুহবোৰ ঘৰা-ঘৰি গ'ললৈ। মেনকায়েই প্ৰথমতে মাক পুনি বৰীক পঠিয়াই দিলে,—একো চিন্তা নাই, যা। চুবুৰীৰ পুহিলা-ফুলহঁতে ঘৰখনৰ শেষৰ জঞ্জালবোৰ মাৰিলে। ৰভাৰ খুটা পুতিবলৈ খন্দা গাঁতবোৰ মাটিৰে পুৰাই সমান কৰি, আগফাল পিছফালৰ

চকোৰা আগৰ নিচিনাকৈ,—ঠায়ে ঠায়ে আগতকৈ ভালকৈ দি বিপিন-লক্ষীহঁতেও ঘৰ এৰিলে। কিছুদিনৰপৰা ভজহৰি, দেউকিলালহঁতেই কলঘৰ চলাইছিল, সেই কাৰণে এতিয়া মহীকান্তই ভালকৈ কামৰ হিচাপ লবলৈ আৰম্ভ কৰিলে। সি আগতকৈ সোনকালে ওলাই যায়, আগতকৈ পলমকৈ ওভতে।

ইতিমধ্যে নতুন মানুহজনীয়ে মেনকাক মাতিবলৈ আৰম্ভ কৰিছে। বুঢ়া-বুঢ়ী আৰু সৰু ছোৱালীজনীক কেন্দ্ৰ কৰিয়েই তাই সুধিবলৈ কথা উলিয়াই ল'লে। তামোল চকলিয়াই দিম নে খুন্দি দিম, খুন্দনাটো ক'ত আছে? গা-ধোৱাওঁতে মণিৰ চুলি সদায় তিয়ামনে? ৰঙা ফ্ৰকটো পিন্ধামনে?—তাইৰ টোপনি ধৰিছে, যি হৈছে তাৰেই খুৱাই দিওঁনে,—ইত্যাদি।

মেনকাই সকলো কথাৰে উত্তৰ দি গ'ল। এদিন তাই মানুহজনীৰ নামটো সুধি ল'লে। মানুহজনীৰ আচল নাম কিৰণ। ঘৰত তাইক মইনা বুলি মাতিছিল।

মেনকাই তাইক কিৰণ বুলি মাতিবলৈ ল'লে।

এদিনাখন দুপৰীয়া খাই-বৈ উঠাৰ পাছত মেনকাৰ হঠাতে কিৰণৰ লগত কথা পাতিবলৈ মন গ'ল। মহীকান্ত ভজহৰিক লৈ গাঁৱলৈ গৈছে। ধান বোৱাৰ সময়তে সাধাৰণতে সি গুটি ধানৰ বন্দবস্ত কৰে;—নিশ্চয় তেনেকুৱা কামতে গৈছে; সোনকালে ওভতাৰ আশা নাই। মণি শুইছে, বাকী ল'ৰা-ছোৱালীকেইটা স্কুলত। পাগঘৰৰ বাৰান্দাত বহি মেনকাই ডলা এখনত বৈয়ামৰ চেনিখিনি চালি বহলাই দিছিল। চেনিখিনিত কেনেবাকৈ পৰুৱাই ধৰিলে। কিৰণে এনেয়ে ইফাল-সিফাল কৰি ফুৰিছিল; বোধহয় তাই শুবলৈ সুবিধা বিচাৰি আছিল; কিন্তু মেনকাই কাম কৰি থকাৰ কাৰণে ভিতৰ সোমাবলৈ বেয়া পাইছিল। ঠিক এনে সময়তে মেনকাৰ কথা পাতিবলৈ মন গ'ল। "চাওঁ কিৰণ শুনাচোন।"

কিৰণ ওচৰ চাপি আহিল।

"বহা।"

পীৰা এখনত কিৰণ বহিল। বহিয়েই তাই বুকুৰ চাদৰখন প্ৰয়োজনতকৈ বেছি সাৱধানে মেৰিয়াই ল'লে।

"এইখন বিয়া বাৰু কেনেকৈ হ'ল কোৱাচোন।"

কিৰণ চক খাই উঠিল। মেনকাৰ মুখলৈ ভয়-ভয় দৃষ্টিৰে চাই তাই মাটিলৈ চালে। বহুত সময় তাই তেনেকৈয়ে থাকিল।

মেনকাৰ মুখলৈ এটা ক্ষীণ, প্ৰশান্ত হাঁহি আহিল। তাই কিৰণক অভয় দি ক'লে, "কোৱাচোন। এতিয়াতো আৰু নোকো-ৱাকৈ থাকি লাভ নাই। যি হ'বৰতো হৈয়েই গ'ল।"

কিৰণে এটা উশাহ সলালে, তাৰ পাছত ক'লে, "কেনেকৈ কি হ'ল মই একো কব নোৱাৰোঁ।"

"বিয়াখন কোনে ঠিক কৰিলে ?"

"পিতাইহঁতে।"

"মই আছোঁ, মোৰ চাৰিটা ল'ৰা-ছোৱালী আছে, এইবোৰ কথা তেওঁলোকে জানিছিল নে নাজানিছিল ?" মেনকাৰ মাতটো সৰু আছিল, কিন্তু বৰ পৰিষ্কাৰ আছিল। কিৰণৰ এটা শব্দও নুশুনাকৈ থকাৰ উপায় নাছিল।

"জানিছিল।"

"তেনেহ'লে ? সকলো জানি-শুনিও—"

কিৰণে চোতালৰ ফালে চাই থাকি ক'লে, "পিতাইহঁত দুখীয়া মানুহ। ছোৱালী বিয়া দিব লাগে, সুবিধা পাইছে, দি দিছে।"

"সুবিধা পাইছে ? কি সুবিধা পাইছে ?"

"এখেতসকলে ধৰিছে, বিয়াৰ খৰচ-পাতি দিছে।"

মেনকাই আঙুলিৰে চেনিখিনি লৰালে। চেনিৰ মাজত পৰুৱা পোত খাই আছে নেকি বিচাৰিলে। অলপ সময় তেনেকৈ থাকি তাই সুধিলে, "কথাটো আৰম্ভ হ'ল কেনেকৈ ? এওঁলোকৰ লগত তোমালোকৰ 'চিনাকি হ'ল কেনেকৈ ?"

কিৰণৰ মতে কথাটো আৰম্ভ হ'ল এনেকৈ : কিৰণৰ বাপেকে অলপমান মাটি আধিলৈ লৈ খেতি কৰে আৰু বেছিভাগ সময় দিন হাজিৰালৈ লোকৰ ধান কাটে। গাঁওখনত কাৰ ধান কেতিয়া কটা হয়, কাৰ ধান কোনদিনা মৰণা মৰা হয়, সেইবোৰ খবৰ কিৰণৰ বাপেকে ভালকৈ জানে। সেইবোৰ খবৰ লবলৈ ভজহৰি প্ৰায়েই কিৰণহঁতৰ চোতালত বহেগৈ, মহীকান্ত কেতিয়াবাহে ভজহৰিৰ লগত যায়। পাছলৈ প্ৰায়েই মহীকান্ত সিহঁতৰ ঘৰলৈ যায়, ভজহৰিক তেওঁ অইন কামত অইনৰ ঘৰলৈ পঠায়। বাপেক-মাকৰ হুকুম

মতে কিৰণে মহীকান্তক ছাগলী গাখীৰৰ চাহ দিয়ে, বুঢ়া তামোল নহ'লে মহীকান্তই তাইক পাতলকৈ বাকলি ৰাখি এৰাঁ তামোলকে দিবলৈ কয়। এদিন সি তাইক ফুলগুলিৰ ধপাত অকণমান খাই চাবলৈ দিছিল। এদিন ভজহৰিয়ে কিৰণৰ মাকৰ আগত প্ৰথমে কথাটা উলিয়ালে, তাৰ পাছত এদিন মহীকান্তই বাপেকক পোনে পোনে ক'লে,—সি বোলে কথাবোৰ ঠিকেই কৰি পেলাইছে। সেইদিনাই মহীকান্তই কিৰণৰ বাপেকক এশ টকা দিলে; দি কলে—আৰু যেতিয়া যি লাগে সি দি থাকিব।

কথাবোৰ কওঁতে কিৰণে যেন পাহৰি গ'ল—তাই কাৰ আগত কৈছে, কাৰ কথা কৈছে। মাজে-মাজে তাইৰ কথা আৰু সুৰ এনেকুৱা হৈ গ'ল যেন তাই নৈৰ ঘাটত কাপোৰ ধুবলৈ এৰি একমাত্ৰ মনে মিলা লগৰ ছোৱালীজনীক মনৰ কথা কৈছে।

কিৰণে কথা শেষ কৰাৰ পাছত দুয়োজনী মানুহ মনে মনে বহি ৰ'ল। এবাৰ মেনকাৰ ভাব হ'ল,—হ'ল আৰু, এতিয়া উঠিব লাগে। কাম আছে। তাই ডলাৰ চেনিখিনি থুপালে, বৈয়ামটো ডলাৰ ওপৰলৈ তুলি তাত চেনিখিনি ভৰাবলৈ ধৰিলে। মাজতে এবাৰ তাই সুধিলে, “তোমাৰ মন আছে নে নাই কোনেও নুসুধিলে?”

“নুসুধিলে। এইবোৰ বোলে কপালৰ কথা। যাৰ কপালত যি থাকে, সেয়ে হয়।”

অলপ পৰৰ পাছত মেনকাই সুধিলে, “এতিয়া তোমাৰ কেনে লাগিছে।”

কথাষাৰ সুধি তাই স্থিৰ দৃষ্টিৰে কিৰণৰ চকুলৈ চালে। কিৰণেও মেনকাৰ চকুলৈ চালে। কাৰ দৃষ্টি কোনে সহ্য কৰিব নোৱাৰিলে সেইটো যেন ধৰিব পৰা নগ'ল। দুয়োজনী থৰ লাগি অলপ সময় বহি ৰ'ল। এনেকুৱা লাগিল যেন ইজনী সম্মুখত আছে কাৰণে সিজনীৰ চকুৰপৰা পানী ওলোৱা নাই।

সেইদিনা ৰাতি ল'ৰা-ছোৱালীকেইটাক শুৱাই উঠি মেনকা খিড়িকীখনৰ এচুকত বহি শূন্য দৃষ্টিৰে এফাললৈ চাই থৰ হৈ ৰ'ল। দিন-ৰাতি একেখন ঘৰতে,—একেবোৰ চোতাল, একেবোৰ বাৰান্দা, একেটা

পাগঘৰ,—তাই কিৰণৰপৰা কিমান আঁতৰি আঁতৰি ফুৰিব? যদি আঁতৰি ফুৰিব নোৱাৰে, তেনেহ'লে কিৰণৰ লগত তাই কেনেকুৱা ব্যৱহাৰ কৰিব? তাই যদি সামান্য আভাসো পালেহেঁতেন—কিৰণে লুক-ঢাক কৰি কথা কৈছে, আচলতে তাই গা দেখুৱাই-দেখুৱাই, আশে দি-দি মহীকান্তক ঘৰ লগাইছিল, তেনেহ'লে তাই তাইক নতুনকৈ পতা শোৱনি কোঠাটোৰ দুৱাৰডলি পাৰ হৈ ওলাই আহিব নোৱৰা কৰিলেহেঁতেন, পাগঘৰৰ দুৱাৰডলি পাৰ হৈ ভিতৰ সোমা-বলৈ নিদিলেহেঁতেন। কিন্তু,—তাই কোৱা কথা যদি সঁচা হয়, তেনে-হ'লে তাইতো বিয়া কৰোৱা নাই; বিয়া কৰাইছে মহীকান্তই।

মেনকাৰ বুকুৰ ভিতৰত যেন শান্ত হৈ বহি থকা এজাক মৌৱে হঠাতে বাহ এৰি গুং থিয় কৰি চাৰিওপিনে উৰিবলৈ ধৰিলে। সিহঁতৰ পাখিৰ শব্দ মেনকাৰ মগজুৱেও শুনিলে। এটা অস্থিৰ গুণগুণনি,—গুমগুমনি।

থৰ লাগি থকা মেনকাৰ মূৰটো লৰিল। তাই এখন-এখনকৈ তিনিওখন বিছনালৈ চালে। আঁঠুৱাৰ মাজেৰে ল'ৰা-ছোৱালী কেইটাৰ মুখকেইখন চাবলৈ চেষ্টা কৰিলে।

—নাই, নহয়। কিৰণৰ লগত তাই ভাল-বেয়া একো ব্যৱহাৰেই নকৰে। এঘাৰ বছৰৰ মূৰত তাইৰ সলনি কিৰণ ৰাতিপুৱা-ৰাতিপুৱা মহীকান্তৰ ওচৰৰপৰা উঠি বাহিৰলৈ ওলাই আহিব; সেই কিৰণক ভাল পাবলৈ মেনকাৰ শক্তি নাই। তাই কিৰণক ব্যৱহাৰেই নকৰে। কিৰণ মহীকান্তৰ কোঠালিৰ দুৱাৰখনৰ নিচিনাকৈ থাকি যাওক।

মৌবোৰ যেন আকৌ বাহলৈ উৰি গ'ল। এটা গভীৰ নিশাহ এৰি মেনকা আঁঠুৱাৰ ভিতৰ সোমাল। গাৰুত মূৰ থৈ তাই এনেয়ে মণিৰ গালে-মূৰে হাত ফুৰালে, কিন্তু লগে-লগে তাইৰ মনলৈ আহিল ডাঙৰ ল'ৰাটোৰ কথা।

মেনকাৰ বুজা হোৱা ল'ৰা-ছোৱালী তিনিটাই ঘৰখনৰ ঘটনা-বোৰৰ কথা কি ভাবিছে, কি বুজিছে সিহঁতেহে জানে; কিন্তু ডাঙৰ ল'ৰাটো—ইন্দ্ৰ,—বিয়াখনৰ কেইদিনমানৰ আগৰপৰাই তাৰ ভাব-গতিবোৰ কিবা বেলেগ-বেলেগ হৈছিল, আৰু বিয়াখন হৈ যোৱাৰ পাছৰপৰা তাৰ মুখৰ মাত-কথা তেনেকৈ নোলোৱাই হ'ল। ঘৰত সাৰে থকা সময়খিনি সি অ'ত ত'ত জুপুকা মাৰি বহি থাকে, কিবা খাবলৈ দিলে তলমূৰকৈ লৰালৰিকৈ খায়, খায়েই উঠি গুচি যায়।

স্কুলৰপৰা আহিয়েই ওলাই যায়, চাকি-বাতি লগোৱাৰ পাছত ঘৰ সোমায়হি। দুদিনমান স্কুলৰপৰা আহোঁতেও সি বহু পলম কৰিছে। এদিন মেনকাই দেওৰেক ভদ্ৰকান্তৰ হতুৱাই খবৰ কৰালে সিনো থাকেগৈ ক'ত। ভদ্ৰকান্তই খবৰ আনি দিলে মদনৰ ঘৰত। মদনৰ ঘৰত? মদন চোৰৰ লগত তাৰ কি সম্পৰ্ক?

সেইদিনা গধূলিয়েই মেনকাই ইন্দ্ৰক সুধিলে, "তই মদনৰ ঘৰত কি কৰগৈ?"

মেনকাই লক্ষ্য কৰিছিল, আজিলৈকে কিৰণৰ লগত ইন্দ্ৰই কথা পতা নাই। কিৰণে মুখা-মুখি হ'লেই হাঁহি মুখেৰে তাক ওচৰলৈ মাতে, কথা সোধে, কিন্তু সি কোনো উত্তৰ নিদিয়ে, কিবা এটা চেলু লৈ আঁতৰি যায়। কেতিয়াবা মেনকাৰ অস্বস্তি লাগে, কবৰ মন যায়—'কথা সুধিছে নহয়, নকৱ কিয়?' কিন্তু কি কাৰণে তাই কব নোৱাৰে,—তাইৰ মুখেদি কথাকেইটা ফুটি নোলায়।

আজিও মেনকাই কথাষাৰ সোঁধোতে ইন্দ্ৰই ঠিক তেনেকুৱা কৰিলে। প্ৰথমতে সি মুখ ঘূৰালে, তাৰ পাছত আঁতৰি যাবলৈ ওলাল। মেনকাই লগে লগে ক'লে, "ক'লৈ যাৱ? কি সুধিছোঁ নকৱ কিয়? মদনৰ ঘৰত তই কি কৰগৈ?"

ইন্দ্ৰই এবাৰ মাকৰ চকুলৈ চালে। মাকে তাক খং কৰিছে নেকি? তাৰ চাৱনিটো দেখি মেনকাৰো লগে লগে সন্দেহ হ'ল, তাই তাক খং কৰি কথা ক'লে নেকি? ইন্দ্ৰ পঢ়া মেজত বহিলগৈ। মেজত কিলাকুটিৰ ভৰ দি সি নখ কামুৰিবলৈ ধৰিলে। অকণমান সময় তালৈ চাই থাকি মেনকা কোঠালিটোৰপৰা ওলাই গ'ল।

ল'ৰা-ছোৱালীকেইটাই মনত সামান্য দুখ পোৱা কাম কৰা বা কথা কোৱাৰ সাহ আৰু এতিয়া মেনকাৰ নাই। আগতে কোনোবা এটাই মাটিত বহি বিনা কথাত পেঁ-পেঁৱাই থাকিলেও মেনকাই তাক লাই নিদিছিল। কান্দি থাক। কান্দিয়েই ৰণ জিকিবি বুলি ভাবিছ নেকি? কিন্তু এতিয়া কোনোবা এটাৰ চকু চলচলীয়া হ'লেই মেনকা অস্থিৰ হৈ উঠে। বিশেষকৈ ইন্দ্ৰ,—সি মনত কেনেবাকৈ কিবা বেয়া পায় বুলি মেনকা সন্ত্ৰস্ত হৈ থাকে। কিন্তু তাৰ হৈছে কি?

মেনকাৰ মন গ'ল, তাই সি শোৱা বিছনাখনলৈ গৈ তাক জগাই, মৰম কৰি সুধিব,—'কি হৈছে তোৰ ইন্দ্ৰ? তই কিয় এনেকৈ

থাক? তইতো দেখিছই মোৰ কি অৱস্থা হৈছে, তাতে যদি তই এনেকৈ থাক---।'

ইন্দ্ৰই সকলো দেখিছে ঠিকেই, কিন্তু সি বুজিছে কি? দেউতাক দৰা হৈ কিৰণহঁতৰ ঘৰলৈ যাওঁতে দীনক বোলে মানুহবোৰে বেৰি-বেৰি চাইছিল। দৰাৰ পুতেক! তিৰোতা মানুহ কেইজনীমানে তাক বেলেগে ভিতৰলৈ মাতি নি মৰম কৰি কৰি জলপান খুৱাইছিল আৰু শুবলৈ বিছনা এখন ঠিক কৰি দিছিল। সি শোৱা নাছিল, বিছনাতে বহি আছিল। সেইখিনি সময়ত বোলে মানুহকেইজনীয়ে তাক বহুত কথা সুধিছিল। এজনী মানুহে তাক চুমা খাইছিল আৰু নিজৰ চকুপানী মচিছিল। এইবোৰ কথা দীনই সাধাৰণ কথা কোৱাৰ নিচিনাকৈ মেনকাৰ আগতে ইন্দ্ৰক কৈছিল; কিন্তু কথাখিনি শুনি ইংদ্ৰ কোঠালিটোৰপৰা ওলাই গৈছিল, আৰু বহুত সময়ৰ মূৰত উঁভতি আহি মনে মনে শুই আছিল।

মেনকাই তাৰ মনটো জানিবলৈ ইমান চেষ্টা কৰিছে, কিন্তু সি একো নকয়। জোৰ কৰিলে সি মাকৰ চকুলৈ এনেকৈ চায় যে মাকৰ ভয় লাগি যায়।'

সেইবোৰ বাৰু যি হৈছে হৈছে; কিন্তু এই দহ বছৰীয়া ল'ৰাটোৰ মদন চোৰৰ লগত বহি থাকিবলৈ কিটো হৈছে? তাক জগুৱাই মৰম কৰি-কৰি আকৌ এবাৰ সুধিব নেকি?

ভাকুটকুটাই দিলে যে জোৰ কৰি বন্ধ কৰি ৰখা হাঁহিটো একো-বাৰ হঠাতে চিঞৰৰ নিচিনা হৈ ওলাই যায়, তেনেকুৱা শব্দ এটা মহীকান্তহঁতৰ কোঠালিটোৰ ফালৰপৰা আহি মেনকাৰ কাণত পৰিল। মেনকাই এখন কাণ গাৰুত হেঁচা মাৰি, আনখন কাণৰ ওপৰেদি বাওঁ বাহুটো আনি শুবলৈ চেষ্টা কৰিলে।

পাছদিনা দুপৰীয়াৰ পাছত ঘৰখন নিজম পৰি থকাৰ সময়ত মেনকা আগফালৰ দীঘল বেঞ্চখনৰ এটা মূৰত বহি ৰ'ল। চুবুৰী-টোও নিজম পৰি আছিল। মেনকাই মাজে মাজে দূৰৰ কদম গছজোপাৰ আগটোলৈ চালে। সেইজোপাৰ তলতে মদনৰ ঘৰ।

অলপ সময়ৰ পাছতে মেনকাই বাটেদি নিতাইৰ ল'ৰা মধুক আহি থকা দেখিলে। তাই তাক ওচৰলৈ মাতিলে।

"তই স্কুললৈ যোৱা নাই কিয়?" মেনকাই সুধিলে।

"মাইৰ জ্বৰ উঠিছে। মই ভাত ৰান্ধিব লাগে।"

"তই এটা কাম কৰিব পাৰিবি? মদনক মই মাতিছোঁ বুলি কব পাৰিবি?"

মধু কৰবালৈ যাবলৈ আহিছিল, কিন্তু মেনকাৰ কথাখিনি শুনাৰ লগে লগে সি উভতিল আৰু মদনৰ ঘৰৰ ফালে দৌৰিল। মেনকাই ভাবিছিল, খবৰটো পালে মদন এসময়ত আহিব। কিন্তু অলপ পাছতে তাই দেখিলে মদন আহি আছে, লগে লগে মধু। মধু পোনে পোনে গুচি গ'ল, মদন সোমাই আহিল। মদনে চুৰিয়া এখন লুঙিৰ নিচিনাকৈ পিন্ধি আহিছে। গাত এটা হাত কটা গেঞ্জি। ভেটিটোৰ কাষলৈ আহি সি সুধিলে, "মোক মাতিছিল বোলে নবৌ?" মেনকাই কোনোদিনেই মদনক এনেকৈ মাতি পঠিওৱা নাই। কিন্তু আজি হঠাৎ?---মদনৰ চকু-মুখত সেই ভাবটো লাগি আছিল।

মেনকাই প্ৰথমতে ভাবিলে---মদনক বহিবলৈ পীৰা-মূঢ়া কিবা এটা আনি দিয়াৰ কথা। তাৰ পাছত ঠিক কৰিলে, নালাগে; পোনে-পোনে কথাটো সুধি তাক বিদায় দিয়াই ভাল।

"তোমাক এটা কথা সোধোঁ মদন। মই শুনিছোঁ,---ই আমাৰ ইন্দ্ৰ বোলে সদায় তোমালোকৰ তাত বহি থাকেগৈ?"

"মাজে মাজে যায় নবৌ।"

"কিয় যায়? সি কি কৰেগৈ তাত? তোমালোকৰ ঘৰততো তাৰ লগৰো কোনো নাই!"

মদনে সহজ-সৰল সুৰত ক'লে, "নাই কোনো নাই। প্ৰথমতে ময়েই মাতিছিলোঁ, সেই কাৰণে গৈছিল। তাৰ পাছত তাৰ কিবা ভাল লাগিল হ'বলা, মাজে মাজে গৈ থাকে।"

"তুমি কিয় মাতিছিলা?" মেনকাই উৎসুক অথচ গম্ভীৰ মাতেৰে সুধিলে।

মদনে এখন হাতেৰে বাৰান্দাৰ খুটা এটাত ধৰি থিয় হৈছিল; মেনকাৰ মুখলৈ অকণমান সময় চাই থাকি সি চোতালত ভৰি থৈ ভেটিটোতে বহিল। তাৰপাছত সি সোঁ-হাতেৰে বাওঁ-বাহুৰ আটিল মঙহবোৰ মোহাৰি মোহাৰি, মাটিৰ ফালে চাই ক'লে, "শুনক নবৌ। মই চোৰ মানুহ, কিন্তু টিধা কথাৰ মানুহ। ধৰা পৰিলে কেতিয়াবা মই চুৰ নাই কৰা বুলি কোৱা শুনিছে?"

সি এবাৰ মেনকাৰ মুখলৈ চালে, তাৰ পাছত আকৌ মাটিলৈ চকু ঘূৰাই কৈ গ'ল, "এইটো চুবুৰীতে ইমান বছৰ আছোঁ; আজিলৈকে মই আপোনাৰ লগত এনেকৈ কথা পাতি পোৱা নাই। মহী ককাইটিয়ে এই কাণ্ডটো কৰাৰ সময়ত মই জেলত নথকা হ'লে এদিন আহি ককাইটিক পোনে-পোনে সুধিলোহেঁতেন—এইবোৰ কি হৈছে? ককাইটিয়ে মোক চোৰ বুলি গালি পাৰি খেদি দিলেহেঁতেন, —সেইটো মই আগেয়েই জানো। তথাপি সুধিলোঁহেঁতেন। ককাইটিয়ে নকলে আপোনাকো সুধিলোঁহেঁতেন।"

অকণমান সময় মনে মনে থাকি মদনে ক'লে, "মই এই নিলাজ গাহৰিহঁতৰ নিচিনা টেটুৰ গুৰিলৈকে জলপান এসোপা ভৰাবলৈ পালেই মনে মনে থকা মানুহ নহওঁ নবৌ। আপোনাৰ কথাবোৰ জানিবলৈ মোৰ বৰ মন যায়। জেলৰপৰা আহি, কথাবোৰ শুনি মই আপোনাৰ কথাকে ভাবি আছিলো। কিন্তু মোৰ জনাৰতো আন উপায় নাছিল; সেই কাৰণে এদিন ইন্দ্ৰকে মাতিলোঁ। মাতি সুধিলোঁ,—তহঁতৰ ঘৰত এতিয়া কি হৈছে, নবৌৱে কি কৰে, মহীককাইটিয়ে কি কৰে—।"

কথাখিনি শেষ কৰি মদনে মেনকাৰ ফালে মূৰ নুতুলিলে; মেনকাই কিন্তু অবাক দৃষ্টিৰে তাৰ মুখখনলৈ চাই থাকিল। প্ৰথম বাৰৰ কাৰণে মানুহটোক মেনকাই ইমান ওচৰৰপৰা দেখিছে। জপৰা চুলি, ঠেক কপাল, দীঘল জোঙা নাক, ডাঙৰ-ডাঙৰ চকু, মিঠাবৰণীয়া ৰং, অ'ত ত'ত দুই এটা শালমন নে কিহৰ দাগ।

অলপ পৰ চাই থাকি মেনকাই ক'লে, "সি সৰু ল'ৰা। তাক এইবোৰ কথা সুধিব নাপায় নহয়। তাক ঘৰ নলগাবা। বেয়া দেখি। ময়ো তাক কম, তুমিও কৰা।—আৰু, এইবোৰ কথা তোমাক কেলৈ? যোৱা। বেয়া নাপাবা।"

মদনতকৈ আগতে মেনকা বহাৰপৰা উঠিল আৰু ভিতৰফালে ক'ৰবাত খৰমৰ শব্দ শুনি থিয় হৈ ৰ'ল। কেইমুহূর্তমানৰ পাছতে মদন উঠিল আৰু পোনে পোনে বাটলৈ ওলাই গ'ল। সি বাট পালেগৈ, এনেতে ভিতৰৰপৰা মহীকান্ত ওলাই আহিল। খালী গা, হাতত বিচনী, ভৰিত ফিটা লগোৱা খৰম। সি দুপৰীয়াৰ বিছনাৰপৰা উঠি আহিছে।

"কি হ'ল?" মহীকান্তই সুধিলে।

মেনকা তাৰ কাষেদিয়েই ভিতৰলৈ সোমাই গ'ল। মহীকান্ত অলপ সময় থৰ হৈ ৰ'ল, তাৰ পাছত সিও ভিতৰলৈ সোমাই আহিল। মেনকা আহি ভদ্ৰকান্তৰ কোঠালিৰ সমুখত বৈছিলহি; সেইখিনিলৈ আহি মহীকান্তই সুধিলে, "মই যে কিবা এটা সুধিছিলোঁ শুনা নাপালা নেকি?"

মেনকাই ভদ্ৰকান্তৰ কোঠালিৰ ভিতৰলৈ চাই ক'লে, "সৰু বাপু তুমি আছা? কেনিবা ওলাই যাবা নেকি? ইয়াক—ইন্দ্ৰক স্কুলৰপৰা আহোঁতে অকণমান মন কৰিবাচোন,—ক'ৰবাত সোমাই নেকি?"

ভদ্ৰকান্তৰ উত্তৰলৈ অপেক্ষা নকৰি মেনকা ধীৰ খোজেৰে দুয়োখন বাৰান্দা পাৰ হৈ নিজৰ কোঠালিত সোমালগৈ। মহীকান্তই এবাৰ মেনকালৈ চালে, তাৰ পাছত গোঁসাইঘৰৰ মুকলি ঠাইকণত বাঁহি থকা মাক-বাপেকলৈ চালে, আৰু তাৰ পাছত দুপাকমান হাতৰ বিচনীখন ঘূৰালে।

মেনকাই এনেয়ে ভিতৰৰপৰা দুৱাৰৰ খিলি নামাৰে, এতিয়া কিন্তু ভিতৰ সোমায়েই তাই দুৱাৰখন বন্ধ কৰি খিলিটো মাৰি দিলে। মানুহটো সেইখিনিলৈকে পিছে-পিছে আহিল যেতিয়া এই-খিনিলৈকেও আহিব পাৰে। অসহ্য। কি দৰকাৰ মানুহটোৰ এনেকৈ মাজে-মাজে কথা সোধাৰ? খাইছে বৈছে, কথা পাতিবলৈ মানুহ আছে, চব ঠিক আছে; মিছাকৈ সি তাইক আমনি কৰে কিয়? যোৱা দিনকেইটাৰ ভিতৰতে মেনকাই কিৰণক এষাৰো কথা খৰচ নকৰাকৈ বুজাই দিছে—"এই মানুহটোক চাৰিওফালৰপৰা তুমিয়েই চম্ভালা। তোমাৰ বাহিৰে মানুহটোৰ আৰু কোনো নাই।" কিৰণে সেইমতে চম্ভালিবলৈ আৰম্ভ কৰিছেই। গতিকে সকলো ঠিকেই চলিছে। তথাপি মানুহটোৱে কিয় মেনকাৰ লগত মুখখন খৰচ কৰিবলৈ বিচাৰি ফুৰে! এইটো কথা ভাবিলেই মেনকাৰ নাকৰ পাহিবোৰ ফুলি-ফুলি উঠে। এদিন হয়তো সি আহি-আহি এই কোঠালিটোতে সোমাব!

মেনকাই যি ভয় কৰিছিল, এদিন সেয়ে হ'ল। ৰাতি তাইৰ টিলমিলকৈ টোপনি আহিব খুজিছিল, এনেতে দুৱাৰখন খোলাৰ

সৰু শব্দ এটা হ'ল। তাই তৎক্ষণাত শোৱাৰপৰা উঠি বহিল। ইন্দ্ৰৰ পঢ়া মেজত লেমটো কমকৈ জ্বলাই থোৱা আছিল, তাৰ পোহৰত তাই দেখিলে মহীকান্ত সোমাই আহিছে। আকৌ সেই এজাক মৌ,—বুকুৰপৰা উৰি তাইৰ মগজুত সোমাল। এইবাৰ যেন দুটামান মৌৱে তাইৰ মগজুত কামুৰিলেও। তাই নিশ্চল হৈ আঁঠুৱাৰ ভিতৰতে বহি ৰ'ল।

"তুমি শুলা নেকি?" অতি সৰু মাতেৰে মহীকান্তই সুধিলে।

কেনেবাকৈ সি আঁঠুৱা তুলি বিছনাৰ কাষৰ খালী ঠাইকণত বহেহি বুলি মেনকা লৰালৰিকৈ আঁঠুৱাৰ বাহিৰলৈ ওলাল। মহীকান্তই তিনিওখন বিছনালৈ চকু ঘূৰালে, কোঠালিটোৰ আন বস্তুবোৰো চালে। কি কৰিব লগে লগে যেন ঠিক কৰিব নোৱাৰি সি অলপ সময় থিয় হৈ ৰ'ল, তাৰ পাছত দীনৰ পঢ়া চকীখন ঘূৰাই লৈ বহিল।

"তুমি মোৰ লগত কথা-বতৰা নাপাতোঁ বুলিয়েই ঠিক কৰিছা নেকি?" মেনকাই শুনে, কিন্তু ল'ৰা-ছোৱালীকেইটাই সাৰ নাপায়,—সিমান ডাঙৰ মাতেৰে মহীকান্তই সুধিলে।

মেনকা তললৈ চাই মনে মনে ৰ'ল।

"হু?" অলপ পৰৰ পাছত মহীকান্তই শব্দটো উলিয়ালে; আৰু অলপ পৰৰ পাছত সি সুধিলে, "কি কৈছোঁ শুনিছা?"

ডিঙিৰ মাতৰ কোনো আঁৰ-বেৰ নাৰাখি মেনকাই ক'লে, "এঘাৰ বছৰ কথা পাতিলোঁ, আৰু কিমান কথা পাতিম? মইতো আৰু নতুন কথা কব নোৱাৰোঁ!" শব্দবোৰ অস্বাভাৱিকৰূপে ডাঙৰ শুনা গ'ল। মহীকান্তই বিছনাকেইখনলৈ চালে।

অলপ সময় মনে মনে থাকি মহীকান্তই ক'লে, "মই আজি ইয়াতে শোওঁ।"

অইনফালে চাই থকা মেনকাৰ চকুযোৰ তৎক্ষণাত মহীকান্তৰ ফালে ঘূৰিল। লগে লগে তাইৰ মুখৰপৰা ওলাই আহিল,—"কিয়? কিৰণ মাটিত শুইছে কাৰণে?"

দিনটোৰ কথাবোৰ যেন এক মুহূৰ্ততে এটা চকাৰ নিচিনাকৈ মেনকাৰ মনৰ ভিতৰত ঘূৰি গ'ল আৰু কথাষাৰ তাইৰ মুখেদি বোকাৰ নিচিনাকৈ ছিটিকি পৰিল। আজি ৰাতিপুৱাই কিৰণে গাৰ

আৰু বিছনাৰ এসোপা কাপোৰ তিয়াই পিছফালৰ বাৰীত মেলি দিছিল, দিনটো আঁতৰি আঁতৰি ফুৰিছিল আৰু বেছিভাগ সময় নিজৰ কোঠালিত সোমাই আছিল। মহীকান্তৰ চাহ-ভাতৰ আল-পৈচান ধৰিছিল মাক যোগেশ্বৰীয়ে।

মহীকান্তই একো কবলৈ নাপাওঁতেই মেনকাই আকৌ আৰম্ভ কৰিলে, "কিৰণৰ টোপনি যোৱাৰ পাছত মনে-মনে ইয়ালৈ আহিছে নেকি?"

মেনকাই বিছনাৰপৰা নামি কোবেৰে ইন্দ্ৰৰ পঢ়া মেজখনৰ ওচৰলৈ গৈ লেমটো বঢ়াই দিলে। এই কামটো কৰোঁতে তাইৰ মুখখন চলি থাকিল।

"আহিলে সকলোৱে দেখাকৈ আহিব লাগে। অই ইন্দ্ৰ, ইন্দ্ৰ।"

আঁঠুৰা দাঙি, হাতেৰে বাহুত ঠেলি-ঠেলি মেনকাই ইন্দ্ৰক জগালে। ইন্দ্ৰ ধহমহকৈ উঠি বহিল। মেনকাই মাজৰ কোঠালিলৈ যোৱা দুৱাৰখনৰ আধা মেলখাই থকা পাতছলা ধুমকৈ শব্দ এটা কৰি পূৰাকৈ মেলি দিলে। মাজৰ কোঠালিটোলৈ দুখোজমান আগুৱাই গৈ তাই মাতিলে, "কিৰণ! কিৰণ শুনা নেকি?"

কিৰণৰ কোনো সাৰি-শব্দ শুনা নগ'ল। সিমূৰৰ কোঠালিটোত ঘনকান্ত বুঢ়াই কহাৰ শব্দ শুনা গ'ল।

মহীকান্ত ওলাই আহি মেনকাৰ ওচৰত থিয় হ'ল। সি সুধিলে, "কি হৈছে তোমাৰ? বলিয়া হৈছা নেকি?"

মেনকা নিজৰ কোঠালিলৈ সোমাই আহিল; দুৱাৰ দুপাত দুই হাতেৰে ধৰিলে, ধৰি ক'লে, "এনেকৈ এইটো কোঠালিলৈ নাহিব। আহিবৰ মন গ'লে কিৰণক লগত লৈ আহিব। তাই মাতিলে মই দুৱাৰ খুলি দিম।"

কথাখিনি কৈয়েই মেনকাই দুৱাৰখন বন্ধ কৰি দিলে; ওপৰৰ-তলৰ দুয়োটা খিলি মাৰি দিলে। ভিতৰলৈ চাওঁতেই তাইৰ ইন্দ্ৰৰ ওপৰত চকু পৰিল। সি অবাক হৈ আঁঠুৱাৰ বাহিৰত বহি আছে। অলপ সময় নিজৰ বিছনাখনত বহি থাকি মেনকাই চাদৰৰ আগেৰে ভিঙি আৰু মুখখন মচিলে, তাৰ পাছত ইন্দ্ৰক লাহেকৈ ক'লে, "শো। শুই থাক।"

"কি হৈছে মা?"

"একো হোৱা নাই। শুই থাক।"

গোটেই ঘৰখনেই যেন পাছদিনা গোটেই দিনটো শুই থাকিল। ভাত বাঢ়িবৰ সময়ত যোগেশ্বৰী বুঢ়ীয়ে মেনকাক গোপন কথা সোধাৰ সুৰত সুধিলে, "কি হৈছে অ'? তাৰ লগত কিবা লাগিছে নেকি?" মেনকাই লাহেকৈ হাঁহি ক'লে,—নাই হোৱা, একো হোৱা নাই। মহীকান্তৰ লগত যাতে তাইৰ কেতিয়াও একো নালাগে, তাই তাৰ বন্দবস্তহে কৰিছিল।

কিৰণৰ লগত কিন্তু মেনকাই যিমান পাৰে সহজভাৱে চলিবলৈ চেষ্টা কৰিলে। তাইৰ চকুৱে চকুৱে পৰোঁতে মেনকাই দুবাৰমান মিচিকিয়াই হাঁহিলেও। কিন্তু কিৰণৰ মুখখন দিনটো গম্ভীৰ হৈ থাকিল। ক'ত কি হৈছে ভাগ নোপোৱাৰ কাৰণে হোৱা অভি-মানৰ নিচিনা এবিধ অভিমান যেন তাইৰ মুখত ওলমি ৰ'ল। পাছদিনা ৰাতিপুৱাই তাই মূৰ ধুব; কথাটো মনত পৰাত গধূলি পৰত মেনকাই তাইক সুধিলে, " টেঙাৰ গুটিৰে তোমালোকে মূৰ ধোৱানে? ধোৱা যদি ধুৱা। সেই তাতে এটা নে দুটা ওঁটেঙা আছে।"

যোৱা নিশাৰ ঘটনাটোৰ কাৰণে মহীকান্তই কোন মুহূৰ্তত কি মূৰ্তি ধৰে, সেই চিন্তাই মেনকাৰ মনত দিনটোত যিমানবাৰ দেখা দিলে, তাতকৈ বেছিকৈ দেখা দিলে কিৰণৰ চুলি ধোৱাৰ চিন্তাই। কিৰণৰ চুলি দীঘল। মেনকাৰ ধাৰণা হ'ল, ধোৱা চুলিখিনি পিঠিত মেলি কিৰণে এফালৰপৰা কাপোৰবোৰ মেলি দি গৈ থাকিলে তাইক অইন সময়তকৈ বেছি ভাল লাগিব। একোবাৰ মেনকাৰ এনেকুৱা লাগিল যেন তাইৰ কাৰণে কিৰণৰ সেইটোৱেই আটাইতকৈ ভাল চেহেৰা। জোনটোৰ কাচিজোন হৈ ওলোৱাৰ চেহেৰা। মেনকাৰ মনৰ ভিতৰৰো ভিতৰত একোবাৰ ভাব হ'ল—ঠিক সময়ত কিৰণ যেন কাচিজোনৰ নিচিনাকৈ ওলাই থাকে। ৰাতি মণিক সোনকালে শুৱাই থৈ, বাকী তিনিটাক শাৰী পাতি বহুৱাই ভাত খুৱাওঁতে মেনকাৰ সেই চিন্তাটো বেছি হ'ল। তলমূৰকৈ নিঃশব্দে ভাত চোবাই থকা ইন্দ্ৰৰ কপালখনৰ চকুত পৰা ভাগটোলৈ চাই থাকোঁতে তাই এবাৰ অস্থিৰ হ'ল। তাইৰ জীৱনৰ মহীকান্তৰ অঞ্চলটো ভাগ ভাগ হওক, সেইটো অঞ্চল কেনেকৈ শাসন কৰিব লাগে তাই জানে। কিন্তু ল'ৰা-ছোৱালীকেইটাৰ অঞ্চলটো?

সন্দেহৰ কাৰণ থকা আবিয়ৈ ছোৱালীয়ে দিন হিচাপ কৰাৰ উৎকণ্ঠাৰে মেনকাই যেন কাচিজোনৰ হিচাপে কৰিবলৈ ধৰিলে। কিন্তু তাইৰ এই কাম বেছি দিন নচলিল। কেতিয়াবা কিবা কাৰণত কেইদিনমান আশা আৰু উত্তেজনাৰ মাজত কেইটামান মুহূর্ত কটাবলৈ পাই হঠাতে তীব্র যন্ত্রণা, ৰোষ আৰু বেদনাত ম্রিয়মান হৈ পৰা বন্ধ্যা তৰুণীৰ নিচিনাকৈ এদিন মেনকা গোটেই দুপৰীয়াটো বিছনাত পৰি থাকিল।

তাৰ ডেৰ মাহমানৰ পাছত এদিন কিৰণে কিবা কথাৰ মাজত মেনকালৈ চাই লাজ লাজকৈ হাঁহিলে।

তাৰ এমাহ মানৰ পাছত এদিন তাই মেনকাক ক'লে,—তাইৰ বৰ ভয় লাগিছে।

## তিনি

তাৰ পাছত এদিন কিৰণ মাকৰ ঘৰলৈ পঞ্চামৃত খাবলৈ যোৱাৰ কথা ওলাল।

এইখন ঘৰৰ বোৱাৰীয়ে পঞ্চামৃত খোৱাৰ কথা আগতে কেতিয়াও ওলোৱা নাছিল। এইবাৰ কথাটো উলিয়ালে ভজহৰিয়ে। মেনকাৰ দুটা সন্তান ভজহৰিয়ে মহীকান্তৰ লগত কাম কৰিবলৈ অহাৰ পাছত জন্ম হৈছে, কিন্তু তেতিয়া তাৰ পঞ্চামৃতৰ কথা মনত পৰা নাছিল। সেইবোৰ দিনত সি মহীকান্তৰ সংসাৰৰ ইমান ওচৰ চপা নাছিল, আলেঙে-আলেঙে ফুৰিছিল। ঘৰখনত কেঁচুৱা জন্ম হোৱাৰ খবৰ কলঘৰৰ দেউকিলালে যেতিয়া যেনেকৈ পাইছিল, ভজহৰিয়েও তেনেকৈয়ে পাইছিল। এইবাৰ কিন্তু তাৰ ঠিক মনত পৰি গ'ল, যশোহৰত তাৰ বায়েক প্ৰথম কেঁচুৱাটো গাত পাঁচ মাহ হওঁতে ঘৰলৈ আহিছিল পঞ্চামৃত খাবলৈ। সি নিজে দুলড মোড়লৰ দোকানৰপৰা দুঅনাৰ ঘিউ, মৌ আৰু চেনি কিনি আনিছিল। গাখীৰ ঘৰতে আছিল, মাকে দৈ ঘৰতে পাতিছিল।

ভজহৰিৰ কথাখিনি শুনাৰ পাছত মহীকান্তই ভাবিলে,—মাকৰ ঘৰত কিৰণে আৰু কি ঘিউ-মৌ খাবগৈ! সেইবোৰ সিয়েই লগতে পঠিয়াব লাগিব। তথাপি তাই দুৰাতিমানৰ কাৰণে এবাৰ মাকৰ ঘৰলৈ যোৱাটো বেয়া নহয়। ভজহৰিয়ে কথাখিনি কৈছিল আগফালৰ জপনামুখত। তাক বিদায় দি মহীকান্ত ভিতৰলৈ সোমাই আহিল। মেনকা গোঁসাই ঘৰৰপৰা ওলাই চোতালখন পাৰ হৈ পাগঘৰৰ দুৱাৰখনৰ ফালে গৈ আছিল। পিৰালিৰ কাষত এমোকোৱা পিক পেলাই মহীকান্তই মেনকালৈ চালে। তাইৰ গাৰ পুৰণি মুগাৰ মেখেলাখন চেগা-চোৰোকাকৈ তিতি আছিল। বাৰ অনীয়া সূতাৰ চাদৰখনৰ তলৰ মুগা ৰংটো উদং গাৰ ৰঙৰ নিচিনা লাগিছিল। মহীকান্তই এবাৰ ভাবিলে,—এতিয়াৰপৰা এই গোটেইখিনি দিন কিৰণ মাকৰ ঘৰতে থাকক গৈ নেকি? একেবাৰে খালাচ হৈ আহকগৈ!

দুপৰীয়া ভাত দিবৰ সময়ত কিৰণে শহুৰেক-শাহুৰেকক কথাটো সুধিলে। বুঢ়া-বুঢ়ীক নোসোধাকৈ তাই এখোজো ইফাল-সিফাল নকৰে। অকল সুধি কাম কৰাই নহয়, এইখন ঘৰলৈ অহাৰেপৰা কিৰণে বুঢ়া-বুঢ়ীৰ আল-পৈচান ধৰাৰ সকলো কাম নিজৰ গাত জাপি লৈছে। বিচনীৰপৰা চৰিয়ালৈকে। বুঢ়া-বুঢ়ীৰ কাম মেনকালৈ একো নাথাকেই। কেতিয়াবা মেনকাৰ হাতত কিবা এটা কাম পৰোঁ-পৰোঁ হলেই কিৰণে চিলনীয়ে থপিউৱাদি থপিয়ায়। তেনেকুৱা সময়ত মেনকাই নিজে-নিজে অকণমানকৈ হাঁহে;—ভালেই, কৰা, তুমিয়েই কৰা। কিন্তু তাইৰ কেতিয়াবা জানিবলৈ বৰ মন যায়—বুঢ়া-বুঢ়ীয়েনো কিৰণৰ কথা কি ভাবে। তাই কেতিয়াও বুঢ়া-বুঢ়ীৰ লগত কিৰণৰ কথা পতা নাই, কিন্তু তাইৰ শুনিবলৈ মন যায়—বুঢ়া-বুঢ়ীয়েনো কি কয়! কিৰণে বুঢ়া-বুঢ়ীক পঞ্চামৃত খাবলৈ যোৱাৰ কথা সোধোঁতে মেনকাই কাণ থিয় কৰি ৰ'ল।

বুঢ়াই নিৰ্বিকাৰভাৱে ভাতবোৰ পিটিকি-পিটিকি চোবাব পৰা কৰিবলৈ ধৰিলে। বুঢ়ীয়ে ক'লে, "আমিনো আৰু হাঁ-না কি কম? তহঁতে যিটো কৰ বুলি ঠিক কৰ, সেইটো আমি হাঁ বুলি ক'লেও কৰিবি, না বুলি ক'লেও কৰিবি। মিছাকৈনো আমাক সোধাৰ নামটো কৰ কিয়?"

কিৰণে থৰ লাগি বুঢ়ীৰ মুখলৈ চালে। বেৰৰ ইফালে মেনকাই চাদৰৰ আগেৰে এনেয়ে এবাৰ ডিঙিটো মচিলে।

নিজে ভাত খাবৰ সময়ত কিৰণে মেনকাৰ আগত কথাটো উলিয়ালে। মেনকাই ক'লে, "জানো! মইতো এইবোৰ নিয়ম-কাৰণ নাজানো। তোমাৰ মাৰাই আছি ইয়াতে খুৱাই থৈ গ'লে নহয় নেকি?" অকণমান সময় ৰৈ তাই ক'লে, "নোযোৱাকৈ থাকিব পাৰিলে ভাল।"

কিৰণৰো ঘৰখনৰপৰা আঁতৰি থাকিবৰ বৰ বেছি মন যোৱা নাছিল। কোনো-কোনো সময়ত অকণমান মন গ'লেও, মহীকান্তৰ উৎসাহ দেখি সেইকণো নোহোৱা হৈ গৈছিল। তাইক ঘৰলৈ পঠিয়াবলৈ মহীকান্তৰ ইমান আগ্ৰহ কিয়? ঠিক,—নোযোৱাকৈ থাকিব পাৰিলে ভাল,—কিন্তু সেইষাৰ কথা মহীকান্তই নকৈ মেনকাই কয় কিয়?

কিন্তু নিজৰ মগজ খটুৱাই যাওঁ-নাযাওঁ কিবা এটা ঠিক কৰাৰ

সুবিধা কিৰণে নাপালে। মহীকান্তই চমৰুক খবৰ দিলেই। দেওবাৰে পুৱাই চমৰুৰ ঘোঁৰাবাগী মহীকান্তহঁতৰ পদূলিত ৰ'লহি। ঘোঁৰা দুটাই মাজে-মাজে একোবাৰ মূৰ জোকাৰিলে;—সিহঁতৰ ডিঙিৰ জুনুকাবোৰ জুনজুনাই উঠিল,---সেই জুনজুননি শুনি ভিতৰত কিৰণৰ উথপথপ লাগিল। সেই দেওবাৰে কলঘৰত ডাঙৰ পঠা এটা কাটিছিল; দেউকিলালে মঙহ সৰহকৈ আনিছিল; মহীকান্তই বেছিখিনি ঘৰলৈ ৰাখি অলপমান মঙহ কিৰণৰ টোপোলাৰ ভিতৰত ভৰাই দিলে। এসময়ত বুঢ়া-বুঢ়ী আৰু মেনকাৰ ভৰি চুই সেৱা কৰি কিৰণ ঘোঁৰাবাগীত উঠিলগৈ। লগত উঠিল মহীকান্ত আৰু ভজহৰি।

কলঘৰৰ দেওবৰীয়া মঙহ গধুলিৰ সাঁজৰ বাবে ৰন্ধাৰ নিয়ম। মণিৰ টোপনি ধৰাৰ আগতে হওক বুলি মেনকাই সোনকালে মঙহখিনি ৰান্ধিবলৈ ল'লে। কিন্তু মঙহৰ তৰকাৰীৰ উতল আহোঁতেই মেনকাই শুনিলে---দূৰত চমৰুৰ ঘোঁৰাবাগীৰ শব্দ। তাইৰ বুকুখন এবাৰ ধপকৈ উঠিল। মানুহবোৰ আজিয়েই উভতি অহাৰ কথা আছিল জানো? কোন উভতি আহিল?

মহীকান্ত অকলে উভতি আহিল।

এবাৰ বাৰান্দাত মুখামুখি হওঁতে মহীকান্তই মেনকাক সৰু মাতেৰে ক'লে, "আজি তুমি ইয়ালৈকে আহিবা।"

আজি মানে ৰাতিটো। ইয়ালৈকে মানে কিৰণ আৰু মহীকান্তৰ শোৱা কোঠালিলৈ।

মেনকা এনেকুৱা কিবা এটাৰ আশংকাত সন্ত্রস্ত হৈ আছিল। প্রথমতে তাই একো নোকোৱাকৈ গুচি যাব খুজিছিল, কিন্তু দুখোজমান গৈয়েই উভতি তাই ক'লে, "মই আপোনাক সেৱা কৰি কৈছোঁ, মোক আৰু তেনেকুৱা কথা নকব।"

মহীকান্ত অলপ সময় থিয় হৈ থাকিল, তাৰ পাছত সি কিৰণৰ কোঠালিত সোমাল। বহুত সময় পাৰ হৈ গ'ল, সি কোঠালিৰপৰা নোলালো, তাৰ কোনো শব্দও শুনা নগ'ল। এবাৰ দ্বিতীয় ল'ৰা দীনই দুৱাৰ মুখৰপৰা তাক খবৰ দিলে,—ভাত খাবলৈ মাতিছে।

ভদ্ৰকান্ত ৰাতি সোনকালে ঘৰলৈ নোভতে। কিন্তু আজি সি গধুলিতে ঘৰ সোমাইছিলহি। সি থকাৰ কাৰণে মেনকাই যেন কিবা সাহস এটা পাইছিল। মহীকান্ত আৰু তাক একেলগে ভাত

বাঢ়ি দি মেনকাই মহীকান্তলৈ খবৰ পঠাইছিল। ভদ্ৰকান্তৰ খোৱা শেষ হৈ গ'ল, মহীকান্ত নাহিল। "তাৰ ভাতখিনি, তালৈ:ক পঠিয়াই দিয়ক"—বুলি কৈ ভদ্ৰকান্ত মুখ ধুবলৈ উঠি গ'ল।

এসময়ত ইন্দ্ৰ আৰু দীনই কাঁহী-বাতিত সজোৱা ভাত-তৰকাৰী মহীকান্তৰ কোঠালিলৈ লৈ গ'ল। মহীকান্তই মূৰটো তুলি সিহঁত দুটালৈ চালে, কিন্তু একো নক'লে। অলপ পৰৰ পাছতে তাৰ কোঠালিৰপৰা কাঁহী-বাতি পকাত উফৰি পৰাৰ থনৰ-থনৰ শব্দ ওলাই আহিল।

মেনকাই ভাত নাখালে। পাগঘৰ সামৰি সুতৰি, হাত-ভৰি ধুই তাই নিজৰ কোঠালিত সোমাই দুৱাৰখনৰ এপাত মাৰি ইপাতত থকা খিলিটোত হাত দিছে, এনেতে মহীকান্ত মাজৰ কোঠালিটোলৈ সোমাই আহিল।

"ৰবা"।—থিয় হৈ থাকিবলৈ অসুবিধা হৈছিল কাৰণেই নে কি, সি চকী এখনৰ হেণ্ডেল এডালত ধৰি ল'লে। সি শোৱা কোঠালি-টোলৈ সোমাই আহে বুলি মেনকাই লৰালৰিকৈ দুৱাৰখনৰ বাহিৰলৈ ওলাই আহি পিছফালে দুৱাৰখন জপাই ধৰিলে।

"তই মোৰ কথা শুনিবি নে নুশুন? হুঁ? তই মোৰ কথামতে এইটো কোঠালিলৈ আহিবি নে নাহ?" মহীকান্তৰ জিভা দোৰোল খোৱা নাছিল, কিন্তু শব্দবোৰ গোন্ধত লুতুৰি-পুতুৰি হৈ ওলাইছিল। "আহিবি নে নাহ?" এইবাৰ সি গৰ্জি উঠিল।

"নাযাওঁ।" —ছবহৰীয়া জীয়েক ৰমাই ৰাতিপুৱা তলসৰা শেৱালী ফুল বুটলিবলৈ লগ ধৰিলে যেনেকৈ কয়, মেনকাই শব্দটো তেনেকৈ ক'লে।

মহীকান্তই এক মুহূৰ্ত ঘোপাকৈ মেনকালৈ চাই ৰ'ল, তাৰ পাছত সুধিলে, "কিয় নাহিবি? তই মোৰ ঘৈণী হৱ নে নহৱ? তই মোৰ ওৱাইফ হৱ নে নহৱ? তোক মই খানা-পিনা দিছোঁ নে নাই? মাছ-মাংস, ঘিউ-গাখীৰ, জহা চাউল দিছোঁ নে নাই?"

মেনকা অইন ফালে চাই মনে মনে ৰ'ল।

মহীকান্তই চিঞৰিলে, "দিছোঁ নে নাই?"

"সেইবোৰ মই ঠিকমতে সিজাই দি আছোঁ। বহি বহি খোৱা নাই নহয়। কাম কৰিছোঁ, খাইছোঁ।"

"কাম কৰিলেই হ'ল নেকি? তই বান্দী নেকি? বান্দীৰ নিচিনা-কৈ কাম কৰিলেই ওৱাইফ হয় নেকি?"

আন এখন চকীৰ হেণ্ডেললৈ হাত সলাই মহীকান্ত এখোজ আগবাঢ়ি আহিল।

হঠাৎ যেন মেনকাৰ মূৰৰ মাজেদি এটা উত্তপ্ত বিজুলী পাৰ হৈ গ'ল। পোনে পোনে মহীকান্তৰ চকুলৈ চাই তাই সুধিলে, "আৰু কি কৰিব লাগে? ৰাতি লগত শুব লাগে?"

"আলবাৎ।"

"লগত শুবলৈ মানুহ আছে নহয়।"

"সেইবোৰ কথাৰ তোৰ কোনো দৰকাৰ নাই।" —মহীকান্ত আৰু এখোজ আগুৱাই আহিল। "মই তোক এৰি দিছোঁ নেকি? বাপেৰৰ ঘৰলৈ খেদি দিছোঁ নেকি? নাই দিয়া। মই কেতিয়া কাৰ লগত শুম সেইটো মই ঠিক কৰিম। মোৰ খুচী। এই-ফালে আহ।"—মহীকান্তই মেনকাৰ হাতখনৰ ফালে হাত মেলিলে।

মেনকাৰ চকুদুটা ডাঙৰ, উজ্জ্বল আৰু স্থিৰ হৈ পৰিল। সৰু অথচ টান মাতেৰে তাই ক'লে, "মই কৈ দিছোঁ, আপুনি মোক নুচুব।"

"নুচুম?"

"নুচুব। কেতিয়াও নুচুব। মৰিবৰ সময়ত মুখত পানী দিবলৈ-ও আপুনি মোক নুচুব। মই আজিয়েই একেবাৰে কৈ দিছোঁ।"

"তই মোৰ ওচৰলৈ নাহ বুলি শপত খাইছ?"

"খাইছোঁ।"

"নাম নাজানো ছালা তোৰ শপত। মোক তই চিনি পোৱা নাই? তোৰ নিচিনা এক ডজন মাইকী মই চেপেটা কৰি দিব পাৰোঁ—জান নে নাজান? হুঁ? আৰু এজনী আনিলোঁ কাৰণে তোৰ হিংসা লাগিছে? খুচী হ'লে আৰু দুজনী আনিম বুলি জান নে নাজান? তোৰ শপত,—মই,—ধানকলত ধান বনাদি,—তোক, তোৰ শপত, তোৰ চৈধ্য পুৰুষ,—চবকে মই বানি চাফা কৰি পেলাম বাপেপকে। নুচুব! ওঁহ! নুচুব! চুলে তই কি কৰিবি? মাৰিবি নেকি মোক?"

তাৰ পাছত মহীকান্তই "এইফালে আহ" বুলি চিঞৰ এটা মাৰি

মেনকাৰ বাওঁ হাতখন চেপা মাৰি ধৰিলে। গাৰ বলেৰে মেনকাই আঁজোৰ মাৰি হাতখন আঁতৰাই নিলে। মানুহটোৰ হাতখন যেন তাইৰ অওঠা এডালৰ নিচিনা লাগিছিল। ভৰিৰ জোৰ কমি অহা মহীকান্তই সেই আঁজোৰত থিৰ হৈ ৰ'ব নোৱাৰিলে। সি চকী এখনত ধৰিব খুজিলে; চকীখনে কাতি হৈ আন এখন চকীত খুন্দা মাৰিলে। ঠাক-ঠুককৈ কিছুমান শব্দ হ'ল। "তোক মই আজি"—বুলি দাঁত কামুৰি মহীকান্তই কাতি হৈ থকা চকীখন পুৰাকৈ মজিয়াত বগৰাই দিলে।

মেনকাৰ পিছফালৰ দুৱাৰখনৰ এপাত ঠেলি ইন্দ্ৰই মাক আৰু দেউতাকৰ মুখলৈ চালে। একে সময়তে বাৰান্দাৰ ফালৰ দুৱাৰ মুখত থিয় হ'লহি ভদ্ৰকান্ত।

"নবৌ আপুনি ভিতৰলৈ যাওক।" ভদ্ৰকান্তই হুকুম দিয়াৰ সুৰেৰে ক'লে।

মেনকা যেন এই হুকুমটোৰ কাৰণেহে ৰৈ আছিল। মূৰটোত হাত দি ইন্দ্ৰক ভিতৰলৈ পঠিয়াই তাই নিজেও ভিতৰ সোমাল আৰু দুৱাৰখন বন্ধ কৰি দিলে। বন্ধ কৰি দিয়া খিলিডালত হাত দি তাই অলপ সময় থিয় হৈ ৰ'ল।

"মনে মনে শুই থাকগৈ। আৰু যদি গণ্ডগোল কৰা শুনো, কথা বেয়া হ'ব, কৈ দিছোঁ।" —ভদ্ৰকান্তই গেঞ্জিটোৰ ওপৰতে বুকুখনত হাত ফুৰাই-ফুৰাই ক'লে।

"কি? কি কলি তই? কথা বেয়া হ'ব বুলি কাক কলি?" মহীকান্তই পুৰা-পুৰিকৈ ভদ্ৰকান্তৰ ফালে ঘূৰি ল'লে।

"তোক কলোঁ।"

"ছালা কুকুৰ! তোৰ ইমান সাহ? কথা বেয়া হ'ব—মানে—মানে তই মোক মাৰিবি নেকি? কাৰ খাই তোৰ ইমান কলিজা বাঢ়িছে? এক পইচাৰ, —এটা ফুটা কড়িৰ মানুহ নহৱ, মই খাবলৈ নিদিলে শুকাই মৰিবি, শগুণে খাবলৈ তোৰ গাত মাংস নাথাকিব, তোৰ মুখত ইমান ডাওৰ-ডাওৰ কথা? খাই পাত ফলা, নিমখ হাৰাম, চুৰাখোৱা নিলাজ,—"

মহীকান্তৰ মূৰটোৱে সেপ গিলাৰ লগৰ দোপ এটা মাৰিলে। সেই সুৰুঙাতে ভদ্ৰকান্তই বুকুৰ ওপৰত হাত ফুৰাই থাকিয়েই, সেই

আগৰ সুৰতে ক'লে, "ঠিক আছে, আজিৰপৰা মই তোৰ চুৰা নাখাওঁ। এতিয়া মনে মনে শুই থাকগৈ।"

"নাথাকোঁ।"

মহীকান্তৰ চিঞৰত দুৱাৰখনৰ ইফালে গেনকা উচপ খাই উঠিল। তাইৰ ইচ্ছা হ'ল,—ওলাই গৈ তাই ভদ্ৰকান্তক বুজাই-বঢ়াই আঁতৰাই পঠিয়াব। কিন্তু তাইৰ ভয়ো লাগিল,—জানোচা তাই ওলাই গ'লেই কথা বাঢ়ে!

"তোৰ হুকুম শুনিবলৈ মই তোৰ গোলাম নেকি? এ-স্! দেমাক দেখুৱাইছে! মোৰ চুৰা নাখাই তই কাৰ চুৰা খাবি? কোন-সোপা টকাৰে খাবি? চুৰ কৰিবি? মদন চোৰৰ লগ লাগিবি? মোৰ ইজ্জত খাবি?" মহীকান্তৰ জিভা লাহে লাহে দোৰোল খাই আহিছিল।

ভদ্ৰকান্তই তাৰ মোটা, গলগলীয়া মাতটো শান্ত আৰু গম্ভীৰ কৰি ক'লে, "লোকক কিয় লেটিয়াইছ? মদনৰ নাম ল'বলৈ তইতো তাৰ ভৰিৰ ধুলিৰ যোগ্যও নহৱ!"

দুইফালে বৈ পৰা কেকোঁৰা চুলি, ৰঙচুৱা চকু, তলৰ ওঁঠখন কামোৰ মাৰি ধৰা দাঁতপাৰি,—সকলো মিলি একমুহূৰ্তৰ কাৰণে মহীকান্তক দুৰ্গা-গোঁসানীৰ তলৰ অসুৰটোৰ নিচিনা দেখা গ'ল। সি কিবা ক'বলৈ দোপ লওঁতেই ভদ্ৰকান্তই হাতখন দেখুৱাই ক'লে, "আৰু চিঞৰ-বাখৰ নকৰিবি;—"

লগে লগে মহীকান্তই তীক্ষ্ণ চিঞৰ এটা মাৰি ক'লে, "ওলাই যা তই এইখন ঘৰৰপৰা। গেট আউট। এতিয়াই ওলাই যা। তোক—"

"অ' বোপাইহঁত, তহঁতক কাবৌকৈ মাতিছোঁ,—তহঁত আঁতৰি যা।"—যোগেশ্বৰী বুঢ়ী যেন হাতযোৰ কৰিয়েই নিজৰ কোঠালিৰ পৰা ওলাই আহিল।—"যা সৰুবাপু, তই সোমাই থাকগৈ।"

বিছনাৰপৰাই ঘনকান্ত বুঢ়াই ক'লে, "জুই লগাই দে অ'; গোটেই ঘৰটোতে জুই লগাই দে। মৰা লাছডাল পেলাই থলে কিডাল হ'ব?"

যোগেশ্বৰীয়ে ভদ্ৰকান্তক গাত ধৰি চোতালৰ ফালে টানি নিবলৈ চেষ্টা কৰিলে। ভদ্ৰকান্তই মহীকান্তৰ মুখলৈ চাই ক'লে, "মইতো

কৰলোঁৱেই, আজিৰপৰা মই তোৰ চুৰা নাখাওঁ। কিন্তু এইহাল মানুহ নমৰে মানে এইখন ঘৰ মই নেৰোঁ। মই তোৰ পকাঘৰত থকা নাই। কিন্তু তোক মই কৈ দিছোঁ,—মই তোৰ ভজহৰি নহওঁ। মনত ৰাখিবি।"

কথাখিনি কৈয়েই মাকৰ হাত দুখন গাৰপৰা লাহেকৈ আঁতৰাই ভদ্ৰকান্ত নিজৰ কোঠালিটোৰ ফালে গুচি গ'ল। অলপ সময় মেজ এখনত ভেজা দি থিয় হৈ থাকি, বাটিৰ দুখন চকী বগৰাই, বেৰত ধৰি-ধৰি মহীকান্ত কিৰণৰ কোঠালিত সোমাল। সোমায়েই সি ধুমকৈ দুৱাৰখন বন্ধ কৰি দিলে। যোগেশ্বৰী বুঢ়ী অকলে-অকলে বাৰান্দাতে অলপ সময় বহি থাকিল।

ইন্দ্ৰৰ টোপনি অহা নাছিল। মেনকাই তাৰ ওচৰতে শুই, মূৰত হাত ফুৰাই-ফুৰাই এসময়ত তাৰ টোপনি আনিলে। তাইৰ নিজৰ কিন্তু শেহ নিশালৈকে টোপনি নাহিল। কথাবোৰ তাইৰ মগজত অনবৰত ঘূৰি থাকিল। এবাৰ,—অকণমান সময়ৰ কাৰণে তাইৰ চিন্তা হ'ল,—সঁচাকৈয়ে মহীকান্তই যদি তাইক এইখন ঘৰৰপৰা উলিয়াই দিয়ে। ল'ৰা-ছোৱালী চাৰিটা নোহোৱাকৈ তাই এদিনো থাকিব নোৱাৰে। তেনেহ'লে? সিহঁত চাৰিটাক লগত লৈ তাই—? কিন্তু পাছ মুহূৰ্ততে তাই মনৰপৰা চিন্তাটো জোকাৰি পেলালে। সেই শক্তি, সেই পুৰুষত্ব মহীকান্তৰ গালৈ উভতিবলৈ তাই কেতিয়াও সুবিধাই নিদিব। এঘাৰ বছৰে তাই অন্ততঃ তাৰ বিষদাঁতকেইটা কোনখিনিত আছে সেইটো জানিছে; আৰু তাইৰ, তাইৰ নিজৰ দাঁত গজাৰ সময়তো পাৰ হৈ যোৱা নাই!

নিজৰ দাঁতৰ কথা ভাবোঁতে মেনকাৰ নাকৰ পাহি দুটা ফুলি ফুলি উঠিল; কিন্তু এইটো কথা ভবাৰ কাৰণে যেন তাইৰ ভাগৰো লাগিল, আৰু ভাবোঁতে তাইৰ কষ্টও হ'ল। এই বয়সত তাই নতুন দাঁতৰ চিন্তা কৰিবলৈ নোপোৱা হলেই ভাল আছিল।

কিন্তু সকলো কথাৰ মাজে-মাজে বাৰে-বাৰে মেনকাৰ মনলৈ আহি থাকিল ভদ্ৰকান্তৰ কথা। এঘাৰ বছৰে এই ল'ৰাটোক মেনকাই দেখি আহিছে। ওলাইছে, সোমাইছে, ভাত খাইছে, গালি খাইছে, মহীকান্তৰপৰা পৰাপক্ষত আঁতৰে-আঁতৰে ফুৰিছে, মেনকাক পইচা খুজিছে, নিঠৰুৱাৰ নিচিনা কাৰণে মেনকাই তাক বেয়া নোপোৱা ব্যৱহাৰ কৰিছে,—সিমানেই। কিন্তু আজি তাই যিটো ভদ্ৰকান্তক

দেখিলে—! হঠাতে কি হ'ল আজি তাৰ? সি সঁচাকৈয়ে এইখন ঘৰত একো নাখাব নেকি? নে সি খঙত কৈছে? ইমান ডাঙৰ কথা এটা সি ইমান ফংকৰে কৈ পেলালে! তাৰ লগত কথা পাতি-বলৈকে তাক বুজাবলৈকে মেনকাৰ কেতিয়া ৰাতি পুৱায়-কেতিয়া ৰাতি পুৱায় লাগিল।

. ৰাতিপুৱা ভদ্ৰকান্তক দেখা নগ'ল। ইন্দ্ৰ শোৱাৰপৰা পলমকৈ উঠিছিল। সি উঠাৰ লগে লগে মেনকাই তাক মনে মনে ক'লে,— আগফালৰ খিৰিকিখনেদি ভদ্ৰকান্তৰ কোঠালিটো চাবলৈ। ভদ্ৰকান্ত কোঠালিটোতো নাই। সি ৰাতিয়েই ওলাই গ'ল নেকি?

দুপৰীয়া হ'ল, আবেলি হ'ল, ভদ্ৰকান্ত নাহিল।

গধুলিৰ আগে আগে ভজহৰি আৰু ল'ৰা-বয়সীয়া ভতিজাক এটাক লৈ কিৰণ আহিল। তিনিদিনৰ দিনা আবেলি চমকৰে ঘোঁৰাবাগী লৈ তাইক আনিবলৈ যোৱাৰ কথা আছিল, কিন্তু পঞ্চামৃত খোৱা কামটো শেষ হোৱাৰ পাছত তাইৰ তাত থাকিবলৈ অশান্তি লাগিল। এইখন ঘৰৰ দৰকাৰী চাবি একোছা যেন তাই পিছ-ফালৰ গাধোৱা ঘৰটোৰ বাঁহৰ বেৰতে এৰি থৈ গৈছিল, —কিবা হ'ল চাবিকোছাৰ? কোনে বা পালে চাবিকোছা?—মাকৰ ঘৰত তাইৰ তেনেকুৱা লাগি থাকিল। ঘোঁৰাবাগীলৈ বাট চাবলৈ তাইৰ মন নগ'ল;—দুমাইল খোজ কাঢ়ি, লোকেল ব'ৰ্ডৰ ৰাস্তাত বাছত উঠি তাই গুচি আহিল।

আহিয়েই তাই বস্তু-বাহানি, মানুহবিলাকৰ মুখ,—সকলোলৈকে পিতপিতকৈ চালে; তাই ধৰিবলৈ চেষ্টা কৰিলে—তাই নথকা সময়খিনি ঘৰখন কেনেকৈ চলিল। যোগেশ্বৰী বুঢ়ী ঘৰত নাই। তেওঁ দুপৰীয়াই ডাঙৰ পুতেক ৰত্নকান্তৰ ঘৰলৈ গৈছে। আজি তাতে থাকিবও পাৰে। বুঢ়াই গধুলিতে বিছনাত উঠি খিৰিকিখনৰ মুখত বহি বাহিৰলৈ চাই আছে আৰু মাজে-মাজে কাহিছে। ইন্দ্ৰ আৰু দীন নিজৰ কোঠালিত সোমাই আছে। বাৰান্দাত যিকণ পোহৰ আছে, সেই পোহৰতে ৰমা আৰু মণিয়ে চেং-গুটিৰ নিচিনা কিবা খেলিছে। মুখখন সহজ-সৰল হৈ আছে একমাত্ৰ মেনকাৰ। তাই কোমল হাঁহি এটা মুখত লৈ কিৰণক সুধিলে, "পঞ্চামৃত খালা?"

কিৰণে প্ৰথমতে চিন্তা কৰিলে—মেনকাই হাঁহিলে কিয়? তাইৰ মনটো আজি বৰ ভাল নেকি? তাৰ পাছত তাই লাহেকৈ উত্তৰ

দিলে,—"খালোঁ।" তাৰ পাছত তাইৰ সুধিবলৈ মন গ'ল—তাই মাকৰ ঘৰলৈ যোৱাৰ পাছত এইখন ঘৰত কি কি হ'ল! কিন্তু তাইৰ সন্দেহো হ'ল—মেনকাই চাগে সকলো কথা খুলি নকব। মহীকান্তক সোধাই ভাল। তাৰ মুখখন কেতিয়াবা পকা-বগৰী লাগি থকা ডালৰ নিচিনা হৈ থাকে। ঠিকমতে এঠাইত হাকুটিডাল লগাই জোকাৰিব পাৰিলে তল ভৰি পৰে।

মহীকান্ত ঘৰলৈ পলমকৈ উভতিছিল। কিৰণক দখিয়েই সি অলপ পৰ থৰ লাগি ৰ'ল; কোঠালিটোৰ ভিতৰত ইফাল-সিফাল কৰি কিবা ভাবিলে। তাৰ পাছত ৰাতিটোৰ কাৰণে বিদায় লবলৈ বুলি আগফালে বহি থকা ভজহৰিক চাৰি পইচাৰ ভজা বুট আনিবলৈ লাকাইয়াৰ দোকানলৈ পঠিয়াই দিলে আৰু কিৰণক দুটামান পিয়াঁজ চকলিয়াই আনিবলৈ ক'লে।

কেঁচা গিয়াঁজেৰে সৈতে কিৰণ শোৱা-কোঠালিত সামাল। কোঠালিটোৰ দুৱাৰ বহু সময়লৈ মেল নাখালে।

বন্ধা-বঢ়াৰ কাম শেষ কৰি, ইন্দ্ৰইতক খুৱাই-বুৱাই মেনকা আগফালৰ বেঞ্চখনত বহি ৰ'ল। দূৰত মিউনিছিপেলিটিৰ লেমটোৰ পোহৰত মানুহ এটা দেখিলেই তাইৰ চিন্তা হৈছিল,—ভদ্ৰকান্ত ৰাতিও নাহিব নেকি?

ভদ্ৰকান্তৰ লগত মেনকাৰ দেখা হ'ল পাছদিনা আগবেলা। কিমান ৰাতি সি ঘৰলৈ উভতিছিল মেনকাই গম পোৱা নাছিল; কিন্তু সি যেতিয়া পাগঘৰৰ মূধৰ ফালে থকা জেতুকা গছজোপাৰ তলত থিয় হৈ একান্তমনে এঙাৰেৰে দাঁত মাজি আছিল, তেতিয়া মহীকান্ত কলঘৰলৈ ওলাই গৈছে, ইন্দ্ৰহঁতে স্কুললৈ যাবলৈ কিতাপ-বহী জাপিছে।

মেনকাৰ লৰালৰিকৈ চিৰাকেইটামান কোমলাই, চাহ একাপ কৰি তাক খাবলৈ দিবলৈ মন গ'ল, কিন্তু তাইৰ ভয়ো লাগিল। এবাৰ সাহস গোটাই লৈ তাই লাহে-লাহে ভদ্ৰকান্তৰ ওচৰলৈ গ'ল। তাৰ ওচৰত অকণমান সময় চুচুক-চামাক কৰি থাকি তাই সুধিলে, "কালি ক'ত থাকিলা?"

জেওৰাখনৰ গুৰিত ক'লা থু এসোপা পেলাই, এনেয়ে আৰু দুখাৰমান থু-থু কৰি ভদ্ৰকান্তই যেন অলপ সময় পাৰ কৰিলে, তাৰ পাছত ক'লে "দিনত এবাৰ ৰঙ্গ ককাইটিৰ তালৈ গৈছিলোঁ। তালৈ যোৱাৰ পাছতে বৌৰ অসুখ হৈছে।"

"কি হৈছে?"

"কিবা বোলে বুকু ধপধপায়, মূৰ ঘূৰায়।"

ভদ্ৰকান্তই আকৌ মুখত আঙুলি ভৰালে। মেনকাই তলমূৰকৈ অকণমান সময় কিবা ভাবিলে, তাৰ পাছত সুধিলে, "ৰাতি তাতে থাকিলা?"

"ওহোঁ।" ভদ্ৰকান্তই মূৰ জোকাৰিলে।

"ক'ত থাকিলা?"

ভদ্ৰকান্তই একো নুশুনাৰ নিচিনাকৈ দাঁত ঘঁহি থাকিল। মেনকাই সুধিলে, "মোৰ লগত ভালকৈ কথা নপতা হ'লা কিয়?"

"কথাতো পাতিয়েই আছোঁ দেখোন।" ভদ্ৰকান্তই অলপ কোমল সুৰত ক'লে।

"ৰাতি ক'ত থাকিলা?" মেনকাই গহীন মাতেৰে সুধিলে।

"মদনৰ লগত।" ইতিমধ্যে আকৌ গোট খোৱা থুখিনি জেওৰাৰ গুৰিত পেলাই মুখখন নুঘূৰোৱাকৈয়ে ভদ্ৰকান্তই ক'লে।

মেনকা অলপ সময় থৰ হৈ ৰ'ল। মদনৰ লগত? ফৎকৰে মেনকাৰ মনলৈ আহিল মহীকান্তই পৰহি ৰাতি গৰজি-গৰজি ভদ্ৰকান্তক কোৱা কথাবোৰ,—মোৰ চুৰা নাখাই তই কাৰ চুৰা খাবি? কোনসোপা টকাৰে খাবি? চুৰ কৰিবি? মদন চোৰৰ লগ লাগিবি? —আৰু ভদ্ৰকান্তৰ উত্তৰটো,—মদনৰ নাম লবলৈ তইতো তাৰ ভৰিৰ ধূলিৰ যোগ্যও নহৱ।—

মেনকা যেন বৰ চিন্তাত পৰিল। কি হৈছে কথাবোৰ? কেনেকুৱা মানুহ এই মদন চোৰটো? সেইদিনা দুপৰীয়া সি তাইক কৈছিল, জেলৰপৰা ওলাই আহি সি বোলে তাইৰ কথাকে ভাবি আছিল। কি ভাবিছিল? কত দিন তাৰ মাকে জেলৰপৰা জামিনত আনিবলৈ এইখন ঘৰৰ চোতাললৈ আহি মহীকান্তক খাটনি ধৰিছেহি! আৰু মহীকান্তৰ লগত কাজিয়া কৰি ভদ্ৰকান্ত থাকেগৈ সেই মদনৰ লগত! তাইৰ দহ বছৰীয়া ল'ৰা ইন্দ্ৰ বহি থাকেগৈ মদনৰ ওচৰত! আৰু

ভদ্ৰকান্তই ককায়েকৰ লগত কাজিয়া কৰিলে কাৰ কাৰণে? তাইৰ কাৰণেইতো!

"কি হ'ল নবৌ?"—মেনকাক থৰ লাগি থকাৰ কাৰণে ভদ্ৰকান্তই সুধিলে।

একো নোহোৱাৰ নিচিনাকৈ মেনকাই সুধিলে, "তুমি ঘৰত সঁচাকৈ একো নোখোৱা নেকি?"

"নাখাওঁ।" ভদ্ৰকান্ত অলপ দূৰত থকা পানীৰ বাল্টিটোৰ ফালে আগ বাঢ়িল।

মেনকাৰ ধাৰণা হ'ল, সি ক'ত কি খাব সেইবোৰ কথা তাক সুধি লাভ নাই। তাই কেৱল সুধিলে, "তোমাৰ হাতত পইচা আছে?"

"নাই।"

"দিম নেকি অলপমান পইচা?"

ভদ্ৰকান্তই বাল্টিটোৰপৰা হাত ওভোতাই আনি, পোনে পোনে মেনকালৈ চাই ক'লে, "আপুনি আকৌ পইচা ক'ৰপৰা দিব? আপুনি উপাৰ্জন কৰে নেকি?" বাওঁ হাতত বাল্টিটো লৈ কুঁৱাটোৰ ফালে খোজ লওঁতে ভদ্ৰকান্তই লাহেকৈ হাঁহিলে। হাঁহি হাঁহিয়েই সি ক'লে, "নালাগে নবৌ।" হাঁহিটোৰে সৈতে তাৰ মুখখন বৰ মৰম লগা, উজ্জ্বল হৈ উঠিল। অকণমান সময় মেনকাই তাৰ মুখলৈ চাই ৰ'ল। তাৰ পাছত তাই ঘূৰিল আৰু আঁতৰি আহিবলৈ খোজ পেলালে। দুখোজমান আহি তাই আকৌ ঘূৰিল, ঘূৰি ক'লে, "তুমি ওলাই যাওঁতে এটা কাম কৰিবা। চমকক খবৰ দিবা, দুপৰীয়াৰ পাছতে সি যেন ঘোঁৰাবাগীখন লৈ আহে। মই এবাৰ আইৰ খবৰ কৰিবলৈ যাম।"

মহীকান্ত দুপৰীয়া ঘৰলৈ অহাত পলম হ'ল। চমক কিন্তু ঘোঁৰাবাগীখন লৈ মেনকাই আশা কৰা সময়তেই আহিল। মণিৰ গাত ভাল ফ্ৰক, মেনকা পিন্ধি-উৰি কৰবালৈ যাবলৈ সাজু হৈ আছে,—এইবোৰ দেখি-শুনি কিৰণৰ মনটোৱে উচপিচাই আছিল; পদলিত ঘোঁৰাবাগীখন ৰোৱাৰ পাছত তাই আৰু মনে-মনে থাকিব নোৱাৰিলে। তাই মেনকাক সুধিলে, "ক'লৈ যায় বাইদেউ?"

মণিৰ কপালৰ ওচৰৰ চুলিখিনি হাতেৰে ঠিকঠাক কৰি-কৰি

মেনকাই চমুকৈ ক'লে, বৰজনাকৰ ঘৰ পোৱাৰ পাছতে শাহুৱেকৰ গাটো বেয়া কৰিছে; তাই খবৰ লবলৈ যায়।

"আগতে কথাটো জনা হ'লে ময়ো গলোঁহেঁতেন।"—কিৰণে মনটো অলপ গোমোঠা কৰি ক'লে।

"ভাত-পানী দিব লাগিব নহয়। তুমি অইন এসময়ত যাবা।" —বুলি কৈ মেনকা মণিৰ হাতত ধৰি ওলাই গ'ল আৰু পোনে পোনে ঘোঁৰাবাগীত উঠিলগৈ।

বাগীখন চলাৰ পাছত মেনকাই এবাৰ ভাবিলে, কথাটো বেয়া হ'ল নেকি? তাইনো হঠাতে এনেকৈ শাহুৱেকক চাবলৈ কিয় ওলাই আহিল? এনেকৈ ঘপকৈতো তাই কেতিয়াও ঘৰৰপৰা ওলাই নাহে। পিছে সেইটো কথা বেছি পৰ ভাবি থাকিবলৈও তাইৰ মন নগ'ল। মন গ'ল, আহিলোঁ। কিনো কথা! কিৰণে বেয়া পালে নেকি? বেয়া পাবলগীয়ানো কিটো আছে? মন গ'লে তায়ো আহিব, কিনো কথা।

কিৰণৰ কথা মনৰপৰা জোকাৰি পেলাই অইন কথা ভাবিবলৈ লওঁতেই মেনকা হঠাতে উচপ খাই উঠিল। বাটৰ কাষে-কাষে তলমূৰকৈ মদন আহি আছে। মেনকাৰ বাগীখন ৰখাই মদনক কিবাকিবি সুধিবলৈ মন গ'ল। কিবাকিবি মানে—ভদ্ৰকান্তৰ কথা। হাতত এটা পইচা নোহোৱাকৈ সি ওলাই আহিছে, চাহ খালে ক'ত, ভাত খালে ক'ত—? কিন্তু খিৰিকিয়েদি মূৰ উলিয়াই চমকক বাগীখন ৰাখিবলৈ কবলৈ তাইৰ অসুবিধা হ'ল। কি কৰিব নকৰিব ভাবি থাকোঁতেই মদন কাষেদি পাৰ হৈ গ'ল। সি কিবা ভাবি-ভাবি গৈছে হবলা;—বাগীখনৰ ফালে নাচালেই। পিছফালৰ আয়না লগোৱা খিৰিকিখনেদি মেনকাই দেখিলে, চুৰিয়াখন লুঙিৰ নিচিনাকৈ পিন্ধা, তাৰ ওপৰত এটা চুটি হাতৰ চোলা পিন্ধা ওখপাখ মানুহটো গুজুং-গুজুংকৈ গৈ আছে। বাগীখনৰ হেন্দোলনি আৰু ঘোঁৰাৰ ডিঙিৰ জুনুকাৰ তালে-তালে মানুহটোৱে উঠা-নমা কৰিছে।

ৰত্নকান্তৰ ঘৰত যোগেশ্বৰী বুঢ়ীয়ে মেনকা অহা বুলি শুনিয়েই উচপ খাই উঠিল। খা-খবৰ নাই, হঠাতে ওলালহি; আকৌ বা ক'ত কি হ'ল! মেনকাই বুজাই ক'লে—একো হোৱা নাই; আইৰ অসুখ বুলি শুনি এনেয়ে খবৰ কৰিবলৈ আহিছে। ৰত্নকান্তৰ ঘৈণী-য়েকে ইখন ঘৰৰ কথা বুঢ়ীৰ মুখৰপৰাই নিশ্চয় বহুত শুনিছে;

তথাপি মেনকাই মানুহজনীৰ আগত ক'তো যেন একো হোৱা নাই তেনেকুৱা ভাব এটা লৈ থাকিবলৈ চেষ্টা কৰিলে। কথাৰ মাজতে তাই কেৱল ভদ্ৰকান্তৰ কথা উলিয়ালে। তাই কলে, "সৰুবাপুক নহ'লে অলপ দিন আপোনালোকৰ ইয়াত ৰাখক বাইদেউ।"

"আমিতো ৰাখোঁৱেই। সি থাকিলেহে হৈছে। কালিয়েই সেয়া, কিমান জোৰ কৰিলোঁ, বোলো ইয়াতে থাকি যোৱা। থাকিব ক'ত ভাতকেইটা খাবলৈও ৰব নোখোজে।"

"দিনত ইয়াত ভাত নাখালে নেকি?" মেনকাই লগে-লগে সুধিলে।

"প্ৰথমতেতো খাবই নোখোজে, পাছত যেনিবা আয়ে জোৰ কৰোঁতে খালে। খায়েই আৰু ৰ'বৰ নাই, মুখ মচি-মচি ৰাস্তা পালেগৈ।"

দুয়োজনী অলপ সময় মনে-মনে ৰ'ল। দুয়োজনীয়ে যেন একেবোৰ কথাকে ভাবিলে। অলপ সময়ৰ পাছত মেনকাই ক'লে, "আপুনি এটা কাম কৰিব বাইদেউ। এই টকা পাঁচটা তাক দিব। আপুনি দিছে বুলিয়েই কব। মোৰ নাম নুলিয়াব।" মেনকাই হাতৰ ৰুমালখনৰ মাজৰপৰা টকা পাঁচটা উলিয়ালে।

ৰত্নকান্তৰ ঘৈণীয়েকে সুধিলে, "কিয়, তুমি নিদিয়া কিয়?"

মেনকাই বুজিলে, হয় শাহুৱেকে ৰত্নকান্তহঁতক কিছুমান কথা কোৱা নাই, নহয় ৰত্নকান্তৰ ঘৈণীয়েকে কথাবোৰ তাইৰপৰা আকৌ শুনিব খুজিছে।

"এ সেইবোৰ বহুত কথা, কিমান শুনিব! সি বোলে সেইখন ঘৰৰ ভাত-পানী, টকা-পইচা একো নোচোৱে।"—কথাখিনি কৈ, টকা পাঁচটা ৰত্নকান্তৰ ঘৈণীয়েকৰ হাতত গুজি দি মেনকা আঁতৰি আহিল। তাই শাহুৱেকৰ ওচৰ পালেগৈ।

শাহুৱেকে মেনকাক অসুখটোৰ কথা খৰচি মাৰি ক'লে। কালি গধুলি অসুখটো বেছিয়েই হৈছিল; ৰমাকান্তই ছাইকেল মাৰি গৈ ভৰত কম্পাউণ্ডৰক লগতে লৈ আহিল; কম্পাউণ্ডৰে কিবা বড়ি লিখি দিলে; ৰত্নকান্ত আকৌ গ'ল ছাইকেল মৰি বড়ি আনিবলৈ; ইফালে বতৰে গাজিব লাগিছে, গোটেইখন এন্ধাৰ-মুন্ধাৰ—

"অকণমান ভাল পাইছে যদি বলক নহ'লে। যোঁৱা বাগীখনো আছে।" মেনকাই বুঢ়ীক ঘৰলৈ লগ ধৰিলে।

বেৰৰ ইফালৰপৰা ৰমাকান্তৰ ঘৈণীয়েকে ক'লে, "তেনেকৈ শুচি গলে তেখেতে আহি বা আকৌ কি কয়! তেখেতে গা ভাল পালেও আইক কেইদিনমান থকাৰ কথা কৈছিল।"

"থাকে যদি থাকক।" —মেনকাই ক'লে। "মই দেউতাৰ কথা ভাবিহে কৈছিলোঁ। আপুনি থাকিলে দুআয়াৰ কথা পাতিবলৈকে দেউতাৰ লগ এটা হয়। নহ'লে গোটেই দিনটো অকলে অকলে, মাত নাই, বোল নাই—"

বুঢ়ীয়ে মেনকাৰ চকুলৈ চালে। অলপ ছানি পৰা, অনুজ্জ্বল চকুযোৰ বুঢ়ীৰ মুখখনৰপৰা যেন বহুত ভিতৰতহে আছে, মেনকাৰ তেনেকুৱা লাগিল। অলপ পৰ চাই থাকি দুবাৰমান চকুযোৰ পিৰিকিয়াই বুঢ়ীয়ে ক'লে, "যাওঁয়েই দে তোৰ লগতে।"

কথাষাৰ কৈ বুঢ়ীয়ে শোৱাৰপৰা মূৰ তুলিলেই। কিন্তু বহিয়েই বুঢ়ী থৰ লাগিল। মেনকাই বিছনাৰ কাষতে বহি দুই হাতেৰে বুঢ়ীক ধৰিলে। ৰত্নকান্তৰ ঘৈণীয়েকো কোঠালিটোলৈ সোমাই আহিল। দুয়োজনীয়ে ধৰি বুঢ়ীক আকৌ শুৱাই দিলে।

"এই এনেকুৱাই।" ৰত্নকান্তৰ ঘৈণীয়েকে ক'লে। "থাকিব থাকিব, হঠাতে এনেকুৱা কৰিব। বুকুৱেই বিষায় নে মূৰেই ঘূৰায়!"

বুঢ়ীয়ে মেনকাৰ লগত আৰু কথা নাপাতিলে। এবাৰ মনিক কাষলৈ টানি তেওঁ তাইৰ গালে-মুখে হাত ফুৰাই মৰম কৰিলে। মেনকা যেতিয়া ঘৰলৈ বুলি ওলাই আহিল, তেতিয়া তেওঁৰ টোপনি।

বাগী চলি থকা সময়খিনি মেনকাই একেথৰে, একে ফাললৈকে চাই থাকিল। তাইৰ হাতখনে অনবৰত মণিৰ হাত এখন খামোচ মাৰি ধৰি থাকিল।

বাগীখন আহি ঘৰৰ সমুখ পাওঁতে মহীকান্ত আগফালৰ বেঞ্চ-খনতে বহি আছিল। তাৰ কাষেদি মেনকা ভিতৰ সোমাই যোৱাৰ লগে-লগে সি মাত লগালে, "অই চমক!"

চমকৰে গাড়ীখন ঘূৰাবলৈ এটা ঘোঁৰাক লাগাম টানি বেকা কৰিছিল; সি মহীকান্তলৈ চালে।

"এইফালে আহ।"

সি চমকক কিয় মাতিলে সেইটো জানিবলৈ মেনকাৰ আগ্ৰহ হ'ল। তাই পিছ বাৰান্দাত মণিৰ ভাল ফ্ৰকটো খুলিবলৈ বহি ল'লে।

চমক আহি সমুখত থিয় হোৱাত মহীকান্তই ক'লে, "আজিৰ-পৰা মই খবৰ নিদিলে এই পদূলিত বাগী খাৰা নকৰিবি।"

চমকৰে অবাক হৈ মহীকান্তৰ মুখলৈ চালে। মহীকান্তইতো এতিয়া মদ খোৱা নাই! আৰু খালেওতো সি চমকক কেতিয়াও এনেকৈ কথা নকয়! বৰঞ্চ তাৰ যিমানে বেছি নিচা লাগে, সি সিমানে চমকক বেছি মৰম কৰে। এদিন বাগীৰ ভিতৰত লেচাৰ হৈ পৰোঁতে সি চমকক কৈছিল, "ড্ৰাইভাৰ চাহাব, ধৰচোন, মই নামো।"

মহীকান্তই ক'লে, "শুনিলি নহয়? যা।"

চমকৰে কিবা এটা কব খুজিছিল, মহীকান্তই মাতটো আৰু গম্ভীৰ কৰি ক'লে, "যা বুলি কৈছোঁ নহয়।"

দুই হাতেৰে চাবুকডাল লিৰিকি-বিদাৰি চমক গুচি গ'ল।

মেনকা থিয় হৈ ভিতৰলৈ যাবলৈ ওলাইছিল, এনেতে তাইক শহুৰেকে তেওঁৰ ওচৰলৈ মাতি পঠালে। বুঢ়া হাত ভৰি কোঁচাই বিছনাৰ ওপৰত, খিৰিকিমুখত বহি আছিল। কোঠালিটোত আবেলি-তে আন্ধাৰ হয়। খিৰিকিৰে সোমোৱা পোহৰকণ বুঢ়াৰ মুখ আৰু উদং বুকুখনত পৰিছিল। শুকান গাটোৰ হাড়বোৰ জিলিকি উঠিছিল। মুখেৰে এটাও শব্দ নকৰাকৈ বুঢ়াই মেনকাৰ ফালে চাই থাকিল। অলপ সময় মনে-মনে থিয় হৈ থাকি মেনকাই ক'লে, "আই ভালে আছে। কাইলৈ-পৰহিলৈ মানে আহিব।"

বুঢ়াই চকু তল কৰিলে। অকণমান সময় তললৈ চাই থাকি তেওঁ শব্দ নোহোৱাকৈ হাঁহিলে। হাঁহিটো অলপো কম-বেছি নোহোৱাকৈ তেওঁৰ মুখত কিছু সময়লৈ লাগিয়েই থাকিল। মেন-কাৰ বৰ অস্বস্তি লাগিল। এবাৰ ব'ৰ নোৱাৰি তাই সুধিলে, "কিয় হাঁহিছে দেউতা?"

"আয়েৰৰ কথা ভাবি হাঁহিছোঁ। তেওঁ এয়া কি কৰিছে জান? আখৰা কৰিছে। সময় চাপি আহিছে নহয়, সেই কাৰণে এবা-এৰি হৈ থাকি চাইছে।" এইবাৰ বুঢ়াৰ ডিঙিৰপৰা সৰুকৈ হাঁহিৰ শব্দ এটা ওলাল।

"আপুনি এনেকুৱা কথা কিয় কৈছে?"—বুলি কব খুজিও মেনকাই ক'ব নোৱাৰিলে। তাইৰ ডিঙিটোত সোপা লগা যেন লাগিল।

"বুঢ়ীয়ে পিছে এনেয়ে চিন্তা কৰিছে। মই বুঢ়ীক অকলে থৈ নাযাওঁ নহয়। মই বুঢ়ীতকৈ পিছ পৰিবই লাগিব।"

মেনকা সাউৎকৈ ঘূৰি লৰালৰিকৈ কোঠালিটোৰপৰা ওলাই গ'ল।

গধুলিৰ আগৰ সময়কণত মেনকা আগফালৰ বেঞ্চখনত বহি ৰ'ল। কিৰণো বেঞ্চখনত বহিবলৈ আহিছিল হ'বলা; মেনকাক বহি থকা দেখি তাই পদূলিমুখৰ ফালে আগুৱাই গ'ল। একাষৰ জপনাত গাৰ ভেজা দি তাই বাটৰ মানুহ চাবলৈ ধৰিলে। বাটেদি অহা-যোৱা মানুহ কম আছিল। কোনোবা এঠাইত খেল শেষ কৰি পদম, গজেন, নিতাইহঁতৰ পুতেকবোৰ এটা দুটাকৈ ঘৰলৈ উভতি-ছিল। মেনকাৰ মনটোৱে বাটৰ সেইকেইটা প্ৰাণীকো সহ্য কৰিব খোজা নাছিল। যেন এজাক বৰষুণ দি আছে, ক'তো কোনো বাহিৰত থাকিব নালাগে!

এসময়ত ধানকলৰ দেউকিলাল পদূলিমুখেদি সোমাই আহিল। কিৰণৰ কিবা এটা কথাৰ উত্তৰ দিবলৈ সি এক মুহূৰ্ত ৰ'ল তাৰ পাছত মেনকাৰ ফালে আগবাঢ়িল। সি কাক বিচাৰি আহিছে, কিয় আহিছে, সেইবোৰ কথা যেন মেনকাৰ মনলৈকে নাহিল। তাই ক'লে, "দেউকিলাল, এবাৰ চমকৰ দেশলৈ যাওঁতে তুমি আন কাৰোবাৰ ঘোঁৰাবাগী এখন আনি দিছিলা নহয়?"

"হয় মাইজী, সেইখন্ ছাধুৰ বাগী আছিল।"

"এতিয়া ছাধু আছে নে নাই? তাৰ বাগীখন আছে নে নাই?" মেনকাৰ মাতত যেন খং মিহলি হৈ আহিল।

"আছে মাইজী।"

"তাক কবা, মই কেতিয়াবা খবৰ দিলেই সি যেন লগে-লগে বাগী লৈ আহে।"

"কিয় মাইজী, চমকৰ কি হ'ল?" দেউকিলালে অলপ চিন্তিত সুৰেৰে সুধিলে।

"সেইবোৰ তুমি জানিব নালাগে।" মেনকাই এখন ভৰিৰ ওপৰত ইখন তুলি আউজি দিলে। তাই মন কৰিলে, কিৰণে দূৰৰপৰা একেথৰে তাইলৈ চাই আছে। অলপ পাছত দেউকিলালে সুধিলে, "দৌতা ঘৰত নাই নেকি?"

"নাই।"

আকৌ অলপ পৰ মনে-মনে থাকি পাছত আহিম বুলি দেউকিলাল যাবলৈ ওলাল। হঠাতে মেনকাই সুধিলে, "হেৰি নহয় দেউকিলাল, কলঘৰ কেনে চলিছে?"

"ভাল চলা নাই।"

"কিয়, কি হৈছে?"

"ধান ঠিকমতে অহা নাই' মেছিনো অলপ বেয়া হৈছে।"

কিৰণ পদূলিমুখৰপৰা উভতি আহিল। মেনকাই দেউকিলালক ক'লে, "তোমালোকে চোৱা নাই কিয়?"

"আমিতো চায়েই আছোঁ। ভজহৰিক কৈছোঁ, দৌতাকো কৈ আছোঁ।"

"যোৱা।"

দেউকিলাল ঘূৰাৰ লগে লগে মেনকাও উঠিল। ভিতৰলৈ আহি তাই ধুনা-চাকি জ্বলোৱাৰ কামত ধৰিলে। কিৰণৰ খোজটো,—বাৰান্দাৰপৰা পদুলিমুখলৈ যাওঁতে তাইৰ খোজটো, জেওৰাত ভেজা দি থিয় হৈ থাকোঁতে তাইৰ পেটটো,—কাম কৰি থাকোঁতে বাৰে-বাৰে মেনকাৰ সেইবোৰলৈ মনত পৰি থাকিল। বাৰে-বাৰে তাই সেইবোৰ চব পাহৰি মনটোক শান্ত কৰিবলৈ চেষ্টা কৰিলে, কিন্তু বাৰে-বাৰে তাইৰ মূৰটো যেন গৰম-গৰম লাগি আহিল। ৰাতি বিছনাত পৰাৰ পাছতো বহুত ৰাতিলৈকে তাইক কথাবোৰ আমনি কৰি থাকিবলৈ ধৰিলে। ভদ্ৰকান্ত, মদন, যোগেশ্বৰী বুঢ়ী, ঘনকান্ত বুঢ়া, চমৰু,—এটাইবোৰ তাইৰ মনৰ আগেদি পাৰ হৈ যায়, কেৱল কিছু সময়লৈ ৰৈ যায় কিৰণৰ খোজকেইটা আৰু জেওৰাত লাগি থকা তাইৰ পেটটো।

তাৰ পাছৰ কেইৰাটাও ৰাতি মেনকাৰ এনেকুৱা লাগিল যেন আঁঠুৱাখনৰ ভিতৰত এটা মহ সোমাইছে, মণিৰ ঠিক গালতে মহটো পৰি আছে, লাহে-লাহে মহটোৰ পেটটো ডাঙৰ আৰু কুৎসিত হৈ গৈ আছে, অথচ তাই একো কৰিব পৰা নাই, তাইৰ হাত ভৰি সকলো অৱশ!

এদিন ৰাতি, ঠিক কিমান ৰাতি ধৰিবৰ উপায় নাই, মেনকাৰ

মন গ'ল বাহিৰলৈ ওলাই গৈ মুখ, ডিঙি, মূৰ পানীৰে তিয়াই তাই অলপ পৰ বাহিৰৰ জোনাকত বহি থাকিব। ভাবি উঠিছে, ঠিক এনে সময়তে ইন্দ্ৰ তাৰ বিছনাৰ আঁঠুৱাৰ বাহিৰলৈ ওলাই বহি ৰ'ল। কিয় কব নোৱাৰে, লেমৰ ক্ষীণ পোহৰত মেনকাই তালৈ চাই ৰ'ল, কিন্তু তাই মুখেৰে এৰো শব্দ নকৰিলে। অলপ পাছত ইন্দ্ৰ বিছনাৰপৰা উঠিল, সি মাকৰ বিছনাৰ ওচৰলৈ আহি এবাৰ আঁঠুৱাৰ ভিতৰখন চোৱাৰ চেষ্টা কৰিলে, তাৰ পাছত পিছফালৰ বাৰীলৈ ওলাই যোৱা দুৱাৰখন সাৱধানে খুলি ওলাই গ'ল।

সি সাধাৰণতে যোৱাৰ দৰে বাহিৰলৈ গৈছে বুলি ধৰি মেনকা নিশ্চল হৈ পৰি থাকিল। অলপ পাছত ইন্দ্ৰ সোমাই আহিল, খিলি নমৰাকৈ সি দুৱাৰখন বন্ধ কৰিলে, আৰু ইখন দুৱাৰ খুলি মাজৰ কোঠালিলৈ ওলাই গ'ল। অলপ পৰৰ পাছত সি উভতি আহিল, দুৱাৰখন খিলি মাৰি বন্ধ কৰিলে আৰু আঁঠুৱাৰ ভিতৰত সোমাল।

কেইটামান নিঃশব্দ মুহূৰ্ত পাৰ হ'ল। তাৰ পাছত মেনকাই পাছফালে এটা শব্দ শুনা যেন পালে। তাইৰ বুকুখন ধপ-ধপ কৰিছিল, তথাপি তাই বিছনাৰপৰা নামিল। পিছফালৰ দুৱাৰখন লাহেকৈ ঠেলি তাই বাহিৰলৈ ওলাল। দুখোজমান আগবাঢ়িয়েই তাই স্তব্ধ হৈ গ'ল। তাইৰ গাৰ নোমবোৰ শিয়ঁৰি উঠিল। মাত মতাৰ শক্তি যেন তাইৰ লোপ পালে। তথাপি,—তথাপি তাইৰ ডিঙিৰপৰা এটা চেপা মুৰা, ভয়-বিহ্বল শব্দ ওলাই আহিল।

কৰ্দৈ পাতৰ মাজেদি অহা চেগা-ছোৰোকা জোনাকত নিৰ্বাক হৈ থিয় দি আছিল মদন।

# চাৰি

কেইমুহূৰ্তমান মেনকাৰ সকলো ইন্দ্ৰিয় যেন নিষ্ক্ৰিয় হৈ ৰ'ল; তাইৰ মগজটো অসাৰ হৈ ৰ'ল, দেহাটো জঠৰ হৈ ৰ'ল। তাৰ পাছত তাইৰ সম্বিৎ উভতি আহিল। প্ৰথমতে তাইৰ চিঞৰি দিবৰ মন গ'ল; তাৰ পাছত তাই ভাবিলে—ভিতৰলৈ সোমাই দুৱাৰখন বন্ধ কৰি দিব। কিন্তু এই দুটাৰ এটা কৰিবলৈও তাই শক্তি বিচাৰি নাপালে।

মদনো নিশ্চল হৈ থিয় দি আছিল। জোনাকৰ পোহৰত তাক এটা পাথৰৰ মূৰ্তিৰ নিচিনা দেখা গৈছিল। কৰ্দৈ পাতৰ ছাঁবোৰ তাৰ গাৰ অ'ত-ত'ত স্তব্ধ হৈ আছিল।

সেইটো মদনেই হয় বুলি নিশ্চিত হোৱাৰ পাছত লাহে-লাহে মেনকাৰ মগজলৈ চিন্তা উভতি আহিল। এই দুপৰ নিশা সি কিয় মেনকাহঁতৰ ঘৰলৈ আহিছে? ইন্দ্ৰ কিয় দুৱাৰ খুলি বাহিৰলৈ ওলাই আহিছিল? ইন্দ্ৰৰ কথা মনলৈ আহোঁতেই মেনকাৰ মনলৈ এক অদ্ভুত ধৰণৰ সাহো আহিল। বাহিৰত মদন চোৰ, আৰু ভিতৰৰপৰা দুৱাৰ খুলি ইন্দ্ৰ ওলাই আহিছে! কথাটো কি? আৰু মদন,—ইতো সেইটোৱেই মানুহ—যি জেলৰপৰা ওলাই আহিয়েই মেনকাৰ কথা ভাবিছিল! দেওৰেকৰ মতে—মেনকাৰ গিৰিয়েক যাৰ ভৰিৰ ধূলিৰ যোগ্যও নহয়, সেইটোৱেইতো এইটো মানুহ!

মেনকাই দীঘলকৈ এটা উশাহ টানি বুকুখন ভৰাই ল'লে। হ'ব পাৰে দুপৰ নিশা, কিন্তু ই তাইৰ একো অপকাৰ কৰিব নোৱাৰে। আচম্বিত তীব্ৰ পোহৰৰ সন্মুখত বিভ্ৰান্ত হোৱা নিশাচৰ প্ৰাণীৰ নিচিনাকৈ সি মেনকাৰ সন্মুখত জঠৰ হৈ থিয় দি আছে।

সি পলোৱাৰ চেষ্টাই কৰা নাই। নগলাল যেতিয়া, এতিয়াই, এই ৰাতিয়েই তাক সোধা যাওক—এইবোৰ কি হৈছে। এইটো কাম পাছলৈ থৈ দুশ্চিন্তাত উৰাউল হোৱাৰ কোনো অৰ্থ নাই।

মেনকা আগুৱাই গ'ল। মদনৰ সন্মুখত থিয় হৈ তাই এবাৰ

ঘৰটোৰ ফালে উভতি চালে; সেইখিনিৰপৰা গোটেই ঘৰটোৰ যিমান বেৰ-খিৰিকি দেখি, সকলো চাই ল'লে। তাৰ পাছত তাই অতি সৰু মাতেৰে, মাত্ৰ মদনে শুনাকৈ ক'লে, "এইফালে আহা।"

কথাষাৰ কৈ মেনকা নিজে আগবাঢ়িল। তললৈ, ইফালে-সিফালে চাই তাই ইমান সন্তৰ্পণে খোজ কাঢ়িলে যেন তাইহে লোকৰ বাৰীত চুৰ কৰিবলৈ সোমাইছে।

মহীকান্তহঁতৰ তিনি বিঘা মাটিৰ বাৰী। বাৰীখন ঠেক, দীঘলীয়া। য'ত বাৰীখন শেষ হৈছে, সেইখিনিতে সিফালপৰা আহি সৰ্বানন্দ তৰণীৰ বাৰীখনো শেষ হৈছে। সেইখিনিৰপৰা সৰ্বানন্দৰ গোহালি ঘৰলৈও নিচিঞ্ৰিলে নুশুনা দূৰ। সোঁৱে আধা পোত যোৱা পুৰণি পুখুৰী এটা, তাৰ চাৰিওকাষে হাবি, বাঁৱে গজেনহঁতৰ পিছ-ফালৰ এৰাবাৰী। কঠাল গছজোপা পাৰ হৈ মেনকা অলপ ৰ'ল। সিফালৰপৰা বাঁহবোৰ হালি আহিছে, বাঁহৰ আগবোৰে কঠালৰ ডাল-পাত চোওঁ-চোওঁ কৰিছে। তলখন মুকলি; অ'ত-ত'ত চাপৰ-চাপৰ অচিনাকি বনৰীয়া গছ। দিনৰ ভাগত মেনকা এইফালে কেতিয়াবা নৰসিংহ গছজোপাৰ ওচৰলৈকে আহে। মেনকা সেই-খিনিলৈ আগবাঢ়িল। বহুত দিনৰ আগতে জাহকনি কমাবলৈ ভেলেউ গছ এজোপা কাটি পেলোৱা হৈছিল; তাৰে এচোৱা সেই খিনিতে পৰি আছিল। মেনকাই বাওঁহাতেৰে কাঠডাল চুই চালে, হাত ফুৰাই কাঠডালৰ অকণমান ঠাই চাফা কৰাৰ নিচিনা কৰিলে, তাৰ পাছত তাই সেইখিনিতে বহিল।

মদন চুটি ৰচিৰে বান্ধি অনা ঘোঁৰা এটাৰ নিচিনাকৈ ওচৰতে থিয় হৈছিলহি। মেনকাই আধা ফুটা অথচ গম্ভীৰ মাতেৰে তাক ক'লে, "বহা।"

মদন বহিল। কিন্তু ক'ত বহিল, সি এবাৰ চায়ো নল'লে।

মেনকাই কলে, "ওচৰলৈ আহাঁ।"

দুহাত মান ওচৰলৈ আহি বহোঁতে মদনৰ চকু-মুখ মেনকাই পৰিষ্কাৰকৈ দেখা পোৱা হ'ল। সোঁহাতখন মুঠি মাৰি, আঙুলিৰ গাঠিবোৰ কামুৰি-কামুৰি মেনকা অলপ পৰ মনে-মনে বহি ৰ'ল। তাৰ পাছত তাই—মদনে যাতে কোনোমতে শুনে—তেনেকুৱা মাতেৰে সুধিলে, "কি হৈছে কোৱাচোন এইবোৰ?"

মদনে আঁঠু দুটাৰ ওপৰত কিলাকুটি দুটা থলে আৰু হাতৰ

মুঠি দুটাৰ ওপৰত কপালখনৰ ভৰটো থলে। সি মনে-মনে বহি ৰ'ল।

খালটোৰ ফালে কৰবাত কুমটি এটাই মাতি আছে, তাৰ বাহিৰে ক'তো—গছ পাত এটা লৰাৰো শব্দ নাই। নিজৰ উশাহ-নিশাহৰ শব্দটোৱেই মেনকাৰ কাৰণে বৰ ডাঙৰ, অস্বস্তিকৰ শব্দ যেন লাগিল। অলপ পৰৰ পাছত তাই আকৌ সুধিলে, "তুমি ইয়ালৈ কিয় আহিছিলা?"

কপালখন তুলি, এখন হাতেৰে ইখন হাত মোহাৰি-মোহাৰি মদনে যেন ভয়, শংকা, লাজ নাইকিয়া কৰিবলৈ চেষ্টা কৰিলে। অলপ পৰ তেনেকৈ থাকি সি মাজ নিশাৰ এই নিস্তব্ধতা নষ্ট নকৰা, চেপা মাতেৰে ক'লে, "মই, মই চুৰ কৰিবলৈ আহিছিলোঁ নবৌ।"

মেনকাই তীক্ষ্ণ দৃষ্টিৰে মদনৰ চকুলৈ চালে। মদনে এবাৰ মেনকাৰ মুখলৈ চায়েই আকৌ তলমুৰ কৰিলে।

"চুৰ? কি চুৰ কৰিবলৈ আহিছিলা?"

এইবাৰ মদনৰ জড়তা কমিল। সি ক'লে, "মহীকান্ত ককাইটিৰ বাকচ-তাকচ যি পাৰোঁ।"

মেনকা কেইমুহূৰ্তমান নিৰ্বাক হৈ বহি ৰ'ল। তাইৰ মনলৈ আহিল;—ইন্দ্ৰ চাগে এতিয়া আঠুৰাৰ ভিতৰত ভয়ত কোঁচমোচ খাই পৰি আছে; সি খুলি দিয়া দুৱাৰেদি মাক ওলাই অহাৰ কাৰণে চাগে তাৰ কঁপনি উঠিছে।

মেনকাই সুধিলে, "আৰু এইটো কামত তুমি ইন্দ্ৰক তোমাৰ লগত ললা? তাক ভিতৰৰপৰা দুৱাৰ খুলি দিবলৈ লগালা?" মেনকাৰ মাতত ক্ষোভ, অভিমান, দুখ—সকলো মিহলি হৈ আহিল।

"কিয় তুমি এনেকুৱা কাম কৰিছা?" অলপ পৰ বৈ মেনকাই সুধিলে। লাহে-লাহে তাইৰো সাহ বাঢ়ি আহিল। এতিয়াৰ এই সময়খিনি, এই অৱস্থাটো যিমানে বিপদজনক নহওক, কথাবোৰ এতিয়াই জানি লবলৈ তাইৰ আগ্ৰহ তীব্ৰ হৈ আহিল।

"আপুনি বেয়া নাপাব নবৌ।"—মদন মেনকাৰ আৰু অকণমান কাষ চাপি বহিল। "আপুনি এইবোৰ কথাৰ মাজত নোসোমাব।"

মেনকাই বিমূঢ় দৃষ্টিৰে মদনলৈ চালে। মদনে এইবাৰ মেনকাৰ চকুৰপৰা চকু আঁতৰাই নিনিলে। সি ক'লে, "ইন্দ্ৰৰ কাৰণে আপুনি চিন্তা নকৰিব নবৌ। সি ডাঙৰ মানুহ হ'ব।"

মেনকাৰ বুকুখন জিকাৰ খাই উঠিল। মদনৰ মাতত এনেকুৱা এটা সুৰ আছিল যে সেই সুৰে তাৰ কথাষাৰ মেনকাৰ বুকুৰ একেবাৰে ভিতৰলৈ কঢ়িয়াই নিলে। নিজৰ জীৱনটোৰ সকলো উটি-ভাহি যোৱাৰ পাছত মেনকাৰ আজি-কালি ডাঙৰ চিন্তা— ইন্দ্ৰ-হঁত,—তাইৰ ল'ৰা-ছোৱালীকেইটাৰ ভৱিষ্যত কি হয়! ইহঁত যদি মানুহ হয়! ইন্দ্ৰ ডাঙৰ; সি এতিয়া বুজা হৈছে, অন্ততঃ সি যদি এদিন—

আৰু সেই কথাটো,—এদিন ডাঙৰ মানুহ হোৱাৰ কথাটো আজি এই মাজ নিশা বাহনি-বাৰীত ওলাইছে মদন চোৰৰ মুখত!

এক দুৰ্বোধ্য বেদনাই হেঁচা মাৰি মেনকাক নিশ্চল কৰি ৰাখিলে।

মদনে অলপ পৰ মনে-মনে থাকি ক'লে, "আপুনি কেনেবাকৈ সাৰ পালে। নহ'লে এইবোৰ কথাৰ আপুনি একো গমেই নাপালে-হেঁতেন। আমি বৰ কষ্ট পাইছোঁ নবৌ। আমি কোনো ডাঙৰ কামৰ মানুহ নহওঁ; কিন্তু মহীকান্ত ককাইটিক এনেকৈ এৰি দিব খোজা নাই। তাকে ভাবিছিলো,—টকা-সম্পত্তিৰ গৰমতে যদি মানুহটোৱে এনেকুৱা কৰিছে, তেনেহ'লে সেইসোপাকে লৈ গ'লে কেনে হয়?"

কৰবাত কিবা এটা শব্দ শুনা যেন লাগিল; মদনে কথা বন্ধ কৰি শব্দটোৰ গম ল'লে। তাৰ পাছত সি ক'লে, "তাৰ বাহিৰেতো আমি একো উপায় দেখা নাই!"

মদনে মনে-মনে ৰ'ল। তাৰ কথা শেষ হৈছিল; সি আশা কৰিছিল এইবাৰ মেনকাই তাক কিবাকিবি বহুত কব। সি বাট চালে। মেনকাই সিফালে মুখ ঘূৰাই থৰ লাগি বহি আছিল। এবাৰ তাই হাতৰ তলুৱাত বাওঁ গালখন থৈ মূৰটো তল কৰিলে।

দূৰত কুকুৰ এটাই ভুকিলে। বাঁহ গছজোপাৰ গুৰিৰ ফালে খৰ-খৰকৈ শব্দ এটা হ'ল। আঙুলিবিলাক মোহাৰি থাকোঁতে মদনৰ আঙুলি এটা মটককৈ ফুটিল। খালটোৰ ফালৰ কুমটিটোৰ মাতটো হঠাতে বন্ধ হ'ল।

হঠাতে মদনৰ ধাৰণা হ'ল—সময় বহুত পাৰ হৈ গৈছে, কিন্তু মেনকাই একো কোৱা নাই। সি লাহেকৈ মাতিলে, "নবৌ"!

মেনকাৰ গোটেই গাটোৰ ক'তো মদনৰ মাতষাৰৰ সঁহাৰি দেখা নগ'ল।

মদনে আকৌ মাতিলে, "নবৌ!"

মেনকাৰ মূৰটো আৰু তললৈ সোমাই গ'ল। তাই দুইখন হাতেৰে মুখখন ঢাকি ল'লে। লাহে-লাহে তাইৰ পিঠিখন লৰিবলৈ ধৰিলে। অকণমান পাছতে প্ৰচণ্ড বাধা নেওচি কান্দোনৰ কুঁউ কুঁউ শব্দ এটা তাইৰ হাত দুখনৰ মাজেদি ওলাই আহিল।

মদন প্ৰথমতে হতভম্ব, তাৰ পাছত অস্থিৰ হৈ উঠিল। কব নোৱৰাকৈয়ে সি এবাৰ চাৰিওফালে চকু ঘূৰালে। একমুহূৰ্তৰ কাৰণে সি যেন পাহৰি গ'ল সিহঁত আছে ক'ত! তাৰ এনেকুৱা লাগিল যেন—কোনোবা দৌৰি আহক, মেনকাক ধৰকহি। কিন্তু পাছ মুহূৰ্ততে সি নিজে সুস্থিৰ হ'বলৈ চেষ্টা কৰিলে। মেনকাৰ কাণৰ ওচৰলৈ মুখখন নি সি কাকূতি কৰাৰ সুৰেৰে নবৌ নবৌ বুলি দুবাৰমান মাতিলে। কিন্তু তাৰ প্ৰত্যেকটো শব্দই মেনকাক বেছি ব্যাকুল কৰি তুলিলে। মুখখন জোৰেৰে বন্ধ কৰি ৰখাৰ কাৰণে তাইৰ ডিঙিৰ শব্দবিলাক যন্ত্ৰণাত কাতৰ, বিকৃত হৈ পৰিল।

এবাৰ অসহায় হৈ দাং খাই থকা মদনৰ হাত দুখনে মেনকাৰ বাহু দুটা ধৰি ল'লে। তাইক পোন কৰিবলৈ চেষ্টা কৰি মদনে ক'লে, "আপনি কিয় এনেকুৱা কৰিছে নবৌ? ভদ্ৰকান্তই কয়, ইন্দ্ৰই কয়,—কিমান কি হৈছে, অথচ আপোনাৰ চকুত কোনেও কেতিয়াও পানী দেখা নাই। আপুনি কন্দাৰ কথা কোনেও কবই নোৱাৰে। আপুনি এনেকুৱা কিয় কৰিছে নবৌ!"

মেনকা পোন হ'ল। মদনে আকৌ ক'লে, "আপুনিয়েই যদি এনেকুৱা কৰে, তেন্তে আমি কি কৰিম?"

মেনকাই মুখৰপৰা হাত আঁতৰালে। মদনেও মেনকাৰ বাহুৰপৰা হাত আঁতৰাই আনিলে। চাদৰৰ আগেৰে মুখখন মচি মেনকা অকণমান সময় মনে-মনে বহি ৰ'ল। তাৰ পাছত তাই হঠাতে দুয়োখন হাতেৰে মদনৰ হাত এখন সাৱটি ধৰি ক'লে, "কাইলৈ এবাৰ আহিবা।"

"কলৈ?"

"ইয়ালৈকে। এনেকুৱা সময়তে।"---কথাষাৰ কৈয়েই মেনকা লৰালৰিকৈ আঁতৰি আহিল।

মদনে থৰ লাগি মেনকালৈ চাই ৰ'ল। ঘৰৰ ফালে আহোঁতে মেনকাই জোনাক নপৰা ঠাই বাছি-বাছি খোজ কাঢ়িলে। তথাপি সি তাইক বহুত দূৰলৈকে দেখি থাকিল;—মাজে-মাজে ধোঁৱা-কোঁৱাকৈ, মাজে-মাজে হঠাৎ অকণমান জোনাকৰ নিচিনাকৈ।

ভিতৰ সোমায়েই মেনকাই ইন্দ্ৰৰ বিছনাখনলৈ চালে; আঠুৱাত মুখ লগাই ভিতৰলৈ চালে। বেৰৰ ফালে মুখ কৰি ইন্দ্ৰ শুই আছে। অলপ সময় সেইখিনিতে থিয় হৈ থাকি মেনকাই কিবা ভাবিলে, তাৰ পাছত তাই সেইখন বিছনাতে উঠিল। ইন্দ্ৰৰ মূৰৰ কাষত গাৰুটোৰ যিকণ খালী হৈ আছিল, তাতে মূৰটো থৈ তাই ইন্দ্ৰক এটা হাতেৰে সাৱটি ধৰিলে। তাইৰ ধাৰণা হ'ল—সি এতিয়াও সাৰ পাই আছে, কিন্তু তাই মুখেৰে কোনো শব্দ নকৰিলে। অলপ সময়ৰ পাছত ইন্দ্ৰৰ ডিঙিত,—সাৰে থকাৰ চিন,—সেপ গিলাৰ শব্দ এটা হৈছিল। তেতিয়া মেনকাৰ তাক মাতিবলৈও বৰ মন গৈছিল, কিন্তু তাই নামাতিলে। আৰু কিছু সময়ৰ পাছত ইন্দ্ৰৰ উশাহ-নিশাহৰ শব্দৰপৰা মেনকাই গম পালে—তাৰ টোপনি গ'ল; আৰু লগে-লগে তাইৰ চিন্তা আৰম্ভ হ'ল—এইবোৰ কি হ'ল?

মেনকাই কি হ'ল কি হ'ল কৰি থাকোঁতেই এসময়ত গোঁসাই-ঘৰৰ ফালৰ তামোল গছৰ পাতৰ মাজৰপৰা কাউৰীয়ে কা কা কৰিবলৈ ল'লে।

ইন্দ্ৰ যেতিয়া শোৱাৰপৰা উঠিল, দীনই তেতিয়া স্কুললৈ যাবলৈ গা ধুলেই। ৰমাই গা নোধোৱে; তাই হাত-ভৰি ধুই ভৰিত আঁঠুলৈকে খোৱাতেল ঘঁহিলে। মেনকাই ইন্দ্ৰক ক'লে,—"তই আজি স্কুললৈ যাব নালাগে।"

আঁতৰি যোৱা মাকৰ পিঠিখনলৈ চাই ইন্দ্ৰ অলপ সময় বহি ৰ'ল, তাৰ পাছত সি আকৌ গাৰুত মূৰ থলে।

মেনকাই ভাবিছিল—দীন আৰু ৰমা স্কুললৈ যোৱাৰ পাছত তাই আজি মূৰত পানী ঢালি-ঢালি আৰু এবাৰ ভালকৈ গা ধুব, তাৰ পাছত গোঁসাই সেৱা কৰি, খাই-বৈ ইন্দ্ৰৰ লগত বহুত কথা

পাতিব। কথা পাতিব মানে, তাই তাক বহুত কথা কব। কিন্তু দীনইঁত ওলাই যোৱাৰ পাছতে আইৰিন নামৰ খৃষ্টান পট্টিৰ ধাইজনী মেনকাৰ কোঠালিত সোমালহি।

ইন্দ্ৰ জন্ম হোৱাৰ আগৰেপৰা আইৰিন 'বাইদেউ'ৰ এইখন ঘৰৰ লগত, মেনকাৰ লগত ওচৰ সম্পৰ্ক। এইখন চহৰৰ হাস্পটালত ডাক্তৰণী কেতিয়াবাহে থাকে, কিন্তু আইৰিন বাইদেউ সদায় থাকে। যিবোৰ ঘৰৰ তিৰোতাক ডাক্তৰণী লাগে, তেওঁলোকৰ আইৰিন বাইদেউ হ'লেই হয়। গোটেই চহৰখনেই জানে, সকলো ডাক্তৰণীয়ে ল'ৰা-ছোৱালী হোৱা কথাবোৰ আইৰিন বাইদেউৰপৰাহে শিকে। বাইদেউৰ বয়স পঞ্চল্লিছ-পঞ্চাছ বছৰ হ'ব; পঠালিয়ে বাড়ি-বাড়ি মানুহজনী এলাপেচা মূঢ়াত বহিব নোৱৰা হৈছে; তথাপি মানুহ-জনীৰ দুখ-ভাগৰ নাই। বহল ৰঙীন পাৰিৰ, ধক-ধককৈ বগা শাৰী আৰু ডবলা চেণ্ডেলযোৰ পিন্ধি মানুহজনী ঘূৰিয়ে ফুৰিছে; —এই আমোলা পট্টি, সেই বৰ বজাৰ, সৌ ভগনীয়া চুক; কেতিয়াবা হলধৰৰ মটৰখন ভাড়া কৰি পহুমৰাৰ মৌজাদাৰে বাইদেউক লৈ গৈছে এঘাৰ মাইল দূৰৰ নিজৰ ঘৰলৈ। বাইদেউৰ খাবৰ-শুবৰ সময় নাই! মুখত অনবৰত এমোকোৰা তামোল, বাইদেউৰ পিক পেলাবলৈও সময় নাই।

মেনকাৰ কোঠালিত সোমাই আইৰিন বাইদেৱে নিজেই বাছি লৈ ডাঙৰ বিছনাখনতে বহিল; বহি ক'লে, "দে, তামোল এখন দে। যাওঁ সোনকালে। জান সিওৰ সৰুজনী বোৱাৰীয়েকে বোলে কালি ৰাতিৰেপৰা নেথাই আছে—"।

তামোলৰ আয়োজন কোঠালিটোৰ ভিতৰতে থাকে; মেনকাই বটাটো দীনৰ পড়া মেজলৈ উলিয়াই আনিলে।

"এইবোৰ তামোলে মূৰত ধৰে নেকি আকৌ?" আইৰিন বাই-দেৱে সুধিলে।

"নাই, নধৰে বাইদেউ।"

"চাবি আৰু'। ৰ'দটোও খাওঁ খাওঁকৈ ওলাই আহিছে।" বাইদেৱে পুৰণি জধলা বেগ এটাৰপৰা চাফা ৰুমাল এখন উলিয়ালে।

"বাইদেৱে ঘড়ি ল'লে?" তামোল কাটি-কাটি মেনকাই অকণ-মানকৈ হাঁহি সুধিলে।

হাতৰ ঠাৰিভালৰ তুলনাত ডাঙৰ বুতাম এটা হেন লগা ঘড়িটোলৈ চাই আইৰিন বাইদেৱে ক'লে, "মইনো ক'ত ল'লোঁ? এইটো হৰিপদ উকীলে দিলে। উকীলে আগৰেপৰা কৈ আছিল, কেই বাজি কেই মিনিট যাওঁতে কেঁচুৱা হ'ল সেইটো যদি মই ঠিককৈ নকওঁ, তেনে-হ'লে বোলে ল'ৰা-ছোৱালীৰ কোষ্ঠী নে সোঁৱৰণী বনোৱাত দিগদাৰ হয়। সেই কাৰণে যোৱা বেলি ঘৈণীয়েকৰ কেঁচুৱাটো হোৱাৰ পাছত, —সেইটোৱে দহটা নে এঘাৰটা হ'ল হ'বলা,—এইটো কলিকতাৰপৰা আনি দিছে।"

তাৰ পাছত হঠাতে মুখখন বেঁকা কৰি বাইদেৱে বিৰক্তি প্ৰকাশ কৰিলে—"এ এইডাল পিছে গলগ্ৰহহে হ'ল!"

"কিয়?"—মেনকাৰ মুখত হাঁহিটো লাগিয়েই আছিল।

"উকীলে কৈছে—ঘড়িটোত সদায় ৰাতিপুৱা ছয় বজাত চাবি দিবা। মোৰ আক' সদায় ছয় বাজিল নে নাই জুপি থাকিবলৈ সময় হ'লেহে! হওক দে। দিছে, পিন্ধি আছোঁ।"

মেনকাৰ হাতৰপৰা তামোলখন লৈ ইখন বিছনাত বহি ভেবা লাগি চাই থকা মণিক আইৰিন বাইদেৱে ক'লে, "তই বাহিৰত খেলগৈ যা।"

একো তম্বিব নোৱাৰি চুচুক-চামাককৈ মণি ওলাই গ'ল। তাৰ পাছত বাইদেৱে মেনকাৰ চকুলৈ চাই সৰু মাতেৰে সুধিলে, "তোৰো কিবা আছে নেকি?"

মেনকাৰ মুখৰ হাঁহিটো থাকিল, কিন্তু তাৰ চৰিত্ৰটো তৎক্ষণাত সলনি হৈ গ'ল। তাই লাহেকৈ ক'লে, "নাই বাইদেউ। আমাৰ আৰু সেইবোৰ খবৰ লবলগীয়া নাই।"

আৰু এটুকুৰা গুদা তামোল মুখত সুমুৱাই, মটককৈ শব্দ এটা কৰি আইৰিন বাইদেৱে মেনকাৰ মুখলৈ চালে আৰু 'হুঁ' বুলি শব্দ এটা কৰিলে। তাৰ পাছত মুখখন কিবা বেয়া গোন্ধ পোৱা, ঘিণ লগাৰ নিচিনা কৰি, গোপন কথা কোৱাৰ সুৰেৰে ক'লে, "পিছে তোৰ এই মানুহটোৰ বৰ অতপালি দে। যিমানে দিন গৈছে, সিমানে তাৰ তেল বাঢ়ি গৈছে। তাকে মই আজি সেই জনীক কৈছোঁ, —যদি ভালে-ভালে কেঁচুৱা লাগে, তেনেহ'লে তাৰ পৰা বেলেগে থাক; ইয়াত যদি আঁতৰি থাকিব নোৱাৰ, তেনেহ'লে মাৰৰ ঘৰত থাকগৈ।"

তাৰ পাছত বাইদেউৰ আহল-বহল, চেপেটা মুখখন আৰু কোঁচ-মোচ খাই গ'ল। গালি পৰাৰ সুৰত তেওঁ ক'লে, "সেইটো অৱস্থা, তেওঁ মানুহজনীয়ে ৰক্ষা নাপায়!"

মেনকাই উশাহ এটা টানি বতাহখিনি বন্ধ কৰি ৰাখিছিল, আইৰিন বাহদেউৰ কথা শেষ হোৱাৰ পাছত লাহে-লাহে এৰি দিলে। বাইদেউ কিয় আহিছে মেনকাই নাজানে। কিবা অসুবিধা হৈছে বুলি কিৰণেও তাইক কোৱা নাই। কিবা এটা নিশ্চয় হৈছে, নহ'লে মহীকান্তই আইৰিন বাইদেউক মাতি নানে। কিৰণে চাগে মেনকাক কবলৈ লাজ কৰিছে,—বা বেয়া পাইছে। হ'ব পাৰে। আইৰিন বাইদেউৰপৰা মেনকাই এতিয়া যিটো জানিলে, সেইটো হ'ল,—সকলো ঠিকই আছে, বিশেষ গণ্ডগোল নাই; কিন্তু কিৰণে গা বচাই, সাৱধানে থাকিব লাগে। অতপালিটো,—অতপালিটো বন্ধ হ'ব লাগে।

নিজৰ বেগৰপৰা চাধা উলিয়াই বাইদেৱে অকণমান খাই, অকণমান "খাবি থ" বুলি মেনকাক দিলে। তাৰ পাছত তেওঁ দোপ এটা মাৰি বিছনাৰপৰা উঠিল আৰু "সি তোৰ ফালে আহে নে নাহে?" বুলি মুখ টিপি হাঁহি এটা মাৰি, উত্তৰলৈ বাট নাচাই ওলাই গ'ল।

মেনকা সেইখিনিতে বহুত সময় জলকা লাগি বহি ৰ'ল। এ-সময়ত ইন্দ্ৰ গা ধুই উঠি কোঠালিটোলৈ সোমাই আহোঁতে তাই উঠিল।

দুপৰীয়া খাই-বৈ আজৰি হৈ মেনকা ইন্দ্ৰৰ বিছনাৰ এচুকত বহিলহি। ইন্দ্ৰ আগৰেপৰা বিছনাতে পৰি আছিল। কি কবলৈ আজি তাই তাক স্কুললৈ নপঠিয়াই ঘৰতে ৰাখিলে, সেইটো ভাবোঁতে মেনকাৰ মনত এটা কথাও মুকলি হৈ থকা যেন নালাগিল; যোৱা নিশাৰ অসংখ্য জঞ্জালৰ লগত কথাবোৰ মিহলি হৈ জোট লাগি যোৱা যেন লাগিল। তথাপি, অলপ পৰ চেষ্টা কৰি মেনকাই তাইৰ চিন্তাবোৰ যিমান পাৰে জুকিয়ালে, আৰু তাৰ পাছত লাহে-লাহে ক'লে, "তই এনেকুৱা কাম আৰু নকৰিবি। তই মোৰ কাৰণে ভাবিব নালাগে। মোৰ একো দুখ হোৱা নাই নহয়! আৰু যদি মোৰ দুখ হয়ো, তেতিয়া যি কৰিব লাগে মই নিজে কৰিব পাৰিম নহয়! তই আজিৰপৰা মোৰ কাৰণে, মোক নোসোধাকৈ

এক্তো কৰিব নালাগে। কৰিলে মই বেয়া পাম। তেতিয়াহে মোৰ কষ্ট হ'ব।”

অলপ পৰ ৰৈ মেনকাই আকৌ ক'লে, “তই ভালকৈ পঢ়া-শুনা কৰ। তই যদি ভাল হৱ, তেনেহ'লে সকলো ঠিক হৈ যাব। আজিৰপৰা আৰু এইবোৰ কথা নাভাবিবি। শুনিছ?”

ইন্দ্ৰই হাত মেলি বেৰত থকা দাগ এটা চিকুটিলে, মুখেৰে একো নক'লে।

ইন্দ্ৰই কিমান শুনিলে, কিমান বুজিলে, তাতকৈ তাই যে কথা-খিনি কৈ এটা কাম শেষ কৰিব পাৰিলে, সেইটোহে মেনকাৰ কাৰণে ডাঙৰ কথা হ'ল। এটা কাম হ'ল। এতিয়া? এতিয়া কি কৰা যায়?

মদনক তাই কিয় আকৌ আহিবলৈ ক'লে? আৰু আহিবলৈ কঁ'লে মাজ ৰাতি, পিছ ফালৰ বাৰীলৈ! কিয় ক'লে তেনেকৈ? হঠাতে, নভবা-নিচিন্তাকৈ কৈ পেলালে?

আজি লগ পালে তাই মদনক কি কব? দহ বছৰীয়া ইন্দ্ৰক এই কেইষাৰ কথা কৈয়েই তাই মুক্ত হৈছে, কিন্তু মদনতো দহ বছৰীয়া ল'ৰা নহয়! আৰু এনেকুৱা কেই আষাৰমান কথা কবলৈ মদনকতো তাই সেইদিনাৰ নিচিনাকৈ দুপৰীয়া, নিৰলে লগ পাব পাৰিলেহেঁতেন! নহয় নহয়, মদনক তেনেকৈ লগ ধৰি কথা পাতি-বলৈ এতিয়া তাইৰ অসুবিধা হ'ব। কি অসুবিধা, কিয় অসুবিধা— তাই নিজকে বুজাব নোৱাৰে।

হয়, মদনক তাই বহুত কথা কব। মদনে টকা-পইচা, সা-সম্পত্তি চুৰ কৰি মহীকান্তক নিশকতীয়া কৰিব নালাগে। মেনকাৰ নিজৰে শক্তি বাঢ়ি আহিছে, সেইটোহে ডাঙৰ কথা। তাই ইচ্ছা-মতে ওলাই যাবলৈ ছাধুৰ ঘোঁৰাবাগী বন্দবস্ত কৰিছে, এইখন ঘৰত থাকি প্ৰথমবাৰৰ কাৰণে দেউকিলালৰপৰা ধান কল কেনে চলিছে তাৰ খবৰ লৈছে; —লাহে-লাহে এইবোৰ কিবাকিবি হৈ আহিছে, আৰু হ'বও। এদিন নহয় এদিন মহীকান্তৰ অতপালি—

অতপালি!—মেনকাৰ বুকুখন যেন কিবা এটা যন্ত্ৰণাত সিৰিকাকৈ উঠিল। আইৰিন বাইদেউৰ মুখত ওলোৱা শব্দটো!—মানুহজনীয়ে বোলে ৰক্ষা নাপায়!

লাহে-লাহে এটা যন্ত্ৰণা, এটা উত্তাপ মেনকাৰ গোটেই গাতে

বিয়পি পৰিল। তাইৰ এনেকুৱা লাগিল যেন এটা যন্ত্ৰণাত তাইৰ মুখখন আঁঠুৰ ফাললৈ হ'লি যাব আৰু কাৰোবাৰ দুখন শক্তিশালী হাতে তাইৰ বাহু দুটাত ধৰি তাইক পোন কৰিবলৈ চেষ্টা কৰিব।

মদন ৰাতি সঁচাকৈয়ে আহিব নেকি? নহয় নহয়, সি নিজেও চাগৈ ভাবিব,—মেনকাই নিশ্চয় ধলিয়ালি কৰি তাক তেনেকৈ আহিবলৈ ক'লে। তাই কেনেকৈ কৈছিল কথাষাৰ? একেবাৰে চিধাচিধিকৈ, কোনো সন্দেহ থাকিব নোৱৰাকৈ কৈছিল নেকি?—মদনৰ হাতখন! মেনকা শিয়ঁৰি উঠিল। হয়, সি আহিবই।

আহক। এটা মানুহ সিহঁতৰ ঘৰত চুৰ কৰিবলৈ আহি তাইৰ মুখামুখি হৈ গৈছিল। তাক তাই একো নকবই নেকি? কবই লাগিব। বহুত কথা কব লাগিব।

সোনকালে সকলোকে খুৱাই-বুৱাই শুৱাই থব লাগিব। ইন্দ্ৰৰ টোপনি অনাবই লাগিব। সিফালৰ—সিটো কোঠালিৰ কাৰণে কোনো চিন্তা নাই। আবেলিতে এবাৰ পিছফাললৈ গৈ এডোখৰ ঠাই চাই থব লাগিব। পাৰি বহিবলৈ এখন চাদৰ—?

মেনকাৰ গোটেই গাটো ঘামেৰে সেমেকি আহিল। বেলিটো দুৰ্দান্ত গতিৰে পিছফালৰ বাৰীখনৰ সিফাললৈ আগুৱাই গ'ল। কিন্তু বেলিটো যিমানেই আগুৱাই গ'ল, মেনকাৰ সিমানেই বেছি গৰম লাগি আহিল। গধুলিৰ প্ৰতিটো চাকি, প্ৰতিটো লেম মেনকাৰ সম্মুখত একোটা বেলিৰ উত্তাপেৰে জিকিবলৈ ধৰিলে।

সোনকালে ৰন্ধা বঢ়া শেষ কৰিবলৈ মেনকাই দুইটা চৌকা একেলগে জ্বলাই দিলে। বাছি-বাছি আঁহ ওলাই থকা, ৰঙচুৱা পাতল খৰি চৌকা দুটাত সুমুৱাই দিলে। দুকুৱা জুইৰ পোহৰ তাইৰ মুখখনত কঁপি থাকিল। কামৰ মাজে-মাজে ঘনে-ঘনে মেনকাই চাদৰৰ আগেৰে ডিঙি আৰু মুখ মচি থাকিল।

এসময়ত কিৰণ পাগঘৰলৈ সোমাই আহিল। আজি-কালি তাই এনেকৈয়ে আহে। মেনকাই ৰন্ধা-বঢ়াৰ সকলো যা-যোগাৰ কৰি জুই ধৰাৰ পাছত তাই মেনকাক সহায় কৰিবলৈ আহে। তাই মাছ-মঙহৰ বাহিৰে বাকী কুটা-বছাৰ কাম কৰে। চকত তেল পৰাৰ আগতেই তাই পাগঘৰ এৰিব লাগে। কিছুদিনৰ আগতেই এবাৰ তাই মাছ, মঙহ আৰু তেলত পিয়াজ-পাচলি দিয়াৰ গোন্ধ

সহ্য কৰিব নোৱাৰা হৈছিল; তেতিয়া তাই পাগঘৰৰপৰা সোনকালে ওলাই যোৱা কৰিছিল; তেতিয়াৰেপৰাই এই অভ্যাসটো চলি আছে।

ওচৰতে চাপৰ পীৰাকেইখন আছিল, কিন্তু কিৰণে দূৰৰ চুকটোৰ পৰা ওখ পীৰাখন আনি ল'লে। আঁঠুদুটা বহলকৈ মেলি তাই পীৰাখনত বহিল। বহিবৰ সময়ত তাইৰ মুখেদি 'ওঁহ'কৈ এটা সৰু শব্দ ওলাল।

কিৰণ সোমোৱাৰ লগে লগে মেনকাই এবাৰ সাউৎকৈ তাইৰ মূৰৰপৰা ভৰিলৈকে চাই লৈছিল। কিৰণে আবেলি পিন্ধি থকা-কাপোৰযোৰ সলাই আহিছে। তাইৰ 'ওঁহ' শব্দটো শুনি মেনকাই আকৌ এবাৰ আঁৰ চকুৰে তাইলৈ চালে। তৎক্ষণাৎ মেনকাৰ আইৰিন বাইদেউৰ কথাবোৰলৈ মনত পৰিল। তাইৰ বিৰক্তি লাগিল। গা-চা যদি ভাল নহয়, তেনেহ'লে আজি কিৰণ পাগ-ঘৰলৈ নাহিলেও হ'লহেঁতেন। মেনকাক এই সময়খিনি—এতিয়াৰ-পৰা মাজ ৰাতিলৈকে, —এই সময়খিনি অকলে থাকিবলৈ লাগে। তাইৰ বহুত কথা ভুকিয়াবলগীয়া আছে। বুকুৰ ধপধপনি মাৰোঁ-তেই, গাৰ ঘাম মচোঁতেই তাইৰ সময়বোৰ গৈ আছে; এটা বাক্যও তাই এতিয়ালৈকে চিজিল কৰি লব পৰা নাই। অথচ মানুহটোক তায়েই মাতি থৈছে। জোনাকৰ ছাঁত বহি মানুহটোৱে অবাক হৈ তাইৰ কথা শুনিবলৈ বাট চাই থাকিব; কিন্তু তাই কি বলি আৰম্ভ কৰিব,—প্ৰথম বাক্যটোকে এতিয়াও তাই বিচাৰি পোৱা নাই।

ওখ পীৰাখনত আঁঠু মেলি পাছলি কুটিবলৈ বহা কিৰণক মেনকাৰ গা ধোৱা ঠাইকণৰ বেৰৰ এটা ডাঙৰ ফুটা যেন লাগিল। কিৰণৰ মুখৰ 'ওঁহ' শব্দটো শুনি এক মুহূৰ্তৰ কাৰণে মেনকাৰ মন গ'ল,—ৰাতিপুৱা আইৰিন বাইদেউ কিয় আহিছিল সুধিব নেকি? কিন্তু তাই নুসুধিলে। তাই কেৱল ক'লে, "তোমাৰ যদি গা ভাল লগা নাই, তেনেহ'লে আজি ইয়াত একো কৰিব নালাগে যোৱা। কামটো তেনেকে' একো নায়েই।"

কিৰণে মেনকাই গোটাই লোৱা পাচলিখিনিলৈ চালে;— কি বা কুটিব লাগে! মেনকাই বা কি পাচলিৰে কি ৰান্ধো বুলি ভাবি লৈছে!

মেনকাই দীঘল ছুৰি কটাৰীখন লৈ খৰাহীৰপৰা জিকা এটা হাতত ল'লে; ঠাৰিৰ ফালৰ এটুকুৰা কাটি, কটাৰীখনৰ আগেৰে

জিকাটোৰ মঙহ অকণমান উলিয়াই খাই চালে। তিতা নহয়। ইখন,—নলুৱা কটাৰীখন হাতত লৈ কিৰণে আঙুলিৰ আগেৰে এনেয়ে কটাৰীখনৰ ধাৰটো পৰীক্ষা কৰিলে। মেনকাৰ এবাৰ সন্দেহ হ'ল,—কিৰণে পাগঘৰত কাম কৰিবলৈ অহা নাই, তাইক কিবা ক'বলৈ আহিছে।

ঠিক। মেনকাই ভবাটোৱেই সঁচা। বহাৰপৰাই হাত মেলি তাই তাৰুডালেৰে ভাতখিনি লৰাই উঠিছে, এনেতে কিৰণে ক্ষীণ মাতেৰে, ভয়ে-ভয়ে কোৱাৰ নিচিনাকৈ ক'লে, "ডাক্তৰণীয়ে মোক ঘৰলৈ যাবলৈ কৈছে।"

ডাক্তৰণী! মহীকান্তই চাগে আইৰিন বাইদেউ ডাক্তৰণী বুলি কিৰণক বুজাই দিছে। হওক, কিনো কথা! ইন্দ্ৰ জন্ম হোৱাৰ আগতে যিদিনা মেনকাৰ লগত আইৰিন বাইদেউৰ দেখা হয়, সেই-দিনা মহীকান্তই কিন্তু মানুহজনী ডাক্তৰণী বুলি কোৱা নাছিল। আইৰিন বাইদেই আচলতে যি, তাকে কৈছিল। কথাটো ভাবি মেনকাৰ অকণমান ভাল লাগিল।

মেনকাই যেন সুধিব লাগে কাৰণে সুধিলে, "কিয়?"

ভাতৰ নিসনি কাঢ়িবৰ হৈ গ'ল, কিৰণৰ মুখৰপৰা একো শব্দ নোলাল। পুকীয়া ভাতকেৰেলা এডোখৰ মেনকাই পেলাই দিছিল, তাকে তুলি লৈ কিৰণে একান্তমনেৰে খৰিকাৰ সমান মিহি-মিহিকৈ কুটিবলৈ ধৰিলে। মেনকাই কিৰণৰ উত্তৰলৈ অকণমান সময় বাট চালে, তাৰ পাছত তাই আজিৰ মাজ নিশাটোৰ কথা ভাবিবলৈ ল'লে আৰু হাতেৰে ভাতৰ নিসনি কাঢ়ি থাকিল। এবাৰ তাই ভাবিলে,—আজি যদি মদন সঁচাকৈয়ে আহে, তেনেহ'লে তাই তাক কাইলৈ আহিবলৈ কৈ বিদায় দিব নেকি?

"বাইদেউ!"

"হু?" —মেনকাৰ সন্দেহ হ'ল—কিৰণে এইমাত্ৰ আৰু এবাৰ মাতিছিল নেকি?

কিৰণে তলমূৰ কৰি কওঁ-নকওঁকৈ ক'লে, "আপুনি একেবাৰে আঁতৰি-আঁতৰি থাকে?"

মেনকাই পোনে-পোনে কিৰণৰ চকুলৈ চালে, তাৰ পাছত চকু

আঁতৰাই নিওঁতে তাইৰ ওঁঠত অকণমান হাঁহিৰ নিচিনা কিবা এটা দেখা গ'ল। কিন্তু তাই একো শব্দ নকৰিলে।

কিৰণো অলপ সময় মনে-মনে ৰ'ল। তাই যেন কি ক'ব,—কথাবোৰ জুকিয়াই ল'ব পৰা নাছিল। অলপ পৰৰ পাছত তাই প্ৰয়োজনতকৈ ডাঙৰ মাতেৰে, মুখস্থ মতাৰ নিচিনাকৈ ক'লে, "আপুনি তেখেতক একো নকয় কিয়? আপুনিওতো এইখন ঘৰৰে মানুহ! আপুনিওতো তেখেতৰ ওচৰত থাকিব লাগে!"

মেনকাৰ চকুদুটা মেল খাই গ'ল। আগ নাই, গুৰি নাই, ছোৱালীজনীয়ে কয় কি? এনেকুৱা কথাটো তাই আজিলৈকে কোৱা নাছিল! অন্য এখন জগতত সোমাই কৰি থকা মেনকাৰ চিন্তাবোৰৰ লগত কিৰণৰ কথাবোৰ জোট লাগি গ'ল। মই কাক কি কব লাগে? কাৰ ওচৰত থাকিব লাগে? হঠাতে এটা ক্ষোভ আৰু তীব্ৰ বিৰক্তিয়ে মেনকাৰ মগজুত খুন্দা মাৰিলে। কিন্তু এটা ম্লান হাঁহিৰে, সৰু মাতেৰে তাই সুধিলে, "কেতিয়া? দিনত নে ৰাতি?"

কিৰণে মেনকাৰ কথাকেইটা বুজাৰ আগতেই বাহিৰৰপৰা এটা মাত আহিল, "নবৌ, অ' নবৌ!"

ভদ্ৰকান্ত। সি একেবাৰে পাগঘৰৰ দুৱাৰমুখলৈকে আহিল। মেনকা আৰু কিৰণে বহাৰপৰাই তালৈ ঘূৰি চালে। সি উধাতু খাই আহিছে।

"বৌৰ অসুখ বেছি হৈছে। বৰ ককাইটিয়ে আপোনালোকক এতিয়াই যাবলৈ কৈছে।"

মেনকা দুৱাৰমুখলৈ উঠি আহিল। "অসুখ বেছি—মানে—"

"টান হৈছে। মানুহ গোট খাইছেই। মানুহবোৰে কৈছে, ৰাতিয়েই বাহিৰলৈ উলিয়াবৰে হ'ব কিজানি।" ভদ্ৰকান্তই ধীৰ-স্থিৰ মাতেৰে ক'লে। "আপোনালোক কোন কোন যায় ওলাবক। মই পিতাইক কওঁগৈ। বৌৱে বোলে হুচ আহিলেই পিতাইক বিচাৰি আছে।"

ভদ্ৰকান্ত আঁতৰি গ'ল। মেনকা অলপ সময় স্তব্ধ হৈ ৰ'ল। বৰজনাকৰ ঘৰত সিদিনা দেখি অহা শাহুৱেকৰ চেহেৰাটো তাইৰ চকুৰ আগলৈ আহিল, এঘাৰ বছৰৰ আগতে তাইক এইখন ঘৰৰ পদূলিত আদৰা মানুহজনীৰ চেহেৰাটো মনলৈ আহিল। তাৰ মাজে-

মাজে পিছফালৰ বাঁহজোপাৰ তলৰ ভেলেউ গছৰ টুকুৰাটো পৰি থকা ঠাইকণৰ কথাও মনলৈ আহিল। বৰজনাকৰ ঘৰলৈ এতিয়াই, ৰাতিয়েই নগ'লে নহয় নে? নহ'ব। মানুহবোৰে কৈছে—বুঢ়ীক ৰাতিয়েই বাহিৰলৈ উলিয়াবৰে হ'ব কিজানি। নহয়, নহয় তাই এতিয়াই শাহুৱেকৰ ওচৰলৈ যাব। লগে লগে তাইৰ এটা যন্ত্রণাৰ-পৰা সকাহ পোৱা যেনো লাগিল। অন্ততঃ আজি ৰাতিটোৰ কাৰণে এটা দুশ্চিন্তা আঁতৰিল।

"খবৰটো দিয়াগৈ যোৱা" বুলি কিৰণক কৈ মেনকা ভদ্ৰকান্তক বিচাৰি ওলাই আহিল। ভদ্ৰকান্ত তাৰ কোঠালিতে সোমাই, কিবা এটা কৰি, দেউতাকৰ ওচৰলৈ যাবলৈ ওলাইছিল, মেনকাই তাক আগভেটি ধৰিলে।

"তুমি দেউতাক কথাটো কলা নেকি?"

"নাই, কওঁগৈ।" ভদ্ৰকান্তই ক'লে।

"নালাগে ৰবা। আগতে দেউতাক কিবা এটা খুৱাই লওঁ। কি বা হয়! মই বাৰু দেউতাক কথাটো কম। তুমি এটা কাম কৰা। ছাধু যে? ঘোঁৰাবাগী এখন আছে যে? চিনি পোৱা?"

"পাওঁ।"

"তুমি এতিয়াই তাক বাগীখন লৈ আহিবলৈ কোৱাগৈ যোৱা। সি আহে মানে আমি ওলাই থাকিম।"

ভদ্ৰকান্ত লগে লগে বাটলৈ ওলাল। মেনকা পাগঘৰলৈ আহিল। তাইৰ নিজৰ কথা বেলেগ, কিন্তু বাকী সকলোৰে পেটত কিবা এটা পৰা দৰকাৰ। হঠাতে যদি লঘোণ আৰম্ভ হৈ যায়! দাইল-খিনি তেল মাৰিবলৈও তাইৰ সত নগ'ল। উহুৱা দাইলতে ঘিঁউ অকণমান দি তাৰে তাই ল'ৰা-ছোৱালীকেইটাক ভাত খাবলৈ দিলে। আবেলিৰেপৰা তাই এই ৰন্ধা-বঢ়া-খুউৱা-বুউৱা কামটো যিমান লৰালৰি কৰি, যিমান সোনকালে শেষ কৰিব বুলি ভাবিছিল, এতিয়া তাতকৈ বহুত বেছি লৰালৰিকৈ, বেছি সোনকালে শেষ কৰিবলগীয়া হ'ল।

মহীকান্তই ৰাস্তালৈ ওলাই গৈ কাক দেখি, ইফালে-সিফালে চালে। কাকো নেদখি সি গজেনহঁতৰ পদূলিলৈকে আগুৱাই গ'ল। পদূলিত থিয় হৈ সি গজেনক মাতিলে। গজেন ঘৰত নাছিল,

তাৰ ডাঙৰ পুতেকটো ওলাই আহিল। মহীকান্তই তাক ঘোঁৰা-ৰাগীখন আনিবলৈ চমকুৰ তালৈ পঠিয়াই দিলে।

ঘনকান্ত বুঢ়াই অসময়ত খাবলৈ দিয়া ভাতৰ লগৰ দাইলৰ ৰং দেখি আৰু ঘিঁউৰ গোন্ধ পায়েই মেনকাৰ চকুলৈ চালে। মেনকাৰ ভয় লাগি গ'ল। বুঢ়াই খাই নুঠালৈকে তাই ওচৰতে থিয় হৈ থাকিল। বুঢ়াই কেইটেপামান খায়েই পানীৰ গিলাছটো তুলি ল'লে। তাৰ পাছত মেনকাই কথাটো ক'লে। মুখ মচিবলৈ গামোচাখন তুলি বুঢ়া থৰ হৈ ৰ'ল। অলপ সময় মেনকালৈ চাই থাকি বুঢ়াই সুধিলে, "মই সিদিনা কি কৈছিলোঁ? ঠিক কথা কৈছিলোঁ নে নাই?"

অলপ সময় অইন ফালে চাই থাকি বুঢ়াই এবাৰ হঁহাৰ নিচিনা কৰিলে আৰু গামোচাখনেৰে মুখৰ লগতে চকুযোৰো মচি ল'লে।

মেনকা ওলাই যাবলৈ নাপাওঁতেই কোঠালিটোলৈ মহীকান্ত সোমাই আহিল। সি দেউতাকক সুধিলে, "অসুখ হোৱাৰ লগে লগে বৌক ককাইটিয়ে ইয়ালৈ কিয় পঠিয়াই নিদিলে?"

মেনকাই তলমূৰকৈ কাঁহী-বাতি চপোৱাত লাগিল। ঘনকান্ত বুঢ়া চুৰিয়াখন সলাবলৈ বুলি বহাৰপৰা উঠিল।

মহীকান্তই ক'লে, "ঔষধ-পাতি, সেৱা-শুশ্ৰূষা, আহাৰ-পথ্য,—এইবিলাক চাবলৈ তাত কোন আছে? ককাইটিয়ে কিয় বেমাৰী মানুহজনীক তাত ৰাখি থলে? এতিয়া এই ৰাতিখন গোটেই ঘৰ মানুহ কিয় তালৈ দৌৰিবলগীয়া হ'ল?"

"কাক সুধিছ?" বুঢ়াই আলনাডালৰ কাপোৰবোৰৰ মাজত চুৰিয়া এখন বিচাৰি জুপি জুপি ক'লে। "তোৰ কথা সুধিবলৈ মানুহ নোহোৱা হ'লেই নেকি?"

মেনকা কোঠালিটোৰপৰা গম্ভীৰ খোজেৰে ওলাই গ'ল।

আইৰিন বাইদেউৰ উপদেশৰ কথা ভাবি কিৰণে এই ৰাতিখন ইমান দূৰলৈ নোযোৱাটোকে ঠিক কৰিলে। দৰকাৰ হ'লে তাই কাইলৈ পুৱাই যাব। গতিকে বন্দবস্ত হ'ল—ইন্দ্ৰৰ বাহিৰে বাকী ল'ৰা-ছোৱালীকেইটাৰে কিৰণ তাইৰ কোঠালিতে শুই থাকিব, মহীকান্ত যিমান পাৰে সোনকালে উভতি আহিব।

চাফা চোলা-চুৰিয়া এযোৰ পিন্ধি ঘনকান্ত বুঢ়া ইন্দ্ৰৰে সৈতে আগফালৰ বেঞ্চখনত বহি আছিল; মেনকাই এনেয়ে ইফাল সিফাল

কৰি আছিল; সকলোৱে বাগীৰ কাৰণে বাট চাই আছিল। এসময়ত বাগী এখন ৰ'লহি। মেনকা পোনতে পদূলিমুখলৈ আগবাঢ়িল। পিছে পিছে মহীকান্ত। ঘনকান্ত বুঢ়া আৰু ইন্দ্ৰও বহাৰপৰা উঠিল।

ওচৰ চাপি মেনকাই দেখিলে সেইখন চমৰুৰ বাগী। তাই মহীকান্তৰ গাৰ কাষেদিয়েই বাৰাণ্ডাৰ ফালে উভতিল।

মহীকান্তই সুধিলে, "কি হ'ল?"

মেনকাই ক'লে, "মই পাছত যাম?"

"পাছত কিহত যাবা?"

"ছাধুৰ বাগীখন আহিব।"

মহীকান্ত অলপ পৰ মনে-মনে থিয় হৈ ৰ'ল। তাৰ মুখত বুঢ়া আমজোপাৰ ছাঁ পৰিছিল। অলপ পাছত সি সুধিলে, এই-খনত গ'লে কি হয়?"

ইতিমধ্যে মেনকা দূৰ পাইছিলগৈ কাৰণে মহীকান্তৰ মাতটো ডাঙৰ হৈছিল। কথা বাঢ়ে বুলি ভয়তে মেনকাই একো নক'লে। তাই বাৰাণ্ডাৰ খুটা এটাত ধৰি থিয় হৈ ৰ'ল। অলপ পাছতে মহীকান্তও সেইখিনিলৈ আহিল।

"ছাধুৰ বাগীখন কোনে মাতিলে? দুখন বাগীত যাবলৈ মানুহ কোন সোপা?" মহীকান্তই খঙেৰে সুধিলে।

মেনকা মনে-মনে থাকিল।

"অই আহ।" মহীকান্তই ইন্দ্ৰক মাতিলে। তাৰ পাছত সি দেউতাককো মাতিলে, "পিতাই আহ।"

ঘনকান্ত বুঢ়া আৰু ইন্দ্ৰ যে থিয় হৈছিল, দুয়ো আকৌ বহিল।

"তহঁতৰ হৈছে কি?" মহীকান্তৰ মাত কঠুৱা হৈ আহিল।

মেনকাই বুঢ়াক ক'লে, "দেউতা, আপুনি যাওক। মই চমৰুৰ বাগীত নুঠোঁ।"

বুঢ়াই সুধিলে, "ছাধুৰ বাগীখন আহোঁতে পলম হ'ব নেকি?"

"জানো! কিবা অসুবিধা হোৱা হ'লে সৰুবাপুৱে খবৰ দিলে-হেঁতেন নহয়। আহিব চাগে এতিয়াই।" মেনকাই ক'লে।

"একেলগে যাম দে" বুলি বুঢ়াই ভৰিদুখন বেঞ্চত তুলিলে।

মহীকান্ত গপ-গপকৈ খোজ কাঢ়ি চমকুৰ ওচৰ পালেগৈ। "বচুৗজনী মৰিবলৈ ওলাইছে, এনেকুৱা সময়তো এনেকুৱা জিদ! অইন সময় হ'ব লাগিছিল, মই মুখৰ ফেনৰ লগতে জিদো বাহিৰ কৰি আনিলোঁহেঁতেন!" মহীকান্তৰ গোজৰণি বাৰাণ্ডাৰপৰাও পৰিষ্কাৰকৈ শুনা গ'ল।

জিদ! আন্ধাৰৰ মাজত মেনকাৰ নাকৰ পাহি ফুলি উঠিল। দাঁত কামোৰাৰ কাৰণে তাইৰ এফালৰ কোৱাবিৰ হাড় ফুলি উঠিল।

বাগীখনত বহি চমকুক 'চলা' বুলি ক'বলৈ মহীকান্তই বহুত সময় ল'লে। এটা চুকত আউজি বহি সি বহুত সময় তললৈ চাই ৰ'ল। এসময়ত তাৰ মুখৰপৰা শব্দটো ওলাল আৰু লগে-লগে বাগীখন চলিল। বাট-পথ প্ৰায় নিৰ্জন, আন্ধাৰ। মহীকান্তৰ বৰ অকলশৰীয়া-অকলশৰীয়া লাগিল।

চমকুৰ বাগীখন যোৱাৰ অলপ পাছতে ছাধুৰ বাগীখন আহিল। দীনহঁতক ভয় নকৰিবলৈ আকৌ এবাৰ কৈ মেনকা শহুৰেক আৰু ইন্দ্ৰৰে সৈতে বাগীত উঠিল। বাগী চলাৰ পাছত মেনকাই আকৌ ভাবিলে,—এতিয়া কি হ'ব?

এই খবৰবিলাক মদনে পাবনে? কিয় নাপাব? অকল মদনে কিয়, গোটেই চুবুৰীটোৱেই পাব! গজেন, নিতাই, গোলোক,—কোনোবা কোনোবা হয়তো খোজ কাঢ়িয়েই, ৰাতিয়েই, ৰত্নকান্তৰ ঘৰ ওলাবগৈ। পুহিলা, ফুলহঁতো যাবলৈ ওলায়হে লাগে। যোগেশ্বৰী বুঢ়ীৰ নিচিনা বুঢ়ী এই চুবুৰীত অইন এজনী নাই! আৰু ভদ্ৰকান্ত—, মদনকতো সি এনেকুৱা সময়ত বিচাৰেই! আজিনো সি মদনক বিচৰা নাইনে? মাজনিশা মেনকাক লগ পাবলৈ আহিব লাগিব কাৰণে সিতো গোটেই দিনটো কৰবাত লুকাই নাথাকেগৈ!

শাহুৰেকৰ অসুখ হঠাতে ইমান বেছি হোৱাটো বেয়া কথা হৈছে, কেনেবাকৈ যদি শাহুৰেকৰ কিবা এটা হয়, তেনেহ'লে বৰ দুখৰ কথা হ'ব;—কিন্তু এই ঘটনাটোৱে যে মেনকাক হঠাতে আজি ৰাতি এনেকৈ উদ্ধাৰ কৰিলে, সেই কাৰণে তাইৰ ভাল লাগিল। কিন্তু—সঁচাকৈয়ে কথাটো ভাল হ'লনে? তাক লগ পোৱা ঘটনাটো ঘটি যোৱা হ'লেই ভাল আছিল নেকি? যন্ত্ৰনাটো পাতল হৈ যোৱা হ'লেই ভাল আছিল নেকি? নহ'লে আকৌ মদনক তাই কেতিয়া লগ পাব? আকৌতো তাক এবাৰ ক'ব লাগিল—'কাইলৈ আহিবা' বুলি।

যি হয় হৈ থাকিব। মেনকাই বাগীৰ ভিতৰতে মূৰটো জোকাৰি চিন্তাবোৰ আঁতৰাই পেলাব খুজিলে। এতিয়া প্ৰথম কথা হ'ল— মদন যেন আজি ৰাতি বাঁহজোপাৰ গুৰিত বৈ নাথাকে।

মেনকাৰ কথা পাতিবলৈ মন গ'ল। বাগীখনৰ ভিতৰখন আন্ধাৰ। ছাধুৰ দুইফালে থকা লেম দুটা নামতহে জ্বলিছে। মেনকাৰ এনেকুৱা লাগিল যেন ভিতৰত আৰু মানুহেই নাই।

"দেউতা!" মেনকাই মাত লগালে।

"হু?"

"টোপনি আহিছে নেকি?" মেনকাই সুধিবলৈ কথা বিচাৰি নাপাই সুধিলে।

বুঢ়াই লগে-লগে একো উত্তৰ নিদিলে। অলপ পাছত তেওঁ ক'লে, "ভাবচোন! এই ৰাতিখন ঘোঁৰাবাগীত উঠি মই ক'লৈ আহিছোঁ? মোৰ বুঢ়ীজনী মৰিব, তাকে চাবলৈ আহিছোঁ। নহয় নে?"

মেনকাই আৰু কথা নক'বলৈ ঠিক কৰিলে। অলপ পাছত বুঢ়াই আপোন মনে ক'বলৈ ধৰিলে, "আমাৰ যেতিয়া বিয়া হয়, তেতিয়া এই বাটটোৱেই নাছিল। ইয়াত এখন বৰ ডাঙৰ হাবি আছিল। সেই হাবিৰ মাজৰ এজোপা গছত বান্ধি লৈ আমাৰ বৰমাইৰ ভায়েক এটাক কলিকতাৰ ফালৰ বেজ এটাই জাৰিছিল। বৰমাইৰ ভায়েকটো বলিয়া হৈছিল। একেৰাহে তিনিদিন জাৰিছিল। আমি এদিন চাবলৈ আহিছিলোঁ। বিয়াৰ আগতে এইখিনিলৈ সেই এদিনেই অহা।"

অলপ পৰ বৈ বুঢ়াই ক'লে, "ষ্টেচনটো হোৱাৰ পাছত বুঢ়ীক এদিন ৰেল দেখুৱাবলৈ আনিছিলোঁ।"

বুঢ়া আকৌ ৰ'ল। অলপ পাছত তেওঁ আকৌ ক'লে, "ৰেলৰ আলিৰ কাষৰ খুঁটাত ৰং দিয়া কাম কৰিমনে—এদিন মোক ৰেলৰ চাহাবে সোধাইছিল। কৰিবলৈ নহ'ল।"

বাটৰ দুয়োকাষে জাক-জাক জোনাকী পৰুৱা উৰিছিল। মেনকাই নিজৰ ফালে পৰা জোনাকী পৰুৱাবোৰ একান্তমনে চাই গ'ল।

"ৰজনীকান্তৰ ছোৱালী চাবলৈ যাওঁতেহে বুঢ়ী প্ৰথমে ৰেলত উঠিছিল।"

নিজান ঠাইডোখৰ পাৰ হোৱাৰ পাছত লাহে-লাহে বাটৰ কাষৰ

দুই-এঘৰৰ লেম-চাকিৰ পোহৰ মেনকাৰ চকুত পৰিল। অলপ সময়ৰ পাছত বুঢ়াই নিজকে কোৱাৰ নিচিনাকৈ ক'লে, "মোতকৈ ৰত্নকান্তলৈহে বুঢ়ীৰ টানটো বেছি হ'ল।"

অলপ পাছতে দূৰৰ এঘৰত বহুত লেম-চাকি দেখা গ'ল। ৰত্নকান্তৰ ঘৰ।

ছাধুৰ ঘোঁৰাবাগী যেতিয়া ৰত্নকান্তৰ পদূলিত ৰ'ল, তাৰ আগতেই ৰাইজে যোগেশ্বৰী বুঢ়ীক বাহিৰলৈ উলিয়াইছিল।

কাম-বনবোৰ ৰাতিটোৰ ভিতৰতে কেনেকৈ শেষ কৰা হ'ব, সেই বিষয়ে পদূলিমুখত আলোচনা কৰি থকা জুমটোৰ মাজত মদনো আছিল।

মেনকাই বাগীখনৰপৰা ঘনকান্ত বুঢ়াক সৰু ল'ৰা নমোৱাদি নমালে আৰু দৰা আগবঢ়োৱাদি আগবঢ়াই নিলে।

চোতালখনৰ সিটো মূৰৰ মাজভাগতে যোগেশ্বৰী বুঢ়ীৰ দেহাটো বগা কাপোৰেৰে ঢাকি থোৱা আছিল। বুঢ়ী ঢুকোৱা বুলি শুনি গোট খোৱা মানুহবোৰৰ বহুতে হাতে-হাতে লেম লৈ আহিছিল হ'বলা; —বুঢ়ীৰ চাৰিওফালে আৰু চোতালখনৰ অ'ত-ত'ত ভালেমান লেম জ্বলি আছিল। ধুনাৰ গোন্ধ পদূলিলৈকে বিয়পি পৰিছিল।

মদনহঁতৰ জুমটোৰপৰা কোনোবা এটাই ওলাই আহি ঘনকান্ত বুঢ়াৰ ইটো বাহুত ধৰিলে। সি ধৰাৰ কাৰণে মেনকাই বুঢ়াৰ গাৰপৰা তাইৰ হাত আঁতৰালে। লগে লগে তাইৰ চকু সেমেকি উঠিল। বুঢ়াক পিছ পেলাই মদনহঁতৰ আগেদি তাই লৰালৰিকৈ আগুৱাই গ'ল।

মদন আৰু নিতায়ে ৰাতিয়েই গুনিয়া বাবুৰ বন্ধ দোকান খোলাই তিনিওটা ভাই-ককাইৰ কাৰণে মাকিন কাপোৰ আৰু চুৰিয়া কিনিছিল। সেই চুৰিয়া পিন্ধি আৰু কাপোৰ এটুকুৰা গাত লৈ মহীকান্ত দোকমোকালি পৰত নিজৰ ঘৰলৈ উভতিল। ৰত্নকান্তৰ ঘৰত মাজতে সি এবাৰ হঠাতে সৰু ল'ৰাৰ নিচিনাকৈ চিঞৰি-চিঞৰি কান্দিছিল। সি পাঞ্জাবীৰ ওপৰ জেপত হিচাপ নকৰাকৈ এজাপ নোট আৰু তল জেপত দুমুঠিমান খুচুৰা পইচা লৈ গৈছিল। ৰত্নকান্তৰ ঘৰত

কিনা-কুটা কৰিবলৈ য'ত যি লাগে সি দিছিল। মৰিশালীত চিতাৰ জুই নুনুমুৱালৈকে সি কেঞ্জাবনৰ ওপৰত থৰ লাগি বহি আছিল। চিতাখন দপদপকৈ জ্বলি উঠাৰ পাছত মানুহবিলাকে ৰত্নকান্ত আৰু ভদ্ৰকান্তৰ লগতে মহীকান্তকো কৈছিল,—তোমালোকৰ এতিয়া আৰু ইয়াত কাম নাই; তোমালোক যোৱাগৈ যোৱা। ৰত্নকান্ত আৰু ভদ্ৰকান্ত গৈছিলগৈ, মহীকান্ত কিন্তু বহিয়েই আছিল।

যোৱা ৰাতি কিৰণে খবৰটো দিয়াৰপৰা এতিয়ালৈকে গোটেই সময়খিনি শোক-বেজাৰৰ বাহিৰেও কিছুমান কথাই মহীকান্তৰ মেজাজটো বেয়া কৰি ৰাখিছিল।

হাতত লৈ অহা পাঞ্জাবীটোৰ জেপত ঘৰৰ চাবিকোছা আছিল। সেইকোছা উলিয়াই মহীকান্তই দুৱাৰৰ তলা খুলিলে। মাজ নিশা চমকৰ ঘোঁৰাবাগীয়ে মেনকাৰ ল'ৰা-ছোৱালীকেইটাৰে কিৰণকো ৰত্নকান্তৰ ঘৰলৈ লৈ গৈছিল। যাবৰ সময়ত কিৰণে ঘৰটোৰ আগ-ফালে-পিছফালে দুটা তলা মাৰি থৈ গৈছিল। মৰিশালীৰপৰা উভতি গৈ মহীকান্তই কিৰণৰপৰা চাবিকোছা খুজি লৈছিল। ৰত্ন-কান্তকে আদি কৰি প্ৰায় সকলো মানুহে তাক ৰাতিটোৰ বাকীকণ সময় তাতে থাকি যাবলৈ জোৰ কৰিছিল, কিন্তু সি কাৰো কথা নুশুনিলে। মানুহবিলাকে হাতত দা এখন দি গজেনকে তাৰ লগত পঠাই দিলে।

বাটত এবাৰ মহীকান্তই গজেনক সুধিছিল, "দহা-কাজ নাহায় মানে বাগী-চাগীত উঠিব নাপায় নহয় হ'বলা?"

গজেনে কৈছিল, "নাপায় হ'বলা।"

অলপ দূৰ খোজ কাঢ়ি মহীকান্তই আকৌ সুধিছিল, "ঘৰৰ তিৰোতা মানুহবোৰ? সিহঁতো উঠিব নাপায় নেকি?" গজেনে কৈছিল, "সেইটো মই কব নোৱাৰোঁ। বাপুদেৱে কব পাৰিব।"

মহীকান্তই শোৱা কোঠালিৰ খিৰিকি এখন খুলি দিলে। কোঠালিটোৰ ভিতৰৰ বিছনা, চকী-মেজ আদি কোনোমতে মনিব পৰা হ'ল। টোপনি খতি আৰু খোজ কঢ়াৰ ভাগৰত তাৰ গা-মূৰ বেয়া লাগিছিল। সি বিছনাখনত বহিব খুজিলে, কিন্তু হঠাতে বিছনাত বহিব নাপায় বুলি মনত পৰাত সি আঁঠুৰাৰ খুটি এটাত ধৰি বৈ গ'ল। তাৰ পাছত সি বেৰত আউজি মাটিতে বহিল। হঠাতে এবাৰ তাৰ মনলৈ আহিল—ঘৰখন ইমান নিজান! ঘৰখন

কেতিয়াবা এনেকৈ খালী হৈছিল বুলি তাৰ মনত নপৰে। মাক-দেউতাকৰ কোঠালি খালী, কিৰণৰ কোঠালি খালী, মেনকাৰ কোঠালি খালী, ভদ্ৰকান্তৰ কোঠালি খালী,—পাগঘৰ, গোঁসাইঘৰ চব খালী।

মহীকান্ত অলপ সময় তেনেকৈয়ে বহি থাকিল। তাৰ পাছত সি উঠিল। শান্তিৰে, লৰালৰি নকৰাকৈ, তাৰ এবাৰ মেনকাৰ কোঠালিটোৰ ভিতৰখন চাবলৈ মন গ'ল। লাহে লাহে সি কোঠালি-টোত সোমাল। বন্ধ কোঠালিটোত সি এটা গোন্ধ পালে। অলপ চিনাকি, অলপ অচিনাকি গোন্ধ। কোনো এটা বিশেষ বস্তুৰ গোন্ধ নহয়; যেন বহুত বস্তুৰ গোন্ধ মিহলি হৈ আছে। মেনকাৰ চুলিৰ তেলৰ গোন্ধ বা চুলিৰ গোন্ধ, গাখীৰৰ গোন্ধ, ল'ৰা-ছোৱালীৰ গোন্ধ,—কি যে অপূৰ্ব গোন্ধ! ৰাতি বিছনাকেইখনত কোনো শোৱা নাই, তথাপি ক্ষীণ পোহৰত মহীকান্তই মনিব পাৰিলে,—বিছনা-বোৰৰ কাপোৰবোৰ ল'ৰা-ছোৱালী আৰু মেনকাৰ হাত ভৰি লাগি অ'ত-ত'ত কোঁচ-মোচ খাই আছে,—ঠিক যেন বিলৰ পদুম পাত আৰু মাজে-মাজে এ্কোপাহ ফুল!

মেনকাৰ কোঠালিত থিয় হৈ থাকোঁতে হঠাতে এবাৰ মহীকান্তৰ অলপ আগতে চিতাত তুলি থৈ অহা মাকৰ মুখখনলৈ মনত পৰিল। তাৰ চকুযোৰ সেমেকি আহিল। লাহে-লাহে তাৰ মনটো অস্থিৰ হৈ উঠিল। সি লৰালৰিকৈ কোঠালিটোৰপৰা ওলাই আহিল, আকৌ কিৰণ আৰু তাৰ কোঠালিটোত সোমাই অলপপৰ থিয় হৈ ৰ'ল, তাৰ পাছত সি মাক-দেউতাকৰ কোঠালিত সোমাল। মাকৰ বিছনাখনৰ ওচৰত মাটিতে বহি সি বিছনাখনত মূৰ থলে আৰু সৰু-সৰু শব্দ কৰি কান্দিবলৈ ধৰিলে। অলপ পৰৰ পাছত তাৰ সেই ভংগীতে টোপনি গ'ল।

মহীকান্তই সাৰ পালে কিৰণে জগাওঁতে।

পুৱাবেলা সময় পাৰ হোৱাৰ লগে-লগে ৰত্নকান্তহঁতৰ ঘৰত খবৰ ল'বলৈ অহা মানুহৰ সংখ্যা যিমানে বাঢ়ি আহিল, কিৰণৰ গাটো সিমানে বেছি বেয়া লাগি আহিল।—যোগেশ্বৰী বুঢ়ী ভাগ্যৱতী আছিল কাৰণে শিৰত সেন্দূৰ লৈ মৰিবলৈ পালে; ধৰ্মত আছিল কাৰণে বুঢ়ীৰ মৰণটো বৰ সুখৰ মৰণ হ'ল; ডাঙৰ পুতেকৰ প্ৰতি বুঢ়ীৰ বৰ টান আছিল আৰু সেই টানেহে বুঢ়ীক শেষ সময়ত ৰত্নকান্তৰ ঘৰ পোৱাইছিলহি;—এই ধৰণৰ কথাকেইটা কৈ শেষ হোৱাৰ পাছত তিৰোতা মানুহবোৰে

কিৰণক বেৰি ধৰিছিল। মানুহবোৰে এনেকুৱা কৰিছিল যেন আচলতে তেওঁলোক কিৰণক চাবলৈহে আহিছে; তেওঁলোকৰ কিছুমানক এইমাত্ৰ কিৰণৰ কেঁচুৱা হ'ব বুলিহে যেন খবৰ দি মাতি অনা হৈছিল! কিৰণৰ গাটো লাহে-লাহে বেছি বেয়া লাগি আহিছিল। তাইৰ তৎক্ষণাত ঘৰলৈ উভতিবৰ মন গৈছিল। এটাইবোৰ মানুহৰ মাজত তাইৰ মনৰ কথা ক'ব পৰা একমাত্ৰ আপোন মানুহ আছিল মেনকা! এবাৰ তাই মেনকাক ক'লে,—তাই ঘৰলৈ আহিব।

ৰত্নকান্তই লগে-লগে ঘোঁৰাবাগী আনিবলৈ মানুহ পঠালে। কিৰণ ঘোঁৰাবাগীত উঠিব পায় নে নাপায় প্ৰশ্নটো কিবোৰ মানুহে উলিয়ালে, তেওঁলোকে নিজে-নিজেই তাৰ উত্তৰটো দিলে, গৰ্ভৱতী তিৰোতা মানুহক এইবোৰ অশৌচৰ নিয়ম-কাৰণে নাপায়।

কিৰণ যেতিয়া এই চুবুৰীৰপৰা যোৱা ফুল নামৰ মানুহজনীৰ লগত বাগীত উঠিল, তেতিয়া মেনকাই ঠিকেই কৰিব পৰা নাছিল—তাই কি কৰিব, কেতিয়া ঘৰলৈ উভতিব। তাইৰ ল'ৰা-ছোৱালীকেইটায়ো কিৰণে লগ ধৰোঁতে এতিয়া নাযাওঁ বুলি ক'লে। নতুন ঠাইখনত, মানুহৰ আহ-যাহৰ মাজত সিহঁতৰ কিবা ফূৰ্তি লগা যেন লাগিছিল।

সাৰ পাই কিৰণক দেখিয়েই মহীকান্তৰ মেজাজটো কালি গোটেই নিশা লাগি থকাৰ নিচিনাকৈ আকৌ বেয়া লাগি গ'ল। কি কাৰণে বুঢ়ী তাত মৰিবলগীয়া হ'ল? নিজৰ ভেটিটোত বুঢ়ীয়ে মৰিবলৈ নাপালে কিয়? কি কাৰণে ককায়েকে বেমাৰী মানুহজনীক ৰাখি থলে? লাগ বুলিলেই ডাক্তৰ-কম্পাউণ্ডৰ, ঔষধ-পাতিৰ যোগাৰ ধৰাৰ বল ৰত্নকান্তৰ আছেনে? এইটো ভেটি এৰি উঠি যোৱাৰ পাছৰপৰা আজি অতদিনে মাজে-মাজে আহি ভালৰি লগোৱা কথা-কেইটামান খৰছ কৰাৰ বাহিৰে ৰত্নকান্তই কিটো কৰিছে? খুৱাই-বুৱাই, আলপৈচান ধৰি বুঢ়ীক ৰাখিছিল কোনে? মহীকান্তই। মাক ঢুকাইছে বুলি আজি মহীকান্তৰ ঘৰহে মানুহেৰে গিজ খাই পৰিব লাগিছিল! কিয় মহীকান্তই, কিৰণে, দহজনে দেখাকৈ বুঢ়ী মৰিবৰ সময়ত মুখত পানীটোপা দিবলৈ নাপালে?

দিনটোৰ ভিতৰত মহীকান্তৰ ওচৰলৈ যিমান মানুহ আহিল; প্ৰায় সকলোকে সি একেটা কথাকে ক'লে, "ঘৰখনৰ মূল মানুহজনী ঢুকাইছে, এতিয়া নিয়ম মতে আমি সেইবোৰ কথা ক'ব নাপায়; কিন্তু ককাইটিয়ে যে ভুল কৰিলে সেইটো কথা মই নোকোৱাকৈ থাকিব নোৱাৰোঁ।"

মহীকান্তৰ মগজ গৰম হৈ গ'ল আবেলি।

মেনকা ঘৰলৈ উভতিছিল দুপৰীয়া। লগত আহিছিল মহীকান্তৰ সম্পৰ্কীয় মাহীয়েক এজনী। মহীকান্ত তেতিয়া শুইছিল। আবেলি সি শোৱাৰপৰা উঠাৰ পাছত মাহীয়েকে তাৰ লগত কথা পাতিবলৈ ল'লে। কথাই কথাই ওলাল, ৰত্নকান্তহঁতৰ ঘৰত মানুহবোৰে আলোচনা কৰিছে—শ্ৰাদ্ধ ক'ত হ'ব? বেছিভাগ মানুহে হেনো কৈছে, বুঢ়ী যিখন ঘৰত চুকাইছে, নিয়ম মতে শ্ৰাদ্ধ তাতে হ'ব লাগে।

"কি?" মহীকান্তই স্থান-কাল-পাত্ৰ পাহৰি গৰ্জি উঠিল। "ক'ৰ পণ্ডিত সেইকেইটা? ওচৰৰে খাবলৈ নোপোৱা কেইটামান, উগাৰি উগাৰি খাবলৈ চোপ লৈ থকা কেইটামান হ'ব চাগে। এইবিলাক কথা যেন দ্বিতীয়বাৰ মোৰ কাণত নপৰে।"

কাণত নপৰাৰতো কথাই নাই, পাছৰ দিনকেইটাত এই কথাটো ক্ৰমান্বয়ে জটিল হৈ উঠিল। তিলনি ৰত্নকান্তৰ ঘৰতো হ'ল, মহী-কান্তয়ো পাতিলে। সেইটো-বাক একো ডাঙৰ কথা নহয়। কিন্তু মূল শ্ৰাদ্ধপিণ্ড? দুদল মানুহৰ যুক্তি-তৰ্কই মহীকান্তৰ কাণ থকা-সৰকা কৰিলে।

—বুঢ়ীতো অথলত মৰা নাই! বৰ পুতেকৰ ঘৰত মৰিছে। গতিকে ইয়াত তৰ্কৰ কিটো আছে? যিখন চোতালৰ যিডোখৰ ঠাইত বুঢ়ীৰ দেহাটো থোৱা হৈছিল, সেইডোখৰ ঠাইতো অশুচি হৈ থাকিবলৈ দিব নোৱাৰি!

—বুজিলোঁ, সকলো বুজিলোঁ—কিন্তু ধৰি লোৱা বুঢ়ী সৌ কাশী-বৃন্দাবনলৈ যাওঁতে বেলতে মৰিল। তেতিয়া? ইত্যাদি।

প্ৰথম দুদিনমান মহীকান্তই কথা কটা-কটিত যোগ দিছিল, কিন্তু পাছলৈ সি সেইবোৰ কথা ওলালেই আঁতৰি যোৱা বা নিজৰ চিন্তা কৰা কৰিলে। সি ভজহৰিক তিনি বস্তা ভাল লাহী চাউল কলৰ-পৰা আনিবলৈ দিলে; বগীৰাম মহলদাৰক মাছ-চোৱনিৰ দিনা দুপৰীয়াই ডাঙৰ মাছ যি পায় পঠিয়াই দিবলৈ ক'লে; দেউকিলালক বুট, মাহ, কল, কঁুহিয়াৰ, নাৰিকলৰ দীঘলীয়া ফৰ্দ দিলে, তুলসী-মুখৰ বৰ নামঘৰৰ বাইজলৈ খবৰ পঠিয়ালে—ভোজৰ পাছদিনা তেখেতসকলে মহীকান্তৰ ঘৰত এখন ভাল ভাওনা কৰিব লাগে।

ৰত্নকান্তৰ চোতালৰ যিখিনি ঠাইত বুঢ়ীৰ দেহাটো থোৱা হৈছিল, তাৰ চাৰি চুকত চাৰিটা খুটি মাৰি থোৱা হৈছিল; গধূলি-গধূলি

তাতে ৰত্নকান্তৰ ঘৈণীয়েকে এগছ বন্তি জ্বলোৱা কৰিছিল। ঘনকান্ত বুঢ়াৰ যে নিজৰ ঘৰ এখন আছে, তালৈ যে তেওঁ উভতি আহিব লাগে, তাৰ কোনো লক্ষণেই তেওঁৰ ভাব-ভংগীত দেখা নগৈছিল। আগফালৰ বাৰাণ্ডাৰ বেৰত লগাই সৰু নতুন কঠ এখন ৰাতিপুৱাই ৰত্নকান্তৰ জীয়েকে পাৰি দিয়ে; বেছিখিনি সময় বুঢ়া তাতে বহি থাকে। ওচৰত কোনোবা বহিলে তেওঁ লেথাৰি নিছিগাকৈ কথা পাতে, নবহিলে বেৰত আউজি, মূৰ তল কৰি, চকুদুটা মুদি থাকে। ভদ্ৰকান্তও তাতে থাকিল; সিও এই কেইদিনৰ ভিতৰত আন কৰবালৈ যোৱাৰ কথা ভুলতো নুলিয়ালে।

গতিকে, ৰত্নকান্তৰ ঘৰখনৰ চেহেৰায়েই কৈ থাকিল, তাত বুঢ়ীৰ শ্ৰাদ্ধ-পিণ্ড হ'ব। সেইটো কথা লৈ তৰ্ক কৰাৰ যেন কোনো সুৰুঙাই নাথাকিল। ৰত্নকান্তই সাঁচতীয়া পইচা এটাইখিনি সৰু বাকচটোলৈ উলিয়াই লৈছিল। কেৱল বাকচ-ৰখীয়া কৰি দহটা টকা ডাঙৰ বাকচটোৰ চুকত পেলাই থৈছিল। অলপ অচৰপ ধাৰ কৰি, দোকানত অলপ-অচৰপ বাকী কৰি কামখিনি শেষ কৰিবলৈ সি সাজু হৈছিল।

ভদ্ৰকান্তই ৰত্নকান্তৰ অৱস্থাটোৰ কথা বুজিছিল। এদিন গোটেই দিনটো সি অ'ত ত'ত জুপুকা মাৰি বহি চিন্তা কৰিলে। মাকৰ শ্ৰাদ্ধতো সি এটা পইচা দি সহায় কৰিব নোৱাৰিলে! তাৰ নিজৰ ওপৰতে বিৰক্তি জন্মিল। এবাৰ সি সিদ্ধান্ত,—সিদ্ধান্ত নহয়,—প্ৰতিজ্ঞাই কৰিলে,—ডাড়ি-চুলি খুৰাই চাফা হৈ বাটলৈ ওলোৱাৰ দিনাই সি অন্ততঃ এসাজ ভাতৰ দাম উপাৰ্জন কৰিব।

সেইদিনাই গধূলি সি মদনক ক'লে, "কৰবাত কিছুটামান টকা ধাৰলৈ পোৱা হ'লেও! এইটো ভেশেৰে ঘূৰি ফুৰিবও নোৱৰা হলো।"

মদনে ভদ্ৰকান্তৰ চকুৰপৰা চকু আঁতৰাই তললৈ চালে। কেইদিনমানৰ আগতে এনেকুৱা এটা সমস্যা হোৱা হ'লে মদনৰ চকুৰ আগেদি টকা-পইচা থকা মানুহৰ ঘৰকেইটামান পাৰ হৈ গ'লহেঁতেন; সি ঘৰবোৰৰ দুৱাৰ-খিৰিকি, পিৰালি আদিৰ কথা চিন্তা কৰিলেহেঁতেন।

কিন্তু চুৰ কৰাৰ কথা ভাবোঁতেই আজি তাৰ তৎক্ষণাত মহীকান্তৰ ঘৰৰ পিছফালৰ বাৰীখনৰ কথা মনলৈ আহিল। বাঁহ গছজোপা, কঁঠাল গছজোপা, ভেলেউ কাঠৰ টুকুৰাটো—! মেনকা নবৌৱে তাক কিয় মাতিছিল? আচলতে কিজানি নবৌৱে তাক মতাই নাই!

এনেয়েহে কিজানি নবৌৰ মুখেদি কথাটো ওলাই গৈছিল! কব নোৱৰাতে মদনৰ এখন হাতে ইখন হাত মুঠি মাৰি ধৰিলে, মেনকা নবৌৰ হাতখনে ধৰাৰ নিচিনাকৈ। সি যদি পাছৰাতি গৈ কেৱল শুনি আহিব পাৰিলেহেঁতেন—নবৌৱে তাক কিয় মাতিছিল!

"কি হ'ল?" ভদ্ৰকান্তই সুধিলে। "তই চিন্তা কৰিব নালাগে দে। মই এনেয়ে কথাটো কৈছোঁহে।" অলপ পৰ বৈ ভদ্ৰকান্তই আকৌ ক'লে, "চুৰ-তুৰ নকৰিবি।"

"নাই নাই, মই সেইবিলাক কথা ভবা নাই। অইন কোনোবা ফালৰপৰা যোগাৰ কৰিব পাৰোঁনে তাঁকে ভাবিছোঁ। হেৰি নহয়—" মদন বৈ গ'ল।

"কি?"

"দুয়োখন ঘৰতে শ্ৰাদ্ধ পাতিলে,---দেউতা ক'ত থাকিব?" হঠাতে কথাটো ঘূৰাই মদনে ঘনকান্ত বুঢ়াৰ কথা সুধিলে।

"সেইটো কথা আমিও সোধা নাই, পিতায়েও একো কোৱা নাই। ইয়াতে থাকিব যেন পাইছোঁ।"

"মেনকা নবৌ বা ক'ত থাকে।"

"জানো!"

দুয়ো ঘৰতে শ্ৰাদ্ধ পতা সম্পৰ্কে কথা-বতৰা যেতিয়া তল পৰিল তেতিয়া মেনকাই ভাবিবলৈ আৰম্ভ কৰিলে,---তাই কি কৰিব? ক'ত থাকিব? শহুৰেক তাত থাকিব, শহুৰেকে তাইক বিচাৰিব, এনেকুৱা সময়ত তাই শহুৰেকৰ ওচৰত থাকিব লাগিছিল,--- এইবিলাক কথা মনলৈ আহিল যদিও তাইৰ বেছি চিন্তা হ'ল—ভদ্ৰকান্ত ক'ত থাকিব? সি ইয়ালৈ আহিব জানো? সি যদি তাতে থাকি যায়, তেনেহ'লে তাৰ কাম-বনবোৰততো চাগে মদনেই দিনে-নিশাই খাটি থাকিব?

ইচ্ছা কৰিলে মেনকাই শহুৰেকক এইখন ঘৰলৈ লৈ আহিব পাৰে, আনকি ৰত্নকান্তকো সৈমান কৰাব পাৰে,—সেইখন ঘৰত কেৱল নামটো কৰি কিবা এটা কৰক, কিন্তু ঘৰে-ঘৰোৱাহিয়ে ইয়ালৈ শুচি আহক; মূল শ্ৰাদ্ধ ইয়াত হ'ব। ভদ্ৰকান্তও এচুকত বহি থাককহি; সি একো কৰিব নালাগে, তাৰ ভাগৰ কামখিনি মদনেই

কৰিব। মেনকাই মাত্ৰ কেই আঘাৰমান কথা খৰছ কৰি এইখিনি কাম কৰি পেলাব পাৰে। কিন্তু তাই কৰিব জানো? মহীকান্তৰ বিৰাট আয়োজনৰ মাজত সিহঁত সকলোকে হেৰাই যাবলৈ দিয়াতকৈ তাই নিজে ৰত্নকান্তৰ ঘৰলৈ গুচি যাব নেকি?

মেনকাই একো সিদ্ধান্ত কৰিব পৰা নাছিল। এদিন তাই দেখিলে দন্দুৰী পুহিলাই বাৰাণ্ডাৰ এমূৰত বহি জাঁতত মগুমাহ দলিবলৈ লৈছে। মহীকান্ত-কিৰণৰ বিয়াৰ আগতে যিখিনিত যেনেকৈ তাই সেই কামটো কৰিছিল, ঠিক তেনেকৈ। তাৰ পাছতহে যেন মেনকাৰ চকুত পৰিল, মহীকান্তৰ দূৰ সম্পৰ্কীয় ভাগিন-ভতিজাৰে ঘৰখন ভৰি আহিছে। মেনকাৰ শংকা হ'ল, লাহে লাহে ঘৰখনত থিয় হ'বলৈ ঠাই নোহোৱাকৈ মানুহ হ'ব, হুমহীয়া গাৰে কিৰণ মানুহবোৰৰ মাজে-মাজে ঘূৰি ফুৰিব, আৰু কিৰণক চাই উঠিয়েই মানুহবোৰে মেনকাক বেঢ়ি ধৰিব, ধৰি বুজাব, 'কপাল বুইছা, কপাল!' অসহ্য।

হঠাতে মেনকাই ঠিক কৰিলে, তাই ৰত্নকান্তৰ ঘৰলৈ যাব। শ্ৰাদ্ধৰ তিনিদিনৰ আগৰপৰা তিনিদিনৰ পাছলৈকে তাত থাকিব। এইখন ঘৰৰ আগফাল-পিছফাল যেতিয়া নিজম পৰিব, তেতিয়া তাই উভতি আহিব।

শ্ৰাদ্ধলৈ চাৰি দিন আছে। সন্ধিয়াৰ আগে-আগে মহীকান্তকে মুখ্য কৰি এপাল মানুহে বৰতীয়া ভাত খাই উঠাৰ পাছত মেনকাই পাকঘৰত ল'ৰা-ছোৱালীকেইটাৰ কাৰণে গাখীৰ অকণমান গৰম কৰিবলৈ লৈছিল, এনেতে কিৰণ পাকঘৰলৈ সোমাই আহিল। কিৰণক দেখিয়েই মেনকাৰ বিৰক্তি লাগিল। সেইদিনা ৰাতি যে কিৰণে কৈছিল, 'আপুনিওতো এইখন ঘৰৰে মানুহ, আপুনিওতো তেখেতৰ ওচৰত থাকিব লাগে'—সেই কথাকেইটা মেনকাৰ মনলৈ আহিল। তাইৰ এনেকুৱা লাগিল,—এতিয়াও যেন কিৰণে তেনেকুৱা কিবা কথা ক'বলৈ আহিছে। কিৰণে যেন অকলে নিজৰ গাটো আৰু মহীকান্তক বলে নোৱৰা হৈ আহিছে। অথচ আইৰিন বাইদেউৰ পৰামৰ্শ শুনি মাকৰ ঘৰলৈ গুচি যাবলৈও তাইৰ মন যোৱা নাই;—মহীকান্তক দীঘলীয়া দিনৰ কাৰণে মেনকাৰ ওচৰত এৰি থৈ যাবলৈ তাইৰ মন যোৱা নাই। তাই বিমোৰত পৰিছে; মাজেদি এটা ৰাস্তা বিচাৰিছে?

মেনকাই চাবিটা পিতলৰ গিলাছ শাৰীকৈ পাতি লৈ ছছপেন-টোৰপৰা প্ৰতিটোতে আধা গিলাছমানকৈ গাখীৰ বাকি-বাকি ক'লে, "মই কাইলৈ তালৈ,—ককাইদেউহঁতৰ ঘৰলৈ যাম।"

"কেতিয়া আহিব?" কিৰণে লগে-লগে সুধিলে।

"জানো! ঠিক কৰা নাই। শ্ৰাদ্ধৰ দুদিনমান পাছত আহিম হ'বলা।"

কিৰণৰ চকুদুটা ডাঙৰ লৈ গ'ল। "শ্ৰাদ্ধৰ পাছত? আপুনি ইয়াত নাথাকিলে—" কিৰণ ৰৈ গ'ল।

মেনকাই ক্ষীণ হাঁহি এটা মুখলৈ আনি সুধিলে, "কি হ'ব?" "ইমান ডাঙৰ কাম এটা। ভিতৰখনত আপুনি নাথাকিলে—" কাঁহী এখনৰ ওপৰত গিলাছ চাবিটা তুলি মেনকাই ক'লে, "এইখন শ্ৰাদ্ধহে! মই থাকোঁতেই ইমান ডাঙৰ বিয়া এখন হৈ গ'ল, মই নাথাকিলেও শ্ৰাদ্ধখন নহ'বনে? ধৰি লোৱা ময়েই মৰিলোঁ; তেতিয়া?"

এক ধৰণে কব খোজোঁতে মেনকাৰ মুখেদি কথাখিনি অইন ধৰণে ওলাই গ'ল। গাখীৰ চাবি গিলাছ লৈ মেনকা নিজৰ কোঠালিলৈ বুলি পাকঘৰৰপৰা ওলাই আহিল। কিৰণ তাতে থিয় হৈ ৰ'ল।

ৰাতিয়েই মেনকাই ছুটকেছ এটাত নিজৰ আৰু ল'ৰা-ছোৱালীকেইটাৰ কাৰণে কাপোৰ-কানি অলপমান ঠিককৈ ল'লে। তাৰ পাছত তাইৰ মনলৈ আহিল,—শহুৰেৰ্ক ঘনকান্ত বুঢ়াইতো সেই পিন্ধি যোৱা কাপোৰ-যোৰৰ বাহিৰে আৰু একো নিয়া নাছিল! তাই বুঢ়াৰ কোঠালিলৈ গ'ল। সন্ধিয়া সময়ত বুঢ়ীৰ বিছনাখনৰ শিতানৰ ফালে মাটিত তাই নিজে কলপাত এটুকুৰাৰ ওপৰত থৈ যোৱা মাটি চাকিটোৰ বাহিৰে কোঠালিটোত অইন লেম-চাকি নাছিল। মাটি চাকিটোও নুমাও-নুমাও হৈছিল। চুকে-চুকে সোমাবলৈ চেষ্টা কৰি পোহৰবোৰে যেন বৰ কষ্ট পাইছিল। চাকিটোৱেও ভাগৰত কান্দো-কান্দো কৰিছিল। মেনকাই বুঢ়াৰ কাপোৰ থোৱা আলনাডালৰ কাপোৰবোৰ এটা-এটাকৈ চাবলৈ ধৰিলে; কি কি নিব ভাবিলে।

এনেতে মহীকান্ত কোঠালিটোলৈ সোমাই আহিল। মেনকা উচপ খাই উঠিল।

মহীকান্তই সুধিলে। "তুমি বোলে শ্ৰাদ্ধত ইয়াত নাথাকা?"

"তাকে ঠিক কৰিছোঁ। এই সময়ত মই দেউতাৰ ওচৰত থাকিব লাগে।" মেনকাই শান্ত মাতেৰে ক'লে।

"পিতাইক কাইলৈ মই ইয়ালৈ লৈ আহিম।" মহীকান্তৰ মাতত তাৰ স্বাভাৱিক দেমাকীটো মিহলি হৈ গ'ল।

"মোৰ নিজৰো অলপ অসুবিধা আছে।" মেনকাই কিলাকুটিৰ ভাজত কাপোৰ অলপমান লৈ ক'লে।

"কি অসুবিধা?"

একমুহূৰ্তও পলম নকৰি মেনকাই ক'লে, "ইয়াতো মানুহৰ অভাৱ নহ'ব! ইমানবোৰ মানুহৰ কথাৰ উত্তৰ দিওঁতেই মোৰ সময় যাব। মই ইয়াত থাকিলে কাৰো লাভ নহ'ব। তাত নামহে শ্ৰাদ্ধ! মই তাতে থকাই ভাল।"

"তুমি নোৱাৰা যাব।" মহীকান্তই টান মাতেৰে ক'লে।

মেনকাই তাৰ মুখলৈ চালে। আউল-বাউল চুলি, পাঁচ-ছদিন নুখুৰোৱা ডাড়িৰে মহীকান্তৰ মুখখন মাটি চাকিৰ ক্ষীণ পোহৰত বৰ কঠিন দেখা গৈছিল। তথাপি মেনকাৰ ওঁঠে হাহোঁ-হাহোঁ কৰিলে। তাই ক'লে, "যাম বুলি ঠিক কৰিলোঁ যেতিয়া যামেই। সতিনীৰ লগত ঘৰ কৰি কেনেকুৱা লাগিছে, তাকে কৈ-কৈ মই জাক-জাক মানুহৰ মাজত বহি থাকিব নোৱাৰোঁ।"

"আৰু জাক-জাক মানুহে যেতিয়া তুমি ক'ত আছা বুলি সুধিব, তেতিয়া মোৰ অৱস্থাটো কেনেকুৱা হ'ব?" মহীকান্তই তীক্ষ্ণ, কিন্তু বাহিৰৰ কোনোবাই শুনে বুলি চেপা মাতেৰে সুধিলে।

মেনকাই তৎক্ষণাত মূৰটো ঘূৰাই উজ্জ্বল চকুৰে মহীকান্তৰ চকুলৈ চালে; একমুহূৰ্তমান চাই থাকি তাই ক'লে, "হাতীত উঠি দৰা হৈ যাওঁতে মই ক'ত আছোঁ বুলি কোনোবাই সোধা হ'লে কি বুলি ক'লেহেঁতেন?"

মহীকান্তই সোঁ হাতেৰে ঠাঁচকৈ মেনকাৰ বাঁও গালত চৰ এটা মাৰিলে। তাৰ পাছত সি কোঠালিটোৰপৰা ওলাই গ'ল।

অলপ সময় তাতে থিয় হৈ থাকি মেনকা কোঠালিটোৰপৰা ওলাই একেবাৰে পিছফাল পালেগৈ। কৰ্দৈজোপাৰ তলত তাই অলপ সময় থিয় হৈ ৰ'ল; তাৰ পাছত মাটিতে বহিল। কালি নে পৰহি পূৰ্ণিমা গৈছে। কৰ্দৈজোপাৰ তলখন আন্ধাৰ হৈ আছিল;

কিন্তু দূৰৰ বাঁহ গছ, কঁঠাল গছৰ আগে আগে জোনাকে পৰিবলৈ ঠাই বিচাৰি ফুৰিছিল।

পাছদিনা পুৱা ছুটকেছটো লৈ ইন্দ্ৰ আৰু দীন ওলাই গ'ল। মহীকান্ত তেতিয়া শোৱাৰপৰা উঠা নাছিল।

মেনকাই পিন্ধিউৰি এনেয়ে ইফাল-সিফাল কৰি থাকিলে। এসময়ত যেতিয়া মহীকান্ত উঠি পিছ বাৰাণ্ডাত মুখ ধুবলৈ বহিলহি তেতিয়া মেনকাই ছোৱালী দুজনী লগত লৈ, চোতালৰ মাজেদি, মহীকান্তৰ আগেদি ওলাই গ'ল।

ৰত্নকান্তৰ ঘৰ পাওঁতে মেনকাৰ বৰ ভাগৰ লাগিছিল। ঘৰ সোমায়েই চাদৰেৰে মুখ-ডিঙি মচি-মচি তাই ভদ্ৰকান্তৰ লগত কথা পাতিবলৈ ল'লে। দুটামান অদৰকাৰী কথা পাতিয়েই তাই ভদ্ৰকান্তক পোনে-পোনে সুধিলে, "মদন আহি আছে নহয়?"

"আহি আছে। সি নথকা হ'লেতো মস্কিলেই হ'লহেঁতেন" ভদ্ৰকান্তই ক'লে।

তাৰ পাছত মেনকাৰ কাৰো লগত কথা পাতিবলৈ মন নগ'ল। গোটেই নিশা তাইৰ টোপনি প্ৰায় অহাই নাছিল। মূৰটো গধুৰ গধুৰ লাগিছিল, চকু দুটা অকণ-অকণ পুৰিছিল। কিন্তু তাৰ কাৰণে তাই চিন্তা কৰা নাছিল। এনেকুৱা ৰাতি, এনেকুৱা দিন কটোৱাত তাই অভ্যস্ত হৈ পৰিছে। তাইৰ এনেকুৱা লাগিছে,—তাই যেন জন্মৰেপৰা অসুখীয়া, দিনে-নিশাই আমনি কৰি থকা এটা কেঁচুৱা অকলে-অকলে ডাঙৰ কৰিছে! অথচ এইটো কেঁচুৱাৰ বাহিৰে তাইৰ আগলৈ-পাছলৈ যেন আৰু কোনো নাই!

মেনকা এনেকৈ ওলাবহি বুলি ৰত্নকান্তৰ ঘৰৰ কোনেও ভবাই নাছিল। এনেয়ে সাধাৰণ দিনতো এইখন ঘৰলৈ মেনকা আহিলে ঘৰখনৰ সকলোৰে উথপথপ লাগে; ল'ৰা-ছোৱালীকেইটাই পদূলি-মুখৰপৰা পিছ চোতাললৈকে 'খুৰী আহিছে, খুৰী আহিছে'কৈ চিঞৰি-চিঞৰি লৰা-চপৰা কৰে; ৰত্নকান্ত নিজে ষ্টেছনৰ ওচৰৰ গৌৰাংগৰ মিঠাইৰ দোকানলৈ ওলাই যায়। আজিও ৰত্নকান্তৰ ঘৈণীয়েকে মেনকাক দেখিয়েই কি দিম, কি থম লগালে। পাকঘৰৰ ওচৰত কেইআধিমান মালভোগ কল আছুতীয়াকৈ ওলোমাই থোৱা আছিল; তেওঁ তাৰে ডাঙৰ কলকেইটা পিটিকি চালে, কোমল হৈছে নে নাই।

ৰত্নকান্তই কিন্তু অলপ সময় তভক মাৰি ৰ'ল। সি যেতিয়া শুনিলে মেনকা শ্ৰাদ্ধৰ পিছলৈকে ইয়াতে থাকিব, তেতিয়া বহুত কথাই ওপৰা-উপৰিকৈ তাৰ মনটোক হেঁচা মাৰি ধৰিলে। মহীকান্তৰ লগত যি কোনো ধৰণৰ খুট-খাট, কাজিয়া-পেচাল লগাৰ কথালৈ ৰত্নকান্তই ভয় কৰে। ভয় কৰে মানে,—এইবোৰ অশান্তি সি ভাল নাপায়। ঘটনাচক্ৰত পৰি সি ইয়াত মাকৰ শ্ৰাদ্ধ পাতিছে, সিফালে মহীকান্তই তৰ্জন-গৰ্জন কৰিছে; এইবোৰতে তাৰ মনটো দমি আছে। কিন্তু মেনকা যে ইয়াত থাকিবলৈ আহিল! তাৰ কাৰণে আকৌ মহীকান্তৰ বোষটো বা কাৰ ওপৰত পৰে! অকণমান পাছত ৰত্নকান্তই তাৰ নিজৰ কথাটো ভাবিবলৈ এৰি দিলে। যি হয় হ'ব। মহীকান্তৰ ৰোষনো কি? আগো নাই শুৰিও নাই। কিন্তু মেনকা? তাই কিয় হঠাতে শুচি আহিল? উলামুলা কাৰণততো তাই এনেকৈ নাহে! এই কথাটোৱেই যদি পাছলৈ ডাঙৰ হৈ যায়! ইমান ডাঙৰ দুৰ্ভাগ্য এটাই মানুহজনীক গছকি গ'ল, আকৌ এইবোৰ কথাই যদি আগলৈ তাইক আৰু কষ্ট দিয়ে! এইটো ঘটনাই যদি ইতিমধ্যে মেল খোৱা ফাঁটটো আৰু বহল কৰে। ৰত্নকান্ত চিন্তিত আৰু শংকিত হ'ল।

সকামৰ ঘৰ। কোনোবা এচুকত এনেয়ে জুপুকা মাৰি বহি থাকিবলৈ মেনকাৰ বেয়া লাগিল। তাইৰ মনটোৱে তেনেকৈ জুপুকা মাৰি থাকিবলৈকে বিচাৰিছিল, কিন্তু মানুহবোৰক দেখুৱাই তাই হাতেৰে কিবা এটা কৰি থাকিব খুজিলে। তাই এনেকুৱা হৈ থাকিবলৈ বিচাৰিলে যাতে কোনেও তাইৰ কথা চিন্তা কৰিব-লগীয়া নহয়, কোনেও তাইক একো সুধিবলৈ সাহ নকৰে। কিন্তু তাই কৰে কি? ওচৰ-চুবুৰীয়া পাঁচ-ছজনী মানুহে হাতৰ আগত যি কামকে পাইছে তাকে কৰি আছে। এসময়ত মহীকান্তৰ গালি-শপনি খাই সিখন ঘৰলৈ যাবলৈ এৰা দূৰ গাঁৱৰ অওহী-বওহী দুগৰাকীমানো এইখন ঘৰত এইকেইদিন থকাকৈ আহিছে। ঘৰ-খনত কামতকৈ মানুহ বেছি হৈছে। মেনকাই কিবা এটা চুলেই তিনিজনীমানে 'থোৱাচোন থোৱা, আমি আছোঁ নহয়, বুলি কামটো তাইৰ আগৰপৰা আঁতৰাই নিছে। তাইতকৈ বয়সত ডাঙৰ দুগৰাকী-মানেও হাত দুখন লগ লগাই ৰাখি তাইৰ লগত কথা পাতিছে।

মেনকাৰ অস্বস্তি লাগিল। এবাৰ তাই ভাবিলে—শহুৰেকৰ ওচৰতে গৈ বহি থাকিব। কিন্তু সেইটো কৰিবলৈ তাইৰ মন নগ'ল। শহুৰেকে

কি সুধিব, কি ক'ব, সেইবোৰ ভাবি তাই শংকিত হ'ল। ঘনকান্ত বুঢ়া যেন বহুদিনীয়া, পুৰণি পানীৰে ভৰা কলহ এটাৰ নিচিনা হৈ বহি আছে; মুখলৈকে পানী ভৰি থকাৰ কাৰণে যেন বুঢ়াই কষ্ট পাইছে। কিন্তু তেওঁৰ ওচৰত আৰু এটা ভৰা কলহ থৈ কি লাভ? অলপ খালী ঠাই থকা বাচন এটা মাজত ন'হলে এআজলি পানীও সলনা-সলনি কৰাৰ উপায় নাই।

কিছু সময় ইফাল-সিফাল কৰি থাকি এবাৰ মেনকা পাকঘৰৰ বাৰাণ্ডাৰ ভেটিটোত পানীপোতাত ভৰি থৈ বহিল। তাইৰ বাহিৰতে থাকিবলৈ মন গৈছিল। চোতালৰ সিমূলে ৰমাই মূৰ খজুৱাই-খজুৱাই কিবা এটা চাই আছিল। মেনকাই তাইক ওচৰলৈ মাতিলে। ওচৰত বহুৱাই লৈ তাই ৰমাৰ চুলিখিনি আঙুলিৰে আঁচোৰাৰ নিচিনা কৰিলে; তাৰ পাছত তাইৰ মূৰত লেখি-ওকণি বিচাৰিবলৈ ধৰিলে। ছোৱালীজনীৰ কেইবাদিনো যত্ন নোলোৱা চুলিৰ মাজে-মাজে লাহে-লাহে আঙুলি বুলাওঁতে মেনকাৰ মনটো যেন এৰি থৈ অহা কোনোবা এখন ডাঠ হাবিৰ মাজৰ লুংলুঙীয়া বাটেদি গৈ থাকিবলৈ ধৰিলে।

হাবিখন আৰু ডাঠ হৈ আহিছে, বাটবোৰ আৰু ঠেক হৈ আহিছে, পোহৰ আৰু কমি আহিছে, এনেতে কাৰোবাৰ কথা-বতৰাৰ শব্দত মেনকা চক খাই উঠিল।

মদনে কান্ধৰপৰা কাপোৰৰ প্ৰকাণ্ড টোপোলা এটা চোতালৰ একাষে ধপকৈ পেলাই দিলে। টোপোলাটোৰ বগা কাপোৰৰ মাজে-মাজে কোঁচ-মোচ খোৱা ৰঙা কাপোৰে ভুমুকি মাৰিছে। এখন ডাঙৰ চন্দ্ৰতাপ। পানীগাঁও নামঘৰৰ ৰাজহুৱা চন্দ্ৰতাপ; মদনে নিজে কান্ধতকৈ লৈ আহিছেগৈ।

কান্ধৰপৰা চন্দ্ৰতাপখন মাটিত পেলাই মূৰ তোলোঁতেই মদনৰ মেনকাৰ চকুৰে-চকুৰে পৰিছিল। মেনকাৰ গোটেই গাটো জিকাৰ খাই উঠিল। তাৰ পাছত মদনে লগে-লগে সোমাই অহা ভদ্ৰকান্তক ক'ব চন্দ্ৰতাপ, কিমান ডাঙৰ, কেনেকৈ আনিলে এইবোৰ ক'বলৈ চেষ্টা কৰিছিল, কিন্তু হয় সি কওঁতেই বেবেৰিবাং লগাইছিল, নাইবা মেনকাৰ কাণত সোমাওঁতেই কথাবোৰৰ খেলিমেলি লাগিছিল; মুঠতে মেনকাই তাৰ সকলো কথা নুশুনিলে। তাইৰ কাণ দুখন গৰম-গৰম লাগিল। ৰমাৰ চুলিৰ মাজত তাইৰ আঙুলিবোৰ ৰৈ গ'ল।

কিয় ? এক মুহূৰ্তৰ পাছতে মেনকাই নিজকে বুজাবলৈ চেষ্টা কৰিলে। এই মদনক মেনকাই নিতাইৰ পুতেকৰ হতুৱাই দিন দুপৰতে মতাই পঠিয়াব পাৰে; মদন তাইৰ সম্মুখত তলমূৰ কৰি থিয় হৈ থাকে, ইচ্ছা কৰিলে এই মুহূৰ্ততে তাই তাক হুকুম দিব পাৰে,—আহাঁ, আঁঠুকাঢ়ি বহাঁ; মদনে তাইৰ হুকুম তিলমানো হেৰফেৰ নকৰাকৈ পালন কৰিব। তথাপি কিয়, কিয় তাই মূৰ তুলি তালৈ চাব পৰা নাই? এইখন ঘৰলৈ অহাৰ পাছত ইমান সময় কিয় তাই বাহিৰতে ইফাল-সিফাল কৰি ফুৰিছে?

"হ'ল মা? মই যাওঁ?"—মাকৰ আঙুলি বৈ যোৱা কাৰণে ৰমাই সুধিলে। ওকণি চাবলৈ বহুৱাই থলে তাই বৰ আমনি পায়।

"যা" বুলি মেনকাই মূৰটো লাহেকৈ লৰালে। অকণমান সময়ৰ কাৰণে উশাহ এটা বন্ধ কৰি ৰাখি তাই কিবা ভাবিলে, তাৰ পাছত বহাৰপৰা উঠি ভদ্ৰকান্ত আৰু মদনৰ ওচৰলৈ আগুৱাই গ'ল।

"এইখনেৰে আগফালৰ ৰভাখন দিবা নে পিছফালৰ?"—মদন আৰু ভদ্ৰকান্ত দুয়োৰে চকুলৈ চাই মেনকাই হঠাতে ডিঙিৰপৰা এনেকুৱা এটা সুৰ উলিয়ালে যেন শ্ৰাদ্ধখনৰ সমগ্ৰ আয়োজনৰ তদাৰক কৰিবলৈ তাই আজি ইয়াত উপস্থিত হৈছেহি।

"জানো! কিমান ডাঙৰ বা! বেছি ডাঙৰ হয় যদি আগফালেই দিব লাগিব।" ভদ্ৰকান্তই ক'লে।

"খুলি বহলাই দিয়াচোন নহ'লে, চাওঁ কিমান ডাঙৰ।" মেনকাই পোনে-পোনে মদনৰ চকুলৈ চাই ক'লে।

মদনে লগে-লগে মৰাপাটৰ ৰচিৰ গাঠিটো খুলি চন্দ্ৰতাপখন চোতালত বহলাবলৈ ধৰিলে। ডাঙৰ, বেছ ডাঙৰ। সোঁ-মাজত এপাহ ৰঙা পদুম, চাৰিওকামে ৰঙা-ৰঙা পাহি। আগ চোতালৰ কাৰণে অলপ সৰু হ'ব পাৰে, কিন্তু পিছ চোতালখনৰ লগত জোখে-মাখে মিলি যাব।

সেয়াই আৰম্ভ। সেই মুহূৰ্তৰপৰা মেনকাক যেন কামে খেদি ফুৰিবলৈ ধৰিলে। সেইদিনা আবেলিৰেপৰাই কিবা এটা কামত কি কৰোঁ, কি নকৰোঁ যেন লাগিলেই ৰত্নকান্তৰ ঘৈণীয়েকে মেনকাৰ পৰামৰ্শ বিচৰা কৰিলে; ৰত্নকান্তই নিজে গধূলি ভদ্ৰকান্তৰ লগত কথাবোৰ জুকিয়াবলৈ বহোঁতে মেনকাকো ওচৰত বহুৱাই ল'লে। —ভকতসকলৰ কোনোবাই যদি দোকানৰপৰা কিনা চিৰা নাখায়!

গতিকে কমকৈ হ'লেও কোমল চাউলো তিয়াব লাগিব। ৰাতি মাছ চোৰনিলৈ বেছি মানুহক খবৰ দিব নালাগে। পাছদিনাৰ ভোজলৈকে সকলো আহক; গাইজনীৰ সলনি বাপুদেউক পইচা দিলেই হ'ব নে নহয়; মাহেকীয়া খেলৰ আপোন মানুহকেইঘৰকো খবৰ দিব লাগে, আহিলে আহিব, নাহিলে নাই; ইত্যাদি।

· কথাবোৰ পাতোঁতে মদন ওচৰতে থিয় হৈ আছিল। মেনকাই ক'লে, "বহা মদন, থিয় হৈ ৰ'লা কিয়?" মদন বহিল।

আলোচনাৰ শেষৰফালে ৰত্নকান্তই এটা কথা উলিয়ালে। মহীকান্তই যিয়েই নকৰক, বয়সত লাগে সি সৰুৱেই হওক, তথাপি দহাৰ দিনা এসময়ত তাক মাত এষাৰ লগাই অহাটো ভাল হ'ব নে কি?

ভদ্ৰকান্তই ক'লে, "দৰকাৰ নাই।"

মেনকাই ক'লে, "নহয় সৰুবাপু।"

তাই আৰু একো নক'লে। কোৱাৰ প্ৰয়োজনো নহ'ল। ভদ্ৰকান্ত উঠি গ'ল। সি হয় কথা শেষ হ'ল বুলি ভাবিলে, নহয় এই প্ৰসংগটো ভাল নাপালে। ৰত্নকান্ত অলপ সময় গম্ভীৰ হৈ বহি ৰ'ল। তাৰ পাছত সি ক'লে, "কথাবোৰ কোনফালে ঢাল খায় জানো! বুঢ়ীৰ যাবলগীয়া আছিল, গ'ল। কিন্তু এতিয়া থকাখনৰ আঁহ ফলাফলি নহ'লেই হয়।" কথাষাৰ কৈ ৰত্নকান্তও উঠি গ'ল।

মেনকাৰ বুকুখন যেন ধপকৈ উঠিল। ৰত্নকান্তৰ শেষৰ কথাবোৰৰ কাৰণে? নে ৰত্নকান্ত যোৱাৰ কাৰণে? ওচৰৰ কোঠালিটোত ঘনকান্ত বুঢ়াৰ ওচৰত বহি ভকত এজনে পুথি পঢ়িছে। চোতালৰ মাটিচাকিটোৰ শিখাডাল হালি-জালি আছে। দুৱাৰডলিৰ ভিতৰফালে থোৱা লেমটোৰ পোহৰ মেনকা আৰু মদনৰ মাজেদি পাৰ হৈ গৈছে। মেনকাই ঘনঘনকৈ তিনিবাৰমান সেপ গিলিলে, চাদৰৰ আগেৰে কপাল আৰু ডিঙি মচিলে, তাৰ পাছত তাই সুধিলে, "তুমি এতিয়া ঘৰলৈ যাবাগৈ নেকি?"

"যামগৈ নবৌ।" এইকেইটা শব্দ উলিয়াবলৈও যেন মদনৰ কষ্ট হ'ল!

"আকৌ কেতিয়া আহিবা?"

"কাইলৈ পুৱা।"

মেনকা অকণমান সময় মনে-মনে ৰ'ল, তাৰ পাছত তাই ক'লে, "এই তিনিটা দিন দেখোন ইয়াতে থাকি যাব পাৰা। ৰাতিখন ইমানদূৰ বাট যোৱা আৰু ৰাতিপুৱাই অহা,—কষ্টহে হয়।"

মদনে অলপ পাছত ক'লে, "এনেয়ে নগ'লোঁহেতেন নবৌ। কিন্তু ৰাতি ঘৰলৈ নগ'লে বৌয়ে বৰ চিন্তা কৰে। মই ক'ৰবাত চুৰ কৰিবলৈ গলোঁ বুলি ভাবে।"

মেনকাই পাতল হাঁহি এটা মুখলৈ আনি সুধিলে, "তুমি জানো আজি-কালি চুৰ কৰা?"

মদনে উত্তৰ নিদিলে। সি আইনফালে মুখ ঘূৰালে। অলপ পাছত সি আঁঠুৰ মাজত মূৰ সুমুৱালে।

মেনকাই সুধিলে, "কি হ'ল মদন?"

লগে-লগে মদনৰ আঁঠুৰ মাজৰপৰা এটা অতি ক্ষীণ উচুপনিৰ শব্দ ওলাই আহিল। মেনকাৰ গোটেই গাটো উচুপনিৰ শব্দটোত কঁপি উঠিল।

"কি, কি হ'ল মদন?" কথাষাৰ সুধিয়েই তাই চাৰিওফালে চাবলৈ ধৰিলে। সকলো মানুহ ওচৰ চাপি আহক, নাইবা সকলো মানুহ বহুত দূৰলৈ যাওকগৈ,—এই দুটাৰ কোনটোৰ কাৰণে মেনকাই তেনেকৈ চালে তাই নিজেই ধৰিব নোৱাৰিলে। তাইৰ নিজকে বৰ অসহায় যেন লাগিল। তাইৰ এবাৰ মদনৰ ফালে হাতখন মেলিবৰ মন গ'ল। কিন্তু তাই কি কৰিব কি নকৰিব ঠিক কৰিব পৰাৰ আগতেই মদন ঘপকৰে উঠিল আৰু বাটৰ ফালে ওলাই গ'ল।

মেনকা থৰ লাগি বহি ৰ'ল। ইমান ডাঙৰ মানুহটোৱে ইমান সোনকালে, ইমান সৰু ল'ৰাৰ নিচিনাকৈ উচুপে!

ৰাতি মাটিত পাৰি লোৱা বিছনাখনত পৰাৰ পাছত বহু নিশা লৈকে মদনৰ উচুপনিৰ শব্দটো মেনকাৰ কাণত বাজি থাকিল। এবাৰ তাইৰ ভয়ো লাগিল। কাঁহ-পিতলৰ বাচনৰ মাজত আয়নাৰ গিলাছ থ'বলৈ যেনেকুৱা ভয় লাগে, তেনেকুৱা ভয়।

এবাৰ ওচৰতে শুই থকা মণিয়ে টোপনিতে বাগৰ সলালে। তাই মাকৰ কঁকালৰ ওপৰত ভৰি এখন তুলি দিলে। তাইৰ সোঁ

হাতখন মাকৰ গালৰ ওপৰত পৰি ৰ'ল। হাতখনৰ কোমল পৰশটো মেনকাৰ বৰ ভাল লাগিল। কিন্তু লাহে-লাহে যেন তাইৰ গালখন চেকচেকাবলৈ ধৰিলে। লাহে-লাহে তাইৰ চকুৰ আগলৈ কালি নিশাৰ শহুৰেক-শাহুৱেকৰ কোঠালিটো ওপঙি আহিল। মাটিচাকিৰ পোহৰত আউল-বাউল চুলি, পাঁচ ছদিন নুখুৰোৱা ডাড়িৰে মহীকান্তৰ মুখখন; ঠাঁচকৈ মৰা চৰটো!—মেনকাই গালখনৰ ওপৰতে মণিৰ হাতখন হেঁচা মাৰি ধৰিলে।

পাছদিনা পুৱা মেনকাই গা ধুই আহিয়েই দেখিলে—মদনে চিপৰাং এখন লৈ ৰভাৰ খুটাৰ কাৰণে গাঁত খান্দিছে। জেওৰাত কাপোৰ মেলি দিবলৈ বুলি মেনকা তাৰ ফাললৈকে আগবাঢ়িল। তাৰ ওচৰ পাই মেনকাই ক'লে, "তোমাকতো কথা সুধিবলৈকে ভয় লাগিছে।"

মদনে স্থিৰ উজ্জ্বল দৃষ্টিৰে মেনকাৰ চকুলৈ চালে।

"কিবা খালা?" মেনকাই সুধিলে।

"ঘৰতে ঠাণ্ডা ভাত খাই আহিছো নবৌ।" কথাষাৰ কৈ মদনে শব্দ নোলোৱাকৈ, ওঁঠ দুখন দীঘল কৰি কেঁচুৱাই হঁহাৰ নিচিনাকৈ হাঁহিলে। তাৰ হাঁহিটো মেনকাৰ চকুৰেদি সোমাই এইমাত্ৰ ধুই অহা গোটেই গাটোতে বিৰিঙি উঠিল।

গোটেই দিনটো কাম কৰি থাকোঁতে মেনকাৰ মনটো গাৰ কাপোৰবোৰৰ নিচিনাই হৈ থাকিল;—এই পানীৰ এচাৰেকনি পৰি ছেগাচোৰোকাকৈ তিতে, এই শুকায়; এই অকণমান গাখীৰ পৰে, তিতে, শুকায়, পাতল দাগ এটা থাকি যায়।

দহাৰ কাম আৰম্ভ হোৱাৰ লগে-লগে ভদ্ৰকান্তই আঁঠুত মূৰ থৈ বহু পৰ কান্দিলে। মেনকাই তাক কাহানিও, শাহুৱেক মৰিবৰ দিনাও, কন্দা দেখা নাছিল। কান্দি থাকোঁতে তাক একেবাৰে অকলশৰীয়া যেন দেখা গৈছিল।

মেনকাৰ কামৰ ভিৰৰ সময়ত মণিয়ে পিছে-পিছে খেনখেনাই ফুৰিবলৈ লৈছিল; মদনে তাইক কান্ধত তুলি গোটেই চুবুৰীটো ঘূৰাই আনিছিল। তাৰ পাছত তাই মদনৰ লগ নেৰা হৈছিল। মেনকাই অকণমান সকাহ পাইছিল।

ঘাটৰপৰা উভতি অহাৰ পাছত ৰমাকান্ত আৰু ভদ্ৰকান্তৰ টকলা মূৰ দুটা দেখি ঘনকান্ত বুঢ়া অইনকালৈ মুখ ঘূৰাই থৰ লাগি বহি

আছিল। তেওঁ যেন সঁচাকৈয়ে এই দৃশ্য দেখিবলৈ পাব বুলি কেতিয়াও ভবা নাছিল। গামোচাখনেৰে চকু দুটা মচি পেলোৱাৰ পাছত তেওঁৰ চকুৰ খাল দুটা চিকচিকাই আছিল।

গধূলিৰ পাছত ঘৰখন অলপ নিজম পৰোঁতে মেনকাৰ গা আৰু মন দুয়োৰে ভাগৰ লাগিছিল। তাইৰ অকণমান সময় নিজৰ ইচ্ছামতে কটাবলৈ মন গৈছিল। মদনে এডোখৰ আছুতীয়া ঠাইত বহি কলপটুৱাৰ ডোঙা সাজিছিল। সেইটো তাৰ কাম নাছিল, কিন্তু অলপ আঁতৰত, অকলে বহি কিবা এটা কৰি থাকিব লাগে কাৰণেই যেন সি তাকে কৰি আছিল।

মেনকা মদনৰ ওচৰলৈ গ'ল। ৰাতিৰ সাজ ল'ৰা-ছোৱালী-বোৰক কিবাকিবি এটা খুৱাবলৈ বুলি তাই মদনক কলপটুৱা কেইটুকুৰামানৰ পিঠি গুচাই দিবলৈ ক'লে। মদনে কামটো আৰম্ভ কৰিলে। মেনকা ওচৰতে থিয় হৈ ৰ'ল। এবাৰ মেনকাই সৰু মাতেৰে মাতিলে, "মদন!"

মদনে মূৰ তুলি চালে।

মেনকাই লগে-লগে একো কব নোৱাৰিলে। অলপ পাছত তাই সুধিলে, "সেইদিনা ৰাতি তুমি আহিলাহেঁতেন নে?"

একমুহূৰ্তও পলম নকৰি মদনে তললৈ চাই মূৰ দুপিয়ালে। সি আহিলহেঁতেন।

তাৰ পাছত কি কব মেনকাই ঠিক কৰিব পৰা নাছিল। তাইৰ গাটো কঁপিছিল। যদি মদনক কিবা কবলগীয়াই আছিল, তেনে-হ'লে তাইতো এতিয়াই কব পাৰে। কাইলৈ, পৰহিলৈ ইয়াতে কব পাৰে। কিন্তু মেনকাই উপলব্ধি কৰিলে, মাজনিশা লগ পোৱাৰ ভাবটোৱে যেন তাইৰ মগজক এটা নিচাৰ নিচিনাকৈ আচ্ছন্ন কৰি ৰাখিছে; এনেকৈ হাজাৰ দিন কথা পাতিও যেন একো লাভ নাই। সেই ৰাতিয়েই মদনক লগ পোৱা হ'লে তাই হয়তো একো কবই নোৱাৰিলেহেঁতেন; কিন্তু এইকেইটা দিনৰ সময়ে তাইক নিশ্চিত-ভাৱে প্ৰস্তুত কৰি তুলিছে,—তাই মদনক যেন লগ পাবই লাগিব, —ঠিক তাতে, সেই ঠাইতে, তেনেকুৱা সময়তে। সেই ৰাতিৰ এটা আকস্মিক উত্তেজনাই এইকেইদিন সময় পাই যেন এক ধীৰ-স্থিৰ সংকল্পৰ ৰূপ গ্ৰহণ কৰিছে।

শৰীৰৰ সমগ্ৰ শক্তি গোটাই মেনকাই দুৰ্বল মাতেৰে ক'লে, “মই খবৰ দিম। আহিবা।”

কেনেকৈ খবৰ দিব তাকে কবলৈ মেনকা অলপ পৰ ৰৈছিল, এনেতে ৰমা তাইৰ ওচৰলৈ দৌৰি আহিল।

“মা, দাদাই খুব কান্দিছে।” ৰমাই ক'লে।

“কোনে? ইন্দ্ৰই?” মেনকাই চিঞৰ মাৰি দিলে।

ৰমাই ক'লে, “ওঁ।”

মেনকাই “কিয়? কি হ'ল” বুলি উধাতু খাই ভিতৰলৈ সোমাই গ'ল।

মাটিত পৰা বিছনাখনৰ এচুকত বহি ইন্দ্ৰই আঁঠুৰ মাজত মূৰ সুমুৱাই কান্দি আছিল। ৰত্নকান্তৰ ঘৈণীয়েককে আদি কৰি কেইবা-জনীও তিৰোতা, ভদ্ৰকান্ত আৰু ৰত্নকান্ত বিছনাখনৰ ওচৰত গোট খাইছিল। মেনকা মানুহবোৰৰ মাজেদি দৌৰি গৈ ইন্দ্ৰৰ ওচৰত আঁঠু কাঢ়ি বহিল। ইন্দ্ৰৰ মুখখন আঁঠুৰ মাজৰপৰা জোৰকৈ উলিয়াই লৈ তাই আতুৰ কন্ঠেৰে সুধিলে, “কি হ'ল? কি হ'ল ইন্দ্ৰ?”

কিবা এটা শোকে খুন্দা মাৰি ধৰিলে যেনেকুৱা হয়, ইন্দ্ৰই তেনেকৈ ফেঁকুৰী-ফেঁকুৰী কান্দিবলৈ ধৰিলে। মাকে বাৰে-বাৰে সোধা সত্বেও সি একো উত্তৰ নিদিলে। উপায় নাপাই এবাৰ মেনকাই তাক মানুহৰ মাজৰপৰা আঁতৰাই নিজান ঠাই এডোখৰলৈ লৈ গ'ল। তাতে গালে-মুখে হাত ফুৰাই সোঁধোতে-সোঁধোতে মেনকাৰ নিজৰো চকুপানী ওলাই আহিল। শেষত যেতিয়া তাইৰ মাততো কান্দোন মিহলি হৈ গ'ল, তেতিয়া ইন্দ্ৰই ফেঁকুৰি-ফেঁকুৰি ক'লে, “মই ঘৰলৈ যাম।”

ঘৰলৈ? মেনকা স্তব্ধ হৈ গ'ল।

কিন্তু কিয়? হঠাতে কিয় তাৰ ঘৰলৈ যাবলৈ মন গ'ল? মহীকান্তৰ অকলশৰীয়া অৱস্থাৰ কথা ভাবি তাৰ দুখ লাগিল? নে তাৰ মনটোৱে অইন কিবা বুজি পাইছে? এই ল'ৰাটোৰ মনটো মেনকাৰ নিজৰ মনটোতকৈও জটিল যেন লাগিল।

ৰাতি দীন আৰু ৰমাক ৰত্নকান্তৰ ল'ৰা-ছোৱালীকেইটাৰ লগত শুবলৈ দি মেনকা ইন্দ্ৰৰ লগতে শুলে। বেৰখনৰ সিফালৰ ৰভাৰ তলত বহি ওচৰ-চুবুৰীয়া মুখীয়াল মানুহকেইজনমানে কথা পাতি আছিল। তেওঁলোকৰ কথাৰ শব্দৰ আঁৰ লৈ মেনকাই লাহেকৈ সুধিলে, "তোৰ টোপনি গ'ল নেকি ইন্দ্ৰ?"

ইন্দ্ৰৰপৰা একো উত্তৰ নাহিল। মেনকাই আকৌ মাতিলে, "ইন্দ্ৰ! শুলি নেকি?"

ইন্দ্ৰই এইবাৰ ক্ষীণ মাতেৰে ক'লে, "নাই শোৱা।"

"ঘৰলৈ যাব খুজিছ যদি যাবি। কিন্তু তই কান্দিছিলি কিয়?" মেনকাই তাৰ চুলিত হাত বুলাই-বুলাই সুধিলে।

ইন্দ্ৰ মনে-মনে থাকিল। মেনকাই বুজিছিল,—তাইৰ এই প্ৰশ্নৰ উত্তৰ ইন্দ্ৰই নিদিয়ে; বৰ বেছিকৈ সুধি থাকিলে শেষত সি কেৱল 'এনেয়ে' বুলি কব। তদুপৰি সি কিয় কান্দিছিল, সেইটো জনাতকৈ মেনকাৰ বেছিকৈ জানিবলৈ মন গৈছিল—তাৰ হঠাতে ঘৰলৈ যাবলৈ মন গ'ল কিয়? মেনকাই ওচৰতে পৰি থকা বিচনীখন হাতত ল'লে। অলপ পৰ লাহে-লাহে ইন্দ্ৰক বিচি দি তাই সুধিলে, "মইতো তোক জোৰকৈ অনা নাই! তই দেখোন নিজেই আহিছিলি। এতিয়ানো ফতকৰে ঘৰলৈ যাবলৈ ওলালি কিয়?"

ঘূৰাই-পকাই কেইবাবাৰো কথাটো সোধাৰ পাছত ইন্দ্ৰই ক'লে, "এনেয়ে।"

ইন্দ্ৰই শব্দটো উচ্চাৰণ কৰাৰ ধৰণটোৰপৰাই মেনকাই বুজিলে—সি যেন আৰু একো নক'ব। কিন্তু তাইৰো জিদ বাঢ়ি গ'ল। এই ল'ৰাটোৱে এদিন বাপেকৰ সম্পত্তি চুৰ কৰিবলৈ মদন চোৰক ৰাতি ভিতৰৰপৰা দুৱাৰ খুলি দিছিল, আৰু সি আজি বাপেক থকা ঘৰখনলৈ যাবলৈ ফেঁকুৰি-ফেঁকুৰি কান্দিছে। কিয়? বাপেকলৈ যদি হঠাতে তাৰ মৰম উথলি উঠিছে, তেনেহ'লে মেনকাৰ কব-লগীয়া একো নাই। তাইতো ল'ৰা-ছোৱালীক বাপেকক বেয়া পাবলৈ শিকোৱা নাই? তাইতো সিহঁতক বাপেকৰপৰা ফালি আনিব খোজা নাই! তাই কেৱল নিজৰ কাৰণে এটা বাট উলিয়াব খুজিছে;—এনেকুৱা এটা বাট—যিটো মহীকান্তৰ চকুৰ আগতে পৰি থাকিব, কিন্তু কোনো দিনেই তাৰ সেইটো বাটৰ লগত চিনাকি নহ'ব; কোনো দিনেই সি সেইটো বাটত ভৰি দিব নোৱাৰিব। নৈৰ পানীযুঁৱলীৰ

কাষে-কাষে মাটিৰ ওপৰত থকা বাটৰ লগত পানীৰ নাৱৰ যি সম্পৰ্ক, মহীকান্তৰ লগত সেই বাটৰ সম্পৰ্ক তেনেকুৱাই হ'ব। পানী বাঢ়িব—শুকাব, পাৰৰ বাট আঁতৰিব—ওচৰ চাপিব। কেতিয়াবা নাওখন গুণা লগাই পাৰে-পাৰে টানিবলগীয়া হ'লেও বাট বেমেগ হৈয়েই থাকিব।

সেই কাৰণে, নিজৰ বাটৰ কথা চিন্তা কৰি আছে কাৰণে, মেনকাৰ দুশ্চিন্তা হ'ল,—ইন্দ্ৰই আন কিবা ধৰণৰ কথা বুজি তাইৰ ওচৰৰপৰা আঁতৰি যাব খোজা নাইতো? সেইদিনা ৰাতি ইন্দ্ৰই মদনক দুৱাৰ খুলি দিয়াৰ পাছত মেনকা যেতিয়া ওলাই গৈছিল, তেতিয়াতো বিছনালৈ উভতি আহি ইন্দ্ৰ চাগে সাৰেই আছিল! মেনকা ওলাই যোৱাতো সি দেখিছিলেই। তাই উভতি আহোঁতে সিতো চাগে সাৰেই আছিল! সেইবোৰ কথা মন কৰি সি কিবা ভাবিব পৰা হৈছে নেকি? ইয়াত মেনকাই মদনৰ লগত মুকলি-মূৰীয়াকৈ কথা-বতৰা পতাটোৰ লগত সেইবোৰ কথা মিহলাই সি কিবা ভাবিছে নেকি? এইবোৰ কথাতে সি ভয় খাই কান্দিছে নেকি? সেই কাৰণেই সি তাইৰ ওচৰৰপৰা আঁতৰি যাব খুজিছে নেকি?

এই দুশ্চিন্তাই মেনকাক অস্থিৰ কৰি তুলিলে। ইন্দ্ৰৰ মুখৰপৰা কথা উলিয়াবলৈ তাইৰ জিদ বাঢ়ি গ'ল।

এনেয়ে? কিয় এনেয়ে? এনেয়ে কোনোবা ল'ৰাই এনেকৈ কান্দে নেকি?—মেনকাৰ চেপা মৰা মাতত জোৰটো লাহে-লাহে বাঢ়ি আহিল; লাহে-লাহে তাইৰ খং উঠি আহিল। এসময়ত তাইৰ মাতত খং আৰু দুখৰ কঁপনি মিহলি হৈ গ'ল।

"থাক। নালাগে তই একো ক'ব। পাৰ যদি এতিয়াই যাগৈ। খালী মোক বিচাৰি আকৌ ইয়ালৈ নাহিবি।"—বুলি কৈ মেনকাই বাগৰ সলাই ইন্দ্ৰৰ ফালে পিঠি দিলে।

অলপ পাছতে ইন্দ্ৰই বাহুৰ ওপৰত হাতখন থৈ মাকক সাৱটি ধৰাৰ নিচিনা কৰিলে। অলপ সময় তেনেকৈ থাকি সি ক'লে, "কাইলৈ যদি আমি নাযাওঁ, তেন্তে দেউতাই বোলে আমাক আৰু ঘৰত সোমাবলৈ নিদিয়ে।"

"কি?" মেনকাই বাগৰ সলাই আকৌ ইন্দ্ৰৰ ফালে মুখ কৰিলে।

ইন্দ্ৰ মনে-মনে ৰ'ল।

"কোনে কৈছে?"

"দেউতাই কৈছে।"

"কাৰ আগত কৈছে?"—মেনকাৰ মাতটো হঠাতে টান হৈ গ'ল।

"অথনি তাৰপৰা দুটা মানুহ আহিছিল। সেই মানুহ দুটাৰ আগত কৈছে।"

"তোক কোনে ক'লে?"

"সেই মানুহ দুটায়েই ক'লে। দেউতাই বোলে কালি খুব বকিছে।"

"কেতিয়া ক'লে? ক'ত ক'লে? মোক দেখোন কোনেও একো কোৱা নাই!" মেনকাই আচৰিত হৈ সুধিলে। তায়োতো দিনটো ওলাই-সোমাই ফুৰিছে। সেইখন ঘৰত যদি কোনোবাই কিবা শুনি আহিছে, তেওঁলোকেতো সেই কথাবোৰ তাইকো ক'ব পাৰিলেহেঁতেন।

"মানুহ দুটাই যাবৰ সময়ত মোক ৰাস্তালৈ মাতি নি কৈছিল।" ইন্দ্ৰ অলপ সময় মনে-মনে ৰ'ল, তাৰ পাছত সি মাকক বুজোৱাৰ সুৰেৰে ক'লে, "মানুহবোৰে কথাবোৰ ভালকৈ নকয় বুইছ? কিছুমান মানুহে মিছামিছি কথাও কয়। সেই কাৰণে মই ঘৰলৈ যাওঁ দে মা।"

"তই ঘৰলৈ গৈ কি কৰিবি?"

ইন্দ্ৰই একো উত্তৰ নিদিলে। মেনকাই কথাবোৰ নিজে-নিজে বুজিবৰ চেষ্টা কৰিলে। চাৰিওটা ল'ৰা-ছোৱালীৰে যদি মেনকা শ্ৰাদ্ধৰ দিনা ইয়াত থাকি যায়, তেনেহ'লে মহীকান্তই সিহঁতক আৰু ঘৰত সোমাবলৈ নিদিয়ে, সেই কাৰণে অন্ততঃ ইন্দ্ৰই ঘৰলৈ গৈ নামটো কৰিব খুজিছে? নে দেউতাকে সঁচাকৈ কি বকাবকি কৰিছে, ইন্দ্ৰৰ সেইবোৰ নিজ কাণেৰে শুনিবলৈ মন গৈছে? ইন্দ্ৰৰ মনটোৰ কথা ভাবি মেনকাৰ বেয়া লাগিল। মানুহবোৰে তাইক কিছুমান কথা ক'বলৈ সাহ নকৰে; সাহ নহ'লে ক'বই নালাগে; কিন্তু তেওঁলোকে এই সৰু ল'ৰাটোক মনে-মনে সেইবোৰ কথা কয় কিয়?

আচলতে ইন্দ্ৰৰ কথা শুনি মেনকাৰ মনটো পাতল-পাতল লাগিল। তাইৰ দুশ্চিন্তাটো আঁতৰি গ'ল। মহীকান্তই তাইক ঘৰত সোমাবলৈ নিদিব? কোনখিনিত সি তাইক আগভেটি ধৰিব? পদূলিমুখতে? তাই সোমাবলৈ চেষ্টা কৰিলে পদূলিমুখতে সি তাইক

আকৌ চৰিয়াব? তাচ্ছিল্যৰ ভৰত মেনকাৰ ওঁঠৰ চুক এটা বেঁকা হৈ গ'ল।

যাওক। যি কাৰণতেই যাব নোখোজক, ইন্দ্ৰ ঘৰলৈ যাওক। এই দুটা দিন মেনকা এইখন ঘৰত যিমান বেছি সম্ভৱ মুকলি-মূৰীয়া হৈ থাকিব। কিন্তু,—কিন্তু মহীকান্তই তাক বেয়া ব্যৱহাৰ কৰিব নেকি? মেনকাৰ সলনি তাক সমুখত পাই মহীকান্তই যদি তাক অত্যাচাৰ কৰে! দেখা যাওক। ৰাতি যিমান আগবাঢ়িল, মেনকাৰ মনটো সিমানে টান হৈ আহিল।

ৰাতিপুৱা ইন্দ্ৰ বয়সীয়া মানুহ এজনৰ লগত ঘৰলৈ গ'ল। যাবৰ সময়ত মেনকাই এবাৰ ভাবিছিল,—'এনেকুৱা হ'লে তই এনেকুৱা কৰিবি'—ইত্যাদি উপদেশ কেইটামান তাক দিব নেকি? কিন্তু তাই একো নক'লে। দিনৰ পোহৰত তাইৰ মুখত 'দেখা যাওক' ভাবটো উজ্জ্বল হৈ উঠিল। কিন্তু ইন্দ্ৰ যোৱাৰ পাছৰেপৰা তাইৰ চিন্তা হ'ল—কিমান সোনকালে ইয়াত থকা সময়খিনি পাৰ হৈ যায়। অথচ এই সময়খিনি দীঘলীয়া হ'লেই ভাল আছিল।

লাহে-লাহে ঘৰখন মানুহেৰে ভৰি আহিল। ল'ৰা-ছোৱালীৰ চিঞৰ-বাখৰ, ধূনাৰ গোন্ধ, টিলিঙাৰ শব্দ, কেঁচা খৰিৰ ধোঁৱাৰ মাজত মেনকা একো-একোবাৰ অস্থিৰ হৈ উঠিল, একো-একোবাৰ আশীৰ্বাদ-মন্ত্ৰৰ সমুখত আঁঠুকাঢ়ি থকা ভক্তৰ নিচিনা শান্ত হৈ পৰিল। দুপৰীয়াৰ পাছলৈকে তাই তিৰোতা মানুহবোৰৰ মাজে-মাজে ঘূৰি ইটো-সিটো কৰি ফুৰিবলৈ চেষ্টা কৰিছিল, কিন্তু এসময়ত যেতিয়া ওচৰে-ওচৰে ল'ৰা-ছোৱালীহঁতক বহুৱাই লৈ, সমুখত দুটা-দুটা ডোঙা লৈ মানুহবোৰ শাৰী পাতি খাবলৈ বহিল, তেতিয়া তাইৰ যেন ভাগৰ লাগিল। তাইক শুবলৈ দিয়া কোঠালিটো চাউল, মাহ, পাচলি, বৰ কেৰাহী, পাছি-খৰাহীৰে ভৰি পৰিছিল। সেইবোৰৰ মাজতে বহি এবাৰ তাই ভালেমান সময় কটাই দিলে। সিহঁতৰ ঘৰত চাগে এতিয়া কি হৈছে! ঢবা, নেগেৰা, ভোৰতালৰ শব্দত চাগে কোনেও কাৰো মাত নুশুনা হৈছে। পিছফালখনত চাগে ডোঙা-কলপটুৱাই দ'ম বান্ধিছে। কিছুমান ল'ৰা-ছোৱালীয়ে লেপেটা কাঢ়ি বহি লৈছে, উঠিবই খোজা নাই চাগে। শ্ৰাদ্ধৰ মূল কামবোৰ হৈ গ'ল কাৰণে মহীকান্তই চাগে ভজহৰিক একাষৰীয়াকৈ মাতি নি পাঞ্জাবীৰ জেপৰপৰা পইচা উলিয়াই দিছে,—কোনেও নেদেখাকৈ বটল এটা আনিবলৈ।

মেনকা উঠি আহিল। আগফালে-পিছফালে মানুহৰ মাজত তাই মদনক বিচাৰিলে। পদূলিমুখৰ ওচৰত যিডোখৰ ঠাইত ভকত-সকলৰ ভৰি ধোৱাৰ ব্যৱস্থা কৰা হৈছিল, সেইখিনিতে থিয় হৈ মদনে সোমাই অহা মানুহক হাতযোৰ কৰি আদৰিছিল। সৰু ছোৱালী এজনী পঠিয়াই মেনকাই তাক মতাই আনিলে।

"কি হ'ল নবৌ?" মদন যেন উধাতু খায়েই আহিছিল।

"তুমি অলপ সময় ইয়াত নাথাকিলে কামৰ অসুবিধা হ'ব নেকি মদন?" মেনকাই সুধিলে।

"নহয় নবৌ, কিয়?"

"তুমি এবাৰ আমাৰ ঘৰৰপৰা আহিবগৈ পাৰিবা নে?"

মদনে একমুহূর্ত মেনকাৰ চকুলৈ চাই ৰ'ল, তাৰ পাছত সি ক'লে, "পাৰিম নবৌ। কওঁকচোন কি কৰিব লাগিব?"

"আন একো কৰিব নালাগে। খালী ই,—ইন্দ্ৰই কি কৰিছে চাবা। সি কিবা খালে নে সুধিবা।" অলপ পৰ বৈ মেনকাই ক'লে, "সি যদি তাত কিবা বেয়া পাইছে,—তাৰ যদি কিবা অসুবিধা হৈছে, তেনেহ'লে তাক লৈ আহিবা।"

ভদ্ৰকান্তৰ লগত লৰালৰিকৈ দুটামান কথা পাতি মদন ওলাই গ'ল। মেনকাই হিচাপ কৰি থাকিল,—এতিয়া চাগে সি ষ্টেচন পাৰ হ'ল, এতিয়া চাগে কাঠৰ দলংখন,—এতিয়া চাগে উভতি আহিছে,—এতিয়া চাগে,—এতিয়া পাবৰ হ'লহিয়েই। তাৰ পাছত মেনকাৰ সময়খিনি নাযায়-নুপুৱাই লাগিল। তাই অস্থিৰ হৈ একোবাৰ মতা মানুহৰ মাজেদিয়েই আগফালৰ বাৰাণ্ডালৈকে ওলাই আহিল। শেষত তাই দীনক বাটলৈ পঠিয়াই দিলে,—তিনি আলিটোত থিয় হৈ পোন বাটটোৱেদি যিমান দূৰলৈকে দেখি সিমান দূৰলৈকে চাবলৈ,—মদন আহিছে নে নাই।

ৰ'দ পৰাৰ পাছত মদন আহিল। মেনকাই লগে-লগে তাক পিছফালৰ আওহতীয়া ঠাই এডোখৰলৈ লৈ গ'ল। "কোৱাচোন মদন!" মেনকাই অধীৰ হৈ সুধিলে।

মদনে চোলাটো লুটিয়াই তাৰে ডিঙিৰ ঘাম মচি ক'লে, "তাৰ একো অসুবিধা হোৱা নাই নবৌ। সি গৈ পাওঁতে মহীকান্ত ককাইটিয়ে বোলে তাক সাৱটি মাৰি ধৰিছিল। ককাইটি পিণ্ডত বহোঁতে বোলে তাকো ওচৰতে বহি থাকিবলৈ কৈছিল।"

মেনকাই দূৰৰ গছ এজোপাৰ ফালে চকু ঘূৰালে। অকণমান সময় মনে-মনে থাকি তাই সুধিলে, "সি আহিব খোজা নাছিল?"

"নাছিল। কিন্তু তাৰ বোলে বৰ ভয় লাগি আছে। সি মোক ৰাতি আকৌ তালৈ যাবলৈ কৈছে।" মদনে কওঁ-নকওঁকৈ ক'লে।

"হয় নেকি?" মেনকাই অলপ সময় কিবা ভাবি ক'লে, "তেনেহ'লে তুমি ৰাতি তাতে থাকিবাগৈ মদন।"

গধূলিৰ পাছতে মদন আকৌ মহীকান্তৰ ঘৰলৈ গ'লগৈ। মেনকাই মানুহবোৰৰ লগত লাগতিয়াল-অলাগতিয়াল কথা পাতি সিখন ঘৰৰ কথা মনলৈ নানিবলৈ চেষ্টা কৰিলে, কিন্তু তাইৰ অনবৰত অশান্তি লাগি থাকিল। ইমানবোৰ মানুহৰ মাজতো ৰাতিটো তাইৰ নিজান-নিজান লাগিল। তাই কিয় এইকেইদিন ইয়াত থাকিবলৈ আহিছিল? জাক-জাক মানুহৰপৰা আঁতৰি থাকিবলৈ? মদনৰ ওচৰে-পাজৰে থাকিবলৈ? কিন্তু মদনক দেখোন তায়েই বাৰে বাৰে আঁতৰাই পঠিয়াব লগা হৈছে। হৈছে কি তাইৰ? কোনে তাইক টানিছে, কাৰ ফালে তাই চাব,—তাই যেন একো ধৰিবই নোৱৰা হৈছে।

ৰাতিপুৱা মদন আহিল। সি খবৰ আনিলে—আগচোতালত গোটেই নিশা ৰাইজে নাম ধৰিছে আৰু মহীকান্তই কিৰণৰ কোঠালিত বহি আধা নিশালৈকে তৰ্জন-গৰ্জন কৰি আছে। কি কৈছে সি? সেইবোৰেই,—সি কাকো কেয়াৰ নকৰে, সি বাপকা বেটা, মাকৰ পোৱালি। এতিয়া তাৰ মাক মৰি গ'ল, মাকৰ পোৱালি, বাপকা বেটা হিচাপে এতিয়া সি চৰকে চাই ল'ব।

"চৰকে মানে কাক?" মেনকাই লাহেকৈ হাঁহি সুধিলে।

মদনৰো হাঁহি উঠি গ'ল। তাৰ উত্তৰলৈ মেনকাই বাট নাচালে। তাই সুধিলে, "আৰু কি কৈছে?"

"কৈছে—কোন কিমান দিন পলাই থাকে চাওঁ। এনেকৈ পলাই থাকিবলৈ নিদিম নহয়, চৰকে কেতিয়াও ওলাব নোৱৰাকৈ পুতিয়েই থম বাপেপকে।" মদনে এইবাৰ মুকলিকৈ হাঁহিলে। মেনকাৰ নাকৰ পাহি দুটা ফুলি-ফুলি উঠিছিল, মদনৰ হাঁহিটো দেখি তাইৰ মুখখন শান্ত হৈ পৰিল, তাৰ পাছত মুখখনত এটা হাঁহি বিয়পি পৰিল। অকণমান সময় তাই স্থিৰ দৃষ্টিৰে তাৰ চকুলৈ চাই ৰ'ল। হঠাতে তাইৰ গোটেই গাটো একমুহূৰ্তৰ কাৰণে

সিৰসিৰাই উঠিল। তাৰ পাছতো অকণমান সময় মদনৰ চকুলৈ চাই থাকি "পাছত কথা পাতিম দিয়া"—বুলি মেনকা আঁতৰি গ'ল।

গোটেই দিনটো মাজে-মাজে মেনকাৰ গাটো সিৰসিৰাই থাকিল। ভেৰভেৰি বিলৰ বৰালি মাছ, ৰত্নকান্তৰ ঘৰৰ চালত শুই থকা কোমোৰা, পানীগাঁৱৰপৰা অনা ৰঙালাও, ৰামেশ্বৰৰ ঘানিৰ তেল, পীতাম্বৰৰ দোকানৰ জালুক-জিৰা,—এই এটাইবোৰে মিলি ৰত্নকান্তৰ গোটেই চুবুৰীটোত এটা বৰ হেঁপাহৰ, পুৰণি গোন্ধ বিলাইছিল। সেই গোন্ধৰ মাজতো মেনকাৰ গাটো সিৰসিৰাই আছিল। সৰু-সৰু টৌ, চৰিয়া, গিলাচ, বাতি, গামোচা লৈ মানুহবোৰ আদবেলাতে গোট খাইছিলহি। ল'ৰা-ছোৱালীবোৰ অসময়তে অধৈৰ্য হৈ উঠিছিল। যিমান খালে, প্ৰায় সিমানেই টৌ-চৰিয়াত ভৰাই টোপোলা বান্ধি মানুহবোৰ যেতিয়া ঘৰলৈ গ'লগৈ, তেতিয়াও মেনকাৰ পেটৰ ভোকৰ খবৰ নাছিল। ঘনে-ঘনে তাইৰ মুখখন ঘামি উঠিছিল। ল'ৰা-ছোৱালীবোৰে বেছিকৈ খুজি আমনি কৰে বুলিয়েই হ'বলা, চালাক ৰান্ধনি গুণাৰাম আতৈয়ে মাছৰ তৰকাৰিত জলা বেছিকৈ দিছিল। সিহঁতে সিহাই-সিহাই খাইছিল আৰু খাই থাকোঁতে সিহঁতৰ মুখ ঘামি-জামি ৰঙা পৰি গৈছিল। সেই তৰকাৰি নোখোৱাকৈয়ে মেনকাৰ মুখখন একোবাৰ তেনেকুৱা হৈছিল।

গধূলিৰ পাছত মেনকাই আগফালৰ ৰভাৰ তলত এবাৰ মদনক লগ ধৰিলে। সৰু মাতেৰে তাই ক'লে, "তোমাক ক'বলৈ বেয়াই লাগিছে মদন, কিন্তু ইন্দ্ৰৰ কাৰণে মোৰ বৰ চিন্তা লাগি থাকে। আচলতে তুমি ইয়াত থাকিলেই মোৰ ভাল লাগি থাকে, কিন্তু—" মেনকাই এবাৰ অইনফালে চাই ল'লে আৰু তাৰ পাছত ক'লে, "তুমি আজিও তাতে থাকাগৈ যোৱা। তুমি ইয়াত থাকিলে শান্তিও হয়, অশান্তিও হয়।

কথাখিনি কৈয়েই মেনকাই ভিতৰৰ ফালে খোজ ল'লে, কিন্তু কেইখোজমান আহিয়েই তাই থমকি ৰ'ল, তাৰ পাছত ঘূৰিল। মদন একে ঠাইতে থিয় হৈ আছিল। ওচৰলৈ গৈ মেনকাই পোনে পোনে তাৰ চকুলৈ চাই ক'লে, "আনৰ হতুৱাই খবৰ দিয়াবলৈ মোৰ ভাল নালাগিব। সেইবিলাক লেঠা নবঢ়াওঁ। গজেনহঁতৰ ঘৰৰ ফালে আমাৰ কোঠালিৰ এখন খিৰিকি আছে নহয়?"

মদনে স্থিৰ দৃষ্টিৰে মেনকাৰ চকুলৈ চাই ৰ'ল।

"সেই খিৰিকিখন ৰাতি খোলা থকা দেখিলে আহিবা।"

একমুহূৰ্ত্তও পলম নকৰি মেনকা ঘূৰিল আৰু গম্ভীৰ খোজেৰে ভিতৰ সোমাই গ'ল।

পাছদিনা মহীকান্তৰ ঘৰত তুলসী মুখৰ বৰনামধৰৰ ৰাইজে ভাওনা, কৰিব। ৰত্নকান্তৰ ঘৰত সেইটো ৰভা ভাঙি, টৌ-চৰিয়া ধুই যাৰ বস্তু তাক ওভোতাই দিয়াৰ দিন। মেনকাৰ এই দিনটো নাযায়-নাযায় লাগিল। কাইলৈ তাই ঘৰলৈ উভতিব। সেই সময়টো যিমান সোনকালে আহে তাইৰ যেন সিমানে ভাল লাগিব। কিন্তু আবেলি পৰত যেতিয়া ৰত্নকান্তই ক'লে, "আজিতো আমি আজৰিয়েই হ'লো; এটাইখন নহ'লে ভাওনা চাবলৈকে যাওঁ বলা। তাৰো মনটো ভাল লাগিব।"—তেতিয়া মেনকাই একো উত্তৰ নিদিলে। অলপ পাছত যেতিয়া ৰত্নকান্তৰ ঘৈণীয়েকে আকৌ কথাটো উলিয়ালে, তেতিয়া তাই ক'লে, "আপোনালোক যাওক। মই ছাধুৰ ঘোঁৰা বাগীখন মতাই পঠিয়াওঁ। দেউতাকো লৈ যাওক। মই কাইলৈ যাম।"

মেনকাৰ কথাৰ ওপৰত কথা ক'বলৈ কাৰো মন নগ'ল। গধূলিৰ আগে-আগে ছাধুৰ বাগী আহিল। ঘনকান্ত বুঢ়া, ল'ৰা ছোৱালীৰে সৈতে ৰত্নকান্ত, দীন আৰু ৰমা বাগীত উঠিল। মণিয়ে যাওঁ-যাওঁকৈ কান্দিছিল, মেনকাই তাইক কোলাত তুলি ল'লে।

বাগীত উঠিবৰ সময়ত ঘনকান্ত বুঢ়াই চোতালখনৰ ফালে চাও নাচাওঁকৈ চাই চাই চকু মচিলে। তেওঁক কোনেও একো নক'লে।

তাঁৰ পাছত ঘৰখন নিজান পৰি গ'ল। পিছফালে ক'ৰবাত এজাক ভেকুলীয়ে টোৰটোৰাইছে, অ'ত-ত'ত কেইটামান কুকুৰে ভুকিছে, খালটোৰ পানীত কাষৰ গছজোপাৰ গুটি পৰি টপং টপংকৈ শব্দ হৈছে, বহু নিশালৈকে আগফালে বহি ভদ্ৰকান্ত আৰু মদনে কথা পাতিছে;—বহু নিশালৈ এইবোৰ শব্দই মেনকাৰ চিন্তাক আঁচুৰি থাকিল। এসময়ত শব্দবোৰ তাইৰ কাণত নোসোমোৱা হ'ল। তাইৰ একান্নিছ বহৰীয়া গাটোৰ সকলো ঠাইৰপৰা একোটা টৌ লাহে-লাহে আগুৱাই আহি মগজত ঠেকা খাই উভতি-উভতি গ'ল। টৌবোৰ নিতাল মৰাৰ পাছত মেনকাই একান্ত মনে কথাবোৰ জুকিয়াবলৈ ধৰিলে।

সকলো ঠিক আছেনে? আছে চাগৈ।

পাছদিনা ব'দ ওলোৱাৰ পাছত মেনকা ঘৰলৈ বুলি বাগীত বহিল। বসন্তকান্তৰ ঘৰ এৰোঁতে তাইৰ এনেকুৱা লাগিল যেন ইতিমধ্যে কিছুমান বৰ আচৰিত ধৰণৰ দিন পাৰ হৈ গ'ল। ঘৰলৈ উভতি যোৱা বাটটোৰ দুয়োকাষ তাইৰ নতুন-নতুন লাগিল। বাগীৰ হেন্দোলনিৰ লগে-লগে তাইৰ মনটো একোবাৰ কোঁচ খালে, একোবাৰ মুকলি মুকলি লাগিল। মাজতে এবাৰ তাইৰ চিন্তা হ'ল—কিৰণৰ বিয়া আৰু শাহবেকৰ শ্ৰাদ্ধ——এই দুটাৰ কোনটো বা ডাঙৰ ঘটনা!

# পাঁচ

মহীকান্তৰ ঘৰৰ আগফালখন নিজান পৰি আছিল। ভাওনাৰ গদা, ধনু-কাঁড়ত লগোৱা ৰঙা-নীলা কাগজৰ টুকুৰা চাৰিওফালে সিচঁৰতি হৈ পৰি আছিল।

শেষ ৰাতিলৈকে ভাওনা চাই—টোপনি খটি কৰা মানুহবোৰ চাগে শুয়েই আছিল।

আগফালৰ দুৱাৰেদি নোসোমাই মেনকা ঘৰৰ মুখেদি, গোঁসাই-ঘৰৰ কাষেদি পিছ চোতাললৈ গ'ল। মণিয়ে অ'ত ত'ত পৰি থকা ৰঙীন কাগজৰ টুকুৰা কিছুমান বুটলিবলৈ ধৰিলে। আঁৰ চকুৰে ৰঙা দুখনলৈ চাই মেনকাই যেন আকৌ বুজিবলৈ চেষ্টা কৰিলে—শাহুৱেকৰ শ্ৰাদ্ধৰ আয়োজনটো ডাঙৰ হৈছিল নে কিৰণৰ বিয়াৰ আয়োজনটো?

পিছ বাৰান্দাৰ খুটা এটাত আউজি ভজহৰি বহি আছিল। এটা মানুহে জেতুকা গছজোপা আৰু কঁুৱাটোৰ মাজৰ ঠাইডোখৰত পৰি থকা পাত-পটুৱা কিছুমান এঠাইত গোটাইছিল। পাগঘৰৰ বাৰান্দাত অচিনাকি বুঢ়ী এজনী ভৰি মেলি বহি আছিল; তেওঁৰ কোলাতে মূৰ থৈ সৰু ছোৱালী এজনী মাটিতে শুই আছিল। ঘৰখনৰ বাকীবোৰ মানুহো শুই থকাই সঁচা হবলা। মেনকাক দেখি ভজহৰি সাউৎকৈ থিয় হ'ল। মেনকা সমুখলৈ চাই, মনে-মনে নিজৰ কোঠালিৰ ফালে আগবাঢ়িল।

দীন আৰু ৰমা একেখন বিছনাতে টোপনিত লালকাল হৈ আছিল। বিছনাখনত ডাঠ কাগজেৰে সজা, ৰঙীন কাগজ আৰু ৰাং-পতা লগোৱা দুটা মুকুট, আৰু মজিয়াত এখন বাঁহৰ ধনু পৰি আছিল। ইন্দ্ৰ ইখন বিছনাত পৰি আছিল, কিন্তু তাৰ টোপনি যোৱা নাছিল। তাৰ মুখলৈ এক মুহূৰ্ত একেথৰে চাই মেনকাই বুজিবলৈ চেষ্টা কৰিলে—তাৰ মনটো কেনেকুৱা হৈ আছে; তাৰপাছত তাই লাহেকৈ ক'লে, "ছাধুক বাগীৰগৰা ছুটকেছটো আনিবলৈ কৈছোঁ, চাচোন।"

ইন্দ্ৰ ওলাই গ'ল। মেনকা বিছনাত বহিল। তাইৰ চিন্তা হ'ল—ঘৰখনৰ কাৰ লগত কেতিয়া তাইৰ মুখামুখি হ'ব? কোনে কি সুধিলে তাই কি কব? কোনে মানে—ঘাইকৈ মহীকান্তই। মেনকাৰ লগত মহীকান্তৰ শেষ যোগাযোগ হৈছিল সেই চৰটোৰে। মাজত যিমানেই ভোজ নাখাৱক, যিমানেই ভাওনা নাচাৱক আজি মেনকা মহীকান্তৰ মুখামুখি হ'লে সেই চৰটোৰ পাছৰ মানুহ-জনী হৈয়েই মুখামুখি হ'ব। মনটো ডাঠ কৰি মেনকাই তেনেকুৱা এটা সময়ৰ কাৰণে অপেক্ষা কৰিলে।

ঘৰৰ মানুহৰ আগতে মেনকাৰ দেখাদেখি হ'ল আইৰিন 'বাইদেউ'ৰ লগত। ডবলা ছেণ্ডেলযোৰেৰে থেপেক-থেপেককৈ শব্দ কৰি বাইদেউ এসময়ত মেনকাৰ কোঠালিলৈ সোমাই আহিল আৰু বহল বিছনাখনত ধপকৈ বহিল। মানুহজনীৰ বহাৰ ভংগীটো দেখি মেনকাৰ এনেকুৱা লাগিল যেন এই কেইদিনৰ ভিতৰতে তেওঁ আৰু শকত হৈছে।

"তোৰো টোপনিৰ জাল যোৱাই নাই নে কি? দে, তামোল এখন দে; যাওঁ সোনকালে।" বুলি বাইদেৱে ওচৰতে পৰি থকা বিচনীখনেৰে নিজকে বিচিবলৈ ধৰিলে।

মেনকাই বটা খোৱা চুকটোলৈ চালে। বটাটো খোৱা ঠাইত নাই, সেইখিনিত কেৱল চূণৰ ভুৰুকাটোহে আছে। তাই ৰমাক ক'লে, "যাচোন ক'ত আছে তামোল এটা, পাণ দুখিলামান বিচাৰি আনগৈ।" ৰমা ওলাই গ'ল। মেনকাই চূণৰ ভুৰুকাটো চালে; চূণখিনি গোটমাৰি আছে। তাই ভুৰুকাটোত অকণমান পানী ঢালি দিলে। আইৰিন বাইদেৱে প্ৰথমতে তলৰ ওঁঠখন বিদৰাই নিঃশব্দে এটা ইংগিত কৰিলে, তাৰ পাছত খঙৰ সুৰেৰে ক'লে, "তোৰ ইয়াত ফতকৰে তামোল এখন খাই যাওঁ বুলি সোমালোঁ; তয়ো দেখোন বিচাৰিবলৈহে পঠিয়ালি।"

"মই এই কেইদিন নাছিলোঁ নহয়, সেইকাৰণে।"—মেনকাই হাঁহি হাঁহি ক'লে।

"নাছিলি?"—আইৰিন বাইদেউৰ বহল, চেপেটা মুখখনৰ অ'ত-ত'ত কেইবাটাও কোঁচ পৰিল। "কিয়! তই ৰাতিত ইয়াত নাছিলি? ক'ত আছিলি?"

মেনকাই হাঁহি মুখেৰে, চমুকৈ কথাষাৰৰ উত্তৰ দিলে। আইৰিন বাইদেৱে লগে-লগে গাটো লৰাই কেইআঙুলমান পিছলৈ বহি ললে, মুখখন কিবা এটা বেয়া গোন্ধ পোৱাৰ নিচিনা কৰিলে, তেওঁৰ পুৰণি, জধলা বেগটো সোঁ ফালৰ পৰা তুলি নি বাওঁফালে থলে, আৰু তাৰ পাছত ক'লে, "বুজিলোঁ।"

মেনকাই বাইদেউৰ মুখলৈ চাই ৰ'ল। তাইৰ একো সুধিবলৈ সাহ নহ'ল।

অলপ পৰ মুখখন গোমোৰা মাৰি ৰাখি বাইদেৱে ক'লে, "তহঁত যেনেকৈ মৰ মৰ। তহঁতৰ কাৰণে মোৰ কিহৰ চিন্তা? মোৰ চিন্তা হ'ল পেটৰ কেঁচুৱাৰ। তহঁত সেই তাইৰ কেঁচুৱাটোৰ বধৰ ভাগী নহবি!"

হঠাতে আইৰিন বাইদেউৰ কথাৰ সুৰ গহীন হৈ গ'ল। "ভাল পোৱা, বেয়া পোৱা, শত্ৰু-মিত্ৰ, সেইবোৰ তহঁত ডাঙৰ মানুহৰ কথা। পেটৰ কেঁচুৱা কাৰো শত্ৰু নহয় নহয়! যাওঁ দে; নাখাওঁ তামোল-চামোল।"

মেনকা 'ৰব ৰব' কৈ বাইদেউৰ ওচৰ চাপি আহিল। যাওঁ বুলি ক'লে যদিও বাইদেৱে কিন্তু গাটো নলৰালে। অলপ পাছত তেওঁ ক'লে, "সেই ভজহৰি নে কি—সেইটোক পঠিয়াই দিব, ময়ো দৌৰি আহিম,—এই কথাই কথা নহয় নহয়! তাৰ পইচা আছে থাকক, কিন্তু মোৰতো পইচাৰ খঁক নাই! আজি মই তাইক কৈ দিছোঁ,—এইবাৰৰ পৰা লাগিলে মই তাইক গাঁৱত তাইৰ মাকৰ ঘৰতে চাই আহিমগৈ, কিন্তু ইয়ালৈ আৰু মই নাহোঁ।"

পাণ-তামোল লৈ ৰমা সোমাই আহিল; মেনকাই পাণ-তামোলখিনি লৈ তাইক বাহিৰলৈ পঠিয়াই দিলে।

"আৰু তোকো কৈছোঁ, হয় তই সেইটোক তাইৰ পৰা আতঁৰাই ৰাখ, নহয় তাইক পঠিয়াই দে।" হুকুম দিয়াৰ সুৰত কথাখিনি কৈ আইৰিন বাইদেৱে বেৰৰ ফালে মূৰ ঘূৰালে আৰু মুখখনৰ জোকাৰ এটা মাৰি ক'লে, "একেটা কথাকে ক'বলৈ মই সদায়-সদায় আহি থাকিব নোৱাৰোঁ।"

তামোল কাটি থাকোঁতে মেনকাৰ জানিবলৈ মন গ'ল—কথাটো কি, আইৰিন বাইদেউ আজি আহিছিল কিয়? সিদিনা বাইদেউ আহোঁতে এইবোৰ কথা সুধিবলৈ তাইৰ মন যোৱা নাছিল;

তদুপৰি নোসোধাকৈয়ে তাই যেন কি হৈছে তাৰ উমান পাইছিল। কিন্তু আজি তাইৰ মনটোত কেইবাটাও কথাই একেলগে ভুমুকা-ভুমুকি কৰিবলৈ ধৰিলে। ভয়-ভয় কৰি এবাৰ তাই কথাটো সুধিলে। বেগৰপৰা চাধাৰ টেমাটো উলিয়াই, মুখখন বাৰে-বাৰে কোঁচ-মোচ খুৱাই, চকুযোৰ সৰু-ডাঙৰ কৰি-কৰি আইৰিন বাইদেৱে চেপা মাতেৰে সেই একেবোৰ কথাকে দোহাৰিলে। তেওঁৰ মতে কিৰণৰ আন অসুবিধা একো নাই; কেৱল অনাচাৰ, অত্যাচাৰ। মাকজনী মৰিছে, ঘৰখনৰ এনেকুৱা অৱস্থা, তথাপি মহীকান্ত মানুহটোৰ মগজলৈ অকণমান জ্ঞান নাহে!

"সেইটো মানুহৰ লগত থাকি তয়োতো চাৰিটা কেঁচুৱাৰ জন্ম দিলি! তোৰতো এনে অৱস্থা হোৱা নাছিল!" বিৰক্তিৰে কথাষাৰ কৈ আইৰিন বাইদেৱে ডাঙৰ তামোল এটুকুৰা লৈ গুঁজিলে, তাৰ পাছত মুখত ভৰাই মটককৈ দুভাগ কৰিলে।

চাৰিটা ল'ৰা-ছোৱালী জন্ম দিয়াৰ কথাটোত মেনকাৰ বুকুৰ ভিতৰখন যেন মোচাকা খাই উঠিল। তায়ো তামোল এখন খাবলৈ লৈছিল; পাণকণেৰে তামোল টুকুৰা মেৰিয়াই-মেৰিয়াই তাই তলমূল কৰি বহি থাকিল।

মুখত পিক গোট খাওঁতে আইৰিন বাইদেউ উঠিল আৰু বাৰান্দাৰ পৰা পানীপোতাত এমোকোৰা পিক পেলাই সেইফালেই গ'লগৈ। মেনকা বহুতপৰ তামোলখন হাতত লৈ বহিয়েই থাকিল।

আবেলি পাকঘৰৰ ভিতৰৰপৰা দুৱাৰৰ ফাঁকেদি মেনকাই বাৰান্দালৈ ওলোৱা মহীকান্তক দেখিলে; —খালী গা, চুৰিয়াখন দুভৰপকৈ কঁকালত মেৰিয়াই খোঁচনি মাৰি থোৱা, টকলা মূৰটোত যেন চুলিৰ ৰঙৰ গুড়ি অলপমান নিমজকৈ ঘহাঁ, চকু দুটা উখহা। অলপ পৰ চাই থাকি মেনকাই নিজৰ কামৰ ফালে চকু ঘূৰালে।

গধূলি নিজৰ কোঠালিত লেমটো থৈয়েই মেনকাই লৰালৰিকৈ গজেনহঁতৰ ঘৰৰ ফালৰ খিৰিকিখন বন্ধ কৰি তলৰ-ওপৰৰ দুয়োডাল খিলি মাৰি দিলে। কোঠালিটোত থকা দীন আৰু ৰমাক তাই ক'লে, "এইখন খিৰিকি তহঁতে কোনেও নুখুলিবি।"

অলপ পাছতে মেনকাই ভজহৰিক মোনা এটা লৈ কিৰণৰ কোঠালিৰ ফালে যোৱা দেখিলে। লগে-লগে তাইৰ ভদ্ৰকান্তলৈ মনত পৰিল। সি কেতিয়া ঘৰলৈ উভতিব? আজি সি নাহিবনে

কি? নে সি সঁচাকৈয়ে উপাৰ্জনৰ বাট এটা মুকলি কৰিব নোৱৰা-লৈকে ৰত্নকান্তৰ ঘৰতে থাকি যাব? খোৱা-বোৱা ইয়াত নকৰোঁ বুলিছে যেতিয়া নালাগে, কিন্তু সি অন্ততঃ থাকিবলৈ আহক। ভজহৰিৰ হাতৰ মোনাটোত বটল-চটল কিবা আছিল বুলি ভাবি মেনকাই ধীৰ-স্থিৰ হৈ বুকুত সাহস গোটাবলৈ আৰম্ভ কৰিলে। কিন্তু অলপ পাছতে যেতিয়া ভদ্ৰকান্ত পিছ চোতালত থিয় হ'লহি, তেতিয়া মেনকা বৰ আচৰিত হ'ল। সি সৰবজান নে কি? নে সি ঠিক মেনকাৰ নিচিনাকৈ কথাবোৰ ভাবি-চিন্তিয়েই ঘৰলৈ আহিছে? মেনকাই লৰালৰিকৈ লেম এটা জ্বলাই ভদ্ৰকান্তৰ কোঠালিলৈ পঠিয়াই দিলে।

ভাত হোৱাৰ আগে-আগে মহীকান্তই বকিবলৈ আৰম্ভ কৰিলে। কিন্তু সি প্ৰথমতে বকিলে,—এই যে কেনেকুৱা জেঠায়েক হয় তাৰ হিচাপ নোহোৱা বুঢ়ীজনী লগত সৰু ছোৱালী এজনী লৈ দহাৰ দিনাই আহিছে, আহি আজিলৈকে যে যোৱাৰ নাম লোৱা নাই; সেই বুঢ়ীজনীক কোনে আহিবলৈ কৈছিল? ঠিক আছে; খবৰ পালি আহিলি, খালি-ব'লি, লগে-লগে ঙচি যাব লাগে! আজি-লৈকে কি কৰিবলৈ আছ? আৰু এখন শ্ৰাদ্ধ হ'বলৈ বাট চাই আছ নে কি? অ'ই ভজহৰি! ভজহৰি! কাইলৈ ৰাতিপুৱা বুঢ়ীক মটৰত উঠে নে ৰেলত উঠে উঠাই দিবিগৈ। সেইটো পঞ্জাবীৰ জেপতে পইচা আছে, লৈ যা।

তাৰ পাছত মহীকান্তৰ কথা বেবেৰিবাং হৈ গ'ল। এইখন ঘৰত আৰু শ্ৰাদ্ধ-ফ্ৰাদ্ধ নহয়, হ'লে বিয়া হ'ব। বিয়া। দৰকাৰ হলে দহবাৰ হ'ব। হাতী আহিব। বেণ্ডপাৰ্টি বাজিব। চাই লব, মহীকান্তই চবকে চাই লব। কোন কিমান দিন ক'ত পলাই থাকে সি চাই লব।

পাগঘৰত মেনকাৰ কাণ দুখন সতৰ্ক হ'বলৈ আৰম্ভ কৰিছিল; এনেতে মহীকান্তক বিচাৰি কোনোবা এজন আহিল। মাজৰ কোঠালিত থিয় হৈ মানুহজনে ডাঙৰ মাতেৰে সুধিলে, "কিহে মহীকান্ত, তোমাৰ মুখখন চলিয়েই আছে নে কি?"

মেনকাই মাতটোত ধৰিব নোৱাৰিলে—মানুহজন কোন। জানিবলৈ তাই চেষ্টাও নকৰিলে। মাজে-মাজে এচুকত সোমাই মাজ নিশাইলৈকে মেল মাৰিবলৈ অহা কেইজনৰে এজন হ'ব বুলি

ধৰি লৈ তাই নিজৰ চিন্তাৰে উভতিল। তাইৰ অজস্ৰ চিন্তা, সেইবোৰৰ মাজেদিয়েই সৰকি আইৰিন বাইদেউৰ কথাবোৰে তাইক মাজে-মাজে খুন্দিয়াই আছিল। সকলো কথা জুকিয়াই, মিলাই, তাই এটা বাট উলিয়াবলৈ চেষ্টা কৰিছিল। অযথা সময় নষ্ট কৰিবলৈ তাইৰ মন নাছিল।

ভাত খাই থাকোঁতে মেনকাই কিৰণক ক'লে, "তোমাক মই পোনে-পোনে কেইটামান কথা সোধোঁ। তোমাৰ গা কেনে?"

কিৰণে অকণমান সময় মেনকাৰ মুখলৈ চাই ৰ'ল; তাৰ পাছত লাহেকৈ ক'লে, "ভাল।"

"আইৰিন বাইদেৱে কি ক'লে?"

মেনকাই জেৰা কৰাৰ সুৰত সুধিলে।

"তেনেকৈ একো কোৱা নাই।" কিৰণে কাঁহীৰ ফালে চালে।

কিৰণে আৰু কিবা কয়নে কি শুনিবলৈ মেনকা অকণমান সময় ৰ'ল; কিন্তু একো নোকোৱা দেখি তাই ক'লে, "শুনা কিৰণ; তুমি সিদিনাখন কৈছিলা,—ময়োতো এইখন ঘৰৰে মানুহ, ময়োতো তেখেতৰ ওচৰত থাকিব লাগে। তুমি কিয় তেনেকৈ কৈছিলা— বুজিছোঁ। মই এইখন ঘৰৰ মানুহ হৈয়েই থাকিম। এইখন ঘৰৰ মানুহ যিদিনা যেনেকৈ থাকিব লাগে, মই ঠিক তেনেকৈয়ে থাকিম। কিন্তু কেতিয়া কাৰ ওচৰত থাকিব লাগে সেইটোও ময়ে ভাবি ঠিক কৰিম।"

মেনকাৰ মাতটো গম্ভীৰ হৈ আহিল। অলপপৰ ৰৈ তাই ক'লে, "তোমাৰ গা বেয়া হৈ আহিছে। কেইদিনমানৰ পাছৰপৰা তোমাৰ লগত লাগি থাকিবলৈ মানুহ এজনী ওচৰে-পাজৰে থাকিলে ভাল হ'ব। কিন্তু মোৰ কথাটোত তুমি জানাই! মই তোমাৰ সতিনী। মই খোলা মনেৰে তোমাক সহায় কৰিব নোৱাৰিম।"

মেনকা আকৌ ৰ'ল। কাঁহীখনৰ সনা ভাতখিনিকে তাই অলপ পৰ আঙুলিৰে ইফাল-সিফাল কৰিলে, তাৰ পাছত ক'লে, "এই-বিলাকৰ মাজত তোমাৰ পেটৰ কেঁচুৱাটোৰ অপকাৰ হ'লে বৰ বেয়া কথা হ'ব। প্ৰথম কেঁচুৱা। মই কিছুমান কথা মৰিলেও নেৰোঁ! মোৰ কথা বেলেগ। কিন্তু তুমি এতিয়া অইন সকলো কথা বাদ দি কেঁচুৱাটোৰ কথা ভাবা। আইৰিন বাইদেউৰ কথা

শুনা। এইখিনি দিন ঘৰত থাকাগৈ। মাৰাক আনি ইয়াত ৰাখিলেও তোমাৰ লাভ নহ'ব।"

তাৰ পাছত মেনকাই একান্ত মনেৰে ভাত খাবলৈ ধৰিলে।

তাৰ পাছত ঘৰখনৰ ওপৰেদি কেইটামান আচৰিত ধৰণৰ শান্ত দিন পাৰ হৈ গ'ল। শ্ৰাদ্ধৰ পাছত মানুহ দুটা লগাই চৌহদটোৰ চকোৰা-জেওৰা আকৌ ঠিক-ঠাক কৰাওঁতে এদিন মহীকান্তই পিছ-ফালৰ বাৰীখনো চাফা কৰাই পেলালে। সেইদিনা আবেলি মেনকাই একেবাৰে বাঁহ-জোপাৰ ওচৰলৈকে গৈ চালে—মহীকান্তই কি চাফা কৰালে। নাই, গছ-গছনিবোৰৰ ডাল-পাতত কোনেও হাত দিয়া নাই; মানুহ দুটাই মাটিখিনিহে চাফা কৰি থৈ গৈছে।

ভদ্ৰকান্তই নীলাম্বৰ মুক্তিয়াৰৰ লগত এটা বন্দবস্ত কৰিছে,—সি মুক্তিয়াৰক কাছাৰিৰ কামত সহায় কৰিব, মুক্তিয়াৰে তাক তৰণিৰ কাম শিকাব, আৰম্ভণিৰে পৰা হাত-খৰচ বুলি অল-অচৰপ দিব।

এদিন গধূলিৰ পাছত মণিয়ে পাকঘৰত মাকৰ ওচৰত বহি থেন-থেনাই আছে—তাই পোৱা কঠাল গুটি খাব। মাকে কঠালগুটি কেইটামানৰ গাত কটাৰীৰ আগেৰে ঘা লগাই সেই কেইটা চৌকাত সুমুৱাই ওপৰত আওঠা জাপি দিছে, এনেতে কিৰণ সোমাই আহিল। বেৰত লাগি থকা খুটা এটাত ধৰি তাই কলে, "মই কাইলৈ ঘৰলৈ যাম বাইদেউ।"

মেনকাই অলপ সময় কিৰণলৈ চাই ৰ'ল, তাৰ পাছত সুধিলে, "হয়নে কি?"

তাৰ পাছত অলপ সময় কোনেও কথা নকলে। এবাৰ এটা সৰু শব্দ শুনি মেনকাই মূৰ তুলি চাই দেখে—কিৰণে চাদৰৰ আগেৰে চকুপানী মচিছে। মেনকাই কলে, "অ! কান্দিছা কিয়? ঘৰলৈ যাবা, ভালহে।"

অলপ পৰ বৈ মেনকাই হাঁহি মুখেৰে ক'লে, "এইখন ঘৰৰ কাৰণে চিন্তা নকৰিবা যোৱা।"

কিৰণৰ উচুপনিৰ শব্দটো অলপ ডাঙৰ হ'ল।

পাছদিনা পুৱা চমকৰ ঘোঁৰাবাগী মহীকান্তৰ পদূলিত ৰ'লহি। বাগীত উঠিবলৈ যাবৰ সময়তো কিৰণে উচুপি-উচুপি কান্দিলে। এবাৰ তাই মেনকাৰ হাতখনতো ধৰিলে। মেনকাই তাইৰ বাহুত হাত ফুৰাই কলে, "ভাল হ'ব, যোৱা।"

অকণমান সময়ৰ কাৰণে মেনকাৰ মনটোও গধুৰ হৈ গ'ল।

কিৰণৰ লগত মহীকান্তও গ'ল। বাগীখন আঁতৰি যোৱাৰ পাছত মেনকা পদূলিমুখতে অকণমান সময় থিয় হৈ থাকিল। পদ্ম আৰু গোলোকৰ ঘৰৰ আগত সিহঁতৰ ল'ৰা-ছোৱালীবোৰে থিয় হৈ কি হৈছে চাইছিল। ৰেৱতী বুঢ়ীও তেওঁৰ পদূলিমুখত থিয় হৈ আছিল। বুঢ়ীক দেখিয়েই মেনকা লৰালৰিকৈ সোমাই আহিল। বুঢ়ীয়ে আগবাঢ়ি আহি কথা পাতিবলৈ ল'লেই লেঠা।

ভিতৰলৈ আহি মেনকা ইন্দ্ৰহঁতক স্কুললৈ পঠিওৱাৰ আয়োজনত লাগিল। সেইখিনি সময় ভাইৰ লৰা-চপৰা, চিঞৰ-বাখৰ কৰোঁতেই গ'ল। কিন্তু ইন্দ্ৰহঁত ওলাই যোৱাৰ পাছত এক অদ্ভুত নিৰ্জনতাই মেনকাক বেৰি ধৰিলে। এতিয়া?

ৰমাকান্তৰ ঘৰত থাকোঁতেই মেনকাই ঠিক কৰিছিল—কিৰণক ঘৰলৈ পঠিয়াবই লাগিব। আৰু তাই পঠিয়াব বুলি ঠিক কৰিলে কিৰণ যাবই লাগিব। আজি কিৰণ গ'ল। হিচাপৰ এটা ঘটনা ঘটিল। এতিয়া? এতিয়া তাই গজেনহঁতৰ ঘৰৰ ফালৰ খিৰিকিখন খুলিব? মেনকাৰ গোটেই গাটো সিৰিক কৰি উঠিল। নহয় নহয়, এতিয়া সময় হোৱা নাই। সময়ৰ এটা হিচাপ আছে। মেনকাই যেন নিজৰ কাৰণে এখন পঞ্জিকা কৰিছে; তাত সময় ধৰি থোৱা আছে। সেই সময়মতে ঘটনাবোৰ মিলি যাব লাগিব।

মহীকান্ত সেইদিনা উভতি নাহিল।

গধূলিতে মেনকাই গজেনহঁতৰ ঘৰৰ ফালৰ খিৰিকিখন বন্ধ কৰিলে। ইন্দ্ৰহঁত শোৱাৰ পাছত ৰাতি বহুত পৰলৈকে তাই বাৰান্দাত বহি ভদ্ৰকান্তৰ লগত কথা পাতিলে,—ঘাইকৈ তাৰ উপাৰ্জনৰ বাটটোৰ কথা। তাৰ পাছত তাই শুলেহি।

চাৰিওফাল নিজম পৰি যোৱাৰ পাছত মেনকাৰ মনলৈ আহিল—কৰবাৰ পৰা মদনে চাগে খিৰিকিখন চাই আছে। আঁঠুৱাৰ ভিতৰৰ পৰাই তাই খিৰিকিখনলৈ চালে। কেনেবাকৈ খোল খাই যোৱা নাইতো? নাই যোৱা।

লাহে-লাহে মেনকাৰ গাটোৰ পৰা আকৌ সেই চৌবোৰ আগুৱাই আহি মগজত ঠেকা খাই উভতি-উভতি গ'ল।

মহীকান্ত পাছদিনা আবেলি উভতি আহিল। আহিয়েই সি কৰবালৈ ওলাই গ'ল। উভতি আহিল ৰাতি খাবৰ সময়ত।

তাৰ পাছৰ কেইবাদিনো সি পুৱাই ওলাই যোৱা কৰিলে, দুপৰীয়া বেচ পলমকৈ ভাত খাবলৈ আহিল, খায়েই আকৌ ওলাই গ'ল। ইটো আন, সিটো দে, অমুকটো ক'ত আছে,—সি এই জাতীয় সৰু-সুৰা কথা পাতিলে ল'ৰা-ছোৱালী কেইটাৰ লগত। মেনকাই মাজে-মাজে ভাবিলে—সি তাইৰ লগত কথা-বতৰা বন্ধই কৰিলে নে কি।

এদিন ৰাতি পিছে মহীকান্তই কথা পাতিলে। ভাত খাই উঠি সি কিৰণৰ কোঠালিত বহি আছিল; দীনই তালৈ বটাত তামোল লৈ গৈছিল। সি দীনক ক'লে, "মাৰক মাতিছে বুলি কগৈ।"

মেনকা আহি দুৱাৰডলিত থিয় হ'ল।

"সোমাই আহাঁ।" মহীকান্তই শান্ত মাতেৰে ক'লে।

মেনকাই উভতি ভদ্ৰকান্তৰ কোঠালিটোলৈ চালে। কোঠালিটোৰ ভিতৰখন পোহৰ হৈ আছে। কোনো দিনেই মেনকাই কিৰণৰ কোঠালিৰ দুৱাৰডলি পাৰ হোৱা নাই। "কওকচোন কি হ'ল?" তায়ো লাহেকৈ ক'লে।

মহীকান্তই তললৈ চাই হাতৰ আঙুলিবোৰ ফুটাবলৈ ধৰিলে। দহোটা আঙুলিৰ ভিতৰত ছটা ফুটাৰ শব্দ হ'ল। তাৰ পাছত সি কলে, "সিদিনা মোৰ হঠাতে খং উঠি গ'ল।"

সিদিনা মানে? মেনকাই অৱশ্যে লগে-লগে বুজিলে—সিদিনা মানে চৰটো মৰাৰ দিনা। তাই আঁতৰি যাবলৈ খোজে লৰালে।

"শুনা।"

"কওক।" মেনকা ৰ'ল। দুৱাৰৰ চোকাঠত এটা হাত থৈ তাই কোঠালিটোৰ ভিতৰখনলৈ চাই ৰ'ল। মহীকান্তই অলপ পৰ থৰ লাগি মেনকাৰ মুখখনলৈ চালে, তাৰ পাছত তাৰ চকু তাইৰ গাটোৰেদি তললৈ নামি আহিল। তাইক তাৰ কাহানিও চুই নোপোৱা মানুহ এজনী যেন লাগিল।

"তুমি বৰ দুখ পালা?" মহীকান্তই বেঙাৰ নিচিনাকৈ সুধিলে।

দুখ মানে—সি মনত দুখ পোৱাৰ কথা সুধিলে নে গালত দুখ পোৱাৰ কথা সুধিলে, মেনকাই ধৰিব নোৱাৰিলে। তথাপি তাই কলে, "চৰটোৰ কাৰণে গালত দুখ পালোঁনে নাই, সেইটো কথা মই মনেই

কৰা নাই। কিন্তু মই আপোনাক মোৰ গাটো চুবলৈ মানা কৰিছিলোঁ নহয়। কিয় চুলে ?" কথাষাৰ কৈ মেনকাই স্থিৰ দৃষ্টিৰে মহীকান্তলৈ চালে।

মহীকান্তয়ো অলপ সময় মেনকাৰ চকুলৈ চাই ৰ'ল, তাৰ পাছত সি নুফুটা আঙুলি কেইটাৰ লগত কছুৰত কৰিবলৈ ধৰিলে। অলপ সময় তেনেকৈ থাকি সি সুধিলে, "তাৰ মানে তুমি এনেকৈয়ে থাকিবা ?"

"কেনেকৈ ?' প্ৰশ্নটো সুধি মেনকাই নিজে-নিজেই উত্তৰ দিলে, "ওঁ, থাকিম এনেকৈয়ে! ঘৰ চাম, ল'ৰা-ছোৱালী ডাঙৰ কৰিম, কলঘৰ চাম—।"

"কলঘৰ চাবা ?" মহীকান্তই আচৰিত হৈ সুধিলে।

"ওঁ, চাবই লাগিব। ধান ঠিক মতে অহা নাই, মেছিনো বেয়া হৈছে। কলঘৰটো এনেকৈ চলিবলৈ দিব নোৱাৰি নহয়।" সেইদিনা দেউকিলালৰ পৰা যি শুনিছিল, মেনকাই তাকে ক'লে, কিন্তু দেউকিলালৰ নামটো ইচ্ছা কৰিয়েই নকলে।

"এইবোৰ খবৰ তুমি ক'ত পালা ?"

এইটো প্ৰশ্ন যেন মেনকাৰ কাণতেই নোসোমাল। "মোৰ ল'ৰা-ছোৱালীৰ কথা মই ভাবিব লাগিব; সেইমতে নিজেও চলিব লাগিব; কলঘৰ চলাব লাগে, মানুহ চলাব লাগে—সেইবোৰো চলাব লাগিব।" —কথাখিনি কৈয়েই মেনকা আঁতৰি গ'ল। মহীকান্ত অবাক হৈ বহি থাকিল।

তাৰ পাছৰ কেইদিনত হঠাতে মহীকান্তৰ কলঘৰৰ কাম বাঢ়ি গ'ল। দেউকিলালৰ পৰা মেনকাই খবৰ পালে, গধূলিৰ পাছতো মহীকান্ত কলঘৰত বহি থাকে।

এদিন ৰাতি ইন্দ্ৰহঁত শুলে, মহীকান্ত উভতিল তাৰ পাছত। ঘোঁৰাবাগীত। ভজহৰিয়ে তাক ধৰি-ধৰি ভিতৰলৈ নৈ আহিল। মাজৰ কোঠালি পাই সি ভজহৰিক হাতেৰে বুজাই দিলে—তই যা। কিৰণৰ কোঠালিত মহীকান্তৰ ভাত ঢাকি থোৱাই, পাকঘৰ সামৰি মেনকা পিছফাললৈ গৈছিল। ভৰি ধুবলৈ বুলি তাই কুঁৱা-টোৰ ফালে আহিছে, এনেতে মহীকান্ত সেইখিনিতে ওলালগৈ। মেনকা চকখাই উঠিল, কিন্তু তাই একো বুজিবলৈ নাপাওঁতেই মহীকান্তই তাইক সাবটি মাৰি ধৰিলে! তাৰ গাত যেন আৰু এটা মানুহৰ বল লগ লাগিছিল। চিঞৰ মাৰি দিব খুজিও মেনকাই

মুখখন জোৰকৈ জপালে। গাৰ সমগ্ৰ শক্তিৰে তাই মহীকান্তৰ হাত দুখন আঁতৰাবলৈ চেষ্টা কৰিলে। মহীকান্তই আৰু জোৰেৰে তাইক সাৱটি ধৰিলে। হঠাতে এবাৰ যেন মেনকাৰ গালৈ তাইৰ নিচিনা দুজনী মানুহৰ বল আহিল। এটা প্ৰচণ্ড এচাৰ মাৰি তাই মহীকান্তৰ হাত এখন আঁতৰাই দিলে আৰু লগে-লগে নিজেও আঁতৰি আহিল। মহীকান্তই তাইৰ চাদৰখনত ধৰিছিল, কিন্তু তাৰ মুঠিত চাদৰখন নৰল।

মেনকাই দৌৰি আহি নিজৰ কোঠালিত সোমাই দুৱাৰখন বন্ধ কৰি দিলে।

এসময়ত, উশাহ-নিশাহবোৰ সহজ হৈ অহাৰ পাছত, মেনকাই গাৰুত মূৰ থলে। তাৰ পাছত লাহে-লাহে তাইৰ গাটোত এক আচৰিত ধৰণৰ সিৰসিৰণি উঠিল। কিমান দিন,—কিমান দিনৰ পাছত তাইৰ গাৰ মঙহবোৰৰ এনেকুৱা স্পৰ্শৰ কথা মনত পৰিল? আকৌ সেই ঢৌবোৰ! গোটেই গাটোৰ পৰা মগজলৈ উজাই-উজাই আহিছে!

মেনকা বহিল। তাইৰ ডিঙি, মুখ ঘামি উঠিল। বিছনাৰ পৰা নামি আহি তাই মজিয়াত থিয় হ'ল। পঞ্জিকাৰ সময়ৰ হিচাপটো? মিলিব। তাইৰ গোটেই গাটো জিকাৰ খাই-খাই উঠিল। মূৰৰ ভিতৰখন গৰম অথচ খালী-খালী লাগিল।

অস্থিৰ অথচ নিঃশব্দ খোজেৰে মেনকা বেৰৰ ফালে আগবাঢ়িল। অলপ সময় থিয় হৈ থাকি তাই কঁপা হাতেৰে গজেনইঁতৰ ঘৰৰ ফালৰ খিৰিকিখন খুলি দিলে। মেজৰ ওপৰত কমকৈ জ্বলি থকা লেমটো খিৰিকিখনৰ ফালে আগুৱাই দিলে।

বাহিৰখন আন্ধাৰ। লেমটোৰ পোহৰকণ যেন খিৰিকিৰ লোহাৰ ৰড কেইডালৰ পৰাই ভয়ত উভতি আহিল। খিৰিকিখন খোলাৰ লগে লগে যেন বাহিৰৰ আন্ধাৰবোৰহে কোঠালিটোলৈ সোমাই আহিল।

মেনকাৰ হাতৰ কঁপনিটো ভৰিৰ পৰা মূৰলৈকে বিয়পি পৰিল। খিৰিকিখনৰ ওচৰৰ পৰা অতি সাৱধানে এখোজ পিছুৱাই আহি তাই থিয় হৈ ৰ'ল। ভয়ে-ভয়ে তাই বিছনাখনলৈ চালে। ইন্দ্ৰৰ বিছনাখনৰ ওচৰলৈ গৈ তাইৰ গম ল'বলৈ মন গ'ল—সি টোপনিত আছে নে নাই। কিন্তু খোজ চলালে যিকণ শব্দ হ'ব পাৰে, সেইকণ শব্দ তুলিবলৈও তাইৰ ভয় লাগিল। এবাৰ তাই ভাবিলে

—খিৰিকিখন এতিয়াই বন্ধ কৰি দিব। এইযে খিৰিকিখন খোল খালে, মদনে জানো দেখিছে? সিনো প্ৰতি নিশাই, অনবৰতে ক'ৰবাৰ পৰা খিৰিকিখনকে চাই আছেনে? ৰত্নকান্তৰ ঘৰত তাক কথাষাৰ কোৱাৰ পাছত কিমান দিন পাৰ হৈ গ'ল। ইমান দিন সি ৰাতিবোৰ তেনেকৈয়ে কটাইছেনে? বহু ৰাতি টোপনি নাহিলে বা মাজতে সাৰ পালে মেনকাই এই কথাটো ভাবিছিল,—মদনেতো চাগৈ এতিয়া ক'ৰবাৰপৰা খিৰিকিখনকে চাই আছে! তেনেকুৱা সময়ত তাইৰ বেয়া লাগিছিল! তাই ভাবিছিল,—অইন কিবা এটা উপায় দিয়া হ'লেই ভাল আছিল, ৰাতিৰ পাছত ৰাতি তাক এনেকৈ ৰৈ থাকিবলৈ দিয়াটো বৰ ভুল কথা হ'ল।

মেনকাৰ গাৰ কঁপনিটো অলপ কমা যেন লাগিল। কিন্তু সি, —সি ওচৰে-পাজৰে ক'ৰবাত আছেতো? যদি নাই? যদি ইমান দিন ৰৈ-ৰৈ ভাগৰি পৰিল! নে ইমান দিন সি ৰৈ আছিল, আৰু আজিৰ পৰা মেনকাই খিৰিকি খুলি ৰৈ থাকিব লাগিব?

মেনকাৰ তৎক্ষণাত বাহিৰলৈ ওলাই যাবলৈ মন গ'ল। দুৱাৰ-খন খোলোঁতে বা কিমান শব্দ হয়! উশাহ-নিশাহ বন্ধ কৰি মেনকাই দুৱাৰৰ খিলিটোত হাত দিলে। বহু দিনৰ আগতে পিন্ধা, এতিয়া টান হোৱা কাচৰ খাৰু হাতৰপৰা নভগাকৈ খোলাৰ নিচিনাকৈ তাই খিলিটো খুলিলে। এইখন দুৱাৰ খুলিলে কেৰকেৰকৈ শব্দ হয়নে? তাইৰ মনত নপৰিল। লাহে-লাহে তাই এপাট দুৱাৰ খুলিলে। শব্দ নহ'ল। গাটো সৰকাই নিব পৰাকৈ দুৱাৰপাট মেল খোৱাৰ লগে-লগে মেনকা বাহিৰলৈ ওলাই গ'ল। ওলায়েই তাই দুৱাৰপাট জপাই দিলে।

আন্ধাৰ বাৰীখনলৈ চাই মেনকাই ভাবিলে—এতিয়া তাই কি কৰিব? কোনখিনিলৈ যাব? অলপ সময় তাই থিয় হৈ ৰ'ল। কিন্তু অলপ পাছতে তাইৰ যেন থিয় হৈ বুকুৰ ধপধপনিটো চম্ভালিব নোৱৰা যেন লাগিল। দুৱাৰডলিৰ পৰা নামি যোৱা দুটা ঠেক ছিৰি আছে, তাৰে ওপৰৰটোত তাই বহিল।

লাহে-লাহে তৰাৰ পোহৰেই মেনকাৰ বহুত পোহৰ যেন লাগি আছিল। তাইৰ চকু বাৰীখনৰ গছ-গছনিবোৰ মনিব পৰা হৈ আছিল। ওচৰত, দূৰত কেইবাটাও কুমটিয়ে তীক্ষ্ণ শব্দেৰে চিঞৰি-ছিল, কিন্তু মেনকা লাহে-লাহে সেইবোৰ শব্দ নুশুনা হৈ আছিল।

ওচৰে পাজৰে ক'ৰবাত এটা ক্ষীণ শব্দ হোৱাঁলে তাই উৎকৰ্ণ হৈ ৰ'ল।

এসময়ত গজেনহঁতৰ বাৰীৰ ফালৰ এৰাগছ কেইজোপাৰ কাষেদি এটা অস্পষ্ট মূর্তি আগুৱাই অহা দেখা গ'ল। মেনকা তৎক্ষণাত থিয় হ'ল। এক মুহূৰ্তৰ কাৰণে তাইৰ চিন্তা হ'ল—এতিয়াও সময় আছে; এতিয়াও তাই দুৱাৰখন মেলি ভিতৰলৈ উভতি যাব পাৰে। চকু দুটা মুদি তাই দীঘলকৈ উশাহ এটা ললে আৰু বুকুখনৰ ওপৰখিনিক বাওঁ হাতেৰে লাহে-লাহে মোহাৰিলে। মদন আহি কৰ্দৈ গছজোপাৰ অলপ আঁতৰত থিয় হৈ ৰ'ল।

মেনকা ছিৰিৰপৰা নামি গ'ল। একো নোকোৱাকৈ তাই মদনৰ কাষেদি পাৰ হৈ গ'ল।

ওপৰত বাঁহৰ আগবোৰে কঁঠাল জোপাৰ ডাল-পাত চুইছে, তলত ভেলেউ গছৰ টুকুৰাটো তেনেকৈয়ে পৰি আছে। মেনকা টুকুৰাটোৰ এমূৰে বহিল। অলপ পাছত মদন আহি কাঠ টুকুৰাৰ ওচৰতে মনে-মনে থিয় হৈ ৰ'ল। মেনকাই তাৰ মুখলৈ চালে। সিহঁত দুয়ো বুজিলে,—সিহঁতৰ ইটোৱে সিটোক দেখিছে। মেনকাৰ পৰা অলপ আঁতৰত, কাঠটুকুৰাৰ ওপৰতে মদন বহিল।

এজাক পাতল, চুটি বতাহ বৈ গ'ল। বাঁহ গছজোপাৰ গুৰিত এটা সৰু কেৰকেৰণি উঠিল। সেই শব্দটোৰ সুবিধা লৈয়েই মেনকাই কিবা এটা ক'ব খুজিলে, কিন্তু নোৱাৰিলে। অকণমান সময়ৰ পাছত দূৰত ৰাতি পহৰা দিয়া চিপাহীৰ হুইছেলৰ শব্দ শুনা গ'ল। এইবাৰ মেনকা মদনৰ একেবাৰে ওচৰ চাপি বহিল। তাৰ পাছত তাই আকৌ নিশ্চল হৈ থাকিল। কি ক'ব, কিমান জোৰে ক'লে মদনে শুনিব, কিন্তু আন কোনেও নুশুনিব,—মেনকাই এইবোৰ যেন একো ঠিক কৰিব পৰা নাছিল। কিন্তু সময়বোৰ বৰ বেগেৰে পাৰ হৈ যোৱা যেন লাগি তাই অস্থিৰো হৈছিল। এবাৰ তাই সেপ গিলিলে, ডিঙিৰ সোপাটো আঁতৰাবলৈ মুখৰ ভিতৰতে এটা গলহেঁকাৰি মাৰিলে, তাৰ পাছত মদনৰ মুখলৈ চাই সুধিলে, "তুমি সদায় আহাঁ নে কি?"

মদনে তলমূৰ কৰিলে; একো নক'লে।

মেনকাই বুজিলে, সি সদায় আহে। তাই এটা যন্ত্ৰণা অনুভৱ কৰিলে। মদনৰ মুখখন তাই কোনোমতে মনিব পাৰিছিল।

মুখখন পৰিস্কাৰকৈ নেদেখাৰ কাৰণেই হবলা, মদনক তাইৰ বেছি শান্ত, বেছি অবোধ, বেছি সৰু ল'ৰাৰ নিচিনা লাগিল।

অলপ পৰ মনে-মনে থাকি মেনকাই ক'লে, "শুনা মদন, মইনো তোমাক কি কম নিজেই ভালকৈ নাজানো। সেই কাৰণে মুখত যি আহে তাকে কম।"

"তুমি সিদিনা কৈছিলা—ইন্দ্ৰ ডাঙৰ মানুহ হ'ব। সেইষাৰ কথা তোমাৰ বাহিৰে মোক কোনেও কোৱা নাই। কিন্তু মোৰ এনেকুৱা লাগে,—সেইষাৰ কথাকে যেন মই সকলোৰে মুখত শুনো! ইন্দ্ৰক,—সিহঁত আটাইকেইটাক ডাঙৰ কৰিবলৈ মোক এজন নিজৰ মানুহ লাগে! একেবাৰে নিজৰ মানুহ। মই অকলে ইমানবোৰ কাম কেনেকৈ কৰিম? মইতো কেতিয়াও ইমানবোৰ কাম অকলে কৰিব লাগিব বুলি ভবা নাছিলোঁ! কিন্তু মাজতে কেনেকৈ কি হ'ল—"

মেনকাই অস্ফুট কন্ঠেৰে কথাবোৰ কৈছিল। ফুচফুচনিৰ লগত যেতিয়াই সৰুকৈ মাতটো ওলাই আহিছিল, তেতিয়াই তাই নিজেই চক খাইছিল, দূৰৰ ঘৰটোলৈ চাইছিল আৰু মাতটো আৰু সৰু কৰিবলৈ চেষ্টা কৰিছিল।

অলপপৰ বৈ মেনকাই ক'লে, "তুমিয়েই মোক সহায় কৰা মদন। তুমিয়েই মোৰ নিজৰ মানুহ হোৱা। কথাবোৰ তুমি শুনিছানে নাই মদন?" মদনৰ সোঁ হাতখন তাৰ আঁঠুৰ ওপৰত পৰি আছিল, মেনকাই তাইৰ বাওঁহাতখন মদনৰ সেইখন হাতৰ ওপৰত থলে। মদনে মুখটো ঘূৰাই মেনকাৰ চকুলৈ চালে। তাৰ চকুযোৰত কি আছে চাবলৈ মেনকাৰ বৰ মন গ'ল; কিন্তু বাঁহ আৰু কঁঠালৰ পাতে তৰাবোৰৰ পোহৰকণো কাঢ়ি ৰাখিছিল।

সৰ্বানন্দ তৰণীৰ ঘৰৰ ফালে ক'ৰবাত কেঁচুৱা এটাই কান্দিলে। কান্দোনৰ শব্দটো মাৰ যাবলৈ মেনকা অলপপৰ মনে-মনে ৰ'ল। তাৰ পাছত তাই ক'লে, "তুমি সিদিনা কৈছিলা মোৰ চকুত বোলে পানী কোনেও কেতিয়াও দেখা নাই। যাৰে-তাৰে আগত কান্দিলেনো কি হ'ব? চাওঁচোন নকন্দাকৈ কিমান কি কৰিব পাৰোঁ।" সোঁহাতেৰে চুলিখিনিত হাতফুৰাই, এটা দীঘল নিশাহ এৰি তাই অকৌ ক'লে,—"মই কিন্তু বৰ জেদী মানুহ মদন। জানি শুনি মই একো বেয়া কাম কৰা নাছিলোঁ, কাকো দুখ দিয়া নাছিলোঁ। মোক বেয়া পাবলগীয়া একো কৰা নাছিলোঁ। তথাপি—"

"মোৰ গাটো পুৰণি হ'ল কাৰণেই যদি ইমানবোৰ ঘটনা ঘটিল, তেনেহ'লে—"

মেনকা আকৌ ৰ'ল।

"তেনেহ'লে মই বুজাব লাগিব—পুৰণি হ'লে ময়েই অকলে নহওঁ। এঘাৰটা বছৰতো অকল মোৰ গাৰ ওপৰেদিয়েই যোৱা নাছিল! কোন কিমান পুৰণি, কোন কিমান নতুন,—সেইটো এনেকৈ বুজাম—এনেকৈ বুজাম—"

মেনকাৰ কথা বন্ধ হ'ল। মদনে তাইৰ কথাৰ সুৰ আৰু তাৰ হাতখনৰ ওপৰত পৰি থকা তাইৰ হাতখনৰ পৰাই যেন গম পালে,—তাইৰ শুৰি দাঁতবোৰ কামোৰ খাই গৈছে। কিবা এষাৰ ক'বলৈ তাৰ বৰ মন গৈছিল, কিন্তু "হ'ব নবৌ, হ'ব,"—এই কেইটা শব্দৰ বাহিৰে সি একো উচ্চাচৰণ কৰিব নোৱাৰিলে।

মেনকাই এইবাৰ মদনৰ হাতখন তাইৰ দুয়োখন হাতেৰে সাৱটি ধৰিলে। তাই ক'লে, "মই আজিলৈকে এইবোৰ এটা কথাও কাকো কোৱা নাই। তোমাক কোৱাৰ আগতেও মই বহুত ভাবিলো। এতিয়া তোমাক ইমানবোৰ কথা কলোঁৱেই যেতিয়া তোমাক আৰু মই এৰি দিব নোৱাৰোঁ। তুমি মোক সহায় কৰা মদন। মই স্থিৰ কওঁ, যেনেকৈ কওঁ—"

মেনকাই মদনৰ বাহুত কপালখন থলে।

ৰাতিপুৱা মেনকাই কোনো নুঠোঁতেই আনদিনাতকৈ বহুত বেছি পানী ঢালি গা ধুলে। একোবাৰ তাই খৰখৰকৈ ইঘটিৰ পাছত সিঘটি পানী ঢালিয়েই থাকিল, একোবাৰ ভালেমান সময় জলকা লাগি বহি থাকিল। গা ধুই উঠি তাই ইঘৰ-সিঘৰলৈ পিন্ধি যাব পৰা ভাল কাপোৰ এযোৰ পিন্ধিলে! আয়নাখনৰ আগতো তাই অলপ সময় জলকা লাগি থাকিল। বেছিকৈ পানী ঢলাৰ কাৰণেই নে শেষ ৰাতি পিছফালৰ ছিৰিত বহি অকলে-অকলে কান্দি থকাৰ কাৰণেই তাইৰ চকুযোৰ ৰঙা পৰিছিল।

গোঁসাই ঘৰতো মেনকাই অইন দিনাতকৈ বেছি সময় লগালে। তাৰ পাছত কিন্তু তাই এজনী সৰু ছোৱালীৰ নিচিনাকৈ ঋৰি-

চাপৰি ঘৰৰ কাম কৰিবলৈ ধৰিলে। ঘনকান্ত বুঢ়াই ভজা পিঠা-গুড়িৰ লুথুৰি খাই ভাল পায়; মেনকাই প্ৰথমতে এবাতি লুথুৰি কৰি শহৰেকক কোঠালিতে দিলেগৈ আৰু কোঠালিটোৰ পৰা ওলাই অহাৰ আগতে তেওঁক ভৰি চুই সেৱা এটা কৰিলে। আজি আকৌ হঠাৎ কি হ'ল? কি কথা, কি বতৰা?—ঘনকান্ত বুঢ়াই একো বুজিবলৈ নাপাওঁতেই মেনকা আঁতৰি আহিল।

ল'ৰা-ছোৱালীকেইটাই ভজা চিৰা খাই ভাল পায়; সিহঁতৰ কাৰণে মেনকাই সৰহকৈ চিৰা ভাজিলে। গাখীৰ, ভজা চিৰাৰে তাই সিহঁতৰ জাঁজ মাৰি উঠিছে, এনেতে দূৰত মহীকান্তৰ চিঞৰ-বাখৰ শুনা গ'ল।

মহীকান্তৰ টকাৰ বেগটো হেৰাইছে। কালি কলঘৰৰপৰা আহোঁতে বেগটো তাৰ পাঞ্জাবীৰ জেপতে আছিল; বেগটোত পাঁচশ মান টকা আছিল; এতিয়া জেপত বেগটো নাই। সি তাৰ কোঠালিটোৰ ভিতৰত তন্নতন্নকৈ বিচাৰিলে, ঘোৰা বাতি যিখিনিত খোঁৰাবাগীৰপৰা নামিছিল, সেইখিনিলৈকে দুবাৰ-তিনিবাৰ অহা-ঘোৰা কৰিলে। তাৰ পাছত সি কুঁৱাটোৰ পাৰলৈ আহিল। মেনকাক সি সাৱট মাৰি ধৰিছিল মাত্ৰ এঠাইত, কিন্তু সি কুঁৱাটোৰ চাৰিও-ফালে বেগটো বিচাৰিলে। ইন্দ্ৰক পঠিয়াই দিলে চমকৰ ঘৰলৈ,—"সি ওলাই ঘোৰা নাই যদি বাগীখনত উঠি চুকে-কোণে ভালকৈ চাবি আৰু তাক বাগীখনেৰে সৈতে লগতে লৈ আহিবি।" দীনক পঠিয়ালে কলঘৰলৈ,—"ভজহৰিক মাতি আন।"

পাগঘৰৰ বাৰাণ্ডাৰ খুটা এটাত ধৰি চোতালখনলৈ চাই মেনকা গম্ভীৰ হৈ ৰ'ল। পাঁচশ টকা! চাৰিকুৰি টকাৰে তাই মাহে-মাহে ঘৰখন চলায়, আৰু পাঁচশ টকাৰ বেগটো নাই বোলোঁতেই নাই! ঘোৰা বাতি নিচাৰ কোবত কৰ নোৱাৰা হৈ থকা মহীকান্তৰ অৱস্থাটোৰ কথা তাইৰ মনলৈ আহিল।

এসময়ত খোঁৰাবাগীখন লৈ চমক আহিল, কিন্তু তাৰো আগতে দৌৰি দৌৰি আহিল ভজহৰি। —নাই নাই নাই, বেগটো ক'লৈ যাব? ভুলতে কৰবাত থৈছে চাগৈ, ওলাব ইয়াতে। বিচাৰক ভালকৈ। —সি পদূলিৰপৰা কিৰণৰ কোঠালিৰ দুৱাৰডলিলৈকে কেইবাৰমান দৌৰা-দৌৰি কৰিলে; দুৱাৰডলিতে বহি, থুতৰিটো মজিয়াত লগাওঁ-লগাওঁ কৰি, কোঠালিটোৰ ভিতৰৰ বিছনা, চকী-

মেজৰ তললৈ চালে আৰু অনবৰতে মুখেৰে ইছ্-আছ্ কৰি থাকিল। এবাৰ সি ক'লে, "নহয় দৌতা, বেগটো আপুনি ক'ৰবাত থৈ পাহৰিছে।"

গম্ভীৰ মাতেৰে মহীকান্তই ক'লে, "কালি ৰাতি মই বাগীত উঠিবলৈ আহোঁতে বেগটো পাঞ্জাবীৰ জেপতে আছিল।"

চমকৰে ক'লে—তাৰ বাগীৰ ভিতৰত লাল পইচা এটা পৰি থকা পালেও এদিন নহয় এদিন সি গৰাকী বিচাৰি উলিয়াই ঘুৰোতাই দিয়ে।

খবৰটো শুনি দেউকিলালো আহিল। সি ডালিমজোপাৰ তলতে তলমূৰ কৰি বহি থাকিল।

মহীকান্ত পিন্ধি-উৰি কলঘৰলৈ যাবলৈ ওলাল। জানোচা কল-ঘৰৰ ওচৰতে বেগটো পৰিল! কিন্তু যদি তাতো পৰা নাই? তেনেহ'লে আৰু কি কৰিব পাৰি? থানাত খবৰ দিব পাৰি?

গণ্ডগোলবোৰ শুনি ভদ্ৰকান্তও তাৰ কোঠালিৰপৰা ওলাই আহিছিল। লাহে-লাহে আগফালখনত এপাক ঘূৰি সি পিছ বাৰাণ্ডাত থিয় হৈ আছিল। থানাৰ কথা শুনি সি ক'লে, "দিয়াই ভাল। এইটো ঘৰো এবাৰ পুলিছে খানাতালাচ কৰক।"

"অ'ই চমক, ব'ল। মোক কলঘৰত নমাই থৈ যাবি"—বুলি মহীকান্ত যাবলৈ ওলাল, কিন্তু পিছ মুহূৰ্ত্ততে সি তভক মাৰি ৰ'ল। সি বৰ অসহায় অনুভৱ কৰিলে। হঠাতে এবাৰ তাৰ মনলৈ আহিল—চোৰেহে চোৰৰ ঠেং দেখে। সি ইন্দ্ৰক ক'লে, "ঘাচোন, মদনক মই মাতিছোঁ বুলি কগৈ। এতিয়াই আহিবলৈ ক'বি। মই ৰৈ আছোঁ।"

মেনকা পাগঘৰলৈ সোমাই গ'ল, ইন্দ্ৰ বাটলৈ ওলাই গ'ল! মহীকান্তই পদূলিলৈ গৈ বাগীখনৰ ওচৰতে থিয় হৈ মদনলৈ বাট চাই ৰ'ল।

অলপ পাছতে ইন্দ্ৰৰ লগে-লগে চোলাৰ বুটাম মাৰি-মাৰি মদন ঘৰৰপৰা ওলাই আহিল। ভুলতে ওপৰৰ বুটাম এটা তলৰ ফুটাত সোমাল, সি তালৈ মনেই নকৰিলে।

বাগীখনৰ গাত এটা হাত থৈ মহীকান্তই ইন্দ্ৰৰ লগে-লগে অহা ওখ-পাখ, বহল বাহৰ, জপৰা চুলীয়া মদনলৈ একে থৰে চাই ৰ'ল। মদন ওচৰ পাওঁতে সি প্ৰথমতে তাৰ বুকুৰ বুতাম কেইটা

ঠিককৈ মাৰি লবলৈ কলে, আৰু তাৰ পাছত ক'লে "উঠচোন! তোৰ লগত অলপ কথা আছে।

মহীকান্তই নিজে হেণ্ডেলডাল ঘূৰাই বাগীৰ দুৱাৰখন খুলিলে। বাগীত উঠি বহি সি মদনৰ ফালে চালে। মদনে কিবা এটা কব খুজিছিল, কিন্তু মহীকান্তৰ চকুৰে-চকুৰে পৰোঁতে তাৰ মুখখন বন্ধ হৈ ৰ'ল। বাগীৰ পাদানিত প্ৰথমে সি সোঁ ভৰিখন থলে, তাৰ পাছত সেইখন নমাই বাওঁ ভৰিখন থলে, কাহানিও ঘোঁৰাবাগীত উঠি নোপোৱাৰ নিচিনা কৰিলে। শেষত যেতিয়া সি উঠিল, তেতিয়া সি তাৰ ভৰি দুখন আৰু মগজৰ ভিতৰখন কঁপা যেন পালে।

ঘোঁৰা দুটাই যেতিয়া ডিঙিৰ জুনুকাৰ শব্দ তুলি খোজ লৰালে; তাৰ বহুত পৰৰ পাছলৈকে মেনকা আগফালৰ দুৱাৰমুখত গাটোৰ এফাল আঁৰ কৰি থিয় হৈ ৰ'ল। এসময়ত তাই চিন্তিত মুখেৰে পিছ-ফাললৈ সোমাই আহিল। দেউকিলাল তেতিয়াও ডালিমজোপাৰ তলতে বহি আছিল।

"শুনাচোন দেউকিলাল।"—মেনকাই মাতিলে।

দেউকিলাল উঠি আহিল।

"তুমি মোক এটা কাম কৰি দিব লাগে দেউকিলাল। ঘৰৰ কাম-বনবোৰ অকলে কৰিবলৈ মোৰ অসুবিধা হৈছে। মোক সহায় কৰিবলৈ ল'ৰাই হওক, ছোৱালীয়েই হওক—কোনোবা এটা লাগে। ঠাই সৰা-মচা, পানী তোলা, কাঁহি-বাতি ধোৱা—এনেকুৱা কাম। ভাল ল'ৰা এটা বা ছোৱালী এজনী আনি দিবা। যিমান পাৰা সোনকালে আনিবা।"

এইটো মেনকাই দেউকিলালক বহুদিনৰ পৰাই কম বুলি ভাবি থকা কথা। কিন্তু এতিয়া তাই যেন কিবা এটা কৈ দেউকিলালক বিদায় দিব লাগে কাৰণেহে কথাষাৰ ক'লে।

বাগীখন কিছু সময় চলাৰ পাছত মহীকান্তই মাতিলে, "মদন!"

বাহিৰলৈ চাই বহি থকা মদন উচপ খাই উঠিল। তাৰ মুখেদি ওলাল, "ককাইটি।"

"তোক মই এটা ভিতৰুৱা কথা কওঁ। তই যদি কাকো নকব বুলি কব, তেহে কওঁ।"

লগে লগে মদনৰ চকু দুটা যেন ভিৰবিৰাই উঠিল, তাৰ বুকটো

পাতল-পাতল লাগিল। সি গদীখন আধা বছাৰ নিচিনাকৈহে বহি আছিল; তাৰ অসুবিধা লাগিছিল;—এইবাৰ সি পিছলৈ হুঁহকি ভালকৈ বহি ললে, আৰু ক'লে, "কওক ককাইটি, মই কাকো নকওঁ।"

অলপ বৈ মহীকান্তই ক'লে, "কালি ৰাতি মোৰ বেগটো হেৰাল। ঘৰত মই বেগটোত পাঁচশমান টকা আছিল বুলি কৈছোঁ, কিন্তু আচলতে পাঁচশতকৈ বেছি আছিল।"

"কেনেকৈ হেৰাল?"—আচৰিত হৈ উঠা চকু হালেৰে মদনৰ মুখখন মহীকান্তৰ ফালে আগুৱাই আহিল।

"জানো! কব নোৱাৰোঁ। কিন্তু কথা হ'ল মদন, কালিয়েই মোৰ পইচা প্ৰথম হেৰোৱা নাই। মই কাকো কোৱা নাই কিন্তু কিছুদিনৰ পৰা মাজে-মাজে মোৰ পইচা হেৰায়েই আছে। এদিন পঞ্চাছ, এদিন পঁচিছ, কেতিয়াবা এশ, –এনেকৈ।" মহীকান্ত ৰ'ল। বাগীখন অলপ দূৰ চলাৰ পাছত সি আকৌ আৰম্ভ কৰিলে, "মোৰ কাকো বিশ্বাস কৰিবলৈও মন নাযায়, কাকো অবিশ্বাস কৰিবলৈও ভাল নালাগে। মইনো সদায় মদৰ জালতে থ'তে পায় তাতে পইচাবোৰ পেলাই ফুৰোনে? ইমান বছৰ এই কেইটা জেপতে কত হাজাৰ টকা লৈ ফুৰিলোঁ!"

মহীকান্তই বাহিৰলৈ চালে। মদনে অবাক হৈ মহীকান্তৰ মুখলৈ চাই ৰ'ল। অলপ পাছত মহীকান্তই ক'লে, "তইতো এই লাইনৰ বহুত কথা জান। সেইকাৰণে তোৰ কথা মনত পৰিল। তই অলপ খবৰ ৰাখিব পাৰিবিনে?"

বাগীখন কলঘৰৰ সন্মুখত ৰ'ল। নামিবলৈ বুলি গাটো লৰাই মহীকান্তই ক'লে, "অকল এইটো কথাতেই নহয়;—তইতো এনেয়েহে থাক, মোকে মাজে-মাজে অলপ সহায় কৰচোন। মোৰ লগ-ভাগ একেবাৰে নাইকিয়া হ'ল অ'।" শেষৰ কথাষাৰ সি সৰু মাতেৰে, নিজকে কোৱাদি ক'লে।

নামিয়েই মহীকান্তই চাৰিওফালৰ মাটিত চকু ফুৰালে,—হেৰোৱা বেগটো দেখাৰ আশাত। মদনেও।

গধূলিৰ আগে-আগে ঘৰলৈ আহি মহীকান্ত নিজৰ কোঠালিত সোমাই থাকিল। মেনকাৰ ৰন্ধা-বঢ়া হওঁ হওঁ, এনেতে সি কোঠালিৰ পৰা ওলাই আহিল। সি এযোৰ খৰম পিন্ধি আছিল। খৰম পিন্ধি পাগঘৰত সোমালে সিঁহতে একো নহয় বুলিয়েই ধৰে, কিন্তু মহীকান্তই খৰম দুপাত খুলিলে। এপাত চোতালৰ মাজতে, ইপাত পাগঘৰৰ বাৰাণ্ডাত। তাৰ পাছত সি পাগঘৰলৈ সোমাই আহিল। তাৰ চেহেৰা দেখিয়েই মেনকাই ওচৰতে বহি থকা ৰমা আৰু মণিক ক'লে, "তহঁত ভিতৰলৈ যা।"

দেউতাকৰ মুখলৈ চাই সিহঁত দুজনী ভয়ে-ভয়ে ওলাই গ'ল। খুন্টা এটাত এখন হাতেৰে ধৰি মহীকান্তই সুধিলে, "তুমি কলঘৰ চলাবা? সিদিনা যে কৈছিলা?"

মেনকা একেবাৰে বেলেগ ধৰণৰ কথাৰ কাৰণে সাজু হৈছিল, কিন্তু প্ৰশ্নটো শুনি তাই থতমত খালে। তৎক্ষণাত নিজকে নতুনকৈ সাজু কৰি লৈ তাই ক'লে, "চলাবতো লাগিবই। দিনে-দিনে যেনেকুৱা ঘটনা ঘটিব লাগিছে —"

তাই কথা শেষ কৰিবলৈ নাপাওঁতেই মহীকান্তই কলে, "ধানকল চলাবলৈতো নগদ পইচা লাগিব! সেই বেগটোত থকা পইচাখিনিৰেই হ'ব?"

এক মুহূৰ্ততে যেন চৌকাৰ জুইকুৰা মেনকাৰ মূৰৰ ভিতৰলৈ সোমাই আহিল।

তীব্ৰ দৃষ্টিৰে মহীকান্তৰ মুখলৈ চাই মেনকাই সুধিলে, "কি?" তাইৰ মাতটোত খং, ঘৃণা, আশ্চৰ্য—সকলোবোৰ মিহলি হৈ গ'ল।

সোঁ-হাতখন মেনকাৰ ফালে মেলি, তৰ্জনী আঙুলিটো জোকাৰি, দোবোল খাই যোৱা জিভাৰে মহীকান্তই সুধিলে, "মোৰ বেগটো কি হ'ল?"

কেইমুহূৰ্তমান মহীকান্তলৈ চাই থাকি মেনকাই চৌকাৰ ওপৰত থকা চৰুটো নমালে, জ্বলি থকা দীঘল খৰি কেইডাল চৌকাটোৰ পৰা বাহিৰলৈ উলিয়ালে, তাৰ পাছত তৎক্ষণাৎ থিয় হৈ গম্ভীৰ মাতেৰে আদেশৰ সুৰত ক'লে, "বলক।"

তাইৰ মূৰ্তি দেখি মহীকান্তই মুখখন মেলি তাইলৈ চাই ৰ'ল।

গাৰ চাদৰখন ভালকৈ লৈ মেনকাই আৰু জোৰেৰে ক'লে, "বলক।"

"কলৈ ?"—কথাষাৰ যেন মহীকান্তৰ মুখৰ পৰা আপোনা-আপুনি সৰি পৰিল।

"ভিতৰলৈ। মোৰ কোঠালিলৈ।" অলপ পৰ ৰৈ মেনকাই আকৌ ক'লে, "বলক।"

মহীকান্তৰ ভৰি লৰিল। মেনকা কোবেৰে তাৰ গাৰ কাষেদি পাগঘৰৰ পৰা ওলাই গ'ল। নিজৰ কোঠালিৰ দুৱাৰমুখত থিয় হৈ তাই ঘন-ঘনকৈ উশাহ ললে। মহীকান্ত পিছে-পিছে আহে নে নাহে তাকে চাবলৈ তাই মাজৰ কোঠালিৰ দুৱাৰখনলৈ চাই ৰ'ল।

অলপ পাছতে খোজবোৰ ঠিকমতে পেলাবলৈ চেণ্টা কৰি-কৰি মহীকান্ত সোমাই আহিল।

নিজৰ কোঠালিটোৰ ভিতৰলৈ চাই মেনকাই ল'ৰা-ছোৱালীকেইটাক ক'লে, "তহঁত পাগঘৰলৈ যা। ভাত বাঢ়ি লৈ খাগৈ।"

এটাইকেইটা ল'ৰা-ছোৱালী নিঃশব্দে ওলাই গ'ল। যাবৰ সময়ত ইন্দ্ৰই মাকৰ মুখলৈ তধা লাগি চাই-চাই গ'ল।

মেনকাই তাইৰ বিছনাৰ ফটাকানিৰে বোৱা ডাঠ কাপোৰখনৰ তলৰপৰা চাবি একোচা উলিয়ালে। মাজৰ কোঠালিৰ চকী এখনৰ ওপৰত চাবি একোচা পেলাই দি তাই মহীকান্তক ক'লে, "যাওক। সেই সোপা চাবি। বাকচ-ছুটকেছ যি য'ত আছে—খুলি চাওক গৈ। যদি ভিতৰত আপোনাৰ বেগ, টকা ওলায়, তেনেহ'লে মই আজিৰ পৰা এইটো কোঠালিতে ভৰি নিদিওঁ। যাওক।" খঙত মেনকাৰ দাঁত কামোৰ খাই গ'ল।

"তেনেহলে মোৰ বেগটো গ'ল কলৈ? উৰি গ'ল নে কি?" মহীকান্তই টকা উৰি যোৱাৰ বাটটো দেখুৱাবলৈ হাত ওপৰলৈ তুলি কলে। ভিতৰৰ এটা তীক্ষ্ণ চিঞৰে যেন মেনকাক কঁপাই দিলে; কিন্তু তাইৰ মুখেদি একো নোলাল। কাণত যেন আৰু একো নোসোমাবৰ এনেকুৱা এটা বাঞ্ছাৰে তাই চকুযোৰ মুদি এবাৰ মূৰটো জোকাৰিলে।

হাতখন নমাই মহীকান্তই ক'লে, "ঠিক আছে। কোনোতো সাৰিব নোৱাৰিব। চাই লম। চবকে চাই লম।" কথাখিনি কৈ সি আঁতৰি যাবলৈ বুলি ঘূৰিল। এখোজ আগুৱাই মেনকাই টান মাতেৰে ক'লে, "মোৰ কোঠালিটো চাই যাওক। এতিয়াই চাই যাওক।"

"এতিয়া চাই কিডাল লাভ হ'ব? চাৰেই মই বেগটো পাই

যাম? বিচাৰিলেই পোৱাকৈ বেগটো ওপৰতে পৰি আছে? তুমি ইমান বেঙী নে কি?" মহীকান্তই তাৰ কোঠালিৰ ফালে খোজ ললে।

মেনকা অলপ সময় থৰ হৈ ৰ'ল। তাৰ পাছত তাই প্ৰায় দৌৰী বাৰাণ্ডালৈ ওলাই আহিল। মহীকান্ত ইতিমধ্যে তাৰ কোঠালিত সোমাইছিলগৈ। দুৱাৰডলিত থিয় হৈ উত্তেজনাত ফোঁপাই ফোঁপাই মেনকাই ক'লে, "মই বহুত সহ্য কৰিছোঁ। নিচাৰ জালত কয় বুলি বহুত কথা এৰি দিছোঁ। কিন্তু এইটো কথা নিচা খাই কোৱা কথা বুলি মই কেতিয়াও এৰি নিদিম। মই কৈ থলোঁ।"

ফোঁ-ফোঁ কৈ নিজৰ কোঠালিলৈ আহি মেনকা বিছনাখনত বহিল। তাইৰ এনেকুৱা লাগিল যেন বাকচ-তাকচ সকলো ভাঙি, ভিতৰত থকা কাপোৰ-কানি, গহনা-গাঁঠৰি এটাইবোৰ চোতাললৈ দলিয়াই দিব, এই মুহূৰ্ততে ল'ৰা-ছোৱালীকেইটাক লগত লৈ বাটলৈ ওলাই যাব! বহি থকা মানুহজনীৰো গোটেই গাটোৱে যেন চটফটাবলৈ ধৰিলে।

অলপ পৰৰ পাছত, লাহে-লাহে মেনকাৰ মনটো স্থিৰ হৈ আহিল। উদ্বাউল হৈতো লাভ নাই! —তাই নিজকে বুজালে। তাই এবাৰ গজেনহঁতৰ ঘৰৰ ফালৰ খিৰিকিখনলৈ চালে। খোলা আছে। থাকক।

এসময়ত হঠাতে তাইৰ পাগঘৰত, থকা ল'ৰা-ছোৱালী কেইটালৈ মনত পৰিল। কপালৰ ওচৰৰ চুলিখিনিত হাত ফুৰাই তাই উঠিল, আৰু পাগঘৰলৈ বুলি ওলাই আহিল। পাগঘৰত ল'ৰা-ছোৱালী কেইটাই যেনেকৈ পাই তেনেকৈ ভাত বাঢ়ি লৈ বহিছে। দীন আৰু ৰমাই মনে-মনে খাই আছে। মণিয়ে টোপনি ধৰাৰ কাৰণে থেন-থেন কৰিছে, ইন্দ্ৰই তাইক ফুচুলাই-ফুচুলাই ভাত খুৱাইছে। দুৱাৰমুখৰ পৰা সিহঁতক দেখোঁতেই এটা কষ্টই মেনকাৰ বুকুখন খামুচি ধৰিলে। যেন কেইটামান মাউৰা ল'ৰা-ছোৱালীয়েহে ভাত খাইছে! মণিৰ ওচৰত বহি, তাইৰ মুখখন নিজৰ ফালে ঘূৰাই লওঁতে মেনকাৰ চকুযোৰ সেমেকি আহিল।

গজেনহঁতৰ ঘৰৰফালৰ এৰা গছ কেইজোপাৰ মাজত মদন বহি আছিল। সেইখিনিৰ পৰা মেনকাৰ কোঠালিৰ খিৰিকিখন দেখি

থাকি। আঁঠুৰ ওপৰত থুতৰিটো থৈ বহি থাকোঁতে তাৰ চকু দুটা খিৰিকিখনৰ ফালে পোন হৈ আছিল। খিৰিকিখন তাৰ চকুত পৰিছিল, কিন্তু সি সেইখন যেন চাওঁ বুলি চোৱা নাছিল। মাজে-মাজে তাক দুই-এটা মহে খাইছিল; কিন্তু খোৱাৰ সময়ত সি গম পোৱা নাছিল; পাছত কামোৰা ঠাইডোখৰ তাৰ হাত দুখনে, সি যেন কব নোৱৰাকৈয়ে খজুৱাইছিল।

মদন বিভ্ৰান্ত হৈছিল। যোৱা কেইবছৰত কেইবাৰো মহীকান্তই তাক জামিনত আনিছে, আৰু প্ৰত্যেকবাৰেই জামিনত খালাচ হৈ অহাৰ পাছতে তাক ডবিয়াইছে—"এইবাৰ খি হ'ল হ'ল; ইয়াৰ পাছত আৰু এবাৰ যদি তোৰ মাৰ মোৰ ওচৰত কাঁও-বাওঁ কৰিবলৈ আহে তেনেহ'লে চাবি। মাৰক পদূলিৰ ভিতৰত ভৰি দিবলৈ নিদিম। কিবা খং উঠিব—মাৰ-পুতেৰ হালকে এই চুবুৰীৰপৰাই খেদিম খাংপকে। তাৰ পাছত চুৰ কৰ, ডকাইতি কৰ কৰি থাক; কিন্তু এইটো চুবুৰীত থাকিলে সেইবোৰ নচলিব।"

তাৰ পাছত মদন আকৌ ধৰা পৰিছে, আকৌ মহীকান্তই জামিনত আনিছে, আকৌ তাক গালি পাৰিছে। আৰু প্ৰতিবাৰেই মদনে তাৰ মাকক গালি পাৰিছে—"তোক কোনে জামিনত অনা মানুহ বিচাৰিবলৈ কৈছে? তোৰ কি দৰকাৰ পৰিছে সেই চবৰ ভৰিত ধৰিবলৈ? খবৰদাৰ, সেইচব ডাঙৰ মানুহৰ ঘৰত ভৰি নিদিবি।—"

সেইটোৱেই আছিল এসময়ত মহীকান্তৰ লগত মদনৰ সম্পৰ্ক। আজি মহীকান্তই তাক কৈছে, সি চোৰ ধৰি দিব লাগে; ধানকলটো চলোৱাত সি মহীকান্তক সহায় কৰি দিব লাগে। কেনেকুৱা সহায়? মহীকান্তই কৈছিল—ভজহৰি কামৰ মানুহ। সি আছে কাৰণেই কলটো চলি আছে। কিন্তু সি অকলে কিমান কৰিব? গাঁৱে-গাঁৱে ঘূৰি ধান যোগাৰ কৰিব লাগে, কল-কব্জা চাব লাগে, ক'ৰ পৰা ধান আহিল, চাউল কলৈ গ'ল সেইবোৰৰ হিচাপ ৰাখিব লাগে!

তাৰ পাছত মহীকান্তই কৈছিল, "শুনিছোঁ—তই বোলে আৰু চুৰ নকৰ বুলি শপত খাইছ?"

মদনে তলমূৰ কৰি মনে-মনে আছিল। "যদি সঁচাকৈয়ে চুৰ নকৰ বুলি ঠিক কৰিছ, তেনেহলে ইয়াতে কিবা-কিবি অলপ কৰ। মইতো আছোঁৱেই, ভজহৰিও আছে, কি কৰিব লাগে—আমিও কম, দুদিনমান থাকিলে তই নিজেও বুজিবি।"

তাৰ পাছত মহীকান্তই আকৌ টকা চুৰ হোৱাৰ কথা উলিয়াইছিল। সেইটো কথা কওঁতে মানুহটোৰ মাতটো সৰু হৈ গৈছিল। যিটো কোঠালিত বহি সি মদনৰ লগত কথা পাতিছিল, তাৰ গাতে লাগি থকা সৰু কোঠালিটোলৈ মাজে-মাজে উঠি গৈ সি মদ খাইছিল আৰু ৰুমালেৰে মুখ মচি-মচি উভতি আহিছিল। আগ বেলাও? কলঘৰতো? মদন আচৰিত হৈছিল। মহীকান্তৰ মুখৰ পৰা অহা গোন্ধটো পাই থাকোঁতে লাহে-লাহে সি অন্যমনস্ক হৈ পৰিছিল। লাহে লাহে সেইটো গোন্ধক তল পেলাই যোৱা নিশাৰ গোন্ধটোৱে তাৰ মনক আৱৰি ধৰিছিল।

মেনকাৰ গাৰ কাপোৰৰ,—নে তাইৰ গাৰ গোন্ধ! আঃ! কি অদ্ভুত!

মহীকান্তৰ মাত, ধান কলৰ শব্দ মদনৰ কাণৰ পৰা বহু দূৰলৈ আঁতৰি গৈছিল। মেনকাৰ উশাহৰ বাহিৰে সি যেন একো শুনা নাছিল। মহীকান্তৰ মুখলৈ চাই থাকোঁতেই লাহে-লাহে দিনৰ পোহৰ তাৰ চকুৰ পৰা আঁতৰি গৈছিল; তৰাৰ পোহৰ আৰু মেনকাই তাক আলফুলকৈ সাৱটি ধৰিছিল।

অদ্ভুত! কি কৰিব এতিয়া মদনে? ধান কলৰ পৰা উভতি আহি সি নৈত গা ধুবলৈ গৈছিল। বহুত পৰ ডিঙিলৈকে পানীত ডুবি থাকি সি ঘঁহি-ঘঁহি গা ধুইছিল। তেতিয়াও সি অনবৰতে ভাবি আছিল—কি কৰিব এতিয়া? দুপৰীয়াৰ পাছত সি বহুত পৰ শুইছিল, আৰু সাৰ পোৱাৰ লগে-লগে ছাঁতকৈ তাৰ মনলৈ আহিছিল—সি কি কৰিব এতিয়া? তাৰ পাছত, এই এৰা গছৰ মাজত বহি অলপ আগতে সে ঠিক কৰিছে—মেনকাক সকলো কব, আৰু মেনকাকে সুধিব---এতিয়া সি কি কৰিব?

মাজ নিশাৰ অলপ পাছতে মেনকা ওলাই আহিল। বিছনাত পৰি সাৰে থকাৰ সময়খিনিত তাইৰ মনৰ পৰা লাহে-লাহে মহীকান্তৰ বেগটোৰ ঘটনাটো আঁতৰি গৈছিল, তাৰ সলনি তাই আকৌ সেই দিনটো ভাবি থকা কথাটোকে ভাবিবলৈ লৈছিল;—কিয় হঠাতে মহীকান্তই মদনক মতাই নিলে? মাজতে তাই এবাৰ ভাবিছিল—বাটলৈ ওলাই কোনোবা এটাৰ হতুৱাই মদনক মতায়েই অনাব নে কি? কিন্তু এতিয়া আৰু তাইৰ মদনক তেনেকৈ দিনে-পোহৰে মতাই অনাবলৈ সাহ নহ'ল। ৰাতিৰ এই সময়টোলৈ বাট চাবলৈকে তাই মনত বেছি বল পালে।

বাহিৰখন সিমান চেঁচা হোৱা নাছিল, তথাপি মেনকাই এখন ডাঠ কাপোৰ গাত লৈ আহিছিল। ভেলেউ কাঠ টুকুৰাৰ ওচৰ পাই তাই কাপোৰখন মাটিত পাৰি বহিল। মদনো বহিল। তাৰ পাছত মেনকাই মদনৰ হাত এখন তুলি তাইৰ ওঁঠত লগালে।

কৃষ্ণপক্ষৰ শেষৰ ভাগৰ জোন মেনকাহঁতৰ ঘৰটোৰ টিন পাতৰ ওপৰলৈ উঠোঁতে মেনকাই কাপোৰখন তুলিলে; শব্দ হয় বুলি নোজোকাৰিলে; আলফুলকৈ জাপি পেলালে। তাৰ বহু আগতেই তাই সিদ্ধান্ত কৰিছিল,—মদনে কলঘৰত কাম কৰক, মনপুতি কৰক।

# ছয়

কলঘৰলৈ সাদিন অহা-যোৱা কৰাৰ পাছত এদিন গধলি মদনে ভদ্ৰকান্তক নৈৰ পাৰলৈ মাতি লৈ গ'ল। আলিৰ কাষৰ বননিত বহি সি ভদ্ৰকান্তক ক'লে, "কলঘৰটোতো মহীকান্ত ককাইটিয়ে নচলায়!"

ভদ্ৰকান্তই মদনৰ মুখলৈ চালে।

"মইতো ধৰিবই পৰা নাই—এইটো মহীকান্ত ককাইটিৰ ধানকল নে ভজহৰিৰ ধানকল।" অলপ পৰ ৰৈ মদনে ক'লে, "বয়-বস্তু, যন্ত্ৰ-পাতি চব তাৰ হাতত, মানুহবোৰে উঠ-বহ কৰে তাৰ কথাত, টকা-পইচা ওলোৱা-সোমোৱা কৰে তাৰ হাতেদি।"

ভদ্ৰকান্তই 'হু' বুলি শব্দ এটা কৰিলে। কথাবোৰৰ প্ৰতি কোনো আগ্ৰহ নেদেখুৱাই সি নৈৰ ফালে চালে।

মদনে ক'লে, "তই এটা কাম কৰিব পাৰিবি?"

"মোক এইবিলাকৰ ভিতৰলৈ নাটানিবি।" ভদ্ৰকান্তই গহীন সুৰেৰে ক'লে।

"তোক মই ভিতৰলৈ সোমাবলৈ কোৱা নাই নহয়! মই তোৰ মনৰ কথা বুজি নাপাওঁ বুলি ভাবিছ নে কি? তই খালী পাৰ যদি, মোক বাহিৰে-বাহিৰে থাকি খবৰ এটা কৰি দে! খবৰটো কাছাৰীতে পাবি। সেই কাৰণেহে কৈছোঁ।"

ভদ্ৰকান্তই মদনৰ ফালে মূৰ ঘূৰালে।

মদনে ক'লে, "ই ভজহৰিয়ে বোলে খগেন দৰ্জিৰ পৰা মাটি দুবিঘা কিনিবলৈ ওলাইছে। আচল কথাবোৰ সিও নকয়, খগেনেও নকয়। কিবা লুকুৱাই-লুকুৱাই কৰাৰ নিচিনাকৈ কামবোৰ কৰিছে। কথাটো যদি সঁচা, তেনেহলে দলিল-পাতিৰ কামবোৰতো কাছাৰীতহে হ'ব! নহব জানো?"

"ৰেজিষ্টাৰি-নামজাৰী সেইবোৰ কৰিলে হ'ব।"

"তই খবৰটো ৰাখিবিচোন। কথাটো অলপ বেলেগ ধৰণৰ কাৰণেহে তোক কৈছোঁ।"

তাৰ সাদিনমানৰ পাছত এদিন দেউকিলালে মেনকাক খবৰ দিলেহি,—তাই যে কৈছিল ঘৰৰ বন কৰা ল'ৰা বা ছোৱালীৰ কথা, সি খবৰ এটা পাইছে। ওচৰৰে ভগনীয়াচুকৰ এঘৰত দুজনী ছোৱালী আছে; ডাঙৰজনীৰ বয়স ষোল বছৰমান হ'ব, সৰুজনীৰ বয়স হ'ব এঘাৰ বছৰমান। মাক-বাপেক নাই, ককায়েকটোৱে সিহঁতক পুহিবই নোৱৰা হৈছে। ধানৰ খবৰ কৰিবলৈ গৈ দেউকিলালে ছোৱালী দুজনী নিজে দেখি আহিছে।

কথাটো শুনিয়েই মেনকাই সকাহ পোৱাদি পালে। তাইৰ কষ্ট বাঢ়ি আহিছিল। মাজে-মাজে তাইৰ কাম-বন কৰিবলৈ মন নাযায়, নিৰলে বহি থাকিবলৈ মন যায়, কিন্তু উপায় নাই। প্ৰায় সদায় তাইৰ টোপনি খটি হৈছে; কিন্তু দুপৰীয়া দীঘলীয়াকৈ শুবলৈ তাইৰ উপায় নাই।

ছোৱালী দুজনীৰ এজনী ষোল বছৰীয়া, এজনী এঘাৰ বছৰীয়া মেনকাক ভালকৈ সকাহ দিব পাৰিব ডাঙৰ ছোৱালীজনীয়ে; তাই বহুত কাম চম্ভালিব পাৰিব; কিন্তু—। মেনকাই দেউকিলালক অলপ সময় ৰবলৈ কৈ কথাবোৰ ভাবিলে। ছোৱালীজনীক শুবলৈ দিব ক'ত? ষোল বছৰ—। তাইক য'তে-ত'তে শুবলৈ দিব নোৱাৰি, মেনকাহঁতৰ কোঠালিততো নোৱাৰিয়েই। আৰু — কিছুদিনলৈ বেছি বুজা মানুহ চাৰিওফালে বেছি চকু দি থকা মানুহ মেনকাক নালাগে।

দেউকিলালক মেনকাই ক'লে, "এতিয়া সৰুজনীকে আনিৰা। পাছত এদিন ডাঙৰজনীকো লৈ আহিবাচোন চাম।"

পাছদিনাই দেউকিলালে সৰু ছোৱালীজনী লৈ আহিল। মিঠা-বৰণীয়া, খীণ ছোৱালীজনী; মুখখন দীঘলীয়া, ঠগ-গঢ় ভাল, চকু দুটা ডাঙৰ, উজ্জ্বল, চুলিকোচা দীঘল। হাত-ভৰিবোৰ শুকান,—মুখখনো। নাম ৰাধা।

সেইদিনা আবেলিয়েই ৰাধাই নাদটোৰ পাৰৰ পৰা পদূলিমুখলৈকে গোটেইখন সাৰি একেবাৰে পোহৰ-পোহৰ কৰি পেলালে। চোতাল-খনত বাঢ়নীৰ ধেনুভিৰীয়া দাগবোৰ আনদিনাতকৈ বহুত পৰিস্কাৰকৈ জিলিকি উঠিল। মণিয়ে ৰাধাৰ পিছে-পিছে ঘূৰি, অ'ত-ত'ত ধূলিৰ ওপৰত তাইৰ অকণমান ভৰিখন ঘূৰাই কেইবাখনো কাঁহী বনালে।

সময় পাই মেনকাই আকৌ এবাৰ গা ধুলে। গোঁসাইঘৰত সোনকালে বন্তি গছ জ্বলাই বহুত পৰ তাতে বহি থাকিল।

তাৰ কেইদিনমানৰ পাছতে খবৰ আহিল কিৰণৰ গা ভাল নহয়, তাই মহীকান্তক মাতি পঠাইছে। খবৰটো আহিছিল আবেলি। মহীকান্ত পাছদিনা পুৱালৈ নৰল, সি লগে-লগে চমক্কক বাগীখনেৰে সৈতে মাতি পঠালে। গধূলিৰ আগে-আগে সি কিৰণহঁতৰ ঘৰলৈ বুলি ওলাই গ'ল। যাবৰ সময়ত সি ভজহৰিৰ লগতে মদনকো ক'লে, "কাইলৈ বা আহিব পাৰোঁ নে নোৱাৰোঁ! তইঁতে কাম-বনবোৰ চাবি।"

পাছদিনা ঘোঁৰাগাড়ী এখন কলঘৰৰ পিছফালৰ দুৱাৰৰ ওচৰত ৰখাই ভজহৰিয়ে তাত তুঁহৰ বস্তা কেইটামান তোলাইছিল। ফলীয়া তুঁহ, হানিফ বেপাৰীয়ে আহল-বহলকৈ আদাৰ খেতি কৰে, আদাৰ ভেটিত দিবলৈ লাগে। এবাৰ মদন গাড়ীখনৰ ওচৰলৈ আহিল। বস্তা তুলি দি থকা মানুহটোক সি গাড়ীখনৰ বস্তা এটা দেখুৱাই ক'লে, "এইটো নমাই থ।"

মানুহটোৱে অবাক হৈ মদনৰ মুখলৈ চালে।

"নমা।" মদনে সৰু মাতেৰেই ক'লে। "সেইটোত চাউল আছে। সেইটো নমাই থৈ অইন এটা তুঁহৰ বস্তা তুলি ল।"

ভজহৰি দূৰত থিয় হৈ আছিল। কলঘৰৰ ভিতৰৰ কিবা এটা জৰুৰী কামৰ কথা মনত পৰাত সি লৰালৰিকৈ সোমাই গ'ল। আঠ বস্তা তুঁহ লৈ ঘোঁৰাগাড়ীখন কলঘৰৰ পৰা ওলাই নোযোৱা-লৈকে মদন সেইখিনিতে থিয় হৈ থাকিল।

মহীকান্ত সেইদিনা নাহিল। তাৰ পাছদিনাও সি নাহিল, কিন্তু সি খবৰ পঠিয়ালে,—কিৰণৰ ছোৱালী এজনী হ'ল। খবৰ লৈ অহা মানুহটোৰ হাতত মহীকান্তই পইচা দি পঠিয়াইছে; কাপোৰ-কানি, বিস্কুট, এনেকুৱা বস্তু কেইটামান কিনি সি সোনকালে উভতি যাব লাগে। সি পাহৰে বুলি বস্তু কেইটাৰ নাম মহীকান্তই কাগজ এডোখৰত লিখি দিছে। মানুহটোৱে কথাই-কথাই কাগজডোখৰ জেপৰ পৰা হাতলৈ ল'লে।

মেনকাই মানুহটোক যেন উশাহ লবলৈ সময় নিদিয়াকৈ এটাৰ পাছত এটাকৈ কথা সুধিবলৈ ধৰিলে। তাইৰ নিজৰ উশাহৰো হিচাপ নাথাকিল। কেতিয়া হ'ল? ভালে-ভালে হ'লনে? তুমি ছোৱালীজনী দেখিছানে?

মানুহটোৱে দেখা নাই, তাৰ ভনীয়েকেহে দেখিছে।

কেনেকুৱা বুলি কৈছে? ৰং? নাক-মুখ? ডাঙৰ-দীঘলনে? শকত-আৱত? এতিয়া ভালে আছেনে? মাকজনী কেনে আছে?

কথাৰ মাজতে মানুহটোৰ হাতৰ পৰা মেনকাই কাগজডোখৰ টানি আনিলে। বহুত দিনৰ মূৰত মহীকান্তৰ হাতৰ আখৰ তাইৰ চকুত পৰিছে। তাইৰ মনটো, লগতে হাতখন অকণমান কঁপিল।

কাপোৰ;---মণিক পিন্ধোৱা, তাইক ডাঙৰ কৰা বহুত কিবাকিবি বাঁকচৰ তলিতে পৰি আছে; সেইবোৰো মেনকাই দি পঠিয়াব নে কি? কিন্তু---কিৰণে বা কি ভাবে! তদুপৰি, সেই কাপোৰবোৰ, ---থাকক। সেই কাপোৰবোৰ এতিয়া থাকক।

মানুহটোক অলপ পৰ বহিবলৈ কৈ মেনকাই লৰালৰিকৈ চাহ এগিলাছ কৰিলে। দীনক দৌৰাই পঠিয়াই চাৰি আলিৰ দোকনৰ পৰা এক অনাৰ কল-বিস্কুট অনালে। পাগঘৰৰ বাৰাণ্ডাত বহুৱাই মানুহটোক চাহ খুৱালে। চাহ খাই থাকোঁতেই মেনকাই তাক ভিতৰৰ পৰা আনি টকা এটা দিলে---ছোৱালীজনীলৈ তাইৰ নামত চোলাৰ কাপোৰ কিনি নিব। মানুহটোৱে কিৰণক কবগৈ---এই-ডোখৰ কাপোৰ মেনকাই পঠিয়াইছে। যাবৰ সময়ত মেনকাই মানুহ-টোক ক'লে---কিৰণ যেন যিমান পাৰে সোনকালে গুচি আহে।

মানুহটো যোৱাৰ পাছত, অকলে ইটো-সিটো কাম কৰি থাকোঁতে এবাৰ মেনকাই ভাবিলে---ছাধুৰ ঘোঁৰাবাগীখন মতাই তাই এবাৰ কিৰণহঁতৰ ঘৰৰ পৰা আহিবগৈ নে কি? ভাবটো এক মুহূৰ্তৰ কাৰণে আহিল, আৰু গ'ল।

পাছদিনা আবেলি মহীকান্ত আহিল। মেনকাই তাক কিবাকিবি সুধিলে, কিন্তু সেই মানুহটোক যিমান যি সুধিছিল, তাতকৈ কম সুধিলে।

পাছদিনা মেনকাই দেউকিলালক পইচা দিলে---তিনি চাৰিটামান সৰু সৰু ফ্ৰক সীয়াই আনিবলৈ।

সেইদিনা ৰাতি মদনে গম পাইছিল, তাক মৰম কৰোঁতে মাজতে এবাৰ মেনকাৰ চকু আৰু গাল তিতি গৈছিল। তাইৰ মুখৰ কথাৰ পৰা কিন্তু সি একো গম পোৱা নাছিল।

এমাহমানৰ পাছত এদিন আবেলি চমকৰ ঘোঁৰাবাগী মহীকান্তৰ পদূলিত ৰ'লহি। কিৰণ আহিছে। মণি আৰু ৰমা দৌৰিল পদূলি-মুখলৈ। সিহঁতৰ পিছে-পিছে গ'ল মেনকা। মেনকাই নিজে হেণ্ডেল ঘূৰাই বাগীৰ দুৱাৰখন খুলিলে। কিৰণ বহা ঠাইতে অকণমান আগুৱাই, দুৱাৰৰ ফালে ঘূৰিল। মেনকাই আলফুলকৈ কেঁচুৱাটো নমাই আনিলে। স্থিৰ দৃষ্টিৰে তাই কেঁচুৱাটোৰ মুখলৈ চালে।

মণিয়ে ডিঙি মেলি-মেলি জপিয়াইছিল, ৰমাই "চাওঁ চাওঁ" কৈ মাকক চাপৰিবলৈ টানিছিল। মেনকাই "ৰবিচোন। ভিতৰলৈ আহ" বুলি কেঁচুৱাটোৰ মুখলৈ চাই-চাই নিজে ভিতৰলৈ সোমাই আহিল।

গজেন, নিতাই, ফুলহঁতৰ পদূলিত গোট খাই দুই-এজনী মানুহে মেনকাঁহতলৈ চাই আছিল। ল'ৰা-ছোৱালী কেইটামান এইফাললৈ দৌৰিছিল।

কিৰণ কোঠালিলৈ সোমোৱা দুৱাৰখন পোৱাৰ আগতে মেনকা ৰ'ল। তাই যেনেকৈহে সোমাই আহিছিল—যেন একেবাৰে নিজৰ কোঠালিত সোমাই, বিছনা এখনত কেঁচুৱাটোক শুৱাই দিব, কেঁচুৱাটোৰ ওপৰত উবুৰি খাই পৰিব খোজা মণিক কব—'নুচুবিচোন, অকণমান দূৰৰ পৰা চা।'

কিন্তু মেনকা ৰ'ল। কিবা এটা ভাবি তাই বাৰাণ্ডাতে থকা বেঞ্চ এখনত বহিল। নিঃশব্দে, একমনে তাই কেঁচুৱাটোলৈ চালে। নাকটো জোঙা। মুখখন ৰঙচুৱা হৈ আছে। পাছলৈ বগা হ'ব? ঠগ-গঢ় ভাল হৈছে। কিৰণৰ নিচিনাই হ'ব নেকি! মেনকাই ভালকৈ ধৰিব নোৱাৰিলে। চাই থাকোঁতে লাহে-লাহে মুখখন মহীকান্তৰ নিচিনাও লাগিল। টোপনিতে কেঁচুৱাটোৰ মুখখন এবাৰ জিকাৰ খাই উঠিল। ওঁঠ দুখন অকণমান লৰি আকৌ স্থিৰ হৈ গ'ল।

কিৰণ আহি সেইখিনিতে ৰ'ল। পদম-গোলোকহঁতৰ সৰু-সৰু ছোৱালী কেইজনীমানে ডালিমজোপাৰ ওচৰত চুচুক-চামাক কৰি আছিল; আগবাঢ়ি আহিবলৈ সিহঁতে সাহ কৰা নাছিল।

মেনকাই কিৰণক ক'লে "তাইৰ কাৰণে বিচনাখন ঠিক কৰাগে শোৱা।"

কিৰণ তাইৰ কোঠালিলৈ সোমাই গ'ল। চমকৰে সৰু-ডাঙৰ টোপোলাটাপলি কিছুমান তাইৰ কোঠালিৰ দুৱাৰমুখতে থলে। কি হৈছে চাবলৈ অহা নিতাইৰ পুতেকেও দুটামান টোপোলো কঢ়িয়াই দিলে। ভিতৰলৈ সোমাই আহোঁতে মহীকান্তই এক মুহূৰ্তৰ বাবে থমকি ৰৈ মেনকা আৰু তাইৰ কোলাৰ কেঁচুৱাটোলৈ চালে, তাৰ পাছত সি সিহঁতৰ কোঠালিলৈ সোমাই গ'ল। কোঠালিটোৰ ভিতৰত সি কি কৰোঁ কি নকৰোঁকৈ থিয় হৈ থাকিল।

অলপ পৰৰ পাছত মেনকা উঠিল। কেঁচুৱাটো শুৱাই অনা কাপোৰ আৰু তাইৰ নিজৰ বুকুৰ আৰু ওৰণিৰ কাপোৰ ঠিক কৰি লৈ মেনকা শহুৰেকৰ কোঠালিলৈ সোমাই গ'ল।

ঘনকান্ত বুঢ়াই বিছনাত তিনিমুৰীয়াকৈ বহি, চকু দুটা সৰু-সৰু কৰি একে থৰে খিৰিকিৰে বাহিৰলৈ চাই আছিল।

পদূলিমুখৰ ঘোঁৰাবাগী আৰু মানুহবোৰৰ পিনেই তেওঁৰ চকু থিৰ হৈ আছিল, কিন্তু দুবাৰমান চকু পিৰিকিউৱাৰ বাহিৰে তেওঁ এ:কা কৰা নাছিল। মেনকাৰ ভৰিৰ খোজৰ শব্দ শুনি তেওঁ ঘূৰি চালে।

বিছনাখনৰ ওচৰ চাপি মেনকাই অকণমান চাপৰি ঘনকান্ত বুঢ়াক কেঁচুৱাটো দেখুৱালে। বহি বহিয়েই অকণমান আগুৱাই আহি বুঢ়াই কেঁচুৱাটোৰ মুখখনলৈ চাই ৰ'ল। অলপপৰ চাই থাকি তেওঁ সোঁ হাতখনৰ শুকান গাঠি ওলোৱা, সোঁতোৰা-সুতুৰি ছালৰ আঙুলি কেইটাৰে কেঁচুৱাটোৰ মূৰটো চুলে। কেঁচুৱাটো আকৌ জিকাৰ খাই উঠিল। তাৰ পাছত বুঢ়াই বিছনাৰ কাপোৰৰ তলত খেপিয়াই-খেপিয়াই আধলি এটা উলিয়াই আনিলে। কেঁচুৱাটোৰ মুঠি মৰা হাত দুখন পেটৰ ওপৰতে পৰি আছিল; মুঠি এটাৰ ওচৰতে আধলিটো থৈ বুঢ়াই মেনকাৰ মুখলৈ চালে। অকণমান সময় তেওঁ নিঃশব্দে চায়েই ৰ'ল! শহুৰেকৰ সেই দৃষ্টিত মেনকাৰ বুকুখন মধুৰ আৰু অস্থিৰ-অস্থিৰ লাগিল। মানুহজনে কিয় তেনেকৈ তাইলৈ চাই ৰ'ল তাই ধৰিব নোৱাৰিলে, তথাপি কিয়নো তাইৰ মনটো তেনেকুৱা লাগিল তাকো ধৰিব নোৱাৰিলে।

মেনকাৰ চকুলৈ চাই থাকিয়েই ঘনকান্ত বুঢ়াই ক'লে, "হ'ব' নে।"

মেনকা কোঠালিটোৰ পৰা ওলাই আহিল। কিৰণৰ কোঠালিৰ দুৱাৰৰ পোনে-পোনে বাৰাণ্ডাতে তাই ৰ'ল। ইতিমধ্যে কিৰণে সিহঁতৰ বিছনাখনৰ মাজতে সৰু-সৰু কাপোৰৰ টুকুৰা পাৰি ঠাই এডোখৰ ঠিক

কৰিছিল; মেনকাক দেখি তাই অকণমান সময় থিয় হৈ ৰ'ল,—কেঁচুৱাটো লৈ মেনকা বিছনাখনৰ ওচৰলৈকে আহিব নে কি!

মেনকাই বাৰাণ্ডাৰ পৰাই ক'লে, "নিয়া, শুৱাই দিয়াগৈ।"

ৰমাই "চাওঁ মই অকণমান লওঁ" বুলি হাত মেলিলে; মেনকাই "এতিয়া নালাগে, সাৰ পালে কান্দিব" বুলি কেঁচুৱাটো কিৰণৰ কোলালৈ দিলে! ৰমা আৰু মণি কিৰণৰ পিছে-পিছে কোঠালিটোলৈ সোমাই গ'ল। কিৰণে কেঁচুৱাটো শুৱাই দিয়াৰ লগে লগে মণিও বিছনাত উঠিল, ৰমাই কেঁচুৱাটোৰ মুখতে মুখ লগাওঁ-লগাওঁ কৰিলে।

নিজৰ কোঠালিলৈ আহি ইন্দ্ৰৰ পঢ়া মেজখনৰ চুকত হাত এখন থৈ মেনকা থিয় হৈ ৰ'ল। তাই এফালে চাই ৰ'ল, কিন্তু তাইৰ চকুত একো নপৰিল। বহুতো চিন্তাই তাইৰ বুকু আৰু মূৰৰ মাজত উঠা-নমা কৰিবলৈ ধৰিলে। কব নোৱৰাকৈয়ে দুবাৰমান তাইৰ গাটো কেঁচুৱাটোৰ নিচিনাকৈ জিকাৰ খাই উঠিল। ভালেমান সময়ৰ পাছত এবাৰ বাহিৰত মহীকান্তই কাৰোবাক কিবা কোৱা শুনি মেনকাৰ ভাব হ'ল,—হয়তো, কিৰণহঁত ঘৰ সোমাইছেহি, চাহ-জলপান অলপমান—। বাৰাণ্ডালৈ ওলাই আহি মেনকাই মাতিলে, "ৰাধা।"

ৰাধায়ো কিৰণৰ কোঠালিৰ দুৱাৰ মুখৰপৰা কেঁচুৱা চাই আছিল। তাই ওলাই আহোঁতে মেনকাই ক'লে, "চাহৰ চৌকাৰ জুইকুৰা ধৰচোন।"

ৰাতি গজেনহঁতৰ ফালৰ খিৰিকিখন বন্ধ আছিল। মেনকাই ঠিক কৰিছিল, আজি তাই খিৰিকিখন নোখোলে। তাইৰ গাটো দুৰ্বল-দুৰ্বল লাগিছিল। কিবা এটাৰ হেঁচাত মনটোৱে উশাহ নোপোৱা যেন লাগিছিল। মণিৰ ফালে পিঠি দি তাই চকু মুদি পৰি আছিল। লাহে-লাহে চাৰিওফালে নিজম পৰি আহিছিল। মেনকাৰ দুই-এবাৰ দূৰত, গজেনহঁতৰ ঘৰৰ ফালে গছপাতৰ শব্দ হোৱা যেন লাগিছিল, কিন্তু তাই সেইবোৰ আচল শব্দ নহয় হবলা বুলি ন দ দিছিল।

হঠাতে এবাৰ কিৰণৰ কেঁচুৱাটোৱে কান্দিবলৈ ধৰিলে। মেনকা বিছনাতে উচপ খাই উঠিল। কিমান দিনৰ পাছত এইখন ঘৰত কেঁচুৱাৰ কান্দোন! ইমান বছৰে কিমান ৰাতি মেনকাই কেঁচুৱা নিচুকালে, কিমান ৰাতি কেঁচুৱাৰ কান্দোন ৰখি সাৰে থাকি কটালে। আজি তাইৰ বুকুৰ ওচৰত কেঁচুৱা নাই, অথচ ঘৰখনত কেঁচুৱাৰ কান্দোন।

মেনকাই বাগৰ সলালে। তাইৰ হাত এখনে গাৰুটো খামুচি

ধৰিলে। কিছু সময়ৰ পাছত লাহে-লাহে তাইৰ হাতখন শিথিল হল। কেঁচুৱাৰ কান্দোনৰ শব্দৰ লগত মহীকান্ত আৰু কিৰণৰ কথাৰ শব্দও মিহলি হৈ আহিছিল। এসময়ত সকলো শব্দ মাৰ গ'ল। বাহিৰত বতাহ বলিছে হ'বলা;—গছৰ পাতৰ জিৰ-জিৰ শব্দ শুনা গ'ল। ছালৰ টিনৰ ওপৰত আম পাত পৰি বাগৰি গ'ল। লাহে লাহে যেন পিছফালৰ বাঁহ গছৰ কেৰকেৰণি শুনা গল। বতাহজাক যেন বা-মাৰলি হৈ বাঁহ আৰু কঁঠাল গছৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে।

মেনকা বিছনাত বহিল। তাই খিৰিকিখনৰ ফালে চালে। লেমৰ ক্ষীণ পোহৰত নোহাৰ বড কেইডাল খিৰিকিৰ কাঠৰ ক'লা ৰঙৰ বুকুত অলপ বেছি জিলিকিছিল। মেনকাৰ এনেকুৱা লাগিল যেন বাহিৰৰ বতাহে খিৰিকিখন ঠেলিছে। লাহে-লাহে এটা উত্তাপ তাইৰ গোটেই গাত বিয়পি পৰিল। তাই যেন টান মাতেৰে নিজকে "কিয় নুখুলিম" বুলি কৈ বিছনাৰপৰা নামিল, খিৰিকিখন খুলি দিলে, আৰু অলপ পাছত পুৰণি কম্বলখন গাত পেলাই লৈ বাৰীলৈ ওলাই গ'ল।

দূৰৰ থানাৰ ঘন্টাত দুই বজাৰ কোব পৰিল। তাৰ অলপ পাছতে কিৰণৰ কেঁচুৱাটোৱে আকৌ কান্দিলে। কান্দোনৰ শব্দ শুনি মদনৰ হাতখন আঁতৰাই মেনকা পোনহৈ বহিল। দুয়ো হাতেৰে চুলিখিনি ঠিক কৰি তাই খোপা এটা বান্ধিলে, তাৰ পাছত চাদৰখনেৰে গাটো ভালকৈ ঢাকি লৈ ক'লে, "মই খবৰ নিদিয়ালৈকে তুমি আৰু আহিব নালাগে মদন।"

অলপ পৰ বৈ তাই ক'লে, "খিৰিকিখন এনেয়েও খোলা থাকিব পাৰে, সেইখনলৈ আৰু মন নকৰিবা। মই তোমাক পোনে-পোনে খবৰ দিম।" তাৰ পাছত তাই মদনৰ হাত এখন দুয়োখন হাতেৰে ধৰি ক'লে, "এতিয়াৰ পৰা মোৰ দিনবোৰ কেনেকুৱা হয় কব নোৱাৰোঁ। তোমালোক কোনেও মোৰ কথা চিন্তা কৰিব নালাগে। তুমি কিন্তু কলঘৰৰ কাম ভালকৈ কৰিবা। সেইটো যেন তোমাৰ নিজৰহে কলঘৰ, তেনেকৈ কাম কৰিবা।"

মদনৰ হাতখন মেনকাই গালত লগালে; অলপ পৰৰ পাছত মুখত। তেতিয়া তাইৰ চকুৰ পৰা ধাৰাষাৰে পানী বৈছে। ইয়াৰ আগতে কেইবা ৰাতিও অবুজ ছোৱালীৰ নিচিনাকৈ কন্দা মেনকাৰ চকু-মুখ তাইৰ চাদৰেৰেই মদনে মচি দিছে, আজি কিন্তু মদনে একো কৰিবলৈ নাপাওঁতেই তাই তাৰ হাতখন জোৰেৰে চেপা এটা মাৰি বহাৰ পৰা উঠিল, আৰু কম্বলখন তুলি লৈ গুচি গ'ল।

পাছদিনা পুৱা কিৰণৰ শোৱাৰ পৰা উঠোঁতে পলম হ'ল। মাকৰ লগত থাকোঁতে তাইৰ ৰাতি যিমান টোপনি হয়, কালি ইয়াত তাতকৈ বহুত কম টোপনি হ'ল। তাই ৰাধাই উলিয়াই দিয়া নতুন এঙাৰ এটুকুৰা দাঁতত লগাইছেহে, কেঁচুৱা চাবলৈ মানুহ আহিলেই। প্ৰথমতে আহিল ৰেৱতী বুঢ়ী, তাৰ পাছত পুহিলা, তাৰ পাছত কুন্তী বুঢ়ী, পদ্মৰ ঘৈণীয়েক, কণবাপুৰ মাক, গোলোকৰ মাক,—এজনী দুজনীকৈ দুপৰীয়ালৈকে আহিয়েই থাকিল। তেওঁলোকৰ কাৰোবাৰ মতে কেঁচুৱাটো তিনিমহীয়া যেন লাগে, কাৰোবাৰ মতে তাই মাকৰ নিচিনাই ওখ-পাখ হ'ব, বগা হ'ব, মিঠাবৰণীয়া হ'ব লক্ষ্মী হ'ব। নাম? নাম কি থলা?

গাঁৱৰ বাপুৱে চাই-চিতি ভাল নাম দিছে বিমলা। কিৰণৰ মাকে যোৱা এমাহে মাতিছে আইজনী বুলি। কিৰণে ক'লে।

কামলৈ ওলাই যোৱা পদ্মই আগফালে বহি থকা মহীকান্তক বাটৰ পৰাই চিঞৰি ক'লে, "ককাইটি, চাহ-মিঠাই, ভোজ—কিবা এটা চলিব লাগিছিল নহয়।"

মহীকান্তই বহাৰ পৰাই যিমান দূৰলৈ পাৰে পিকখিনি পেলাই, হাতেৰে কোৱাৰি দুটা মচি কলে, "সেইবিলাক লেঠা গাঁৱতে মৰিল।"

"এহ! গাঁৱতে লেঠা মাৰিলা যদি মাক-জীয়েকক আমাৰ মাজলৈ আনিলা কিয়? সেইবোৰ কথা আমি নামানো।"

পদ্মৰ কথা পিছ চোতাললৈকে বিয়পিল। গোলোকৰ মাকে ক'লে, "হয়তো, আমাৰ সমাজ, আমাৰ বোৱাৰী, আমাৰ নাতিনী; সবাহখন পাতিলা কৰবাত; সেইটো আমি নামানিম নহয়।"

মেনকা পাগঘৰৰ পৰা নিজৰ কোঠালিৰ ফালে গৈছিল; তাইলৈ চাই গোলোকৰ মাকে সুধিলে, "নে কি কোৱা বৰ বোৱাৰী? আমি কিবা ভুল কথা কৈছোঁ নে?"

মেনকাই হাঁহিলে। হাঁহি মুখেৰেই তাই কলে, "নাই, নাই কোৱা।"

"তেনেহলে?—বুলি কণবাপুৰ মাকে কিবা এষাৰ আৰম্ভ কৰিব খুজিছিল, গোলোকৰ মাকে মুখতে ধৰিলে, "হ'ব আৰু খোৱা। বৰ বোৱাৰীয়ে ওঁ বুলিলে যেতিয়া কথা ইমানতে ছিগিল। ঘৰতে খবৰ পাবা, আহিবা, কি খোৱা, কিমান খোৱা, খাই থাকিবাহি।"

আয়োজনটো মহীকান্তই ওচৰ-চুবুৰীয়াই বিচৰা মতেই কৰিলে। গধূলিৰে পৰা নাম, ৰাতি ভোজ। সেইদিনা আবেলিৰে পৰা কিৰণে আইজনীক মেনকাই দিয়া ফ্ৰককেইটাৰে এটা পিন্ধালে, সজালে; ইটো পিন্ধালে, সজালে। গোটেই সবাহখন চলোৱাৰ মূল মানুহজনী হিচাপে কাম কৰিলে মেনকাই। আগফাল-পিছফাল ক'তো কাৰো কুটা এগছৰো যেন অসুবিধা নহয়, তাই তালৈ চকু ৰাখিলে। তিৰোতা মানুহবোৰৰ কোনোবাই-কোনোবাই নিজৰ ভিতৰতে কিবা কথা পাতি একোবাৰ তাইলৈ চায়; তেনেকুৱা মানুহৰ চকুৱে-চকুৱে পৰিলে তাই হাঁহে। হাঁহিলেই তাইৰ মুখখন জিলিকি উঠে। চোতালত পাৰি দিয়া চাৰি-কঠত বহি চাপৰি বজাই মানুহবোৰে নাম গালে। বাৰাণ্ডাইদি ইফালৰপৰা সিফাললৈ মেনকা পাৰ হয়, মেনথল লাইটৰ পোহৰ গোটেইখিনি যেন অকল তাইৰ গাতেই পৰে; তাইৰ গাৰ পৰাহে যেন পোহৰবোৰ অইন ফালে যায়। মানুহবোৰৰ কাৰোবাৰ-কাৰোবাৰ হাতৰ চাপৰত ভুল হয়। তাইৰ খোজত যেন ভোৰতালৰ শব্দৰ বাহিৰে বাকীবোৰ শব্দ চেপা খাই যায়।

প্ৰায় মাজ নিশা সকলো ঘৰাঘৰি যোৱাৰ পাছত আটাইতকৈ বেছি ভাগৰ লাগিল মেনকাৰ। তাইৰ একো খাবলৈও মন নগল। মানুহক দেখুৱাই কিবা এটা খোৱাৰ নাম কৰি তাই বিছনাত পৰিল। পাছ-দিনাও তাইৰ ভাগৰ নমৰিল। তাৰ পাছদিনা সুবিধা পালেই তাই দুৱাৰ বন্ধ কৰি কোঠালিত সোমাই-সোমাই থাকিল।

দুদিনমানৰ পাছত মেনকাই দেউকিলালক ক'লে, "আইৰিন বাই-দেউক মই মাতিছোঁ বুলি কবি।"

আইৰিন বাইদেউ যেতিয়া আহিল, মহীকান্ত তাৰ আগতে কলঘৰলৈ ওলাই গৈছিল, ইন্দ্ৰহঁতো স্কুললৈ গৈছিল।

মেনকাৰ বিছনাখনৰ মাজতে ধপকৈকৈ বহি, বেগটো একাষে থৈ বাইদেৱে সুধিলে, "এইবাৰ দেখোন তই খবৰ পঠিয়ালি?" বেগাই

খোজকাঢ়ি আহিছিল কাৰণে হৰলা, মানুহজনীয়ে অলপ ফোঁপাইছিল। কথাষাৰ সুধি তেওঁ মেনকাৰ মুখলৈ চালে।

মেনকাই স্থিৰ দৃষ্টিৰে আইৰিন বাইদেউৰ মুখলৈ চাই ৰ'ল।

তাইৰ চকুলৈ চাই থাকোঁতে হঠাতে আইৰিন বাইদেউৰ ফোঁপনিটো নাইকিয়া হৈ গ'ল। অকণমান সময় মুখলৈ চাই থকাৰ পাছত তেওঁৰ দৃষ্টি সাউৎকৈ মেনকাৰ গোটেই গাটোৰ ওপৰেদি বাগৰি গ'ল। তেওঁ ক'লে, "চাওঁ বহচোন।"

মেনকাই দুৱাৰখন বন্ধ কৰি খিলিটো লগাই দিলে তাৰ পাছত তাই বিছনাতে বহিল।

প্ৰায় আধা ঘণ্টামানৰ পাছত আইৰিন বাইদেউ যাবলৈ ওলাল। বিছনাৰ পৰা উঠি, বেগ হাতত লৈ তেৱেঁই দুৱাৰখনৰ খিলি খুলিবলৈ আগবাঢ়িল। মজিয়াখনলৈ চাই মেনকা বিছনাতে বহিয়েই ৰ'ল। আইৰিন বাইদেৱে উভতি আহি সুধিলে, "তাই গম পাইছে নে নাই?"

তাই মানে কিৰণে। মেনকাই মূৰ জোকাৰিলে; —নাই পোৱা।

"খবৰটো ময়ে দি যাওঁ ৰবি।" বুলি আইৰিন বাইদেৱে হাঁহিলে। তেওঁৰ আহল-বহল ধেপেচা মুখখনত হাঁহিটো বিয়পি পৰিল। মানুহ-জনী আকৌ মেনকাৰ ওচৰলৈ আহিল! মেনকাৰ মুখৰ ওচৰলৈ মুখ আনি তেওঁ ক'লে, "কোনো চিন্তা নকৰিবি। মই এইফালে আহিলেই সোমাই যাম। দৰকাৰ হ'লে তয়ো তৎক্ষণাৎ খবৰ দিবি। হেমাহি নকৰিবি।"

আইৰিন বাইদেউৰ মুখৰ তামোলৰ লগত খোৱা চাধাৰ গোন্ধ মেনকাৰ নাকত লাগিল। বাইদেৱে হাতৰ ঘড়ি চালে, তাৰ পাছত দুৱাৰখন খুলি ওলাই গ'ল।

এইটো কোঠালিৰ পৰা ওলাই গৈ আইৰিন বাইদেউ কিৰণৰ কোঠালিত সোমাল।

"পাৰ পালি নহয়, এতিয়া খবৰেই নোলোৱা হলি!"—বুলি তেওঁ কেঁচুৱাটোৰ ওচৰ চাপিল। গা ধুৱাই কেঁচুৱাৰ গাত কি ঘঁহে, কিৰণে এতিয়া কি কি খায় ইত্যাদি খবৰ লৈ বাইদেৱে তামোল এখন খালে। তামোল চোবাই থাকোঁতে তেওঁ আৰম্ভ কৰিলে,

"সোনকালে গাটো টঙাই ঘৰ চম্ভালিবলৈ ল। এইবাৰ সিজনী পৰিব নহয়।"

আইৰিন বাইদেউ যোৱাৰ পাছত কিৰণ বিছনাতে বহি ৰ'ল। বহুত পৰ। তাৰ পাছত তাই গাৰু এটা মাজলৈ আনি কেঁচুৱাটোৰ কাষতে, বিচনাখনত পথালিকৈ শুলে।

বৰ ডাঙৰ কথা একো নহয়। এনেকুৱাই হ'ব বুলিতো কিৰণ বিয়াৰ আগৰে পৰা সাজু হৈ আছিল। গতিকে ডাঙৰ কথা একো নহয়। কিন্তু বাইদেৱে—মানে মেনকাইনো কিৰণ ইয়াত থকা দিনকেইটাত ইমান আঁতৰ হৈ থকা দেখুৱাইছিল কিয়? কিৰণ আঁতৰি যাবলৈ বাট চাই থকাৰনো কি দৰকাৰ আছিল?

একো ডাঙৰ কথা নহয়, তথাপি কিৰণৰ মূৰটো গৰম হৈ অহা যেন লাগিল। তাইৰ বুকুখনো কিবা পোৰা-পোৰা যেন লাগিল। মেনকাক দেখি-দেখি তাইৰ ধাৰণা হৈছিল, এইখন ঘৰত মেনকা থাকিলেও অন্ততঃ এটা কথাত, অন্ততঃ মহীকান্তক লৈ তাইৰ কোনো চিন্তা নাই। আগতে মেনকা-মহীকান্তৰ যি হৈ গ'ল গ'ল, কিন্তু তাই অহাৰ পাছত মহীকান্তক কোনোবাই টনা-আজোৰা কৰাৰ দুশ্চিন্তা লাহে-লাহে তাইৰ মনৰ পৰা আঁতৰি গৈছিল। আৰু আঁতৰি গৈছিল কাৰণেই আজি হঠাৎ কিৰণৰ গা-মূৰত এটা পোৰণি উঠিল। বিয়াৰ পাছতেই যদি এদিন ৰাতি তাই দেখিলেহেঁতেন মহীকান্ত বিছনাত নাই, তেনেহ'লে সেই দিনাই তাইৰ গা-মনৰ পোৰাণি নুঠা হৈ গ'লহেঁতেন। কিন্তু মেনকাই তাইক ইমান নিশ্চিন্ত হ'বলৈ দি, ইমান অভয় দিয়া যেন দেখুৱাই, শেষত কিয়—

কেঁচুৱাটোৰ গাৰ কাপোৰত সাখি এটা পৰিছিল, সেইটো খেদাই দি কিৰণে তাইৰ গাৰ ঠিকে থকা কাপোৰখিনিকে এনেয়ে আকৌ ঠিক কৰি দিলে। কোনো যুক্তি নাই, তথাপি মেনকাৰ ওপৰত কিৰণৰ এটা তীব্ৰ খং উঠিল।

কিন্তু—, মেনকা গোটেই মানুহজনী কিৰণৰ চকুৰ আগলৈ আহিল। সেই খোজ, সেই কথা, সেই হাঁহি,—এষাৰ কথাৰে ঘৰখন নিজান পেলাই দিব পৰা সেইজনী মানুহ! মহীকান্তৰ ছাঁটোৰ পৰাও আঁতৰত থকা মানুহ। কিন্তু,—হ'ব পাৰে। সকলো হ'ব পাৰে। তিনি-মাহমান সময়। বহুত সময়। আৰু মহীকান্ত। লগে-লগে মহীকান্তৰ গোপন, অতি গোপন ৰূপটো কিৰণৰ মনলৈ আহিল।

বলিয়াৰ নিচিনা, অবাধ্য, অসুৰৰ নিচিনা। সেইটো মানুহৰ পৰা কিৰণ নথকা দিনত মেনকা আঁতৰি থাকিব পাৰিব?

আৰু আঁতৰি থাকিব কিয়? এঘাৰ বছৰ একেলগে থকা মানুহ আঁতৰি-আঁতৰি থাকিব কিয়? কিৰণে বাৰে-বাৰে কথাবোৰ পাত-লাই দিবলৈ, নাভাবিবলৈ চেষ্টা কৰিলে, কিন্তু বাৰে-বাৰে তাইক কথাবোৰে বেৰি-বেৰি ধৰিলে। এসময়ত তাইৰ এটাইবোৰ খং-ক্ষোভ মহীকান্তৰ ওপৰত থুপ খালে।

মহীকান্তৰ আগত যেতিয়া কিৰণে মেনকাৰ গাৰ কথাটো উলি-য়ালে তেতিয়া ৰাতি গহীন হৈ আহিছে; মহীকান্তৰ টোপনি যাওঁ যাওঁ। এক মুহূৰ্ততে তাৰ টোপনিৰ ভাব অদৃশ্য হৈ গ'ল। "কি?" বুলি প্ৰচণ্ড জোৰেৰে সি চিঞৰ মাৰি দিব খুজিলে, কিন্তু তাৰ মুখৰ পৰা সামান্য শব্দ এটাও নোলাল। তাৰ আঁঠুৱা ফালি, জাঁপ মাৰি মজিয়াত থিয় হৈ, হাত দুখন মুঠি মাৰি, বাহু মেলি আস্ফালন কৰি-বলৈ মন গ'ল; কিন্তু তাৰ গাটোৰ বিশেষ লৰচৰ নহ'ল। দৌৰ মাৰি গৈ, মেনকাৰ কোঠালিৰ দুৱাৰখন ভাঙি, তাইক বিছনাৰ পৰা টানি আনি বাহু ধৰি জোকাৰি জোকাৰি "কি? কি?" বুলি সুধিবৰ মন গ'ল, কিন্তু লগে-লগে মেনকাৰ এটা ভয়ংকৰ চেহেৰা তাৰ চকুৰ আগত ভাহি উঠিল।

মহীকান্তৰ গাটো যেন ভৰিৰ ফালৰ পৰা চেঁচা পৰি আহিল। সৰুতে,—তাৰ মনত আছে—সি এডাল কাৰশলা সাপে এটা ভেকুলী গিলা দেখিছিল! ভেকুলীৰ কেপ কেপ শব্দ শুনি সিহঁত কেইবাটায়ো সাপডাল বিচাৰি উলিয়াইছিল। ভেকুলীটো তেতিয়া সাপডালৰ পেট পাইছিলগৈ। সিহঁতৰ মাজৰে ডিম্বেশ্বৰে বাঁহৰ টুকুৰা এটাৰে সাপ-ডালৰ নেজত হেঁচা মাৰি ধৰিছিল, আৰু অইন এটুকুৰা বাঁহেৰে সাপডালৰ নেজৰ ফালৰ পৰা চুঁচি চুঁচি ভেকুলীটো মুখৰ ফালে উলিয়াই আনিছিল। শেষত সাপডালৰ মুখখন মেল খাই গৈছিল, ভেকুলীটোৰ মুখখনো দেখা গৈছিল, ভেকুলীটোৱে সাপডালৰ ডিঙিত সোপা মাৰি ধৰিছিল—।

মহীকান্তই এঢোক সেপ গিলিলে। সাপডালৰ দৃশ্যটো মুহূৰ্তৰ কাৰণে তাৰ মনলৈ আহিল, আৰু গুচি গ'ল। ভৰিৰ আঙুলিৰ পৰা আৰম্ভ কৰি সমগ্ৰ দেহৰ উত্তাপ তাৰ ডিঙিয়েদি পাৰ হৈ মূৰত গোট খালে। মূৰটোৰ ভিতৰখনৰ বাহিৰে তাৰ গোটেই গাটো যেন কাঠ হৈ গ'ল।

কিৰণে কিবাকিবি কথা সুধিছিল; কিন্তু কথাবোৰ তাইৰ মুখৰ পৰা ওলায়েই যেন মৰি-মৰি থাকিল। সেইবোৰ কোনো কামত নাহিল। অলপ সময়ৰ পাছত কিৰণে ধৰি ল'লে, মহীকান্তই তাই বেয়া পোৱা কাম কৰিছে, দোষ কৰিছে, সেই কাৰণে তাইৰ আগত তাৰ কথা হেৰাই গৈছে, মুখৰ মাত নোহোৱা হৈছে। তাই বাগৰ সলাই কেঁচুৱাটোৰ ফালে মুখ কৰি কাতি হৈ শুলে। গাটোৰ মাজৰ অকণমান মহীকান্তৰ গাত লাগি আছিল; তাই সেইখিনি আঁতৰাই আনিলে। অলপ পাছত তাই এবাৰ ভাবিলে কেঁচুৱাটোক মাজলৈ আনি তাই বেৰৰ ফালে শুব নেকি?

গোটেই নিশা বহি বহি পৰ দিয়া মাকে পুতেকৰ জ্বৰ চাবলৈ কপালখন যিমানকৈ চোৱে, টোপনিয়ে মহীকান্তক সিমানকৈ চুলে। থানাৰ ঘণ্টাৰ শব্দই মাজে-মাজে তাৰ চিন্তাক আমনি কৰিলে। শেষ নিশাৰ ফাললৈ তাৰ মনটোৱে কেৱল "কোন? কোন?" কৈ চিঞৰিবলৈ ধৰিলে।

কিছু সময়ৰ মূৰে-মূৰে তাৰ চকুৰ আগেদি পাৰ হৈ গ'ল— ভদ্ৰকান্ত, ভদ্ৰকান্ত, আকৌ ভদ্ৰকান্ত!

হঠাতে ঘৰখন নিজম, চেঁচা পৰি গ'ল। একোটা মুহূৰ্তত মহীকান্তৰ গোটেইখনত জুই লগাই দিবলৈ মন গৈছিল, কিন্তু সি পাছদিনা বাখ-লটো ওচৰত নথকা দিয়াচলাই কাঠী এটাৰ নিচিনাকৈ পৰি থাকিল। মেনকাই যি কোনো মুহূৰ্ততে এক বিৰাট তৰ্জন-গৰ্জন আশা কৰি আছিল। তাই যেন মাজে-মাজে প্ৰকাণ্ড ফটকা এটাৰ শলিতা এডাল ফুৰফুৰলৈ জ্বলি অহা দেখা পাইছিল; অজানিতে তাইৰ হাত এখন কাণৰ ফালে উঠি গৈছিল আৰু হাতখনে কাণৰ ওচৰৰ চুলিবোৰ ঠিক কৰিছিল।

কিন্তু পাছদিনা ঘনখন যেন এটা বেয়া ফটকাৰ নিচিনা হৈ পৰি থাকিল।

ৰাতিপুৱা প্ৰথমবাৰ কিৰণৰ চকুৱে-চকুৱে পৰোঁতে মেনকাই লাহেকৈ হাঁহিলে, কিৰণে হাঁহো-হাঁহো কৰিও নাহাঁহিলে। কামৰ মাজত মেনকাই অইন দিনাৰ নিচিনাকৈয়ে কিৰণৰ লগত কথা পাতি গ'ল,

কিৰণে কিন্তু কম কথা ক'লে। কিবা এটা হৈছে বুলি গম পালেও যে "কি হ'ল! তোমাৰ মনটো........." বুলি সুধিবলৈ মন নাযায়, মেনকাই তেনেকুৱা ভাবেৰেই কিৰণৰ ওচৰে-পাজৰে থকা সময়খিনি কটাই দিলে।

দুপৰীয়া কিৰণৰ কেঁচুৱাটো শুলে, তাৰ পাছতে মণিও শুলে। ক'তো কাৰো শব্দ এটা নাই। বিছনাত পৰি থাকোঁতে মেনকাৰ মনটো লাহে-লাহে তাইৰ নিজৰ ভিতৰলৈকে সোমাই গ'ল। কি হ'ল? কিয় তাই ইমান ডাঙৰ কাম এটা কৰিলে?

সেইজনী মেনকা; —দয়াৰাম গায়ন বৰাৰ জীয়েক; পাঠশালা পাছ কৰাৰ পাছতে বাপেকে বেছিকৈ ইঘৰ-সিঘৰ কৰি ফুৰিবলৈ মানা কৰিছিল; মাকে যিদিনা গাত ভালকৈ কাপোৰ লবলৈ কৈছিল, সেইদিনা এটা অচিনাকি ভয়ত তাই কান্দিছিল। এটা ভঁৰাল, মাটিৰে লিপা এটা ডাঙৰ মেৰ, ছটা ডাঙৰ-ডাঙৰ ডুলি ধানেৰে ভৰি থাকে; পামৰপৰা নাৱেৰে অনা ৰঙালাওৰ ভৰত ওপৰ-চাং এখন ভাগোঁ-ভাগোঁ হৈ থাকে। মাটি-বাৰী নথকা চাৰিজনী বায়ে কেইবাদিনো ধৰি ঢেঁকীত ধান বানে; মেনকাই কয়— "চাওঁ বাই আঁতৰ হোৱা।" কথাষাৰ কৈ তাই চাদৰৰ আগটো কঁকালত টানকৈ মেৰিয়াই, খুচি লয়।

মানুহজনীয়ে কৈছিল, "এ থ আই, তই ঢেঁকী দি বাপেৰক খুৱাব নলাগে।"

অইন এজনীয়ে সৰু মাতেৰে কৈছিল, "ঢেঁকী দিওঁতে ভৰিৰ কৰবাত ঘূণ অকণমান লাগক, পাছত গিৰিয়েৰে আমাক আঙুলি ফুটাই শাও দি থাকিব।"

মেনকাই মানুহজনীলৈ ঘোপাকৈ চাই ওপৰৰ বচিডালত ধৰি ঘুদুম-ঘুদুমকৈ ঢেঁকী দিছিল। মানুহজনীয়ে তেনেকৈ কোৱাৰ কাৰণেই হওক বা নিজৰ প্ৰতাপ দেখুৱাবলৈকেই হওক, মেনকাই যিমান খৰকৈ ঢেঁকী দিব পাৰে, সিমান খৰকৈ দিছিল; খুবলিৰ পৰলীয়া চাউল ঢেঁকীশালৰ পানী পোতালৈকে চিটিকিছিল। মানুহকেইজনীয়ে একেলগে "হ'ব হ'ব, থ থ, সেইসোপা পিঠাগুৰি হ'ব এতিয়া" বুলি চিঞৰিছিল; এজনীয়ে মেনকাক চিঞৰিবলৈ এৰি তাইৰ মাকক চিঞৰিবলৈ ধৰিছিল, "অ বৰবোৱাৰী, জীয়েৰক চাহি।" পাছলৈ মেনকাই মুখ ফুটাই গন্তি কৰিবলৈ লৈছিল,—এসত্তৰ-বাসত্তৰ-তেসত্তৰ—। শেষত "এশ" বুলি

জোৰেৰে ঢেঁকীৰ নেজত হেঁচা এটা মাৰি তাই কাৰো মুখলৈ নোচোৱাকৈ গপ গপকৈ ঢেঁকীশালৰ পৰা ওলাই গৈছিল।

অকল বাই কিজনীয়ে কিয়—ঘৰখনৰ সকলোৱে সদায় চকু দিছিল—মেনকাৰ গাটোত, মনটোত ক'তো যেন অকণো ঘূণ নালাগক। মাকে তাইক নিজ হাতেৰে ঔ টেঙাৰ গুটি, সিজোৱা থেকেৰাৰে মূৰ ধুৱাইছিল, গা ধোওঁতে পিঠিখন ভোলৰ জিমেৰে ঘঁহি দিছিল, নিজৰ নিচিনাকৈ জীয়েকৰো গোৰোহা ফাটিছে নে কি মাজে-মাজে পৰীক্ষা কৰিছিল। সেই তেতিয়াৰেপৰাই মাকে এখন শালত কাপোৰ বৈ শেষ হওঁতে নহওঁতেই ইখনৰ কাৰণে খুদ চাউলৰ মাৰ দি সূতা সিজাইছিল, মেনকাই উঘা লৈছিল, মহুৰা ফুৰাইছিল। ফুলৰ চানেকীটো টান হ'লে প্ৰথমৰ আধাখিনি কাঠি মাকে তুলিছিল, মেনকাই গুণগুণাকৈ শীতলাৰ নাম গাই কাঠিখিনি লুটিয়াইছিল। সেইবোৰ কাপোৰ, সেই তেতিয়াৰেপৰাই মাকে বৰ বাকচত জাপি-জাপি থৈ গৈছিল। এতিয়াও,—মেনকাৰ বাকচত এতিয়াও সেইবোৰৰ দুখনমান চাদৰ ওলাব; ফাটি যোৱা মেখেলা-চাদৰৰ চানেকী কৰিবলৈ থৈ দিয়া ফুল বহুত ওলাব।

পিতায়েক দয়াৰাম গায়ন বৰাৰ মুখত গুণগুণনি লাগিয়েই আছিল,—ঘোষা, বৰগীত, পালনামৰ সুৰৰ গুণগুণনি। আন কোনো নাথাকিলে পিতায়েকে মেনকাকে ওচৰত বহুৱাই লৈ আখ্যান কৈছিল—সীতা, সাবিত্ৰী, দময়ন্তীৰ আখ্যান।

মহীকান্তৰ মাক-বাপেকে মেনকাহঁতৰ ঘৰ আৰু ছোৱালী চাই অহাৰ পাছত গায়নবৰাই পোনে-পোনে মেনকাৰ চকুলৈ চাবলৈ এৰি দিছিল। তাইৰ লগত কথা পাতিলেই তেওঁৰ ডিঙিত কথাবোৰ বৈ-যৈ গৈছিল আৰু কথা শেষ নকৰাকৈ তেওঁ আঁতৰি গৈছিল। তাৰ পাছৰ দিনবিলাকত তেওঁ আলহী-অতিথিক বহুৱাই লৈ মেনকাই শুনাকৈ আখ্যান কৈছিল,—সীতা, সাবিত্ৰী, দময়ন্তীৰ আখ্যান।

সীতা-সাবিত্ৰী! পিতায়েকৰ মাতটোৰ সৈতে মেনকাৰ নাম দুটা মনলৈ আহিল। বাগৰ সলাই তাই মুখখন গাৰুত হেঁচা মাৰি ধৰিলে।

সেইজনী মেনকা! পিতায়েকৰ মাতৰ পিছে-পিছে এঘাৰ বছৰ তাই বাট বুলিছিল। সেই মাত শুনিবলৈ এৰিব খোজা হ'লে তাই কেতিয়াবাই এৰিব পাৰিলেহেঁতেন। যিদিনা মহীকান্তই প্ৰায় বেহুঁচ

হৈ তাইৰ গাতে বমি কৰিছিল, সেইদিনাই পাৰিলেহেঁতেন; যিদিনা সি তাইক গবা মাৰি ধৰি জোৰকৈ মদ কটিয়াই দিছিল, সেইদিনাও পাৰিলেহেঁতেন। কিন্তু তাই এৰা নাছিল। চুকাবৰ সময়ত পিতায়েকে তাইক সুধিছিল "তাত কিবা বেয়া পাইছ নে কি আই?"

সেইদিনাও মেনকাই ধীৰ-স্থিৰ সুৰেৰে কৈছিল, "নাই পোৱা পিতাই!"

সেইজনী মেনকা। আজি—আজি কি হ'ল? কিয় এনেকুৱা হ'ল? এই যে এটা সাংঘাতিক কাণ্ড হৈ গ'ল, এইটো তায়েই কৰিলে নে?

প্ৰথমতে মেনকাৰ চকুপানী ওলাল। অলপ পাছত তাই গাৰু-টোত ওঁঠ থৈ কেঁচুৱাৰ নিচিনাকৈ, নিঃশব্দে কান্দিবলৈ ধৰিলে। বহু পৰলৈ, বহু চেষ্টা কৰিও তাই কান্দনটো সামৰিব নোৱাৰিলে। কান্দোনৰ শব্দ চেপামাৰি বন্ধ কৰোঁতে মাজে-মাজে এটা দুটা কুঁ-কুঁ শব্দ তাইৰ ডিঙিৰ পৰা ওলাই আহিল,—দাকৈ কটা ঘা কেইবা তৰপো কাপোৰেৰে মেৰিয়াই থলেও ওপৰত যেনেকৈ তেজ বিৰিঙে,—তেনেকৈ।

এসময়ত মেনকাৰ গাটোৱে লৰিবলৈ এৰিলে। ভাগৰ লগা মানুহৰ নিচিনাকৈ অলপপৰ পৰি থাকি তাই উঠিল। ভালকৈ হাত-মুখ ধুই তাই চাদৰখন সলালে। খিৰিকিয়েদি ইন্দ্ৰৰ বিছনাখনত ৰ'দ পৰিছিল, সেইখিনিতে তাই মূৰ থোৱা গাৰুটোৰ তিতা ফালটো শুকাবলৈ থলে। আয়নাখনৰ সন্মুখত থিয় হৈ তাই অলপ সময় নিজৰ চকুলৈ চাই ৰ'ল। শান্ত, স্থিৰ, উজ্জ্বল। লাহে-লাহে তাইৰ দৃষ্টি ছাঁটোৰ চকু দুটাৰ গভীৰ, আৰু গভীৰলৈ সোমাই গ'ল। সেই গভীৰতাত তাইৰ মনে আকৌ—পানীৰ তলত পৰি থকা শিল গুটিৰ নিচিনা—টান টান বস্তুবোৰ স্পৰ্শ কৰিলে। অলপ আগলৈকে জুইৰ মাজত সোমাই থাকি অলপ লেহুকা হৈ পৰা মেনকা যেন বাহিৰলৈ ওলাই টান হৈ পৰিল।

মেনকাই বহুবছৰীয়া পুৰণি গজালটোৰে কপালৰ ফোঁটটো ভালকৈ ল'লে। তাৰ পাছত তাই ধীৰ-স্থিৰ খোজেৰে পাকঘৰলৈ বুলি ওলাই গ'ল। ইন্দ্ৰহঁত স্কুলৰ পৰা আহিবৰ হৈছে; ভালকৈ কিবা-কিবি কৰিব লাগিব,—কটি-ভাজি, পায়স—।

মহীকান্তই দুটা দিন হুঁ-হাঁৰ বাহিৰে বিশেষ কথা-বতৰা নোকোৱাকৈ ঘৰখনত ওলোৱা-সোমোৱা কৰিলে। মন গ'ল—কিবা খালে, মন নগ'ল—নাখালে। যেতিয়া মন যায় ঘৰলৈ আহিল, যেতিয়াই মন যায় ওলাই গ'ল। সি এনেকুৱা কৰা দেখি কিৰণৰ মনটো মাজে-মাজে অলপ ভাল লাগিল—মহীকান্তই যেন অনুতাপ কৰিছে, এনেকুৱা এটা ঘটনা ঘটাৰ কাৰণে এতিয়া যেন সি বেয়া পাইছে। কিন্তু তাৰ পাছৰ দিনা মহীকান্ত যেতিয়া মাজনিশালৈকে ঘৰলৈ নুভতিল, তেতিয়া তাইৰ চিন্তা হ'ল। মেজৰ ভাতখিনি ঢাকি থোৱা কাঁহীখন আঁতৰাই তাই দাইলৰ বাতিটো চুই চালে,—চেঁচা হৈ গ'ল। এসময়ত তাই থানাৰ কাঁহত পৰা কোববিলাক গন্তি কৰিলে;—বাৰ।

কিৰণ বাৰাণ্ডালৈ ওলাই আহিল। মেনকাৰ কেঁঠালিৰ ওচৰৰ মাজৰ কোঠালিৰ দুৱাৰখন ঠেলি-ঠেলি তাই মাতিলে,—"বাইদেউ, বাইদেউ!"

মেনকাৰ টোপনি গৈছিল। পাতল টোপনি। তাই লগে-লগে সাৰ পালে আৰু ল'ৰালৰিকৈ ওলাই আহিল। কি হ'ল ?

কিৰণৰ চিন্তাও লাগিছে, ভয়ো লাগিছে।

মেনকাই ভদ্ৰকান্তৰ কোঠালিৰ দুৱাৰখনৰ ওচৰলৈ গৈ চালে; —দুৱাৰখন খোলা, ভিতৰখন আন্ধাৰ, ভদ্ৰকান্তও ঘৰলৈ অহা নাই।

মেনকাই বুজিলে—এতিয়া সিহঁতৰ কৰিবলগীয়া একো নাই। তদুপৰি তাই জানে—মহীকান্তই কিয় এনেকুৱা কৰিছে; তাই কেৱল নাজানে সি এতিয়া ক'ত কি কৰিছে। তলৰ ছিৰি এটাত ভৰি দি তাই বাৰাণ্ডাৰ পকাতে বহিল। অলপ পৰৰ পাছতে ওচৰতে কিৰণো বহিল।

সমুখত গোঁসাই ঘৰটো, জেতুকাজোপা মনিব পৰাকৈ পোহৰ। দূৰত কুমটিৰ মাত। কৰবাত কোনোবাই বিছনাতে কাহিছে। আৰু কেনো শব্দ নাই। মেনকাই গোঁসাইঘৰৰ ওপৰেদি তৰাৰ থুপ এটালৈ চাই আছে। কিৰণে চাৰিশিৰীয়া খুটাটোত আউজি এবাৰ চকু মুদিছে, এবাৰ মেলিছে। বহু সময় পাৰ হৈ গ'ল, সিহঁত দুজনীৰ কোনেও কাকো একো নকলে। এবাৰ কিৰণে ভৰিৰ পতাত মহ এটা মাৰিবলৈ চাপৰ এটা মাৰিলে, লগতে তাইৰ মুখেদি সৰুকৈ শব্দ এটা ওলাল।

মেনকাই উচপ খাই সুধিলে, "কিবা কব খুজিছিলা ?"

"নাই।"

মেনকা অকণমান হতাশ হ'ল। কিৰণৰ কিবা কবলগীয়া থকা হ'লে তাইৰ ভাল লাগিলহেঁতেন।

নাই বুলি কৈ কিৰণৰ উচপিচনি লাগিল। নিস্তব্ধতাটো ভাগিছিল ; এই সুবিধাতে কথা কেইটামান সুধি লোৱা হ'লেই ভাল আছিল নে কি !

দুয়োজনীলৈকে আকৌ কুমটিৰ মাত ওচৰ চাপি আহিল।

এসময়ত বাটৰ ফালে মানুহ অহাৰ গম পোৱা গ'ল। মেনকা আৰু কিৰণ থিয় হ'ল। মেনকা চোতাললৈ নামি দুখোজমান আগুৱাই গ'ল।

আগে-আগে মহীকান্ত, পিছে-পিছে ভদ্ৰকান্ত আৰু মদন গোঁসাই ঘৰৰ কাষৰ বাটেদি চোতাললৈ সোমাই আহিল। কিৰণে লৰালৰিকৈ গৈ তাইৰ কোঠালিৰ লেমটো বাৰাণ্ডালৈ উলিয়াই আনিলে। তাই আৰু আগুৱাব খুজিছিল, কিন্তু লগে-লগে কেঁচুৱাটোলৈ মনত পৰাত তাই লেমৰ পোহৰটো দুই ফালে পৰাকৈ থিয় হৈ ৰ'ল।

কাৰো চকুলৈ নোচোৱাকৈ মহীকান্ত তাৰ কোঠালিলৈ সোমাই গ'ল। কি কৰিব কি নকৰিব অলপ পৰ ভাবি কিৰণো সোমাই গ'ল।

চোতালত মেনকাই ভদ্ৰকান্তক সুধিলে কি হৈছে ? সিহঁত ক'ত আছিল ? ক'ৰ পৰা আহিল ?

পাছত বহলাই ক'ব বুলি ভদ্ৰকান্তই এতিয়া যি কেইটা কথা ক'লে তাৰ পৰা মেনকাই বুজিলে—কলঘৰত এটা গণ্ডগোল লাগিছে,—গণ্ড-গোলটোৰ মূলত মদন আৰু ভজহৰি।

কলঘৰত গণ্ডগোল ? কলঘৰটোত হৈছে কি ? কিমান দিন হ'ল—কলঘৰটোৰ এষাৰ ভাল কথা কাণত পৰা নাই। ইটোৰ পাছত সিটোকৈ খালী গণ্ডগোল গণ্ডগোল ! বিছনাত পৰাৰ বহুত পৰৰ পাছলৈকে মেনকাই কথাবোৰৰ মোৰ উলিয়াবলৈ চেষ্টা কৰিলে। এবাৰ তাই ভাবিলে—কাইলৈ তাই নিজেই এবাৰ কলঘৰলৈ যাব নে কি ?

পাছদিনা ইন্দ্ৰহঁত স্কুললৈ যোৱাৰ পাছত কুঁৱাৰ পাৰত ৰমা আৰু মণিৰ ফ্ৰক থুকুচি থাকোঁতে মেনকা হতভম্ব হৈ গ'ল। মহীকান্ত আহি

তাইৰ ওচৰতে ৰ'ল ; পোনে পোনে তাইলৈ চাই সি সুধিলে, "কলঘৰটো এদিন তুমি নিজে চলাবা বুলি কৈছিলা নহয় ?

মেনকাই মহীকান্তৰ মুখলৈ চাই আকৌ তলমূৰ কৰি কাপোৰ খুকুচিবলৈ ধৰিলে।

"কথাৰ উত্তৰ নিদিয়া কিয় ? কৈছিলা নে নাই ?" মহীকান্তই গম্ভীৰ মাতেৰে সুধিলে।

"কৈছিলোঁ।" মেনকাই সমান গম্ভীৰভাৱে উত্তৰ দিলে।

"এনেয়ে কৈছিলানে সঁচাই চলাম বুলি ভাবিছিলা ?"

"দৰকাৰ হ'লে সঁচাই চলাম।" মেনকাই কাপোৰখিনি চৰিয়াটোৰ পানীত জুবুৰিয়ালে।

"তেনেহলে বলাচোন।"

মেনকাই মহীকান্তৰ মুখলৈ চাই সুধিলে, "কলৈ ?"

"কলঘৰলৈ।"

মেনকা হতভম্ব হ'ল। তাইৰ মগজটোৱে কেইবাটাও কথা লৰা-লৰিকৈ চিন্তা কৰিবলৈ ধৰিলে। তাই নিজেই বাৰু কলঘৰলৈ যোৱাৰ কথা কিয় ভাবিছিল ? চিন্তাৰ মাজতে তাইৰ মুখেদি ওলাল, "মই কলঘৰলৈ গৈ কি কৰিম ?"

"তাৰ তলানলা ভালকৈ বুজি নললে তুমি কলঘৰ চলাবা কেনেকৈ ? বলা।"

"কেতিয়া ?"

"এতিয়াই। মই চমৰলৈ খবৰ পঠিয়াইছোঁ, বাগীখন এতিয়াই আহিব।"

নতুন পানীত কাপোৰখিনি আওদালি মেনকা থিয় হ'ল। কাপোৰ-খিনি চেপি-চেপি তাই ক'লে, "আপুনি যাওঁক। মই অলপ পাছতে যাম।"

"বাগীখন আহিবই যেতিয়া—"মহীকান্তই সেই গম্ভীৰ সুৰেৰেই কৈ চালে।

"মই ছাধুৰ বাগীত যাম।"—বুলি মেনকা কাপোৰ মেলি দিয়া বাঁহডালৰ ফালে আগবাঢ়িল।

মহীকান্ত গ'ল ; অলপ পাছত ছাধুৰ বাগীত উঠি মেনকা অকলে

কলঘৰলৈ ওলাল। মণিয়ে লগত যাবলৈ কান্দি-কান্দি আমনি কৰিছিল, মেনকাই তাইক ফুচুলাই কিৰণৰ হাতত গতাই দিলে। তাইৰ সোনকালে যাবলৈ মন গৈছিল, অকলে যাবলৈ মন গৈছিল।

কলঘৰলৈ মেনকা আগতেও দুদিনমান আহিছিল। সেই কেইদিন মহীকান্তই আনন্দত, তাব নিজৰ বাহাদুৰি আৰু ক্ষমতা দেখুৱাবলৈ মেনকাক লৈ আহিছিল। কলৰ মানুহবোৰেও আনন্দত ওচৰৰ শংকৰৰ দোকানৰপৰা নিজৰ পইচাৰে চাহ-মিঠাই কিনি আনি মেনকাক খাবলৈ দিছিল। আজি মেনকা ঘোঁৰাবাগীৰ পৰা নামি, গহীন খোজেৰে কলঘোৰটোৰ ফালে আগ বাঢ়িল। কামত লাগি নথকা মানুহ কেইটাই দৌৰি আহি মেনকাক দুয়ো হাত লগ লগাই প্ৰণাম জনালে। মেনকায়ো প্ৰণাম জনালে আৰু ওৰণিখন ঠিক কৰি ললে। দেউকিলালে দৌৰি গৈ মহীকান্ত বহা সৰু কোঠালিটোৰ খালী চকী আৰু মেজত তুঁহগুৰিৰ নিচিনা যি য'ত আছিল এটাইবোৰ মচিলে।

নিজৰ চকীখনত মহীকান্ত আউজি বহি আছিল। মেনকা কোঠালিটোত সোমোৱাৰ পাছত সি দুৱাৰ মুখৰ মানুহ কেইটালৈ চাই ক'লে, "তহঁতে সিফালৰ চোতালৰ ধানখিনি চাগৈ।" সিফালৰ মানে ---এইটো সিহঁত বহি থকা কোঠালি, মাজত মূল কলঘৰটো, তাৰ সিফালে থকা চোতালখন।

মানুহকেইটা গ'ল। বিৰাট শব্দ কৰি কলটো চলি আছিল। মেনকা থিয় হৈ আছিল, সমুখৰ চকীখন দেখুৱাই মহীকান্তই ক'লে, "বহা।"

ওচৰতে টুল এখন আছিল, অকণমান বেৰৰ কাষলৈ নি মেনকা সেইখনতে বহিল। তাইৰ গাটো অকণমান বেৰত লাগিছিল, কলটোৰ জোকাৰণিত বেৰখনো কঁপি থকা যেন লাগিল। তাই অলপ আঁতৰাই বহিল।

অলপ সময় কোনেও কথা নোকোৱাকৈ পাৰ হ'ল। এবাৰ, মহীকান্ত সমুখলৈ হাউলিল; মেজত কিলাকুটি থৈ, বাওঁহাতেৰে কপালখনৰ দুয়োকাষ পিহি সি সুধিলে, "কথাবোৰ সঁচা নে কি?"

মেনকাই ঠিক বুজিছিল, মহীকান্তই তাইক কলঘৰৰ তলা-নলা বুজাবলৈ মাতি অনা নাই; তাক মেনকাৰ লগত গোপনে কথা পাতিবলৈ এডোখৰ ঠাই লাগে। আৰু সেইটো বুজিয়েই তাই লৰালৰিকৈ আহিছে। বুকুখনৰ ওপৰৰ হেঁচা কমাবলৈ তায়ো উদ্বাউল হৈ আছে।

"কি কথা?" মেনকাই সুধিলে।

"আইৰিন বাইদেৰে কোৱা কথা?"

মেনকাই উশাহ এটা লৈ বুকুখন ভৰাই ল'লে, তাৰ পাছত সুধিলে, "সেইটো কথা ঘৰতে নুসুধিলে কিয়?"

"মই সুধিছোঁ কথাটো সঁচানে মিছা?" মহীকান্তৰ মাতটো টান হ'ল। কলৰ শব্দৰ মাজত যিমান টানকৈ ক'লে কথাটো মেনকাই শুনে, তাতকৈ টান।

"সঁচা।" মেনকাই পোনে-পোনে মহীকান্তৰ চকুলৈ চাই ক'লে।

"কেনেকৈ?" মহীকান্তৰ মাতত এইবাৰ কলৰ শব্দ তল পৰি যাওঁ-যাওঁ হ'ল। তাৰ চকু দুটা ডাঙৰ-ডাঙৰ হৈ গ'ল। তাৰ গাৰ হেঁচাত সমুখৰ মেজখন ঘৰকৈ শব্দ কৰি তিনি আঙুলমান আগলৈ চুচৰি গ'ল।

মেনকা অকণমান সময় মনে-মনে ৰ'ল। তাৰ পাছত তাই ধীৰ মাতেৰে ক'লে, "সেইকাৰণেই কৈছোঁ, এইবোৰ কথা ঘৰত, সকলোৰে আগতে পাতিব লাগে। মই আপোনাৰ ঘৈণীয়েক, আপোনাৰ চাৰিটা ল'ৰা-ছোৱালী আছিল, এতিয়া পাঁচটা হ'ল; তাৰ পাছত ছটা হ'ব; সকলোৰে জানিব আমি মিলেৰে আছোঁ, মোকো আপুনি ঘৈণীয়েক বুলি লৈ আছে, ভালহে কথা!"

মেনকা ৰ'ল। মহীকান্তই দুয়োহাতৰ আঙুলিবিলাক মেলিলে, মুঠি মাৰিলে, মেলিলে, মুঠি মাৰিলে।

মেনকাই ক'লে, "নহ'লে মানুহে আকৌ ভাবিব—আপুনি মোক একে ঘৰতে থাকিও এৰি দিলে। এতিয়া আৰু মানুহে আপোনাক সেই বদনাম নিদিয়ে।"

"মোৰ সদনাম-বদনামৰ কথা ভাবিব নালাগে। মোক এদিনো ওচৰ চাপিবলৈ দিয়া নাই; তেনেহলে কেনেকৈ—"

মেনকাৰ মুখখন কঠিন হৈ উঠিল, গাটো কঁপি উঠিল। মহীকান্তৰ কথা শেষ হোৱাৰ আগতেই তীক্ষ্ণ অথচ চেপা মাতেৰে তাই ক'লে, "কওঁক গৈ। আপুনি এদিনো মোৰ কাষ চপা নাই বুলি কবলৈ সাহ আছে.যদি কৈ ফুৰকগৈ। সকলোকে কৈ ফুৰকগৈ। নকয়গৈ কিয়? কিৰণক নকয় কিয়? কিয় কলঘৰলৈ মাতি আনি লুকুৱাই-লুকুৱাই কথা সুধিছে? মানুহবোৰক কথাটো কৈ দিলেইতো মোক সকলোৰে

লেই লেই-চেই চেই কৰিব, কাউৰী-শগুণে নোখোৱা কৰিব;—মইতো সেইবোৰলৈকো ভয় কৰা নাই। আপুনি কিয় ভয় কৰিছে?"

হঠাতে কলটো বন্ধ হৈ গ'ল। মেনকাৰ শেষৰ শব্দকেইটামান আচম্বিতে আবিৰ্ভাব হোৱা নিস্তব্ধতাৰ ওপৰত পৰি ক্রুদ্ধ হৈ উঠিল। মেনকাই কথা বন্ধ কৰি বাহিৰলৈ চালে। তাৰ পাছত তাই দুৱাৰখনৰ ওচৰলৈ উঠি গৈ মাতিলে, "দেউকিলাল।"

দেউকিলাল দৌৰি আহিল।

"কল কিয় বন্ধ হৈছে?" দেউকিলালৰ উত্তৰলৈ নৰৈ মেনকাই ক'লে, "কি হৈছে চোৱা আৰু সোনকালে চলাই দিবলৈ কোৱা।"

শব্দটো হৈ থাকিব লাগে। কল নচলালৈকে মেনকা মনে-মনে বহি থাকিল। সেইকণ সময়ত তাইৰ নাকৰ পাহিকেইটা লৰি থাকিল।

অলপ পাছতে কলটোৱে এটা বিকট শব্দ কৰি চলিবলৈ আৰম্ভ কৰিলে। মহীকান্তই দাঁত কামুৰি, চকু মুদি, দীঘল-দীঘলকৈ উশাহ লৈ আছিল। মেনকাই সুধিলে, "মই যাম নে আৰু কিবা কথা আছে?"

মহীকান্তই ফোঁপাই-ফোঁপাই কোৱাদি ক'লে—"মই, মই তোক,—কলঘৰৰ মেচিনত সুমুৱাই—" সি অস্থিৰ হৈ ইফালে-সিফালে মূৰ লৰালে, তাৰ পাছত কথাষাৰ শেষ কৰিলে—"পিহি পেলাম।"

মেনকাই কথাষাৰ যেন নুশুনিলেই। তাই ক'লে, "এটা কথা মই নিজে কৈ থওঁ। দৰকাৰ হ'লে মই নিজে সদৰি কৰিম, কিন্তু—মানুহটো কোন—এই কথাটো সোধাৰ সাহ মই আপোনাৰ কেতিয়াও হ'বলৈ নিদিওঁ। এই কথাটো মনত ৰাখিব।"

মহীকান্তই তীক্ষ্ণ দৃষ্টিৰে মেনকালৈ চালে।

মাতটো অলপ সৰু কৰি মেনকাই কৈ গ'ল, "আপোনাৰ হাতী আছিল, ঢোল-ডগৰ আছিল, সেইকাৰণে আপুনি এজনী মানুহ মোৰ আগতে থবহি পাৰে, তাইক মোৰ আগতে কেঁচুৱাৰ মাক কৰিব পাৰে। মোৰ সেইবোৰ নাই। সেইবোৰ নোহোৱাকৈ মই কি কৰিব পাৰোঁ—কৰিলো। কথাতো একেটাই। এতিয়া কিমান সহিব পাৰে সহি থাকক। তিল-তিলকৈ কথাবোৰ বুজক।"

হঠাতে মেনকাৰ মাতটো আকৌ তীক্ষ্ণ হৈ উঠিল। "কিন্তু মই কিয় অকলে সহি থাকিম? সহি থাকিলে মোৰ কি লাভ হ'ব? সহি-সহি এদিন মৰি থাকিম? সৰগলৈ যাম? সীতা-সাবিত্ৰী

হ'ম? কি পাপৰ কাৰণে মই নৰকৰ যাতনা ভুগিলোঁ? আই-বোপায়ে সীতা-সাবিত্ৰী হ'বলৈ কৈ পঠিয়াইছিল; তেনেকুৱা হ'ব নোৱাৰিলেও মই মোৰ ধৰ্মত আছিলোঁ। এঘাৰ বছৰে মই বহুত সহ্য কৰি খালী আপুনি ভাল পোৱা কামকে কৰিলোঁ। কিন্তু কথা নাই বতৰা নাই, দং দংকৈ গাভৰু ছোৱালী এজনী আনি আপুনি মোৰ আগতে, মোৰ চাৰিটাকৈ ল'ৰা-ছোৱালীৰ আগতে তাইৰ লগত শুবলৈ ল'লে। তাৰ পাছতো, মই সীতা-সাবিত্ৰী হম? আপোনাৰ ভৰিৰ ধূলি শিৰত লৈ লৈ ধৰ্ম কৰিম?"

মেনকাৰ দাঁত কামোৰ খাই গৈছিল। ধানকলৰ শব্দই তাইৰ মাত কিমান ঢাকি ৰাখিব পাৰিছে, সেইটো কথালৈ মন কৰিবলৈ তাই বাদ দিছিল। তাইৰ মুখখন ৰঙচুৱা হৈ গৈছিল, কপাল আৰু ডিঙিত ঘাম বিৰিঙিছিল।

মহীকান্তই প্ৰথমতে মেনকাৰ মুখৰ পিনে চাই আছিল; তাইৰ কথাৰ শেষৰ ফালে সি অইন পিনে চাই, কপাল থূপ খুৱাই বহি ৰ'ল।

মেনকাই একে লেঠাবিয়ে মনৰ কথাবোৰ উজাৰি দিব খুজিলে। তাইৰ মগজত আৰু যেন এটা নোহোৱা-নোপোজা শক্তিয়ে ভৰ কৰিছিল।

"সীতা হ'বলৈ হ'লে ৰামো থাকিব লাগে, তেহে!" বুলি মেনকা ঘপহকৈ বহাৰ পৰা উঠিল। ওৰণিৰ কাপোৰত টান এটা মাৰি তাই ক'লে, "এতিয়া গোটেই ৰাতি খিকখিকাই হাঁহি থাকক, মোৰ আৰু কষ্ট নহয়। এইবাৰ মই পুণ্য কৰিছোঁ। যেনেকুৱা পুণ্য কৰিলে বহুতৰ লাভ হয়, তেনেকুৱা পুণ্য কৰিছোঁ। চাওঁ কি হয়। সিফালে যিয়েই নহওক, আপুনি কিন্তু মোক কলঘৰত পেলাই দি পিহিবলৈ কেতিয়াও নাপাব।"

মেনকা কোঠালিটোৰ পৰা ওলাই গ'ল। অলপ দূৰত দেউকিলাল আৰু ভজহৰি থিয় হৈ আছিল। তাৰো অলপ দূৰত থিয় হৈ মদনে কিবা ভাবি আছিল। সি মেনকাৰ ফালে চকু ঘূৰালে। ভজহৰি লৰালৰিকৈ মেনকাৰ ফালে আগবাঢ়ি আহিল।

"কি গণ্ডগোল হৈছিল?"—মেনকাই গম্ভীৰ মুখ, গম্ভীৰ সুৰেৰে সুধিলে।

"ক'ত মাইজী?" ভজহৰিয়ে বেঙাৰ নিচিনাকৈ সুধিলে।

"ইয়াত? কালি ৰাতি?"

ভজহৰিয়ে হাত-মূৰ জোকাৰি বুজালে,—নাই, তেনেকুৱা বিশেষ একো হোৱা নাই। ইমানবোৰ মানুহে কাম কৰে; নতুন নতুন মানুহ আহি আছে; ইটো-সিটো খুট-খাট লাগিয়েই থাকে; মেনকাই শুনিবলগীয়া একো হোৱা নাই।

মেনকাই থৰ লাগি অকণমান সময় ভজহৰিৰ মুখলৈ চালে, তাৰ পাছত তাই আগবাঢ়িল। দেউকিলালৰ কাষেদি যাওঁতে তাই ক'লে, "শুনাচোন।" দেউকিলাল তাইৰ পিছে পিছে গ'ল। অলপ দূৰ গৈ তাই ক'লে, "তুমি এতিয়াই এবাৰ আমাৰ ঘৰলৈ আহিবা।" দেউকিলালে হাতযোৰ কৰিলে। সি একো ক'বলৈ সুবিধা নাপালে। গম্ভীৰ খোজেৰে মেনকা বাগীখনৰ ওচৰ পালেগৈ। ছাধুৱে বাগীৰ দুৱাৰখন খুলি দিলে। বাগীত বহি মেনকাই বাটটোৰ সিফাললৈ চালে। অলপ পাছতে বাগী চলিল।

মেনকা কলঘৰৰ পদুলিৰ ফালে যাওঁতে মদন দুখোজমান আগবাঢ়ি গৈছিল; কিন্তু তাই কোনো ফালে নোচোৱাকৈ বাগীত উঠা দেখি সি আকৌ থৰ হৈ ৰৈছিল। বাগীখন নেদেখা হোৱালৈকে সি তেনেকৈয়ে ৰ'ল; তাৰ পাছত সি কেইখোজমান পিছুৱাই ধানৰ বস্তা এটাৰ ওপৰতে বহিল। কব নোৱৰাকৈয়ে যেন তাৰ বাওঁ হাতৰ বুঢ়া আঙুলিটো মুখলৈ উঠিল। সি আঙুলিটোৰ নখটো কামুৰিবলৈ ধৰিলে।

ঘৰত মেনকাই আগফালৰ বাৰাণ্ডাৰ বেঞ্চখনত বহি লৈছিল। ওলোৱা-সোমোৱা দুৱাৰখন তাই জপাই লৈছিল। দেউকিলাল পিৰালিৰ ওচৰত থিয় হৈ আছিল। সি আগনিশাৰ ঘটনাটোৰ বৰ্ণনা দিছিল। মহীকান্ত গধূলিৰ অলপ পাছতে ঘৰলৈ বুলি কল ঘৰৰ পৰা ওলাব খুজিছিল, তেনেতে হেনো ভজহৰিয়ে তাক ক'লে,—ইমান সোনকালে ঘৰলৈ গৈ কি কৰিব দৌতা? হিমাংশুবাবুৰ দোকানত আজি মই ভাল বস্তুৰ খবৰ পাই আহিছোঁ। আপুনি বহক, মই এতিয়াই আহিম। মহীকান্ত বহিল। ভজহৰিৰ কথাখিনি মদনে দূৰৰ পৰা শুনি আছিল। সিও মেছিনৰ ওচৰতে বহি

থাকিল। কিছুসময়ৰ মূৰত ভজহৰি উভতি আহিল। মদনে তাক পদুলিমুখতে আগভেটি ধৰিলে, "সেইটো কি আনিছ?"

ভজহৰিয়ে মদনৰ কথা গ্ৰাহ্য নকৰি কাষেদি সোমাই আহিব খুজিছিল, মদনে থাপ মাৰি তাৰ হাতখনত ধৰি মোনাটো কাঢ়ি ললে, মোনাৰ ভিতৰৰ পৰা বটলটো হাতলৈ ললে আৰু মোনাটো দলিয়াই দিলে।

"ককাইটি ঘৰলৈ যাবলৈ ওলাইছিল; তই কিয় তাক বহুৱাই থৈ এইটো আনিবলৈ গলি? তোৰ কি দৰকাৰ পৰিছিল?"—ভজহৰিৰ নাকৰ আগলৈ বটলটো নি মদনে টান মাতেৰে সুধিলে।

ভজহৰিৰ মতে মদনৰ চাহচ বৰ বেছি বাঢ়ি গৈছে। ইমান কম দিনৰ ভিতৰতে সি ইমান ওস্তাদি দেখুৱাব নালাগে। তাৰ কাণ্ড-কাৰখানা ভজহৰিয়ে দেখি আছে, সহ্য কৰি আছে; কিন্তু আৰু বেছিলৈ গ'লে সি সহ্য কৰিব নোৱাৰিব। ভজহৰি নথকা হ'লে মহীকান্তৰে সৈতে এই কলঘৰ উটি গ'লহেঁতেন। সি মদনক ভালে-ভালে বটলটো দি দিবলৈ ক'লে। মদনে নিদিলে; সি ক'লে,—বটলটো সি যেতিয়া যাক দিব লাগে দিব। এবাৰ সিহঁতৰ টনা-আঁজোৰাই লাগিব খুজিছিল, তেনেতে মহীকান্ত সেইখিনিত উপস্থিত হ'ল।

অলপপৰ সিহঁতে দুটালৈ চাই থাকি মহীকান্তই ক'লে, "চাওঁ" সেইটো দে।"

মদনে ক'লে, "নালাগে ককাইটি, আপুনি ঘৰলৈ বলক।"

মহীকান্তৰ মাত আৰু গম্ভীৰ হ'ল। "দেচোন" বুলি সি হাত মেলিলে। দুখোজ আগুৱাই গৈ সি মদনৰ হাতৰপৰা বটলটো ললে আৰু তাৰ কোঠালিটোলৈ উভতি গ'ল।

মদন অলপ সময় থিয় হৈ থাকি মহীকান্তৰ কোঠালিটোৰপৰা ওলাই গৈ ওচৰৰে চুক এটাত বহিল।

মহীকান্তই সাধাৰণতে বিলাতী মদত চৌডা পানী মিহলাই খায়। আফজল বেপাৰীৰ কাৰখানাৰ চৌডা পানী,—বটলটোৰ ডিঙিটোত দুটা খাঁজ; তাতে চিচাৰ গুটি এটা গেছৰ হেঁচাত লাগি থাকে; বাওঁ হাতৰ বুঢ়া আঙুলিটো বটলৰ মুখলৈ সুমুৱাই সোঁ হাতেৰে তাৰ ওপৰত কোব এটা মাৰিলেই থাঁচকৈ শব্দ এটা হয় আৰু গুটিটো ভিতৰলৈ সোমাই যায়। এই কামটো নিজে কৰি মহী-

কান্তই বৰ ভাল পায়। কেতিয়াবা চৌভাপানী নাপালে সি খোৱা পানীকে মিহলাই লয়। আজি কিন্তু সি পানীৰ খবৰ নল'লে। আঁ কৰা মুখখনৰ ওপৰত মুখ খোলা বটলটো বেঁকাকৈ দিলে। সোনকালে-সোনকালে।

এসময়ত কোঠালিটোৰ পৰা ডাওৰ মাত এটা ওলাই আহিল, "এই, ভজহৰি!"

মদনৰ আগেদি ভজহৰি লৰালৰিকৈ কোঠালিটোৰ ফালে গৈছিল; ঠিক সমুখ পাওঁতে মদনে ক'লে, "যা চাগে। বেহুঁচ হৈছে যদি যোঁৰাবাগী মাতি আন; চন্দালি ঘৰলৈ নিয়াৰ ছলতে জেপত কিমান টকা আছে উলিয়াই ল।"

ভজহৰিৰ ৰোৱাৰ মন নাছিল, কিন্তু মদনৰ শেষৰ কথাষাৰ শুনি সি থমক খাই ৰ'ল। অকণমান সময় তভক মাৰি থাকি সি খঙেৰে ক'লে, "মোক তোৰ নিচিনা চোৰ পাইছ নে কি? জেলৰ ভাত খাই-খাই পালোৱান পালোৱান হৈছ, লাজ নালাগে?"

মদন তৎক্ষণাত বহাৰপৰা উঠিল; ভজহৰিয়ে তকিব পৰাৰ আগতেই সি তাৰ কাণ-মূৰ-গাল জপটিয়াই প্ৰচণ্ড জোৰেৰে চৰ এটা মাৰিলে। ভজহৰি পৰি যাব খুজিছিল, ওচৰৰ বেৰখনত ধৰি সি থিয় হৈ ৰ'ল।

অলপ পৰলৈ কোনো শব্দ নাই। দূৰৰ পৰা দেউকিলাল ভয়ে ভয়ে সিহঁত দুটাৰ ফালে আগুৱাই আহিল। কোঠালিটোৰ ভিতৰৰ পৰা আকৌ মহীকান্তৰ মাত আহিল,—"ভজহৰি!"

ভজহৰি মহীকান্তৰ ওচৰলৈ গ'ল। মহীকান্ত চকীখনত আউজি, টুলখনৰ ওপৰত ভৰি মেলি, চকু মুদি বহি আছিল। কোঠালি-টোত সোমায়েই ভজহৰিয়ে ক'লে—ইয়াৰ এটা বিচাৰ হ'বই লাগিব। ইমান বছৰ সি মহীকান্তৰ গোলামী কৰিলে, আৰু কালি-পৰহি অহা এটা চোৰে তাৰ গাত হাত দিব,—এইটো এৰি দিব পৰা কথা নহয়। মহীকান্তই যেন এইটো এৰি নিদিয়ে।

মহীকান্তই চকু মুদিয়েই আছিল, ভজহৰিৰ কথাৰ শেষৰ ফালে সি চকুদুটা অকণমানকৈ মেলি তালৈ চাই ৰ'ল। অকণমান সময় চাই থাকি সি চিঞৰিলে, "মদন!"

মদন সোমাই আহিল। মহীকান্তই মুখত আৰু অকণমান মদ

থাকিলে; চকু মুদি, কপাল কোঁচ খুৱাই গিলিলে, তাৰ পাছত ক'লে, "তই ইয়াক মাৰিলি?"

"মাৰিলোঁ।" মদনে দুৱাৰৰ কাষৰ কাঠডালত ধৰি ক'লে।

"সি বহুত দিনৰ মানুহ। সি নথকা হ'লে এই কলঘৰ এনেকৈ নচলিলহেঁতেন। মোৰ—"

মদনে মহীকান্তৰ কথা শেষ হ'বলৈ নিদিলে; সি সুধিলে, "কেনেকৈ চলিলহেঁতেন?" লগে লগে তাৰ কথাৰ সুৰটো সি নিজেই বুজি পালে। মাতটো সৰু কৰি সি ক'লে, "আপুনি বেয়া নাপাব ককাইটি। মোকতো চোৰ বুলি আপুনি জানেই। জানি-শুনিও কিয় আপুনি মোক কলঘৰত লগাইছে মই ক'ব নোৱাৰোঁ। মোক নালাগে বুলি ক'লে মই এতিয়াই গুচি যাম; কিন্তু ইয়াক"---ভজহৰিৰ ফালে হাতখন তুলি মদনে কৈ গ'ল,—"ইয়াক মই এনেকৈ এৰি থৈ নাযাম। ই আমাৰ সৰ্বনাশ কৰিছে।"

"সৰ্বনাশ কৰিছে!" মহীকান্তই পিতপিতকৈ মদনৰ মুখলৈ চালে। —"আমাৰ?"

আমাৰ? একমুহূৰ্তৰ কাৰণে মদনে যেন থতমত খাই গ'ল। আমাৰ মানে কাৰ কাৰ? তাৰ নিজৰো? লৰালৰিকৈ সি তাৰ চিন্তাটো তল পেলালে। ভজহৰিৰ ফালে আঙুলিয়াই সি ক'লে, "সি এহেজাৰ টকা দি দুবিঘা মাটি কিনিব। এহেজাৰ টকা সি ক'ত পালে সোধক, এতিয়াই, ইয়াতে সি উত্তৰ দিব লাগিব। আপোনাৰ জেপৰ টকা কেনেকৈ হেৰায়, তাৰ খবৰ কৰিবলৈ কৈছিল কাৰণে কৈছোঁ, —সোধক তাক।"

মহীকান্তই পোন হৈ বহি মদনে কি কৈছে শুনিবলৈ চেষ্টা কৰাৰ নিচিনা কৰিলে। সি টুলৰ পৰা ভৰি দুখন নমালে।

মদনৰ খংটো বাঢ়ি গৈছিল। সি কৈ গ'ল, "ধানৰ কাৰণে গাঁৱৰ মানুহক বায়না দিবলৈ আপুনি ইয়াক কিমান টকা দিছে তাৰ হিচাপ উলিয়াওক, আৰু গাঁৱৰ মানুহে কিমান টকা পাইছে —মাতি আনি সোধক। শংকৰলালে যে নতুন ধানকল খুলিছে তাত হেনো ইয়াৰ ভাগ আছে। হয়নে নহয় সোধক।"

মহীকান্তই আকৌ আউজি দিলে, ভৰি দুখন টুলত তুলিলে আৰু চকু দুটা মুদি দিলে। কোঠালিটো নিস্তব্ধ হৈ পৰিল। মহী-

কান্তৰ মুখৰপৰা কিবা এষাৰ ওলোৱাৰ আশা কৰি মদন বাট চাই ৰ'ল। লাহে-লাহে তাৰ দাং খাই থকা হাতখন নামি আহিল।

ভজহৰিয়ে অলপ সময় মহীকান্তৰ মুখখনলৈ চাই থাকি সৰু মাতেৰে মদনক ক'লে, "আৰু কি কি ক'বলৈ আছে ক। মনে-মনে থাকিলি কিয়," তাৰ পাছত ভজহৰিয়ে মূৰটো লৰাই-লৰাই ঘিণ লগাৰ সুৰত উচ্চাৰণ কৰিলে, "ছি ছি ছি ছি। মানুহ ইমান বেইমান হ'ব পাৰে!"

হঠাতে মহীকান্তই গৰ্জি উঠিল, "চুপ থাক। কোনেও কথা নকবি।" সি বটলটো আকৌ এবাৰ মুখৰ ওচৰলৈ নিলে। মদনে কিবা এষাৰ ক'ব খুজি এখোজ আগ বাঢ়িছিল, কিন্তু তাৰ সাহ নহ'ল; ইতিমধ্যে মহীকান্তই মুখত মদ বাকিলে। বটলটো মেজত থৈ দি ক'লে, "মই চব ফায়ছালা কৰিম। বুইছ মদন? তই একো চিন্তা নকৰিবি। কোনো সাৰি যাব নোৱাৰিব। চবকে মই চিধা কৰিম। কিন্তু এটা এটাকৈ। এটা এটাকৈ। চবকে।"

মহীকান্ত অলপ পোন হৈ বহিল। প্ৰথমতে ভজহৰি আৰু তাৰ পাছত মদনলৈ চাই সি ক'লে, "চুৰ কৰি কোনোবাই মোৰ পইচা চুকুৱাব পাৰিব? মোৰ সম্পত্তি কোনোবাই খাই শেষ কৰিব পাৰিব? ই ভজহৰিয়ে? ই কিমান খাব? সিমান খাবলৈ তাৰ মুখেই নাই। তাৰ বিচাৰ হ'ব। কিন্তু তাৰ আগতে আৰু এটা বিচাৰ হ'ব লাগিব।"

অলপ পৰ ৰৈ মহীকান্তই আকৌ আৰম্ভ কৰিলে, "টকা, পইচা, সম্পত্তি—এইবোৰ হাতৰ মলি। চোৰ, ডকাইত,—কাক কিমান লাগে লৈ যা। মোৰ একো লোকচান নহয়। কিন্তু—কিন্তু—।" মহীকান্ত ৰৈ গ'ল। সি অসহায়ভাৱে মদনৰ মুখলৈ চালে। কিন্তু কি ক'ব প্ৰকাশ কৰিবলৈ যেন সি শব্দ বিচাৰি নাপালে। হঠাতে সি অস্থিৰ হৈ পৰিল। আকৌ "কিন্তু কিন্তু" বুলি সি ইফালে-সিফালে চালে।

"কি হৈছে ককাইটি? মদনে ভয়ে-ভয়ে সুধিলে।

"হুঁ? মহীকান্তই সোঁহাতৰ আঙুলিৰে মূৰৰ চুলিবোৰ ঠিক কৰিবলৈ ধৰিলে। অলপ পৰৰ পাছত সি কলে, এই চব চোৰৰ কথা বাদ দে। ডাঙৰ চোৰ, ডাঙৰ চোৰ, তুই মোক ডাঙৰ চোৰ ধৰি দিব লাগিব।"

মদন জিকাৰ খাই উঠিল। তাৰ পাছতে তাৰ গাটো যেন জঠৰ লৈ গ'ল। সি কিবা এটা ক'ব খুজিছিল, কিন্তু তাৰ ডিঙি-টোত যেন কিবা এটাই সোপা মাৰি ধৰিলে। সি চকুৰ টিপ নমৰাকৈ মহীকান্তলৈ চাই ৰ'ল।

অলপ পাছতে মহীকান্তই আধাফুটা মাতেৰে—"ইয়াৰ বিচাৰ হ'ব লাগিব, ইয়াৰ বিচাৰ হ'ব লাগিব।"—বুলি কৈ তলমূৰ কৰিলে; মেজত কিলাকুটি থৈ দুয়োখন হাতেৰে মূৰটো চেপা মাৰি ধৰিলে, আৰু তাৰ পাছত সি হুকহুককৈ কান্দিবলৈ ধৰিলে।

মদনে আগবাঢ়ি আহি মহীকান্তৰ বাহুত হাত থলে। অকণ-মান সময় সি কি কৰিব কি নকৰিব ভাবি ঠিক কৰিব নোৱাৰি থৰ লাগি ৰ'ল, তাৰ পাছত সুধিলে, "কি হৈছে ককাইটি? ককাইটি!"

মহীকান্তই অলপ সময় কান্দি থাকিল। এসময়ত সি হঠাতে কন্দা বন্ধ কৰিলে। সেই মুহূৰ্ততে মদনে ক'লে, "ঘৰলৈ যাওঁ বলক ককাইটি।"

"ঘৰলৈ? কোনখন ঘৰলৈ?" মহীকান্তৰ কথাৰ সুৰ সলনি হৈ গ'ল। মদনৰ মুখলৈ চাই সি খঙেৰে সুধিলে, "হুঁ? কোনখন ঘৰলৈ? তালৈ গৈ মই কি কৰিম? নাযাওঁ।

সি বটলটো হাতলৈ ল'লে। মদনে তাৰ হাতখনত ধৰি ক'লে, "নালাগে আৰু ককাইটি, বলক।

"নাযাওঁ বুলিছোঁ নহয়!"—বুলি মহীকান্তই হাতখন এচাৰ মাৰি দিলে। বটলটোৰপৰা অলপ মদ চিটিকি পৰিল। এইবাৰ সি মদ নাখালে। বটলটো থৈ সি চকীখনত আউজি দিলে, টুলখনৰ ওপৰলৈ ভৰি দুটা মেলি দিলে আৰু চকু দুটা মুদি দিলে।

কিছুসময় পাৰ হ'ল। মদন আৰু ভজহৰি মনে-মনে থিয় হৈ ৰ'ল। এবাৰ মদন কোঠালিটোৰপৰা ওলাই গ'ল। বাহিৰত দেউকি-লাল কোঁচমোচ খাই থিয় হৈ আছিল। তাক দুৱাৰমুখতে থিয় হৈ থাকিবলৈ কৈ মদন লৰালৰিকৈ কলাঘৰৰপৰা ওলাই গ'ল। সি বৰ অসহায় বোধ কৰিছিল। তাৰ চিন্তা হ'ল—এই মুহূৰ্তত ভদ্ৰকান্তক ক'ত পোৱা যায়!

ভদ্ৰকান্ত ৰামেশ্বৰৰ দোকানৰ আগফালে বহি আছিল। ৰামে-শ্বৰে দোকান কেতিয়াবাই বন্ধ কৰিছিল; লেমটো ওচৰতে থৈ সি ভদ্ৰকান্তৰ লগত কথা পাতি আছিল। কেইবা ঠাইতো বিচাৰি-বিচাৰি

মদন সেইখিনিত ওলালগৈ। সি ভদ্ৰকান্তক আঁতৰলৈ মাতি আনিলে, বুজাব পৰা কথাখিনি বুজাই ক'লে। কথাখিনি শুনি ভদ্ৰকান্তই সুধিলে, "মই কি কৰিব লাগে?"

"মানুহটোৱে যেনেকুৱা কৰিছে, সি গোটেই ৰাতিটো তাতে পৰি থাকিব যেন পাইছোঁ। তাক যেনেতেনে ঘৰলৈ নিওঁগৈ বল।" মদনে কাকূতি কৰাৰ সুৰেৰে ক'লে।

ভদ্ৰকান্ত অলপ সময় তললৈ চাই থিয় হৈ ৰ'ল, তাৰ পাছত সি কোনো কথা নোকোৱাকৈ খোজ ল'লে। সি যেতিয়া চাৰি-আলিটোত ঘূৰিল তেতিয়াহে মদনে বুজি পালে—সি কলঘৰলৈ যাব।

মহীকান্তৰ কোঠালিটোৰ দুৱাৰমুখত ভজহৰি আৰু দেউকিলাল মনে-মনে বহি আছিল। লেমটোৰ পোহৰ বাহিৰলৈও আহিছিল, ভিতৰলৈও গৈছিল। মহীকান্ত চকু মুদি বহি আছিল। সি সাৰে আছিল নে টোপানিয়াইছিল ধৰিব পৰা নগৈছিল। তাৰ ওচৰ চাপি মদনে লাহেকৈ মাতিলে, "ককাইটি!"

মহীকান্তৰ সাৰসুৰ থকাৰ লক্ষণ দেখা নগ'ল। মদনে আকৌ মাতিলে, "ককাইটি!"

"তহঁতে এতিয়াও ইয়াত কি কৰিছ? মই নাযাওঁ বুলিছোঁ নহয়। প্ৰথমতে বিচাৰ হ'ব, তাৰ পাছত ঘৰ—।" মহীকান্তই চকু মুদিয়েই কথাকেইটা ক'লে। শব্দবোৰ তাৰ মুখৰপৰা পাক খাই-খাই ওলাইছিল।

মদনে ভদ্ৰকান্তৰ মুখলৈ চালে। ভদ্ৰকান্তই গহীন মাতেৰে ক'লে, "তই ঘৰলৈ বল।"

মহীকান্তই লগে-লগে চকু মেলিলে। পিছ মুহূৰ্ততে, তাৰ চকু দুটা যিমান মেল খাব লাগিছিল, তাতকৈ বহু বেছি মেল খাই গ'ল। তীক্ষ্ণ দৃষ্টিৰে সি ভদ্ৰকান্তৰ মুখলৈ চাই ৰ'ল।

"উঠ।" ভদ্ৰকান্তই ক'লে।

"কিয়?" মহীকান্তই চিঞৰ মাৰি দিলে। মই ঘৰত নাথাকিলে তোৰ"—মহীকান্ত ৰৈ গ'ল। "ভালহে হয়" শব্দ দুটাই তাৰ ডিঙিৰ তলত, বুকুৰ ভিতৰত চটফটাবলৈ ধৰিলে। পানী নিমিহলোৱা মদৰ নিচিনাকৈ শব্দ দুটাই তাৰ ডিঙি, বুকু পুৰিবলৈ ধৰিলে। সি চকু নমালে। তাৰ পাছত সি বহুত সময় মনে-মনে বহি থাকিল।

এবাৰ ভদ্ৰকান্তই মহীকান্তৰ বাহুত ধৰি টানিলে, “উঠ।”

মহীকান্তই একো নক'লে। মদন আৰু মহীকান্তই তাক দুয়ো-ফালৰপৰা ধৰি থিয় কৰাই দিলে। তাৰ নিজে থিয় হৈ থকাৰ অৱস্থা নাছিল। দুয়োটাই ধৰি থকা অৱস্থাতে সি হাত-মূৰ এচাৰি চিঞৰিবলৈ ধৰিলে, “নাযাওঁ। মই ইয়াতে মৰি যাম। নাই। নমৰোঁ। কিয় মৰিম? মই কেতিয়াও নমৰোঁ। মই চাই লম। মোক বিচাৰ লাগে। এতিয়াই। এতিয়াই মোক বিচাৰ লাগে। মহীকান্তক চিনি পোৱা নাই? পিটাৰ লেভিন চাহাবে মহীকান্তক চিনি পাইছিল। এতিয়াও এটা ছাগলী অকলে হজম কৰি দিব পাৰোঁ। চিনি পোৱা নাই।”

চিঞৰি-চিঞৰি এসময়ত মহীকান্তই হকহককৈ বমি কৰি দিলে। মদন আৰু ভদ্ৰকান্তই তাক চকীত বহুৱাই দিলে। এইবাৰ সিহঁতেই তাৰ মূৰটো আউজাই দিলে, ভৰি দুখন টুলত তুলি দিলে। মহীকান্তই চকু মুদিলে।

মদন আৰু ভদ্ৰকান্তই বাহিৰত বহি বহুত পৰ কথা পাতি কটালে। মহীকান্তই এইবোৰ কি কৈছে ভদ্ৰকান্তই ভালকৈ নুবুজিলে; মদনে বুজিবলৈ ভয় কৰিলে। নিশা বহুত হ'ল। এবাৰ সিহঁত দুটাই ঠিক কৰিলে—যেনেতেনে মহীকান্তক ঘৰলৈ নিব লাগে। সিহঁত দুটাই তাক টোপনিৰপৰা জগালে; ধৰি-ধৰি বাটলৈ লৈ আহিল।

এঠাইত মহীকান্তই মদন আৰু ভদ্ৰকান্তৰ হাত কেইখন এৰুৱাই দি খোজ কাঢ়িবলৈ ল'লে। কিন্তু অলপমান দূৰ আহি সি হঠাতে বাটৰ মাজতে বহি পৰিল আৰু আঁঠুৰ মাজত মূৰটো সুমুৱাই দিলে।

অলপ দূৰৰ চাৰিআলিটোত মিউনিছিপেলিটিৰ কেৰাছিন তেলৰ লেমটো জ্বলি আছিল। মদন আৰু ভদ্ৰকান্তই ভালকৈ চাই দেখিলে, মহীকান্তই কান্দিছে। চাৰিওফালে নিস্তব্ধ। তথাপি মহীকান্তৰ কান্দোনৰ শব্দ শুনা যোৱা নাছিল।

দেউকিলালে কেতিয়া কথা শেষ কৰিলে মেনকাই মন নকৰিলে। সন্মুখৰ ঘৰবোৰৰ সিফালৰ সোণাৰু, বেল আৰু তামোল

গছ কেইজোপাৰ মাজেদি ওলাই থকা আকাশকণলৈ চাই তাই স্তব্ধ হৈ বহি ৰ'ল। এবাৰ তাইৰ মুখেদি ওলাল—"তুমি যোৱা।"

দেউকিলাল গ'ল। মেনকা তেনেকৈয়ে বহি থাকিল। মাজে-মাজে যেন সোণাৰু, বেল, তামোলৰ পাতবোৰ লৰিল, একোবাৰ যেন মেনকাই দেখি থকা আকাশকণেই লৰিল। লগে-লগে সেই গোটেইবোৰ অস্পষ্ট হৈ পৰিল। পানীৰ পাতল আৱৰণ এখনে যেন সেইবোৰ ঢাকি ধৰিলে।

এসময়ত ভিতৰত কিৰণৰ কেঁচুৱাটোৱে কান্দিলে। মেনকাৰ গাটো লৰিল। চাদৰেৰে তাই চকুমুখ মচিলে। সোণাৰু, বেল, তামোলগছ, আকাশ, বাটটো,—সকলো পৰিস্কাৰ-পৰিস্কাৰ লাগিল। মেনকাই দেখিলে—কিতাপ-চিলেঠ লৈ ৰমা আহি আছে। তাঁই মুখখন আকৌ মচিলে।

"ইমান সোনকালে কিয় আহিলি?" ৰমা ওচৰ পাওঁতে মেন-কাই সুধিলে।

"স্কুল ছুটি দিলে।"

"কিয়?"

"কোনোবা মৰিল বোলে।"

মেনকা কোঠালিটোৰ পৰা ওলাই যোৱাৰ পাছত মহীকান্ত একেথৰে বহি আছিল। যেন মেনকাই এতিয়াও কথাবোৰ কৈয়েই আছে, সি শুনিয়েই আছে। এটা ছাগলী অকলে খাই হজম কৰিব পৰা শক্তিৰে মেনকাক ধান বনা ইঞ্জিনৰ মাজলৈ দলিয়াই দিব বুলি সি আজি এই কোঠালিটোত সোমাইছিল, কিন্তু মেনকা ওলাই যোৱাৰ সময়ত সি জিভাখন লৰাবলৈও বল বিচাৰি নাপালে।

কোঠালিটোৰ ভিতৰত মেনকাৰ শব্দবোৰ মাৰ যাবলৈ বহুত সময় লাগিল। তাৰ পাছত ধানকলৰ শব্দটো একোবাৰ প্ৰচণ্ড হ'ল, একোবাৰ একেবাৰে কাণত নপৰাকৈ দুৰ্বল হ'ল।

লাহে লাহে মহীকান্তৰ আকৌ সেই কাৰশলা সাপডাল, তাৰ পেটৰ ভেকুলীটোলৈ মনত পৰিল। ডিম্বেশ্বৰৰ লাঠীডালে চুঁচি-চুঁচি

ভেকুলীটো উলিয়াই আনিছে, ভেকুলীটোৱে সাপডালৰ ডিঙিত সোপা মাৰি ধৰিছে—।

তাৰ পাছৰ কেইটামান দিন মহীকান্ত ডিঙিত সোপা লাগি থকা মানুহৰ নিচিনা হৈ থাকিল। সি কথা নকয়, ক'লে শব্দবোৰ ভালকৈ নুফুটে; মুখত ভাত এটেপা ভৰালে যেন গিলিবলৈ টান পায়। এদিন ৰাতিপুৱা সি আওহতীয়া ঠাইত দাঁতোনদাল লৈ বহিল, বহুপৰ তাতে বহিয়ে থাকিল; হাত আৰু দাঁতোন থৰ হৈ থাকিল। এসময়ত ইন্দ্ৰই আহি ক'লে,—"চাহ খাবলৈ মাতিছে।"

মহীকান্তই মূৰ ঘূৰাই ইন্দ্ৰলৈ চালে। স্থিৰ, গভীৰ দৃষ্টি। ইন্দ্ৰয়ো দেউতাকৰ চকুলৈ চাই ৰ'ল। কিন্তু অকণমান সময় চাই থকাৰ পাছত তাৰ দেউতাকৰ চাৱনিটো কিবা বেলেগ—বেলেগ লাগিল। সি চকু ঘূৰাই অকণমান সময় থিয় হৈ ৰ'ল; তাৰ পাছত আঁতৰি গ'ল।

এদিন পাছবেলা কলঘৰলৈ যাবলৈ ওলোৱাৰ সময়ত কিৰণে মহীকান্তৰ সন্মুখত চাহ এপিয়লা থলে। এসময়ত চাহ পিয়লাৰ পৰা ভাপ ওলোৱা বন্ধ হ'ল, লাহে-লাহে চাহৰ ৰং ঘোলা পৰিল, তাৰ পাছত তাৰ ওপৰত পাতল চামনি এখন পৰিল; মহীকান্ত তেনেকৈয়ে বহি ৰ'ল। বাহিৰৰ ডাঁৰৰ শুকান কাপোৰখিনি হাতৰ ভাঁজত লৈ কিৰণ সোমাই আহিল। দুৱাৰডলি পাৰ হৈয়েই তাই মহীকান্তই চালে, তাৰ পাছত চাহ পিয়লালৈ চালে। কি হ'ল বুলি কেইবাদিনৰে পৰা বিভিন্ন সময়ত বাৰে-বাৰে সুধি সুধি কিৰণৰ আমনিয়েই লাগিছিল, তথাপি তাইৰ মুখেদি ওলাল,—"কি হ'ল?"

মহীকান্ত লাহেকৈ উঠিল আৰু একো নোকোৱাকৈ ওলাই গ'ল।

কাপোৰসোপা বিছনাত পেলাই কিৰণ ওচৰতে বহিল। তাই শুই থকা কেঁচুৱাটোৰ ফালে এবাৰ চালে, তাৰ পাছত মজিয়ালৈ চালে। কি হ'ল মানুহটোৰ? কিৰণ মাকৰ ঘৰত থকা দিনখিনিত মহীকান্ত মেনকাৰ ওচৰ চাপিছিল, সেইটো কথা কিৰণৰ আগত লুকুউৱাৰ উপায় নাথাকিল; —সেই কাৰণেই মানুহটোৱে এনেকুৱা কৰিছে বুলি কিৰণে প্ৰথম দুদিনমান ভাবি আছিল। সেই কেইদিন তাইৰো কাকো মাত-বোল কৰিবলৈ মন যোৱা নাছিল। ভাল লগা নাছিল। মহীকান্ত-মেনকাইনো তাই আঁতৰি যোৱালৈ বাট

চাব লাগিছিল কিয়? কিৰণ থকা দিনখিনিত দেখোন মেনকাই এনে-কুৱাহে কৰে—যেন তাই মহীকান্তক চিনিয়েই নাপায়। কাৰো একো বিশ্বাস নাই।

কিন্তু নিজে ওফোন্দ পাতি থাকি, মহীকান্তৰ মূৰ্তি দেখি দুদিনতে কিৰণৰ আমনি লাগিছিল, কষ্ট হৈছিল। তাই নিজকে বুজাইছিল, —একোতো ডাঙৰ কথা হোৱা নাই! এনেকুৱা হ'বই বুলি তাইতো বিয়াৰ আগতেই জানে? যোৱা বছৰটোত তাইৰ চকুত একো নপৰিল কাৰণেহে তাইৰ—তায়েই সকলো—যেন লাগিছিল! অৱশ্যে প্ৰথমৰ পৰাই মেনকা তাইৰ সমানে-সমানে থকা হ'লে এতিয়া তাইৰ হঠাতে এনেকুৱা কষ্ট নহ'লহেঁতেন। তথাপি কিৰণে নিজকে বুজাইছিল —এনেকৈ থাকি একো লাভ নাই। কাৰো বিশ্বাস নাই।

তাৰ পাছত তাই মহীকান্তকো বুজাইছিল,—কিনো ডাঙৰ কথাটো হ'ল? কথাখিনি কওঁতে তাইৰ নাক-মুখ ফুলি-ফুলি উঠিছিল, তথাপি তাই মুখত হাঁহি এটা লগাই ৰাখিছিল। —"এনেকুৱাতো হ'বই। মইতো কেতিয়াবাই হ'ব বুলি ভাবিছিলোঁ। মই বেয়া পোৱা নাই দিয়ক। চিন্তা কৰিব নালাগে।" —কিৰণে মহীকান্তৰ জপৰা চুলিখিনিত আঙুলি বুলাইছিল, তাৰ পাছত সুধিছিল, "চুলি নাকাটে?" অলপ পৰ বৈ তাই আকৌ সুধিছিল, "হু? শুনিছেনে নাই?" তাৰ পাছত মহীকান্তৰ মূৰটোত জোকাৰ এটা মাৰি তাই হঠাতে মাতটো ডাঙৰ কৰি সুধিছিল, "কিনো ভাবি থাকে?"

"যোৱাচোন, কাম-বন কি আছে চোৱাগৈ। অনবৰতে কোঠা-লিটোতে সোমাই থাকা কিয়?"

মহীকান্তই সৰু মাতেৰে কৈছিল।

কিৰণ উচপ খাই উঠিছিল। কেইমুহূৰ্তমানৰ পাছত তাইৰ এনেকুৱা লাগিছিল যেন মেনকাইহে কথাষাৰ ক'লে। সেই খোবা-খুবুনীৰ দিনাৰ পৰা আজিলৈকে,—ইমান দিনৰ ভিতৰত আজিহে যেন তাইৰ অসময়ত শোৱনী-কোঠালীত সোমাই থকাৰ কাৰণে প্ৰথম লাজ লাগিছিল। তথাপি তাই মহীকান্তৰ মূৰৰ পৰা হাতখন আঁতৰাই নিয়া নাছিল, বৰঞ্চ তাৰ মুখখন নিজৰ ফালে ঘূৰাই তাই শাসনৰ সুৰত সুধিছিল, "কি হৈছে নকয় কিয়?"

তাৰ পাছত তাই ওচৰতে বহি লৈ একেখিনি কথাকে ঘূৰাই পকাই কৈছিল,—যি হ'ল হ'ল; মোৰ মনত একো বেয়া ভাব নাই;

আমি দুজনী মিলেৰে থকাটোহে আচল কথা! আপোনাৰ চিন্তা কিহৰ?

মহীকান্তই এটা শব্দও উচ্চাৰণ কৰা নাছিল। তাৰ পাছতো, কেইদিন পাৰ হৈ গ'ল, সি সেই তেনেকৈয়ে আছে।

ইমানকৈ বুজোৱাৰ পাছতো মানুহটো তেনেকৈ আছে! তেনেহলে হৈছে কি? কিৰণে চাহ পিয়লালৈ চালে। উঠি গৈ মাজৰ আঙুলিটো ভাঁজ কৰি গাঠিটো চাহখিনিত ডুবাই চালে, তাৰ পাছত চাহখিনি গৰম কৰি নিজেই খাবলৈ বুলি তাই পাগঘৰলৈ গ'ল। পাগঘৰত বহি থাকোঁতে তাই ঠিক কৰিলে, এই কথাই কথা নহয়; মানুহটোক আগৰ নিচিনা কৰিবই লাগিব।

দেওবাৰে ভজহৰিয়ে কলঘৰত কঠা পঠাৰ মঙহ আনিছিল, কিৰণে তাক ঘাই ঘৰটোৰ মুধৰ ফালে মাতি নি কিবা ক'লে।

গধূলিৰ পাছত কিৰণে মহীকান্তক শোৱা কোঠালিতে এবাটি মঙহ খাবলৈ দিলে। গোটেই কোঠালিটো কিৰণে মুখত ঘঁহা পাউডাৰ-পাউডাৰ গোন্ধাইছিল। মহীকান্তই বাটিটোলৈ এবাৰ কেৰাহিকৈ চাই পালেঙৰ ফুল কটা শিতানত মূৰটো আউজাই দিলে। বাকচ আৰু বেৰৰ চেপৰ পৰা কিৰণে নতুন মদৰ বটল এটা আনি খিৰিকিৰ ওচৰৰ মেজখনত থলে।

"এইটো ক'ত পালা?" মহীকান্তই লগে-লগে সুধিলে।

"পালোঁ আৰু।" কিৰণে হাঁহি-হাঁহি ক'লে।

মহীকান্তই মনত পেলাবলৈ চেষ্টা কৰিলে—সিয়েই আনিছিল, ভুলতে থাকি গৈছে নে কি? নহয়, তেনেকুৱা হ'ব নোৱাৰে। সি সুধিলে, "কোৱাচোন ক'ত পালা?"

মহীকান্তৰ মেজাজ বেয়া হৈ যায় বুলি কিৰণে ভয়তে সঁচা কথাটো ক'লে—ভজহৰিৰ হতুৱাই অনাইছে।

অকণমান সময় তভক মাৰি থাকি মহীকান্তই গম্ভীৰ মাতেৰে ক'লে, "আজিৰ পৰা তাক এইবোৰ কামত নলাগাবা।" অলপ ৰৈ সি আকৌ ক'লে, "তাক কোনো কামতেই নলগাবা। কিবা লাগিলে মোক কবা।"

মহীকান্তৰ মেজাজ বেয়া হৈ নগ'ল, কিন্তু কিৰণে ভবা মতে ভালো নহ'ল। পাছিংশ্ব' ছিগাৰেটৰ পেকেটটোত সাতটা ছিগাৰেট আছিল,

একে ঠাইতে বহি সি তাৰে পাঁচটা খাই শেষ কৰিলে। ভাত খাই উঠাৰ পাছত এসময়ত কিৰণে কান্দি পেলালে।

এইবাৰ মহীকান্ত বিৰক্ত হ'ল। "কি মিছামিছিকৈ—"বুলি এবাৰ সি বিছনাৰ পৰা উঠি আহিল। কিৰণৰ উচুপনিৰে কোঠালিটোৰ সকলো ঠাই ভৰি পৰিছিল; মহীকান্তই অ'ত-ত'ত থিয় হৈ চালে,—ক'তো তাৰ ভাল নালাগিল। অলপ পাছত সি দুৱাৰখন খুলি বাৰাণ্ডালৈ ওলাই আহিল।

বাৰাণ্ডাৰ পৰা দেখা আটাইকেইখন দুৱাৰ বন্ধ। বাহিৰখন নিজান। অলপ পৰ খুটা এটাত বাহুৰ ভৰ দি থিয় হৈ থাকি মহীকান্ত চিৰিত ভৰি থৈ পকাতে বহিল।

কিমান সময় পাৰ হ'ল মহীকান্তই ক'ব নোৱাৰে, এবাৰ মাজৰ কোঠালিটোৰ দুৱাৰখন খোল খালে। সেইখন দুৱাৰেদি মেনকাৰ কোঠালিৰ পৰাহে কোনোবা ওলাই আহিব পাৰে। মহীকান্তই মুখ ঘূৰাই চালে। মেনকাৰ কোঠালিৰ পৰা দুখন দুৱাৰৰ ফাঁকেদি অহা পোহৰত মহীকান্তই দেখিলে—ইন্দ্ৰ ওলাই আহিছে।

ইন্দ্ৰও বাৰাণ্ডালৈ ওলায়েই থমক খাই ৰ'ল। তাৰ পাছত, দেউতাক বুলি চিনি পোৱাৰ পাছত সি পাগঘৰৰ কাষেদি পিছফাললৈ গ'ল। সিহঁতৰ কোঠালিটোৰ পৰা বাহিৰলৈ ওলোৱা পিছফালৰ দুৱাৰখন কেইদিনমানৰ আগতে মেনকাই মেজ এখন টানি আনি বন্ধ কৰি থৈছিল।

মহীকান্তই ইন্দ্ৰ যোৱাৰ ফালে চাই বহি ৰ'ল। অলপ পাছত উভতি আহি ইন্দ্ৰ চিৰি নোহোৱা ঠায়েদিয়েই চোতালৰ পৰা বাৰাণ্ডাত উঠিছে, এনেতে মহীকান্তই মাত লগালে, "ইন্দ্ৰ!"

ইন্দ্ৰ ৰ'ল।

"চাওঁ শুনচোন।"

ইন্দ্ৰ মহীকান্তৰ ওচৰ চাপি আহিল।

"বাহিৰলৈ আহিলে লেম-চাকি কিবা এটা লৈ আহিব নোৱাৰ? এন্ধাৰে-মুন্ধাৰে ভয় নালাগে? বহচোন।" মহীকান্তই লাহে-লাহে ক'লে।

অকণমান সময় থিয় হৈ থাকি ইন্দ্ৰ দেউতাকৰ ওচৰতে বহিল।

"তোৰ টোপনি যোৱা নাই?"

"নাই।"

"কি কৰিছিলি?"

"অংক কৰিছিলোঁ।"

মহীকান্ত অলপ সময় মনে-মনে ৰ'ল। এইটো ল'ৰাই ইমান ৰাতিলৈকে অংক কৰে,—মহীকান্ত বোধহয় আচৰিত হৈছিল। অলপ পাছত সি সুধিলে, "তিনিমহীয়া পৰীক্ষাৰ নম্বৰ দিলে?"

"দিলে।"

"কিমান কিমান নম্বৰ পাইছ?" অংকত কিমান পাইছ?"

"নিৰান্নব্বৈ।"

"প্ৰথম কোন হৈছে?"

"মই।"

অকণমান সময় আকৌ মনে-মনে থাকি মহীকান্ত নিজে চুঁচৰি ইন্দ্ৰৰ ওচৰ চাপিল, সি এখন হাতেৰে আলফুলকৈ মেৰিয়াই তাকো অকণমান কাষলৈ নিলে, তাৰ পাছত ইখন হাতেৰেও তাক সাৱটি ধৰিলে। বুকুৰ একাষে ইন্দ্ৰৰ মূৰটো লগাই অলপ সময় সি সাৰসুৰ নোহোৱাৰ নিচিনাকৈ বহি ৰ'ল। তেনেকৈয়ে ধৰি থাকি এসময়ত সি গুণগুণাই সুধিলে, "তোৰ কিতাপ-বহী যি য'ত লাগে চব আছে?"

"ওঁ।"

"কোনে কিনি দিলে?"

"মাই পইচা দিছিল, খুৰাই কিনি দিলে।" ইন্দ্ৰয়ো গুণগুণকৈ ক'লে। খুৰাই মানে ভদ্ৰকান্তই।

মহীকান্তই লাহে-লাহে হাত দুখন আঁতৰাই নিলে। অলপ পাছত সি ক'লে, "শোগৈ যা। এতিয়া আৰু অংক কৰিব নালাগে। শুই থাকগৈ।"

ইন্দ্ৰ উঠি আহিল, মহীকান্ত তাতে বহি ৰ'ল।

আৰু দুদিনমান মহীকান্তই বিশেষ মাত-বোল নকৰাকৈ আলেঙে-আলেঙে কটালে, কিন্তু এদিন গধূলিৰ পাছত হঠাতে সি বাৰাণ্ডাত থিয় হৈ সুধিলে,—"ই সৰুবাপু আহিল নে নাই? ক'ত আছে।"

বাৰাণ্ডাত কোনো নাছিল। ভিতৰত ঘেৰে ঘ'তে খি কৰি আছিল, সকলোৱে মহীকান্তৰ প্ৰশ্নটো শুনিলে আৰু প্ৰত্যেকেই আন কাৰোবাক সোধা বুলি ভাবিলে।

ভদ্ৰকান্ত ঘৰত নাছিল।

মহীকান্তৰ মাতটোত পাগঘৰত কাম কৰি থকা কিৰণ চক্ খাই উঠিছিল। এক মুহূৰ্ততে তাইৰ মনটোৱে সকাহ পোৱা যেন লাগি গৈছিল, কিন্তু মাতটোৰ ধৰণটো শুনি তাইৰ শংকাও হৈছিল। তাই লৰা-লৰিকৈ পাগঘৰৰ পৰা ওলাই আহিল।

মহীকান্তই জেপৰ পৰা চাবি, পইচা, ৰুমাল, তামোলৰ টেমা উলিয়াই মেজত থলে, তাৰ পাছত পাঞ্জাবীটো খুলিব খুজিলে, কিন্তু নুখুলিলে। সি আকৌ দুৱাৰৰ ফালে খোজ দিলে। কিৰণে সন্মুখত থিয় হৈ সুধিলে, "কি হ'ল?"

"একো নাই হোৱা?"—বুলি কৈ মহীকান্ত কিৰণৰ বাহুত গাৰ খুন্দা লগাই ওলাই গ'ল। তাৰ মুখৰ গোন্ধটো যেন কিৰণৰ ওচৰতে অলপ সময় থুপ খাই ৰৈ গ'ল।

মহীকান্ত বাপেকৰ কোঠালিত সোমালগৈ। ঘনকান্ত বুঢ়াই বিছনাত বহি, গাৰু এটাৰ গিলিপটো খুলি, গাৰুটোৰ ভিতৰৰ অ'ত-ত'ত খোপা-থুপি হৈ যোৱা তুলাবোৰ বাহিৰৰ পৰাই ফঁহিয়াবলৈ চেষ্টা কৰি আছিল। কোঠালিটোত সোমায়েই মহীকান্তই ক'লে, "ইয়াৰ,—সৰু বাপুৰ ব্যৱস্থা বেলেগ হ'ব। তোক মই কথাটো কৈ থলোঁ।"

ঘনকান্ত বুঢ়াই চকু দুটা সৰু-সৰু কৰি পুতেকৰ মুখলৈ চাই তাৰ কথাৰ অৰ্থ বুজিবলৈ চেষ্টা কৰিলে। লেমটো মহীকান্তৰ পিছফালে পৰিছিল; তাৰ মুখখন বুঢ়াই ভালকৈ দেখা নাছিল।

"কি বেলেগ ব্যৱস্থা?"—বুঢ়াৰ হাতখন গাৰুটোৰ এঠাইত খামোচ মৰাৰ ভংগীতে ৰৈ গ'ল।

"মোক সেই কোঠালিটো লাগে। ইন্দ্ৰক লগত লৈ মই সেইটো কোঠালিত থাকিম। তাক অন্য ব্যৱস্থা কৰিবলৈ ক।"

অলপ সময় মহীকান্তৰ ফালে চাই থাকি বুঢ়াই আগৰ কামত ধৰিলে,—যেন তেওঁক কোনেও একো কোৱাই নাই।

"সোনকালে কোঠালিটো খালী হ'ব লাগে। তাক মই কম নে তই কৰি ?" মহীকান্তই অসংযত সুৰেৰে সুধিলে।

নিৰুদ্বেগ মাতেৰে বুঢ়াই ক'লে, "ইমাননো লৰালৰি কৰিছ কেলেই ? এইটো কোঠালিতো খালী হ'বই। আৰুনো কেইটা দিন আছে ? সেইকেইটা দিনো যদি বাট চাব নোৱাৰ, তেনেহলে ক,. খালী কৰি দিওঁ।"

"সেইডাল একেডাল কথাকে গাই নাথাকিবি। এইটো ঘৰৰ দহটা কোঠালি খালী হৈ পৰি থাকিলেও সি ইয়াত থাকিব নোৱাৰে। যাব লাগিব।" মহীকান্তই ডাঙৰ মাতেৰে ক'লে।

"কি ?" বুঢ়াই গাৰুটো আঁতৰাই থলে। তেওঁৰ মাতটো টান হৈ গ'ল। "তোৰ অতপালি মই বহুত সহ্য কৰি আছোঁ। বহুত সহ্য কৰি আছোঁ।"

"কোনে তইঁতক সহ্য কৰি থাকিবলৈ কৈছে ? সহ্য নকৰি কিডাল কৰিব পাৰ নকৰ কিয় ?" মহীকান্তই ডাবি দি সুধিলে।

হঠাতে বুঢ়াৰ মাতটো তীক্ষ্ণ হৈ গ'ল,—"ওলা, বাহিৰ হ।" বুঢ়া বিছনাৰ পৰা উঠিল, মহীকান্তৰ সন্মুখত থিয় হৈ দুৱাৰখনৰ ফালে আঙুলি টোঁৱাই তেওঁ চিঞৰি-চিঞৰি ক'লে, "ওলাই যা! মোৰ চকুৰ আগৰ পৰা তই আঁতৰ হ। এইখন ঘৰত তাৰ ভাতকেইটাৰতো মুদা মৰিলেই, এতিয়া তাৰ বিছনাখনৰ ওপৰতো তোৰ চকু! আঁতৰ হ।"

মহীকান্তয়ো সমানে চিঞৰিলে, "মই কাৰো ভাতৰ মুদা মৰা নাই। কোনে কিমান খায়, খাই থাকক। কিন্তু বিছনা,—হয় বিছনা"—মহীকান্তৰ চকুদুটা যেন জ্বলি উঠিল; তাৰ হিতাহিত জ্ঞান নাইকিয়া হৈ গ'ল,—"বিছনাহে ডাঙৰ কথা। ভাত গৰু-গাহৰীয়েও খায়! কিন্তু বিছনাহে ডাঙৰ কথা। সি এই বিছনা এৰিব লাগিব।"

বুঢ়াই গৰ্জি উঠিল, "তই যাবিনে নাযাৱ ?"

মহীকান্তই একো কবলৈ আৰু কৰিবলৈ নাপাওঁতেই দুৱাৰডলিৰ পৰা হাত মেলি কিৰণে মহীকান্তক টানি লৈ গ'ল।

বজাৰৰপৰা খালী ভাৰ, পাছি লৈ ঘৰলৈ ওভতা মৈমনসিঙীয়া বেপাৰী দুটামান বুঢ়াৰ কোঠালিৰ খিৰিকিখনৰ পোনে-পোনে বাটৰ

কামত বৈ গৈছিল, সিহঁতে খোজ লবালে। বাটৰ সিকাষৰ পদূলিলৈ কোনোবা-কোনোবা ওলাই আহিছিল, বেপাৰীকেইটা যোৱাৰ পাছতে তিনিটা পদূলিৰ মানুহ এঠাইত গোট খালে।

নিজৰ কোঠালিত, বাৰাণ্ডাত মহীকান্তই বহু ৰাতিলৈকে গুজৰি গুমৰি থাকিল। সিযে মদৰ জালত কথাবোৰ কোৱা নাই, সেইটো বুজাবলৈ সি পাছদিনা পুৱাও মুখ মেলিলে। ভদ্ৰকান্তক সমুখলৈ মাতি আনি কথাটো কবলৈ তাৰ ইচ্ছা নাছিল, কিন্তু তাৰ উদ্দেশ্য আছিল কথাটো ভদ্ৰকান্তই শুনক।

ভদ্ৰকান্তই ঠিকেই শুনিলে। কাছাৰীৰ কামৰ কাগজ এনুৱা মেলি সি কিবা চাব খুজিছিল, ককায়েকৰ কথাবোৰ শুনি সি থৰ হৈ গ'ল। সি এই কোঠালিটোৰ পৰা ওলাই যাব লাগে? কথা নাই, বতৰা নাই, হঠাৎ? এটা অদ্ভুত কষ্টই তাৰ বুকুখন যেন হেঁচা মাৰি ধৰিলে। হোটেলত, মদনৰ ঘৰত, ৰত্নকান্তৰ ঘৰত, অ'ত-ত'ত ভাত খাওঁতে বহুদিন তাৰ চকু চলচলীয়া হৈছে, এটা টকাৰ কাৰণে কেতিয়াবা সি কাছাৰীৰ বাকৰিৰ মানুহৰ পিছে-পিছে ঘুৰিছে, ই সুধিলে তাৰ তাত খালোঁ, সি সুধিলে ইয়াৰ তাত খালোঁ বুলি কৈ লঘোণে আছে, তথাপি কাৰো আগত তাৰ কষ্টৰ কথা এষাৰো কোৱা নাই। সি সদায় ভাবি আছে—এদিন নহয় এদিন তাৰ এই কষ্ট আঁতৰিব। চিন্তা কৰিব নলগীয়াকৈ একমাত্ৰ এই কোঠালিটো, এই বিছনাখন আছে ;—এইখিনিও সি এৰি থৈ যাব লাগে?

ভদ্ৰকান্ত অলপ সময় তলমূৰ কৰি বহি ৰ'ল। ককায়েকৰ কথাবোৰ বৈ-বৈ, টুকুৰাটুকুৰকৈ আহি আছিল। এবাৰ ভদ্ৰকান্ত উঠিল। ওচৰৰ ৰছিডালত ওলমি থকা গামোছাখনৰ আগেৰে চকু-মুখ মচিলে, তাৰ পাছত সি ওলাই আহিল। বাৰাণ্ডাতে চকী এখনত বহি মহীকান্তই ভৰি দুখন লৰাই আছিল। তাৰ ওচৰলৈ আহি ভদ্ৰকান্তই ক'লে "হব দে। মই শুনিছোঁ নহয়। আৰু শুনিছোঁ যেতিয়া কিবা এটা কৰিম নহয়।" কথাখিনি সি এসময়ত তাৰ মাকক কোৱাদি ক'লে। কৈয়ে আঁতৰি যাব খুজিছিল, কিন্তু দুখোজমান গৈয়েই সি ৰ'ল, উভতিল আৰু গম্ভীৰ মাতেৰে ক'লে, "কিয় তই মোক এনেকৈ ওলাই যাবলৈ কলি মই নাজানো আৰু তোৰ নিচিনা মানুহক সেইটো কথা মই নোসোধোঁও। মই নাযাওঁ বুলিলে এইটো ঘৰৰ পৰা মোক উলিয়াবলৈ তোৰ সাধ্য নাই। কিন্তু তোৰ মুখৰ পৰা সেইষাৰ কথা ওলাল যেতিয়া মই আৰু

এইটো ঘৰত নাথাকোঁ।” তাৰ পাছৰ কথাখিনি কওঁতে হঠাতে ভদ্ৰকান্তৰ দাঁত কামোৰ খাই গ'ল, “কিন্তু তই ঠিক মনত ৰাখিবি, থাকোঁতেও মই বাঘৰ নিচিনাকৈ আছিলোঁ, যাওঁতেও বাঘৰ নিচিনাকৈ যাম, আৰু য'তে থাকোঁ বাঘৰ নিচিনাকৈয়ে থাকিম। মোক আঁতৰাই তোৰ একো লাভ নহ'ব।”

এইকণ সময়ৰ ভিতৰতে ভদ্ৰকান্তই ভাবি ঠিক কৰিছিল,—মহীকান্তই ঘৰখনত যি ইচ্ছা তাকে কৰিবলৈ তাক আঁতৰাই লব খুজিছে।

মহীকান্তই গোজৰাৰ সুৰত ক'লে, “ঠিক আছে। চাই থাকোঁ-চোন লাভ হয় নে নহয়।”

সি আৰু কিবা কব খুজিছিল, ঠিক তেনে সময়তে পাগঘৰৰ পৰা মেনকা ওলাই আহিল। চাদৰত হাত মচি-মচি তাই মাতিলে, “সৰুবাপু!”

আগফাললৈ ওলাই যাব খোজা ভদ্ৰকান্ত ৰ'ল।

“তুমি ভিতৰলৈ যোৱা আৰু মনে-মনে থাকা।”

মহীকান্তই চকুদুটা বহলকৈ মেলি মেনকালৈ চালে।

“যোৱা বুলিছোঁ নহয়। বৈ আছা কিয়?” মেনকাই টান মাতেৰে ক'লে।

ভিতৰৰ পৰা ঘনকান্ত বুঢ়া ওলাই আহিল। অইন কাৰো মুখলৈ নোচোৱাকৈ তেওঁ পোনে পোনে ভদ্ৰকান্তক ক'লে, “সৰু বাপু, তই ৰত্নক মাতি আনগৈ। এতিয়াই যা। মই মাতিছোঁ বুলি কবি। লগতে লৈ আহিবি।” কথা কেইষাৰ কৈয়েই বুঢ়া আকৌ ভিতৰলৈ সোমাই গ'ল।

দুপৰীয়াৰ আগে আগে ৰত্নকান্ত আহিল। মহীকান্ত ঘৰত নাছিল। ঘনকান্ত বুঢ়া বৰ অস্থিৰ হৈ আছিল। ৰত্নকান্ত কোঠালিটোত সোমোৱাৰ লগে-লগে তেওঁ চকুযোৰ মচি ল'লে। ৰত্নকান্ত আৰু ভদ্ৰকান্ত বুঢ়াৰ বিছনাখনৰ দুই মূৰে বহিল।

বুঢ়াই সৰু মাতেৰে, লাহে-লাহে কথাবোৰ কৈ গ'ল। হঠাতে কথাবোৰ এনেকুৱা হ'ব বুলি তেওঁ ভবা নাছিল, কিন্তু ভুলতেই হওক, খঙৰ ভমকতেই হওক মহীকান্তৰ মুখত এনেকুৱা কথা ওলাল যেতিয়া তেওঁ নিজৰ কৰিবলগীয়া কামটো কৰি থৈ যাবই লাগিব।

“আজি কি বাৰ?”

“শুকুৰবাৰ।” ৰত্নকান্তই ক'লে।

"অহা শুকুৰবাৰৰ ভিতৰতে তহঁতে কাছাৰীত কাগজ-পাতি ঠিক-ঠাক কৰি মাটিখিনি ভগাই ল।"

ৰত্নকান্তই তলমূৰ কৰিলে। অলপ পাছত সি ক'লে "মোৰতো তাতে সুবিধা হৈছে পিতাই। মোকনো ইয়াৰ মাটিৰ ভাগ কি কৰিবলৈ লাগিছে? মোৰ ভাগৰখিনিও ইয়েই লওক।"

ভদ্ৰকান্তই স্থিৰ দৃষ্টিৰে ককায়েকৰ মুখলৈ চালে।

"হ'ব তেনেহলে। কাছাৰীত গৈ তাকে লিখি দে। দুভাগ ইয়াৰ, এভাগ তাৰ। এইসোপা কিবাকিবি দলিল মোৰ হাতত আছিল, ল। তাৰ হাততো কিবাকিবি কাগজ আছে হবলা, লবি। তাক তাক কৈ দিবি, সি যদি কিবা আপত্তি কৰে, মই এই গোটেই ঘৰত জুই লগাই দিম। এটাইখন বাটত উঠিবগৈ লাগিব।"

সুতা এডালেৰে বান্ধি থোৱা ৰঙচুৱা কাগজ কেইখিলামান ৰত্নকান্তৰ হাতত দি বুঢ়াই ভদ্ৰকান্তলৈ চাই ক'লে, "আৰু তই,—শুন। বাপৰ বেটা হব যদি, সৌ বাঁহতলত জুপুৰী সাজি আঁতৰি থাকিবি। কাৰো কেতেবা মাত খাই লঘু নহবি। এইবোৰ টিন-পাতৰ ঘৰত, পকীঘৰত তাকে নাচিবলৈ দে।"

অলপ সময় তিনিওটা মানুহ তিনিফালে চাই মনে-মনে বহি ৰ'ল। তাৰ পাছত ৰত্নকান্তই ক'লে, "বৰ দুখৰ কথা হ'ল।"

বুঢ়াই লগে লগে খোলা মাতেৰে ক'লে, "নহয় নহয়, এইটো একো দুখৰ কথা নহয়। কাইলৈ যিটো হ'বই, আজি সেইটো মোৰ চকুৰ আগতে হৈছে, এইটো সুখৰহে কথা। শান্তিৰে চকু মুদিব পাৰিম, ভালহে কথা। সি যে কথাটো উলিয়ালে, সেইটোও ভগৱানৰে ইচ্ছা বুইছ? কেৱল কথা হ'ল—ৰাখি থাবি।" বুঢ়াৰ মাতটো সৰু হ'ল। "কষ্ট কৰি অৰ্জা সম্পত্তি, পাৰিলে বঢ়াবি, নুটুটাবি। যা, ভাল হ'ব যা তহঁতৰ। মোৰ দিহা মতে কাম কৰগৈ যা।"

শুকুৰবাৰৰ ভিতৰতে নহ'ল, কিন্তু এমাহ মানৰ ভিতৰত ঘনকান্ত বুঢ়াৰ মাটিডোখৰ দুভাগ হোৱাৰ কামখিনিৰ দিহা লাগিল। পিছফালৰ কৰ্দৈজোপাৰ অলপ সিফালৰ পৰা সৰ্বানন্দ তৰণীৰ সীমালৈকে এই গোটেইখিনি মাটি ভদ্ৰকান্তৰ ভাগত পৰিল।

ভদ্ৰকান্তই ইতিমধ্যে পকা পকা বাঁহ কেইডালমান কটাবলৈ আৰম্ভ কৰিছিল, ঘৰ এটা সজাবলৈ।

# আঠ

মাটি ভাগ কৰাৰ কথাটো প্ৰথমবাৰ শুনোতে মহীকান্ত থমক খাই ৰৈছিল, কিন্তু তাৰ পাছতে সি এনেকুৱা এটা ভাব দেখুৱালে যেন ক'তো একো হোৱাই নাই। এদিন ৰত্নকান্তই মাতি পঠিয়াওঁতে সি কাছাৰীলৈ গ'ল, ইয়াচীন মোক্তাৰে দেখুৱাই দিয়া ঠাইত,— মুখেৰে এটাও শব্দ নকৰাকৈ, কেইটামান চহী কৰিলে, কাছাৰীৰ বাকৰিত মানুহৰ মাজে মাজে এনেয়ে অলপ সময় ঘূৰিলে, চিনাকি ৰামবিৰিছৰ দোকানত এখন চাচি পাণ খালে, তাৰ পাছত কল-ঘৰলৈ গুচি গ'ল। এই গোটেইখিনি সময়ৰ ভিতৰত সি ৰাম-বিৰিছৰ বাহিৰে কাৰো চকুলৈ চাই কথা নাপাতিলে।

ভদ্ৰকান্তই ঠিক কৰিছিল, সি সাদিনমানৰ ভিতৰতে খেৰ-বাঁহৰ দুকুঠলীয়া ঘৰ এটা সজাব। চুবুৰীটোৰ এমূৰে তাহানিৰ জগন্নাথ কবিৰাজৰ এৰাবাৰীৰ তাল গছজোপাৰ ওচৰত জুপুৰী এটা সাজি থাকিবলৈ লৈছিল পৰশু বুঢ়াই। আচলতে মানুহটোৰ সিমান বয়স হোৱা নাছিল; কেও-কিছু নোহোৱা অকলশৰীয়া মানুহ, চুলি কটা, ডাঢ়ি-মোচ খুৰুৱাৰ হিচাপ নাই; গতিকে সি বুঢ়া; পৰশু বুঢ়াও নহয়, তালতলৰ বুঢ়া। সেই তালতলৰ বুঢ়াকে ভদ্ৰকান্তই লগাইছিল বাঁহ কাটিবলৈ। একুৰিমান বাঁহ কটা হলত এদিন ভদ্ৰকান্ত ঘৰটোৰ ভেটিৰ ঠাই ঠিক কৰিবলৈ বাঁহতলত থিয় হ'ল। লগত মদন।

কঁঠালজোপাৰ পৰা অলপ এইফালে—এইডোখৰ ঠাইয়েই মুকলি। গছ-গছনি একো নকটাকৈ এইখিনিতে দুকুঠলীয়া ঘৰ এটা ভালকৈ বহিব।

"কেনে দেখ?" ভদ্ৰকান্তই মদনৰ চকুলৈ চালে।

থৰ লাগি পৰি থকা ভেলেউ গছৰ টুকুৰাটোলৈ মদনে থৰ লাগি চাই আছিল। দিনৰ ভাগত সেই টুকুৰাটো সি দেখা নাছিল। কুঠাৰৰ ঘাপে ওখোৰা-মোখোৰা কৰা গুৰি ফালটো ক'লা পৰিছে; দিনৰ পাছত দিন হাঁত মেলি দিয়া গামোছাত খাৰে ধৰিলে যেনেকুৱা ক'লা-ক'লা ফুট-ফুট পৰে, তেনেকুৱা পৰিছে। গাটোৰ ছালবোৰ

ফাটিছে, ভেঁকুৰিছে। দেখিলেই ক'বলৈ মন যায়—'ৰব নবৌ, নবহিব; কিবা এখন পাৰি দিওঁ।'

"হুঁ?" মদনে ভদ্ৰকান্তৰ ফালে মুখ ঘূৰালে। "ওঁ, ভাল হ'ব। এইখিনিৰ পৰা সৌখিনিলৈ এনেকৈ ঘৰটো বহিলে—" ইত্যাদি কথা কিছুমান কৈ-কৈ মদনে ইফালৰ পৰা সিফালে খোজ কাঢ়ি-কাঢ়ি ভেটিটোৰ আকাৰ দেখুৱাবলৈ ধৰিলে। তাৰ কথা মতে তালতলৰ বুঢ়াই জেং এডাল দুহাত দীঘলকৈ কাটি জোখমাৰি এডাল কৰিলে। মদনে সেই ডালেৰে আঠ হাত দীঘল, আঠ হাত বহল জোখৰ দুটা কোঠালিৰ ভেটি জুখি উলিয়ালে। ভেলেউ কাঠৰ টুকুৰাটো এটা কোঠালিৰ সোঁ-মাজতে পৰিল। কাঠ টুকুৰাৰ ওচৰতে থিয় হৈ মদনে ক'লে, "এইটো কোঠালিতে শুবি, ইটো কোঠালিত—"

মদনে কথা বন্ধ কৰিলে। ঘনকান্ত বুঢ়া লাহে লাহে এইফালে আহিছে।

ভদ্ৰকান্তহঁতৰ ওচৰ পাই বুঢ়াই সুধিলে, "কচোন কি কৰিব খুজিছ।"

ভদ্ৰকান্তই বুজালে—দুটা কোঠালি হ'ব এটাত সি শুব, ইটোত বন্ধা-বঢ়া হ'ব।

বুঢ়াই ক'লে, "নালাগে বন্ধা-বঢ়া কৰিবলৈ মূধৰ ফালে এচলীয়াই হওক দুচলীয়াই হওক বেলেগ কোঠালি এটা কৰ। আগফালে দীঘলীয়াকৈ দুহাতমান বহল বাৰাণ্ডা এখন দে।"

ভদ্ৰকান্ত মনে-মনে ৰ'ল।

বুঢ়াই মদনৰ ফালে চাই ক'লে, "হাজাৰ হওক, উঠ-বহ কৰিবলৈ দুটা কোঠালি লাগেই; নহয় জানো? কিজানিবা ময়ো ইয়াতে বিছনা লবহি লাগে।" শেষৰ কথাষাৰ কৈ বুঢ়াই হাঁহিলে। হাঁহিটো সামৰি তেওঁ সৰ্বানন্দ তৰণীৰ সীমাৰ ফালে, গজেনহঁতৰ ঘৰৰ ফালে, —কেউফালে চকু ঘূৰাই বাৰীখন চালে, তাৰ পাছত—"জেওৰাবোৰ ভালকৈ দিয়াই লবি"—বুলি কৈ লাহে-লাহে গুচি গ'ল।

অলপ সময় মনে-মনে থাকি মদনে ক'লে, "বৰপিতায়ে কোৱা

কথাটো সঁচা অ'। সাজিবিয়েই যেতিয়া অলপ আহল-বহলকৈ সজাই ভাল। আমিও কেতিয়াবা এৰাতি-দুৰাতি—"

"খৰচৰ কথা আছেতো। পিতাইক মই একো নক'লো,—কাৰণ খৰচৰ কথা ওলালেই পিতায়ে পইচা দিবলৈ ওলাব।"—ভদ্ৰকান্তই গহীন সুৰেৰে ক'লে।

অলপ সময় ভদ্ৰকান্তৰ মুখলৈ চাই থাকি মদনে সৰু মাতেৰে সুধিলে, "বৰপিতায়ে দিয়া পইচাও তই নলব?"

"নোলোৱাৰ কথা হোৱা নাই। তথাপি থাককচোন এতিয়া। চাওঁ কিমান দূৰ কি কৰিব পৰা যায়।" ভদ্ৰকান্তই আধা ফুটা আধা নুফুটাকৈ কথাখিনি ক'লে।

মদনে অকণমান সময় হাতৰ জোখ-মাৰিডালেৰে মাটি খুচৰিলে, তাৰ পাছত হঠাতে সি ভাওৰ মাতেৰে, ফূৰ্তিৰ সুৰেৰে ক'লে, "ঠিক আছে। বৰপিতাইৰ কথা মতেই কাম হ'ব। চাওঁ ককাই, সৌ জেওৰে খুটি কেইটামান কাটি দিয়াচোন; এনেয়ে ওপৰে-ওপৰে আন্দাজ এটা কৰোঁ। আৰু শুনা ককাই, এইয়ে বাঁহত হাত দিলা,—ঘৰ হ'ব, চৌকা জ্বলিব, সেই চৌকাত ৰন্ধা ভাত এসাজ খাবা, তাৰ পাছতহে তুমি অইন ফালে মুখ কৰিব পাৰিবা, কৈ দিছোঁ।"

তালতলৰ বুঢ়াই এমূৰে জোওালি খুটি কেইটামান কৰি দিলে, মদনে "এইখিনিতে এটা পোতা,—এক, দুই, তিনি, চাৰি—এই-খিনিতে পোতা"—এনেকৈ পাকঘৰ, বাৰাণ্ডা আৰু দুটা কোঠালিৰ জোখ নতুনকৈ উলিয়াই পেলালে। ভদ্ৰকান্তই মাজতে "থ দে, এনেকৈ খুটি পুতিতো লাভ নাই; কাইলৈ ৰচি টানি ভালকৈ পুতিম" —বুলি কৈছিল; মদনে "ৰচোন চাইছোঁহে" বুলি মহা উৎসাহেৰে জোখ-মাখ কৰি গ'ল। শেষত তাৰ যেন ভাগৰ লাগিল। এবাৰ সি ভেলেউ কাঠটুকুৰাৰ ওচৰত থিয় হৈ ৰ'ল। অলপ পাছত বহোঁ-নবহোঁকৈ সি কাঠটুকুৰাৰ ওপৰত বহিল। তাৰ গাটো যেন জিকাৰ খাই উঠিল। অকণমান সময় ওচৰৰ মাটিখিনিলৈ চাই থাকি হঠাতে সি সুধিলে, "এইবোৰ কাঠৰ তক্তা ফালে নে নাফালে অ'?"

ভদ্ৰকান্তই ক'লে, "জানো। কিয়?"

"কাঠডোখৰ বৰ মোটা আছিল। তন্তা কলাৰ পৰা হ'লে কামত লাগিলহেঁতেন।" কাঠটুকুৰাৰে ওপৰত দুটামান থাপৰ মাৰি সি ক'লে, "এই ডোখৰ একো নকৰিবিচোন।"

পাছদিনাৰ পৰা মহীকান্তহঁতৰ ঘৰৰ পদূলিৰপৰা গোঁসাইঘৰৰ কাষেদি, নাদটোৰ পাৰেদি পাছফালৰ কঁঠাল গছৰ তললৈ ভালে-মান মানুহৰ অহা-যোৱা আৰম্ভ হ'ল। এই চুবুৰীৰ পদ্ম, নিতাই, গোলোক, পুহিলাৰ ভায়েক, সিটো চুবুৰীৰ পাঁচ-ছটামান,—এটাই-খনে হজ কৰি ভদ্ৰকান্তৰ ঘৰটো সাজিবলৈ ঠিক কৰিলে। যেয়ে যেতিয়াই সময় পায়, তেতিয়াই হাতত দা-কটাৰী লৈ কঁঠাল-তললৈ আহিল; খুটা, মাৰলি, কামি, হলা,—যেয়ে যি পালে কাটিলে, চাঁচিলে। কলঘৰৰ কামৰ আগে-পিছে মদনে চোৱা-চিতা কৰিলে। তালতলৰ বুঢ়াই ৰাতি লেম এটা জ্বলায়ো বেতৰ সুত তুলিলে।

মহীকান্ত কেতিয়াবা আগফালে বহি থাকিলে নিতাইহঁতৰ কোনো-বাই সোধে "বহিছ ককাইটি?"

মহীকান্তই মূৰ দুপিয়ায়।

যিদিনা চাল উঠিল, তাৰ পাছদিনা পুৱাই দুখন চৈ নোহোৱা গৰুগাড়ী শৰণ খেৰৰ মেটমৰা বোজা লৈ মহীকান্তহঁতৰ পদূলিত ৰ'লহি। মদনৰ মোমায়েকৰ পামৰ পৰা পঠিয়াইছে। ভদ্ৰকান্ত আৰু গাড়ী চলাই অনা ল'ৰা দুটাই পদূলিৰপৰা কঁঠাল-তললৈ খেৰখিনি কাঢ়িয়াবলৈ ললে। অলপ পাছতে এটা-এটাকৈ চুবুৰীটোৰ এটাইমখা সৰু ল'ৰা পদূলিত গোট খালে। সিহঁতে অলপ সময় ঘটনাটো চালে, তাৰ পাছত দুটামান জাপ মাৰি গাড়ীৰ খেৰৰ দ'মৰ ওপৰত উঠিল। সিহঁতে ওপৰৰপৰা খেৰৰ পোলাবোৰ মাটিলৈ দলিয়ালে, বাকীবোৰে দুপোলা-তিনিপোলা যিমান বলে পাৰে লৈ কঁঠাল-তললৈ দৌৰিবলৈ ধৰিলে। আহোঁতে-যাওঁতে সিহঁতে মুখেৰে মটৰ গাড়ীৰ ইঞ্জিনৰ শব্দ, হৰ্ণৰ শব্দ, ছাইকেলৰ ঘন্টিৰ শব্দ, খটলপ খটলপকৈ ঘোঁৰাৰ খুৰাৰ শব্দ,—নানান শব্দ কৰিবলৈ ধৰিলে।

মহীকান্তই এবাৰ আগফালৰ বাৰাণ্ডালৈ ওলাই আহি কি হৈছে চালে, দুতৰপকৈ কঁকালত মেৰিয়াই থোৱা চুৰিয়াখনৰ খোঁচনিটো

ভালকৈ মাৰিলে, তাৰ পাছত সি ভিতৰলৈ বুলি ঘূৰিল। কিন্তু হঠাতে কিবা এটা চকুত পৰাৰ নিচিনাকৈ সি আকৌ বাটৰ ফালে মুখ ঘূৰালে। গাড়ী দুখনৰ গৰু দুহাল গাৰোৱান ল'ৰা দুটাই খুলি দিছিল, সিহঁতৰ এহাল ভিতৰলৈ সোমাই আহি শেৱালিজোপাৰ তলৰ ঘাঁহ খাইছিল, এটাই চুকি পোৱাতে থকা শেৱালি পাতলৈ মুখ মেলিছিল। মহীকান্তই ল'ৰা এটাক মাতিলে, "অই শুনিছ ?"

সেইখিনিত থকা সকলোৱে মহীকান্তলৈ চালে। মহীকান্তই গাৰোৱান ল'ৰা এটাক ক'লে, "গৰুহাল উলিয়াই নে ?" কথাষাৰ কৈ সি ভিতৰ সোমাল। লগে-লগে আকৌ ল'ৰাহঁতৰ পিৰ্ত-পিৰ্ত-ব্ৰু-ব্ৰু-আৰম্ভ হ'ল।

খিৰিকিমুখত বিছনাত বহি ঘনকান্ত বুঢ়াই একেথৰে ল'ৰাহঁতলৈ চাই আছিল। এসময়ত তেওঁৰ মুখখনে হাহোঁ হাহোঁ কৰিলে।

চাওঁতে-চাওঁতে ঘৰটোৰ কাম শেষেই হৈ আহিল। ভেটি বান্ধিবলৈ মাটি খানোতে বাঁহজোপাৰ সিফালে এটা নতুন খাল হ'ল। ভেটিত মাটি পৰাৰ আগেয়ে মদনে ভেলেউ কাঠৰ টুকুৰাটো আঁতৰাই একাষৰীয়াকৈ থোৱালে। ফুল, পুহিলা আৰু দিন হাজিৰা কৰা মৈমনসিঙীয়া তিৰোতা দুজনীয়ে গোবৰ মাটিৰে বেৰবোৰ লিপিলে।

এদিন দুপৰীয়া কেৱল সিহঁত চাৰিজনী আৰু তালতলৰ বুঢ়া থাকোঁতে মেনকা ঘৰটোৰ ওচৰলৈ আহিল। তাই ধীৰ খোজেৰে চাৰিও কাষে ঘূৰি ঘৰটো চালে, তাৰ পাছত ভিতৰ সোমাল। বাঁহৰ শলাৰে চিক দিয়া দুখন সৰু-সৰু খিৰিকি ; বেৰবোৰত এলিপা পৰিছে ; কোঠালিটো মেনকাৰ আন্ধাৰ-আন্ধাৰ লাগিল। সেই কাৰণেই নে কি,—তাই থমক খাই ৰ'ল। কোঠালিটোৰ চুক-কোণ ভালকৈ চকুত পৰিবলৈ তাইৰ অলপ সময় লাগিল।

সিটো কোঠালিৰ পৰা প্ৰথমে পুহিলা, তাইৰ পিছে-পিছে ফুল ওলাই আহিল। দুয়োখন হাতত বোকা,—কিলাকুটিৰ ওচৰৰ হাতৰ ঠাৰিৰে কপালৰ চুলি আঁতৰাই পুহিলাই ক'লে, "কেইদিন হ'ল—দেহা মাৰি কাম কৰিছো, তই দেখোন খবৰেই নললি বা তামোল এখন, চাহ এবাতিকে দিওঁ !"

মেনকাই একো কবলৈ নাপাওঁতেই ফুলে ক'লে, " আমি হ'লে

চাহ-তামোলত ধৰা নাই, একেবাৰে মাছ খাবলৈহে বাট চাই আছোঁ।” কথাষাৰ কৈয়েই তাই মুখ টিপি হাঁহিলে।

পুহিলাৰ কথাত মেনকাই লাহেকৈ হাঁহিব খুজিছিল, ফুলৰ কথাত তাই কি কৰিব ঠিক কৰিব নোৱাৰিলে। তাইৰ মুখখন আপোনা-আপুনি গহীন হৈ গ'ল।

মেনকা সিটো কোঠালিলৈ গ'ল। গৈমনসিঙীয়া তিৰোতা দুজনীয়ে বহি-বহি বেৰৰ তলৰ ভাগ লিপিছিল, মেনকাক দেখিয়েই সিহঁত দুজনী থিয় হ'ল। দুইজনীয়ে তধা লাগি মেনকালৈ চাই ৰ'ল। মেনকাই এখন নকলি পাটৰ মেখেলা পিন্ধিছিল, ৰঙা পাৰিৰ চাফা চাদৰ এখন লৈছিল। চুলিখিনি মেলা আছিল, চুলিখিনিৰ ওপৰেদি চাদৰখন নি তাই গাটো আলফুলকৈ ঢাকি লৈছিল। নতুন মাটিৰ ভেটিত তাইৰ শুদা ভৰিৰ পতা দুখন ৰঙচুৱা যেন লাগিছিল; পতা দুখন জিলিকি আছিল। মানুহ দুজনীয়ে তাইক ভৰিৰ পৰা মূৰলৈকে চাই ৰ'ল।

অকণমান সময় ৰৈ মেনকাই ওলাই আহিবলৈ খোজ দিছে, এনে সময়তে শুনা গ'ল—“ককাই, অ' ককাই, তালতলৰ ককাই ক'ত আছা ?”

মদনৰ মাত। প্ৰয়োজনতকৈ ডাঙৰ, ফুৰ্তিৰ মাত।

মেনকা ৰৈ গ'ল।

তালতলৰ বুঢ়াই নতুন খালটোৰ পৰা মানুহ কেইজনীক আল-তীয়া মাটিৰ যোগাৰ ধৰি আছিল মদনৰ মাত শুনি সি খালৰ পৰা উঠি আহিল।

মদনে ক'লে, “লোৱা, এইয়া তাঁৰ আৰু বেত। তোমাৰ সময় নাই কাৰণে ফলীয়া বেত নানিলোঁ, একেবাৰে তুলাই থোৱা বেত আনিলোঁ। এতিয়া খিৰিকিৰ জাপ কেইখন একেবাৰে গাঠি-মুঠি দি ফিট কৰি পেলোৱা।”

তাৰ পাছত মদনৰ মাত শুনা নগ'ল। মেনকাই অকণমান সময় থিয় হৈ থাকি ধৰিবলৈ চেষ্টা কৰিলে—সি আছে, নে গ'ল—তাৰ পাছত তাই ওলাই আহিল।

মদন মেনকাহঁতৰ ঘৰটোৰ ফালে চাই থিয় হৈ আছিল, উভতি চাই মেনকাক দেখাৰ লগে লগে তাৰ চকু দুটা ডাঙৰকৈ মেল খাই গ'ল—“নবৌ !”

বাৰাণ্ডাখনৰ পৰা নামি—যি ডোখৰ ঠাই আগমে ঘৰটোৰ আগ-চোতাল হ'ব—মেনকা তাতে থিয় হ'ল। কোৰ লগোৱা হোৱা নাই যদিও মানুহৰ ভৰিৰ গছকত ঠাইডোখৰৰ ঘাঁহ-বনবোৰ মৰিছে। কঁঠালজোপাৰ এই ফালৰ এটা ডাল কটা পৰিল, পৈণত বাঁহবোৰ কটা পৰিল; মূৰৰ ওপৰত এতিয়া বাঁহৰ আগে কঁঠাল পাত চোওঁ চোওঁ কৰি থকা নাই।

ঠিকে থকা চাদৰখনৰ আচলটো এনেয়ে অকণমান টনা-টনি কৰি মেনকাই সুধিলে, "তুমি কলঘৰলৈ যোৱা নাই?"

"গৈছিলোঁ নবৌ। তাতে আছিলোঁ। মানে কথা হ'ল কি—তাঁৰ আৰু বেতৰ কাৰণে অলপ কাম বন্ধ হৈ আছিল; ভদ্ৰৰো আজি কাছাৰীত কিবা এৰাব নোৱাৰা কাম আছে; সেই কাৰণে ময়ে দৌৰ মাৰি বস্তু দুটা দি গলোঁহি। এতিয়াই আকৌ কলঘৰলৈকে যাওঁ।" —কৈফিয়ত দিয়াৰ সুৰত মদনে ফৰফৰকৈ কথাখিনি কৈ গ'ল।

মেনকা ঘৰৰ ফালে আগবাঢ়িল। অলপ দূৰ গৈ তাই নতুন ঘৰটোলৈ উভতি চালে, নিজৰ ঘৰটোলৈও চালে। তাৰ পাছত তাই মদনক মাতিলে, "শুনাচোন।" তায়ো দুখোজমান আগুৱাই আহিল।

মেনকাৰ সমুখত থিয় হৈ মদনে স্থিৰ দৃষ্টিৰে তাইৰ চকুলৈ চালে। এক মুহূৰ্তৰ কাৰণে মেনকাই মদনৰ চকুলৈ চালে। তাৰ পাছত তাই চকু ঘূৰাই গম্ভীৰ মাতেৰে ক'লে, "সৰুবাপুক কবাচোন,—ময়ো কম বাৰু,—মানুহবিলাকে কাম কৰি থাকোঁতেই সেইখিনিতে এনেকৈ এখন চকোৱা দিয়াব লাগিব।" —তাই চকুৰে কৰ্দৈজোপাৰ ফালে দেখুৱালে; আৰু বুজালে,—চকোৱাখন সিহঁতৰ ঘৰ আৰু নতুন ঘৰটোৰ মাজত হ'ব লাগে। কথাখিনি কৈ তাই আঁতৰি গ'ল।

মদনৰ চিঞৰিবৰ মন গ'ল,—আপুনি যায়েই নেকি নবৌ? শুনক-চোন— শুনকচোন—! বহুদিন আপোনাৰ লগত ভালকৈ কথাই পতা নাই—

নিঃশব্দে অলপ সময় থিয় হৈ থকাৰ পাছত মদনৰ গাটো লৰিল। সি লাহে-লাহে, তলমূৰকৈ নাদৰ পাৰেদি গোঁসাই ঘৰৰ কাষেদি পদূলিলৈ ওলাল আৰু কলঘৰলৈ বুলি খোজ ল'লে।

চকোৱা? কিয়? ভদ্ৰকান্তৰ ঘৰটোৰ পৰা মেনকাহঁতৰ ওলোৱা-

সোমোৱা দেখা হৈ থাকিব কাৰণে? দেখা হৈ থাকিব নালাগে নেকি? সিতো ভাবিছিল—সেই ঠাইডোখৰতে ভদ্ৰকান্তৰ ঘৰ হ'ব, সি তালৈ অহা-যোৱা কৰিব,—সেই কাৰণেইতো ঘৰটো সজাত তাৰ ইমান উৎসাহ। প্ৰথমতে অৱশ্যে সেইখিনিত ঘৰ সজাৰ কথা ওনাওঁতে সি মনত বৰ কষ্ট পাইছিল। ইমান ভাল ঠাইডোখৰ—! কেতিয়াও আৰু কোনো দিনেই সেইডোখৰ ঠাই আগৰ নিচিনা নহ'ব। তাৰ বৰ বেয়া লাগিছিল। কিন্তু সি কি কৰিব পাৰে? সি একেবাৰে দুৰ্বল, সি একেবাৰে অসহায়। গতিকে সি পূৰা এটা দিন নিজকে বুজাইছিল,—ঠিক আছে, ভালহে, সি দিনে-পোহৰে, যেতিয়াই মন যায় সেই ঠাইডোখৰত বহিবগৈ পাৰিব, শুবগৈ পাৰিব। আৰু কি ঠিক,—কেতিয়াবা তাতে সি নবৌক লগো পাব।

তাৰ পাছত সি বৰ উৎসাহেৰে, নিজৰ ঘৰ সজোৱাৰ নিচিনাকৈ ভদ্ৰকান্তৰ ঘৰটো সজোৱাৰ কাম চোৱা-চিতা কৰিছিল।

কিন্তু চকোৱা এখন?

মদনৰ বুকুখন কিবা খালী-খালী লাগিল, মূৰৰ ভিতৰখন গৰম-গৰম লাগিল। কলঘৰৰ কাম-বন সি ঠিকেই কৰিলে, কিন্তু অনবৰত সি ভিতৰি-ভিতৰি অস্থিৰ হৈ থাকিল।

কিন্তু, আবেলি পৰত মদনৰ চিন্তা হ'ল—কিজানি মহীকান্ত ককাইটিহঁতৰ ঘৰৰ মানুহে ভদ্ৰকান্তৰ ঘৰটোৰ মানুহ নেদেখা কৰাৰ কাৰণেহে মেনকা নবৌৱে চকোৱাখনৰ কথা ভাবিছে। কোন ওনাল, কোন সোমাল, বাৰাণ্ডাত কোনে বহি কথা পাতিছে,—এইবোৰ ককাইটিহঁতৰ ঘৰৰ পৰা কোনেও নেদেখাই ভাল;—নবৌৱে কিজানি সেইটোহে ভাবিছে। হ'ব পাৰে, হ'ব পাৰে।

মদনৰ মনটো পাতল লাগি গ'ল। ভদ্ৰকান্তৰ হাঁ-নালৈ বাট নাচালে, পাছদিনাই সি চকোৱাৰ কাম আৰম্ভ কৰালে।

দহদিনমানৰ ভিতৰতে প্ৰথমবাৰ লিপা বেৰৰ মাটি চিৰাচিৰ হ'ল, পুহিলাহঁতে দুদিনতে বেৰবোৰ আকৌ মিহিকৈ লিপি পেলালে। তালতলৰ বুঢ়া আৰু ফুলে লগ-লাগি দুটা চৌকাও সাজিলে, এটা ভাতৰ, এটা চাহৰ। কাম শেষ কৰি হাত-ভৰিৰ বোকা ধুই ফুলে ভদ্ৰকান্তক ক'লে, "ধুৱা এতিয়া, ভোজেই খুৱাব নে কি খুৱাব খুৱা।"

ঘৰ লোৱাৰ দিনা পুৱা ভদ্ৰকান্তই তাৰ কোঠালিৰ বস্তুবিলাক সামৰিছিল, বেৰৰ হাঁকোটা দুডাল আৰু কেলেণ্ডাৰখন নমাইছিল, কাপোৰ থোৱা ৰচিডাল খুলিছিল, কাপোৰবোৰ জাপিছিল। এসময়ত মেনকা দুৱাৰ মুখত ৰ'লহি। তাইলৈ এবাৰ চাই ভদ্ৰকান্ত আকৌ কামত লাগিল।

অলপ পাছত মেনকাই সৰু মাতেৰে ক'লে, "এইবোৰ মই কৰিম থোৱা। বস্তুবোৰ মই পঠিয়াই দিম। তুমি অইন কাম চোৱাগৈ।"

ভদ্ৰকান্তই কাম বন্ধ কৰিলে। সি খাটখনত বহি তলমূৰকৈ ৰ'ল। অলপ পাছত সি আৰু নিজকে বাধা দি ৰাখিব নোৱাৰিলে, কপালত হাত ফুৰাই-ফুৰাই সি কান্দিবলৈ ধৰিলে।

অকণমান সময় তাইলৈ চাই থাকি মেনকাই "নাপায় সৰু বাপু" বুলি ক'লে, তাৰ পাছত তাই পোনে-পোনে নিজৰ কোঠালিলৈ গ'লগৈ।

গধূলি ভদ্ৰকান্তই ঘৰ লোৱা নাম পাতিছিল। কামটোত ভদ্ৰকান্ততকৈ পদ্ম-গজেনহঁতৰ উৎসাহ-ফুৰ্তি বহু বেছি আছিল। সিহঁতে নিজেই নেগেৰা, সৰু ডবা, ভোৰতাল সকলো যোগাৰ কৰিছিল। আমোলাপট্টিৰ নোমল আতৈয়ে নাম লগাই দিছিল, ইহঁতমখাই মুখত যি আহে তাকে গাইছিল; বাহুত যিমান জোৰ আছে সিমান জোৰেৰে, উদ্বাউল হৈ চাপৰি বজাইছিল।

মেনকা-ইন্দ্ৰহঁত তাতে আছিল। ৰাধাক কেঁচুৱাৰ ওচৰত থৈ কিৰণো তালৈ গৈছিল। নিজান ঘৰটোত মহীকান্ত অকলে আছিল। সি ভদ্ৰকান্তই এৰি থৈ যোৱা কোঠালিটোত এখন বিছনা পাৰিছিল আৰু চুকত এযোৰ চকী-মেজ সজাইছিল। একোবাৰ সি সিহঁতৰ শোৱনী কোঠালৈ আহিছিল, সমুখত আহল-বহল কাপোৰ, যিহকে পায় তাকে লৈ ভদ্ৰকান্তৰ কোঠালৈ উভতিছিল। মেজখনত সি কিৰণৰ চাদৰ এখন পাৰি দিছিল। কিছু সময়ৰ মূৰে-মূৰে সি— 'ছালাহঁতক চাই লম। মই কোন চিনি পোৱা নাই। নেলু চিঙি মই তেজ পিম'—এনেকুৱা কথা কিছুমান উচ্চাৰণ কৰি আছিল। নাম আৰম্ভ হোৱাৰ পাছত তিনিবাৰ তিনিজন মানুহে তাক নামলৈ নিবলৈ আহিল, সি নগ'ল। এবাৰ ৰত্নকান্তও আহিল, তাক মহীকান্তই ক'লে—"নাম? ইয়াৰ পৰাই শুনি আছোঁ যা। মানুহবিলাকে মুখৰ ভিতৰতে নাম গাইছে নেকি? নে মই কলা?"

নামৰ শেষত, খোৱা-বোৱাৰ পাছত মেনকা, কিৰণ, ইন্দ্ৰহঁত

যেতিয়া ঘৰলৈ আহিল, মহীকান্ত তেতিয়া ভদ্ৰকান্তৰ কোঠালিটোৰ দুৱাৰমুখত, বাৰাণ্ডাতে বহি আছিল। মেনকাহঁত পকা ঘৰটোৰ বাৰাণ্ডাত উঠাৰ লগে লগে সি মাতিলে, "ইন্দ্ৰ!"

ইন্দ্ৰ ৰ'ল।

"এইফালে আহ।"—ভাবি দিয়াৰ সুৰত মহীকান্তই ক'লে, "তোৰ কিতাপ-বহী চব লৈ আহ। আজিৰ পৰা তই ইয়াত থাকিবি, ইয়াত পঢ়িবি, ইয়াত শুবি।"

মেনকা দুৱাৰডলি পাৰ হৈছিল, মহীকান্তৰ কথা শুনি তাই উভতিল। বাৰাণ্ডাখনেদি চিৰিৰ ওচৰলৈকে আহি প্ৰথমতে তাই ইন্দ্ৰক ক'লে, "শুই থাকগৈ।"

"সি ইয়াত শুব। মোৰ লগত শুব।" মহীকান্তই চিঞৰি-চিঞৰি ক'লে।

"কিয়?" মেনকাই সুধিলে।

"তাৰ জবাব মই তোমাক দিব লাগিব নেকি? মোৰ ল'ৰা মোৰ লগত থাকিব।"

কিৰণ নিজৰ কোঠালিত সোমাল। ইন্দ্ৰহঁতো। মেনকাই ধীৰ কণ্ঠেৰে ক'লে, "ৰাতিপুৱালৈ কি ক'ব খুজিছে ক'ব। ময়ো শুনিম, সিও শুনিব। এতিয়া তাক আমনি নকৰিব।"

"চুপ। এতিয়াই, এই মুহূৰ্ততে তাক ইয়ালৈ পঠিয়াই দিয়া।"

নাদৰ ফালৰপৰা নামৰ মানুহ দুটা বাটলৈ বুলি ওলাই আহিল। মানুহ দুটা পাৰ হৈ নোযোৱালৈকে মেনকা মনে মনে ৰ'ল, তাৰ-পাছত তাই আৰু বেছি গম্ভীৰ মাতেৰে ক'লে, "মই কৈছোঁ, আজিৰ পৰা, গধূলিৰ পাছত, সি শুনাকৈ, তাৰ নাম মুখলৈ নানিব। মোৰ ল'ৰা মোৰ ল'ৰা বুলি কিমান চিঞৰে, ৰাতিপুৱাৰ পৰা আবেলি-লৈকে চিঞৰি থাকিব।" একমুহূৰ্ত নোৰোৱাকৈ মেনকা ভিতৰলৈ সোমাই গ'ল। সোমায়েই তাই প্ৰচণ্ড জোৰেৰে মাজৰ কোঠালিৰ দুৱাৰখন বন্ধ কৰি দিলে।

ৰাতিপুৱা ইন্দ্ৰহঁতক স্কুললৈ পঠিয়াই মেনকাই ভদ্ৰকান্তৰ কোঠা-লিটো খুলিলে। কিৰণক মাতি তাই ক'লে, "এই কাপোৰবোৰ লৈ যোৱা।"

কিৰণে কাপোৰবোৰ নিয়াৰ পাছত মেনকাই কোঠালিটো চাফা

কৰিলে, মেজখনত ভাল কাগোৰ এখন পাৰিলে, খাটখন উকাকৈ ৰাখি থৈ দিলে।

আবেলি ইন্দ্ৰই চাহ-জলপান খাওঁতে মেনকাই তাক ক'লে, "আজিৰপৰা তই ৰাতিপুৱা খুৰায়েকৰ কোঠালিত পঢ়িবি। কিতাপ-বহী যি লাগে লৈ যাবি, আকৌ লৈ আহিবি। তাত পঢ়ি যদি বেয়া পাৱ, মোক কবি।"

ইন্দ্ৰই তলমূৰকৈ জলপান খাই থাকিল। মাকৰ কথাখিনি সি শুনিলে নে নাই প্ৰথমতে তাৰ কোনো লক্ষণেই দেখা নগ'ল, কিন্তু অলপ পাছতে তাৰ নাকৰ পৰা সোঁত-সোঁতকৈ শব্দ ওলাল। মেনকাই তাৰ ফালে চাই শব্দটোৰ ধৰণটো বুজিবলৈ চেষ্টা কৰিলে। সন্দেহ হোৱাত তাই সুধিলে, "কি হ'ল?"

একো নাই হোৱা বুলি বুজাবলৈ ইন্দ্ৰই মূৰ ল'ৰালে আৰু মুখখন বেছিকৈ লুকুৱালে।

মেনকাই ওচৰলৈ গৈ থুতৰিত ধৰি তাৰ মুখখন ওপৰলৈ তুলিলে,—"চাওঁ,—কি হৈছে?"

ইন্দ্ৰই অইনফালে চাই থাকিল। তাৰ দুয়োটা চকুৰ পৰা পানী বৈ আহিছিল।

"তোৰ আকৌ কি হ'ল?"—তাৰ মুখখন আৰু অকণমান ওপৰলৈ তুলি মেনকাই সুধিলে। মাকৰ হাতৰ পৰা মুখখন আঁতৰাই ইন্দ্ৰ থিয় হ'ল আৰু লগে লগে বাহিৰলৈ ওলাই গ'ল।

"শুনচোন।" মেনকাই মাতিলে। ইন্দ্ৰ নৰ'ল। সি নাদৰ পাৰ পালেগৈ।

বাটিটোত জলপান অলপহে বাকী আছিল। সেইখিনিলৈ চাই মেনকা বহি ৰ'ল। কি হ'ল তাৰ? খুৰায়েকৰ কোঠালিটোত পঢ়িবলৈ দিয়াৰ কাৰণে সি বেয়া পালে নেকি? বেয়া পাইছে যদি ক'লেই হ'ল! একো নকয়ো, নামাতেও—। নে কালি দেউতাকে মাতোঁতে যাবলৈ নিদিয়াৰ কাৰণে বেয়া পালে? নে গধূলিৰ পাছত দেউতাকক তাৰ নাম ল'বলৈ মানা কৰাৰ কাৰণে বেয়া পালে? এইটো ভাব মনলৈ আহোঁতেই মেনকাৰ মনটো গধুৰ হ'ল। তাৰ ৰাতি দেউতাকৰ লগত থাকিবলৈ মন গৈছে নেকি? তাইৰ কোঠালিত থাকিবলৈ তাৰ মন নোযোৱা নেকি? কিয়? কিয়? নহয় নহয়। তাক এদিন অকলশৰে বুজাব লাগিব। সি মোৰ ল'ৰা বুলি কৰাৰ্ক

দেউতাকৰ হক আছে। তাৰ পঢ়া-শুনাত চকু দিবলৈ দেউতাকৰ চাগে মন গৈছে,—ভাল কথা। সেই কাৰণে মেনকাই লগে-লগে ভদ্ৰকান্তৰ কোঠালিত ইন্দ্ৰৰ পঢ়াৰ ব্যৱস্থা কৰি দিছে। ভাত দেউতাকে তাক কিমান চকু দিয়ে দিয়ক। মেনকাইতো ল'ৰা-ছোৱালীক দেউতাকৰ পৰা আঁতৰাই ৰাখিব খোজা নাই। কিন্তু দিনত। দিনত দেউতাকে ল'ৰা-ছোৱালীক কিমান শিকায় শিকাৱক, কিমান মৰম কৰে কৰক। ৰাতি,—ৰাতি অন্ততঃ ইন্দ্ৰক মহীকান্তৰ হাতত এৰি দিব নোৱাৰি। তাৰ ক্ষতি হ'বলৈ দিব নোৱাৰি। আনকি দিনতো মেনকাই মন কৰি থাকিব—ইমান দিনৰ মূৰত হঠাতে মহীকান্তই কিয় ইন্দ্ৰক তাৰ লগত ৰাখিবলৈ বিচাৰিলে।

মাটিত পৰা চিৰা এটা বাটিটোত তুলি মেনকাই ইন্দ্ৰ বহা পীৰাখন বেৰত আউজাই থলে। বাটিটো হাতত লৈ তাই নাদটোৰ ফালে গ'ল। ইতিমধ্যে মুখ ধুই ইন্দ্ৰ তাৰ পৰা আঁতৰি গৈছিল। কোনফালে গ'ল সি? মেনকা নাদৰ পাৰতে থিয় হৈ ৰ'ল। তাৰ চকুপানী ওলাল কিয়?

পাছদিনা পুৱা ভদ্ৰকান্তৰ কোঠালিত ইন্দ্ৰই ইংৰাজী ব্যাকৰণৰ কিতাপ সমুখত মেলি বেৰৰ ফালে চাই কিবা মুখস্থ মাতি আছে, এনেতে মহীকান্ত কোঠালিটোত সোমাল। খাটখনৰ ফালে চাই সি এক মুহূৰ্ত থিয় হৈ ৰ'ল, তাৰ পাছত সুধিলে, "বিছনাৰ কাপোৰবোৰ কি হ'ল?"

ক'ৰ বিছনাৰ কাপোৰৰ কথা সুধিছে ইন্দ্ৰই বুজা নাছিল; সি দেউতাকৰ মুখলৈ চাই ক'লে, "জানো!"

মহীকান্ত ওলাই গ'ল। কিৰণে বিছনাত বহি কেঁচুৱাটোক গাখীৰ খুৱাই আছিল; তাইৰ ওচৰত থিয় হৈ মহীকান্তই সৰু মাতেৰে কলে, "দুপৰীয়া সেইটো কোঠালিৰ বিছনাখন ভালকৈ পাৰি থবা।"

কিৰণে মহীকান্তৰ মুখলৈ চালে।

"মই পাৰি থৈছিলোঁ নহয়, কোনে আঁতৰালে?"—বুলি মহীকান্ত আকৌ ইন্দ্ৰৰ ওচৰলৈ আহিল আৰু খাটখনৰ এচুকত বহিল। ইন্দ্ৰই ৰাতিপুৱাই ৰুটিন চাই স্কুললৈ নিবলগীয়া কিতাপ-বহীবোৰ জাপে, তাৰ পাছত সেই জাপৰ পৰা কিতাপ উলিয়াই পঢ়ে। আজি কিতাপ-জাপ সি এইটো কোঠালিলৈ লৈ আহিছিল। মহীকান্তই অলপ

সময় কিতাপজাপলৈ চাই ৰ'ল, তাৰ পাছত জাপটো গাৰ ফালে টানি লৈ এখন-এখনকৈ কিতাপ-বহীবোৰ চাবলৈ ধৰিলে। সাহিত্যৰ কিতাপখনৰ টান শব্দবোৰৰ কাষত ইন্দ্ৰই কাঠ পেনছিলেৰে অৰ্থবোৰ লিখি থৈছে; পীত—হালধীয়া, বৈতৰণী—যমপুৰীৰ নদী, স্ফুলিংগ—ফিৰিঙতি। পাটীগণিতৰ কিতাপখনৰ প্ৰথমৰ পাত-কেইটাৰ অংকবোৰত শুদ্ধ চিন দি থৈছে। ভূগোলৰ কিতাপখনৰ মেপৰ নদীবোৰত ৰঙীন পেনছিলেৰে নীলা ৰং দিছে। বহীবোৰ—। তাৰ আখৰবোৰ ইয়াৰ ভিতৰতে ইমান ভাল হ'ল? গোট-গোট, সামান্য বাওঁফালে হালি পৰা। লিখাবোৰ চাফ-চিকুণ; কাষত মাষ্টৰৰ নম্বৰ আৰু চহী,—দহৰ ভিতৰত আঠ, ন, আঠ, আঠ, ন।

কিতাপ-বহীবোৰৰপৰা মহীকান্তৰ নাকত এটা পাতল গোন্ধ লাগিল। কেনেকুৱা যে গোন্ধ! চিনাকি নে অচিনাকি? মহীকান্তই কেতিয়াবা—কঁৰবাত যেন এই গোন্ধটো পাইছিল। নে নাই পোৱা? সি পাহৰিছে।

ভালেমান সময় কিতাপ বহীবোৰ লিৰিকি-বিদাৰি থাকি মহীকান্তই ইন্দ্ৰৰ মুখলৈ চাই কিবা এটা কওঁ-কওঁ কৰিলে, কিন্তু একো নোকোৱাকৈ চকু তল কৰিলে। অলপ পাছত সি যেন ডিঙিত বল পালে। তললৈ চায়েই সি সুধিলে, "তই—ইয়াত,—মোৰ লগত নোশোৱ?"

ইন্দ্ৰই দেউতাকৰ মুখলৈ চালে, চায়েই আকৌ তলমূৰ কৰিলে। সি নিঃশব্দে কিতাপখনৰ পাতত আঙুলিৰ আগেৰে কিবা লিখাৰ নিচিনা কৰিবলৈ ধৰিলে। তাৰ চুলিখিনি আৰু কপাল-খনলৈ অলপ সময় চাই থকাৰ পাছত লাহে-লাহে মহীকান্তৰ আৰু কথা সুধিবলৈ মন নোযোৱা হৈ আহিল। তাৰ এক ধৰণৰ ভয় লাগিল। সি কিয় তাক লগত ৰাখিবলৈ বিচাৰিছে? কিয় লগত শুৱাবলৈ বিচাৰিছে?

ডাঙৰ পুতেক হিচাপে তাৰ সাৱধান লবলৈ? তাক ভাল কৰিবলৈ? তাৰ পঢ়া-শুনাত নিজে চকু দিবলৈ? ঠিক নে? নহয়। নহয় হবলা। সি ভিতৰি-ভিতৰি উধাউল হৈ আছে মেনকাৰ ভিতৰৰ কথা জানিবলৈ;—তাই কি কৰে, কলৈ যায়; ভদ্ৰকান্তই কি কৰে,—কাক ক'ত কোনে লগ পায়—সেইবোৰ জানিবলৈ।— সি ইন্দ্ৰৰ লগত একেটা গাৰুত মূৰ থৈ শুব, তাক গালে-মুখে হাত ফুৰাই মৰম কৰিব, তাৰ লগত গুণ-গুণকৈ বহুত কথা পাতিব, কেতিয়াবা মাজতে সুধিব—তাৰ মাকে কি কৰি থাকে, ক'ত থাকে, কলৈ যায়, কাৰ লগত—। এইবোৰ কথা পাতিবলৈকে সি ইন্দ্ৰক তাৰ লগত শুৱাব খোজা নাই জানো? হবলা। হয় হবলা।

কিন্তু ইন্দ্ৰৰ চুলিখিনি, তাৰ কপালখন, তলমূৰ কৰি থকা তাৰ মুখখনলৈ চাই থাকোঁতে-থাকোঁতে মহীকান্তৰ এটা অদ্ভুত ধৰণৰ ভয় লাগি আহিল। সি চকু নমালে। সমুখত মেল খাই থকা বহী-খনৰ গোট-গোট আখৰবোৰ, মাষ্টৰৰ চহী, দহৰ ভিতৰত ন—। মহী-কান্তৰ ভয়টো বাঢ়ি গ'ল। সি অস্থিৰ হৈ উঠিল। লাহে-লাহে কিতাপ-বহীবোৰৰ গোন্ধটোও যেন বাঢ়ি আহিল।

জেওৰাৰ বাহিৰৰ পৰা কোমল কঠীয়াৰ ফালে চাই থকা হালোৱা গৰুৰ নিচিনাকৈ মহীকান্ত কিছুসময় জলকা লাগি ৰ'ল। এসময়ত সি নিঃশব্দে কোঠালিটোৰ পৰা ওলাই আহিল।

দুপৰীয়া কিৰণে কোঠালিটোৰ খাটখনত চাবি, ফটাকানিৰে বোৱা কাপোৰ, তুলি, চাদৰ—যি য'ত পাৰিব লাগে সকলো পাৰি বিছনাখন ঠিক কৰি থলে। কামটো কৰোঁতে তাইৰ মুখখন গম্ভীৰ হৈ থাকিল। গধূলি মহীকান্ত কোঠালিত সোমোৱাৰ সময়ত তাইৰ মুখখন আৰু বেছি গম্ভীৰ হ'ল। অলপ পাছতে তাই বিছনাত উঠিল আৰু কেঁচুৱাটোৰ ফালে মুখ কৰি গাৰুত মূৰ থলে। মহীকান্তই কাপোৰ সলাই চুকৰ চকীখনত মনে মনে বহি ৰ'ল। কিয় তাই গধূলিতে বিছনাত উঠিল সেইটো মহীকান্তই সোধক বুলি কিৰণে বহুপৰ বাট চালে, কিন্তু মহীকান্তৰ কথা কোৱাৰ কোনো লক্ষণ দেখা নগ'ল। এসময়ত কিৰণে ঘপকৈ গাৰুৰ পৰা মূৰ তুলিলে। বিছনাতে বহি তাই ক'লে "ইয়াত এনেকৈ বহি কি কৰিছে? যাওক, বিছনা পাৰি থৈছো নহয়, তালৈ যাওঁক।"

মহীকান্তই কিৰণৰ মুখলৈ চাই তাইনো কি কৈছে বুজিবলৈ চেষ্টা কৰিলে। তাইৰ কথাৰ সুৰ আৰু মুখৰ ভাব মহীকান্তৰ একেবাৰে নতুন-নতুন লাগিল। সি সুধিলে, "হঠাতে সেইটো কথা ক'বলৈনো আকৌ কিটো হ'ল?"

কিৰণে আঁঠুত গাল থৈ উচুপিবলৈ ধৰিলে। মহীকান্ত তাইৰ ওচৰত বহিলহি।

"হ'ল কি?"—সি আচৰিত হৈ সুধিলে।

লগে-লগে কিৰণৰ উচুপনি বেছি হ'ল। মহীকান্তই তাইৰ মুখখন ঘূৰাবলৈ দুয়োহাতেৰে খুতৰি আৰু মূৰত ধৰি জোৰ দিলে। এইবাৰ

কিৰণৰ কান্দোন আৰু কথা পাৰ ভাগি বাগৰি অহা দি আহিল। —মহীকান্তহঁতে তাইক ফাঁকি দিছে। সিহঁতে কিৰণক দেখুৱাই কৰিছে এটা, লুকুৱাই কৰিছে আন এটা। এই যে মহীকান্তই ভদ্ৰ-কান্তৰ কোঠালিত বিছনা পাৰি শোৱাৰ বন্দবস্ত কৰিছে, তাৰ আচল মতলব কি? আচল মতলব হৈছে মহীকান্তই মেনকাক লগ পোৱাটো। কিৰণৰ ওচৰৰ পৰা উঠি যাবলৈ তাৰ সাহ নাইতো, সেইকাৰণে সি এটা মাজৰ কোঠালিৰ বন্দবস্ত কৰিছে। ঠিক আছে,—যাৰ যি মন যায় কৰি থাকক; কিৰণেতো আপত্তি নকৰে;—কিন্তু লুকঢাক কিহৰ? ইমান বুদ্ধি-ফন্দি কৰিব লাগে কিয়? বুদ্ধি-ফন্দি কৰি কিৰণক ঘৰলৈ পঠিয়াই দি মহীকান্তহঁতে শেষত কিবা লুকুৱাব পাৰিলে জানো? সেইবোৰ চল-চাতুৰীৰ কথা বাৰু বাদ, কিন্তু কেঁচুৱাটো লৈ কিৰণ এইটো কোঠালিত অকলে শুব কেনেকৈ? তাইৰ ভয় নালাগিব নে কি? তাই কেতিয়াবা এনেকৈ অকলে শুই পাইছে নেকি? ঠিক আছে, হ'ব। মহীকান্ত এতিয়াই ভদ্ৰকান্তৰ কোঠালিলৈকে যায় নে মেনকাৰ কোঠালিলৈকে যায়—গুচি যাওক। সি এইটো কোঠালিত সোমাবই নালাগে। কিৰণৰ যি হয় হ'ব।

শেষৰ ফালে কিৰণে জ্বলা জুই, পোৰা কপাল,—এনেকুৱা কিছুমান শব্দ উচ্চাৰণ কৰিবলৈ ধৰিলে; তাইৰ মাক—বাপেকক জগৰীয়া কৰিবলৈ ধৰিলে; নিজৰ বুকু আৰু কপালত ভুকুৱাবলৈ মন যোৱাৰ কথা প্ৰকাশ কৰিলে।

আগতে কিৰণে অইন সৰুসুৰা কথাত দুই-এদিন ওফোন্দ নপতা নহয়, কিন্তু তাইৰ মুখত এইবোৰ কথা, এই সুৰত মহীকান্তই শুনা নাছিল। তাইৰ এনেকুৱা ফুকলীয়া ৰূপ সি দেখা নাছিল। সি হতভম্ব হৈ গ'ল। কিছুমান কথা তাই আগতে গাঁৱত কোনোবাই কাৰোবাক কোৱা শুনিছে কাৰণেই কোৱা যেন লাগিল, কিন্তু কিছুমান কথাত মহীকান্ত অস্থিৰ হৈ উঠিল। শেষৰ ফালে সি কিৰণৰ পিঠি-বাহু-মূৰৰ পৰা হাত আঁতৰালে আৰু থৰ লাগি বহি ৰ'ল।

কিছু সময়ৰ পাছত কিৰণে যেতিয়া আকৌ গাৰুত মূৰ থলে, তেতিয়া মহীকান্ত বাৰাণ্ডালৈ ওলাই আহিল। এইবাৰ ভদ্ৰকান্তৰ কোঠালিটোত চকু পৰোঁতেই তাৰ মনটো কোঁচ খাই গ'ল। অকণমান সময় বাৰাণ্ডাত থিয় হৈ থাকি সি আগফাললৈ ওলাই গ'ল। বাহিৰত ঘোপমৰা আন্ধাৰ। বাটৰ মানুহ নেদেখি। এটা মানুহে অনৰ্গল কিবা কৈ গ'ল, লগৰ এটাই হুঁ-হুঁ কৈ ঘন-ঘনকৈ শলাগি

গ'ল। পুহিলাই কাৰোবাক গালি পৰাৰ শব্দ মহীকান্তৰ কাণত পৰিল। গোলোকহঁতৰ ঘৰৰ কোনোবা এজনী হাতত চাকি এটা লৈ বাৰীখনলৈ আহিল, চাপৰ গছৰ পৰা কিবা এটা ছিঙি তাই আকৌ সোমাই গ'ল। চকোৰাখনৰ সিফালে পোহৰখিনি লাহে-লাহে নাইকিয়া হৈ গ'ল। মহীকান্ত বেঞ্চখনত বহিল। কিছু সময়ৰ পাছত কোনো শব্দ তাৰ কাণত নপৰা হৈ আহিল, সিপাৰৰ ঘৰবোৰৰ চাকি-লেমৰ পোহৰ তাৰ চকুত নপৰা হৈ আহিল। এসময়ত সি বাওঁহাতেৰে মূৰৰ চুলিবোৰ খামুচিবলৈ ধৰিলে।

দুদিনমানৰ পাছত এদিন গধূলি মহীকান্ত কলঘৰৰ পৰা বাহিৰে-বাহিৰে আইৰিন বাইদেউৰ ঘৰলৈ গ'ল। আধাঘণ্টামানৰ পাছত আইৰিন বাইদেৱে দুৱাৰ মুখত থিয় হৈ লেমটোৰে আগফালখন পোহৰ কৰি দিলে, মহীকান্ত ওলাই আহিল।

পাছদিনাই আইৰিন বাইদেউ মহীকান্তহঁতৰ ঘৰলৈ আহিল। আগফালে কেঁচুৱা কোলাত লৈ থকা ৰাধাক তেওঁ সুধিলে,—মহীকান্ত ঘৰত আছে নে নাই? ৰাধাই নাই বুলি কওঁতে তেওঁ পোনে পোনে মেনকাৰ কোঠালিলৈ আহিল। তেওঁক দেখিয়েই মেনকাৰ মুখখন হাঁহি এটাৰে ভৰি পৰিল।

"অ! বাইদেউ? কৰ পৰা ওলালহি? কালি নে পৰহি মই আপোনাৰ কথা ভাবিছিলোঁ।" মেনকাই বৰ আগ্ৰহেৰে ক'লে।

আইৰিন বাইদেউ বিছনাখনতে বহিল; বেগটোৰপৰা ৰুমাল এখন উলিয়াই তেওঁ মুখখন মচিলে, তাৰ পাছত স্থিৰ দৃষ্টিৰে মেনকালৈ চালে। কেইমুহূৰ্তমান চাই থাকি তেওঁ ক'লে, "বহ।"

"ৰব, মই তামোল—"

"নালাগে, বহচোন।" বাইদেৱে গম্ভীৰ মাতেৰে ক'লে। মেনকা বহিল।

"তোৰ কিবা অসুবিধা হৈছে নেকি?"

"নাই, তেনেকৈ একো হোৱা নাই বাইদেউ, খালী—" বুলি মেনকাই যিটো অসুবিধাৰ কথা ক'লে, আইৰিন বাইদেৱে সেইটোৰ

ওপৰত গুৰুত্ব নিদিলে। তেওঁ অলপ সময় মনে-মনে থাকি ক'লে, "ই দেখোন কেঁচুৱাটো ৰাখিব নালাগে বুলি কৈছে!"

মেনকাই একো নুবুজিলে। তাই বাইদেউৰ মুখলৈ চাই ৰ'ল।

"তোৰ লগত সি এইবোৰ কথা একো পতা নাই নেকি?"

"কোনে? কি কথা?" মেনকাই আচৰিত হোৱাৰ সুৰেৰে সুধিলে।

বাইদেৱে ভাঙি ক'লে—সি মানে মহীকান্ত, এইবোৰ কথা মানে মেনকাৰ গাত থকা কেঁচুৱাটোৰ কথা। মহীকান্তই আইৰিন বাই-দেউক বৰ বিশ্বাস কৰি, নিজৰে বুলি, ঘৰৰে বুলি, মনৰ কথা খুলি কৈছে; মেনকাৰ ফালৰ পৰা আৰু ল'ৰা-ছোৱালী নোহোৱাই ভাল। তাইৰতো চাৰিটা ল'ৰা-ছোৱালী আছেই, কিৰণৰো যদি দুটা-তিনিটা হয়, তেনেহ'লে ল'ৰা-ছোৱালী সি ভবাতকৈ অলপ বেছি হৈ যায়। গতিকে মহীকান্তই আইৰিন বাইদেউক ধৰিছে—মেনকাৰ গাত থকা কেঁচুৱাটো কিবা উপায়েৰে—।

মেনকাৰ ভৰিৰ আঙুলিৰ আগৰ পৰা যেন এটা সিৰসিৰনি, এটা তাপ গোটেই গাটো বগাই মগজৰ ফালে গৈ আছিল। আইৰিন বাইদেউৰ কথাখিনি শেষ হোৱাৰ সময়ত সেইবোৰ যেন তাইৰ মগজত থুপ খালে। তাই মনে মনে বহি ৰ'ল।

অলপ পাছত বাইদেৱে সুধিলে, "তই কি কৰ?"

মেনকাই উত্তৰ নিদিলে। বাইদেৱে আকৌ সুধিলে, "হুঁ?" কি হ'ল?"

মেনকাই সাৰ পোৱাৰ নিচিনা কৰি ক'লে, "হুঁ? নাই একো হোৱা নাই।" তাৰ পাছত তাই লাহেকৈ হাঁহি-হাঁহি ক'লে, "একো হোৱা নাই। আপুনি ক'লে, মই শুনিলোঁ! আপুনি বহকচোন, মই চাহ অকণমান কৰি আনো।"

মেনকা বেগাবেগিকৈ কোঠালিটোৰপৰা ওলাই গ'ল। পাকঘৰত চাহ কৰি থাকোঁতে তাইৰ হাত মাজে-মাজে বৈ-বৈ গ'ল।

হয়, এদিন ৰাতি এনেকুৱা এটা কথা তাইৰ মনলৈকো আহিছিল। বিছনাত পৰাৰ পাছৰে পৰা সেই ৰাতি তাই 'এইবোৰ কি হ'ল, কি হ'ব' কৈ ইছাট-বিছাট কৰি আছিল। থানাৰ ঘন্টাত দুটা কোব পৰাৰ পাছত, এটা সময়ত তাইৰ ভাব হৈছিল—যি হ'ব লাগে, সেইটোতো হৈয়েই গ'ল, এতিয়া এইবোৰ শেষ কৰি দিব নোৱাৰি জানো? নতুন লতা, ক'ত বা বগায়গৈ! সি কিমান

ঠাই বা ছানি ধৰে! কি বা মেৰিয়াই ধৰে! কিন্তু কিছু সময়ৰ পাছত মেনকাৰ নিজকে মৰম লাগিছিল, তাইৰ গোটেই ভিতৰখন বৰ আপোন-আপোন লাগিছিল। লাহে লাহে তাই শান্ত হৈ পৰিছিল আৰু শেষ নিশা তাইৰ টোপনি গৈছিল। তাৰ পাছত আৰু সেইটো কথা তাইৰ মনলৈ তেনেকৈ অহা নাছিল। আজি ঠিক সেইটো কথাই তাইৰ কাণত পৰিল।

পিৰিচ এখনত বিস্কুট আৰু মালভোগ কল দুটা সজাওঁতে মেনকাৰ এবাৰ দাঁত কামোৰ খাই গ'ল, নাকৰ পাহি দুটা ফুলি উঠিল। তাই যেন এই মুহূৰ্তত শেষ সিদ্ধান্ত কৰিলে,—চুলি এডালৰ মানো তাই লৰচৰ নকৰে; নিজৰ গাটোৰ তাই তিলমানো অপকাৰ হ'বলৈ নিদিয়ে।

পিৰিচ-পিয়লা হাতত লৈ ধীৰ খোজেৰে মেনকা শোৱা কোঠালিলৈ আহিল। আইৰিন বাইদেউ গহীন হৈ বহি আছিল। মেনকাই ক'লে, "চাহ খাওক বাইদেউ। আপুনি সেইবোৰ কথাকে ভাবি আছে নেকি?"

বাইদেৱে চাহ খাই থাকোঁতে মেনকাই হাঁহি হাঁহি ক'লে, 'অ' হেৰি নহয় বাইদেউ, আগতে আপুনি মোক মাগুৰ মাছ, কলডিল,—কিবাকিবি বড়ি খাবলৈ কৈছিল নহয়? মই অলপ পাহৰিছোঁ। আপুনি কেতিয়া কি কৰিব লাগে ক'ব আৰু'!"

দুদিনমান পাছত মহীকান্তই আইৰিন বাইদেউক আকৌ লগ ধৰিলে। চাহ এপিয়লা দি বাইদেৱে মহীকান্তক বুজালে,—হওক দিয়া, দহ-বাৰটা ল'ৰা-ছোৱালীতো মানুহৰ থাকেই আৰু,—এতিয়া মানুহজনীৰ গাত হাত দিলে কি বা হয়!

মহীকান্ত তলমূৰকৈ লাহে লাহে বাইদেউৰ ঘৰৰপৰ ওলাই আহিল।

সেইদিনা গধূলি হঠাতে মহীকান্তৰ কিবা এটা ফূৰ্তি লাগিল। সি ঘোঁৰাবাগীত ঘৰলৈ আহিছিল; বাগীখনৰ পৰা নামি ঘৰলৈ সোমোৱাৰ বাটটো মনিবলৈ চেষ্টা কৰিছে, এনেতে সি বাটেদি কোনোবা এটা অহাৰ গম পালে।

"কোন হে সেইজন?" সি সুধিলে।

"মই ককাইটি, গোলোক।"

"আহ, এইফালে আহ।"

গোলোকক হাত এখনত ধৰি মহীকান্তই ঘৰলৈ লৈ আহিল। আগফালৰ কোঠালিটোত তাক বহুৱাই মহীকান্ত নিজেও বহিল।

"বহুত দিন তোৰ গান শুনা নাই অ' গোলোক। আজিকালি তই গান গাৱ নে নাগাৱ?" জেপৰপৰা আধা ভৰ্তি বটল এটা উলিয়াই মহীকান্তই সুধিলে।

"গাওঁ—মানে—চুৰচুৰিয়াকৈ চলি আছে আৰু।"

"গা। ভালকৈ গান এটা গা। অ' হেৰি নহয়"—বটলটো দেখুৱাই মহীকান্তই ক'লে "লাগে যদি ভিতৰৰপৰা গিলাছ এটা আনগৈ যা।"

গোলোকে লগে লগে ক'লে, "নাই নাই, নালাগে ককাইটি।"

"গা তেনেহ'লে, গান এটা গা।"

"এহ, এনেকৈ গান গাব নোৱাৰি নহয়।"

"এনেকৈ নোৱাৰি কেনেকৈ পাৰি অ'? পাৰিবি গা। এনে-কৈয়ে পাৰিবি।"

গোলোক যেন মহা বিপদত পৰিল। ছবিফুল্লাৰ ছাইকেলৰ দোকানৰ পিছফালৰ কোঠালিটোত বহি সিহঁত কেইটামানে মাজে-মাজে অলপ গান-বাজনাৰ চৰ্চা কৰে; নিজৰ ঘৰৰ ভিতৰত কেতিয়াবা অলপ ৰেৱাজ কৰে। কিন্তু এনেকৈ, ল'ৰা-তিৰোতা থকা মানুহ এঘৰত—! তথাপি মহীকান্তৰ হেঁচাত গোলোকে আৰম্ভ কৰিলে, —হা—য়, পানীয়া ভৰনৈকো—

অলপ পাছতে মহীকান্তই গোলোকতকৈ বহু বেছি ডাঙৰ মাতেৰে, তাৰ লগে-লগে, মাজে মাজে নিজৰ ইচ্ছামতে, চিঞৰিবলৈ ধৰিলে। যমুনাকা তীৰ মে,—ছা ৰে গা মা ধা পা নি ছা,—হায়,—হা—য়—।

বেৰখনৰ সিফালে ঘনকান্ত বুঢ়াৰ কোঠালিটো। এসময়ত বুঢ়া এইটো কোঠালিলৈ ওলাই আহিল। গোলোকে লগে-লগে মুখ বন্ধ কৰিলে। আচলতে সি মুখ বন্ধ কৰিবলৈ এটা চেলু বিচাৰি আছিল। সি গান বন্ধ কৰাৰ পাছতো মহীকান্তই মুৰটো লৰাই, হালি জালি চিঞৰি আছিল। এবাৰ বাপেকৰ গাটোত চকু পৰাত সি মুখ বন্ধ কৰিলে। অলপ পৰ বাপেকলৈ চাই থাকি সি ক'লে, "কি হ'ল পিতাই? আমি অলপ গান গাইছোঁ। তই বেয়া পাইছ নেকি? তই মোক ইয়াৰপৰা গুচি যাবলৈ ক'বলৈ আহিছ নেকি?

তই চিন্তা নকৰিবি পিতাই। মই যাম। একেবাৰে গুচি যাম। মই সে—ইফালে কিমান মাটি কিনিম জান? এদিন গৈ চাই আহিবি। মই তালৈ গুচি যাম। যেতিয়ালৈকে তই থাক, তেতিয়ালৈকে এই ঘৰ থাকিব; তাৰ পাছত—এই ঘৰ জ্বলাই দিম।"

ঘনকান্ত বুঢ়া ওলাই আহিল। পিছ চোতালখনৰ ইফালে-সিফালে তিনিখন দুৱাৰেদি ওলাই অহা পোহৰ পৰিছিল। গোঁসাই-ঘৰৰ ওচৰৰ ঠাইডোখৰ আন্ধাৰ হৈ আছিল; তেওঁ সেইখিনিলৈ গৈ থিয় হৈ ৰ'ল। অলপ পৰ থিয় হৈ থাকি তেওঁ ভদ্ৰকান্তৰ ঘৰৰ ফালে খোজ ল'লে।

ভদ্ৰকান্ত বিছনাত দীঘল দি পৰি আছিল, মদন ওচৰতে বহি আছিল, তালতলৰ বুঢ়াই ভাত ৰান্ধিছিল। ভদ্ৰকান্তই বন্দবস্ত কৰি লৈছিল, পৰশু বুঢ়া আৰু তালতলৰ ঘৰটোত থাকিব নালাগে; তেওঁ ভদ্ৰকান্তৰ লগতে থাকিব, ৰান্ধিব, কাম-বন কৰিব, খাব।

ঘনকান্ত বুঢ়াক দেখি ভদ্ৰকান্ত সাউৎকৈ বহিল; "পিতাই তই—?"

সি বিছনাৰপৰা নামিল। মদনো থিয় হ'ল। বিছনা কাপোৰখনত হাত ফুৰাই ভদ্ৰকান্তই ক'লে, "বহ ইয়াতে।"

ফানটিযোৰ খুলি থৈ বুঢ়াই বিছনাত ভৰি তুলি বহি ল'লে। অলপ সময়লৈ কোনেও একো নক'লে। তাৰ পাছত ইফালে-সিফালে চাই বুঢ়াই অলপ পাতল সুৰত সুধিলে, "ঘৰটো দেখোন ভালেই হৈছে। মোক ইয়াতে বিছনা এখন দিব নোৱাৰনে।" কথাষাৰ সুধিয়েই তেওঁ হাঁহিলে।

ভদ্ৰকান্ত বিছানাৰ এটা চুকত বহিল। সি একো নক'লে। বেৰত লাহেকৈ আউজি মদনে সুধিলে, "কিয় বৰপিতাই, তাত কিবা অসুবিধা পাইছে নেকি?"

"অসুবিধা?" বুঢ়াই মাটিলৈ চাই ৰৈ গ'ল।

ওচৰতে কুমাটি এটাই মাতি আছিল, এবাৰ হঠাতে তাৰ মাতটো বন্ধ হৈ গ'ল। বাঁহগছজোপাৰ গুৰিৰ ফালে এটা কেৰকেৰণি শুনা গ'ল। তালতলৰ বুঢ়াই ভাতৰ নিসনি কঢ়াৰ টোৰটোৰকৈ শব্দ এটা হ'ল। এসময়ত শব্দটো সৰু টপ-টপকৈ নাইকিয়া হৈ গ'ল।

ভালেমান সময়ৰ পাছত বুঢ়াই সৰু মাতেৰে ক'লে, "অসুবিধা

তেনেকৈ একো হোৱা নাই। কিন্তু এই কেঁচুৱাটোৱে ৰাতি কান্দিলে মোৰ টোপনি ভাগে। তাইৰ কান্দোন শুনিলে মোৰ আৰু টোপনি নাযায় বুইছ?" অলপ পৰ বৈ বুঢ়াই কলে, তাইৰ কান্দোন শুনিলেই মোৰ ৰত্নলৈ—ই সৰু বাপুলৈ—এটাইখনলৈ মনত পৰে। কিয় জানো এনেকুৱা হয়!"

· তিনিওটা মানুহ তিনিফালে চাই মনে মনে ৰ'ল। কিৰণৰ কেঁচুৱাটোৰ কান্দোনত ভদ্ৰকান্তৰো কেইবা ৰাতিও টোপনি ভাগিছে; টোপনি নোযোৱাকৈ ইকাতি-সিকাতি কৰি ক'ৰবাৰ কিবা কথা চিন্তা কৰি থাকোঁতেও সি কেঁচুৱাটোৰ কান্দোন প্ৰায়েই শুনে। এদিন নে দুদিন সেই কান্দোনৰ শব্দৰ লগে লগে বাগৰি-বাগৰি গৈ তাৰ চিন্তাবোৰে নবৌৱেকক আগুৰি ধৰিছিলগৈ; কিন্তু আজি বাপেকে কান্দোনটোৰ কথা যেনেকৈ ক'লে, সি কথাবোৰ তেনেকৈ ভবা নাছিল। হয়তো! ৰত্নকান্ত এই ভেটি এৰি সৌ ষ্টেচনৰ সিফালে বাঁহনিৰ মাজলৈ গুচি গ'ল, চাৰিটা ল'ৰা-ছোৱালী লৈ নবৌয়েক এটা কোঠালিত সোমাই ৰ'ল, সি এই কঁঠালতলত ঘৰ ল'লেছি, পিছবেলা পোহৰ নোসোমোৱা এটা কোঠালিৰ খিৰিকিৰ মুখত অকলশৰে বহি ৰ'ল তাৰ বাপেক, আৰু এই সকলোবোৰ কথা ৰাতি-ৰাতি মনত পেলাই দি থাকিবলৈ বুঢ়াৰ ওচৰত থাকিল কিৰণৰ কেঁচুৱাটো! নে এই সকলোৰে হৈ কান্দিবলৈ লৈছে কিৰণৰ কেঁচুৱাটোৱে?

লাহে-লাহে ভদ্ৰকান্তৰ ধাৰণা হৈ আহিল—বাপেকে ইয়াত বিছনা এখনৰ কথাটো সিমান পাতল সুৰত কোৱা নাই। অলপ সময় মনে মনে থাকি সি ক'লে, "বিছনা এখননো কি কথা? সৌখন তক্তাপোছ মদনে আনি থৈছেহি; মই তাতে শুব পাৰিম। কিন্তু তই জানো ইয়াত ভাল পাবি?"

এইবাৰ কিন্তু বুঢ়াৰ কথাৰ সুৰটো পাতল হৈ পৰিল;—"ভাল-বেয়া নো কি অ'? পৰি থাকিবলৈ কিবা এখন হ'লেই হ'ল! বুইছ মদন—" বুঢ়াই গাটো লৰাই বহি ল'লে,—"প্ৰথমবাৰ যেতিয়া পিতাইৰ লগত পামৰ মাটি ল'বলৈ যাওঁ, তেতিয়া ক'ত শুইছিলোঁ জান? যিকেইটা মানুহ তাত আমাৰ সাৰথি হোৱাৰ কথা আছিল সিহঁত গ'ল এফালে, আমি গ'লোঁ এফালে; চিনিও নাপাওঁ, জানিও নাপাওঁ; না বাট, না পথ, না ঘৰ, না দুৱাৰ—একো নাই। প্ৰথম

ৰাতি কৰিলোঁ কি,—দেশৰ মানে গছ-পাতবোৰ গোটাই দুটা দ'ম কৰিলোঁ। এটা দ'মত গধুলিতে জুই লগাই দিলোঁ, ইটো দ'মৰ ওপৰত তিয়নী দুখন পাৰি দুইটা একেলগে শুই থাকিলোঁ। আৰু তোক কৈছোঁ নহয়,—পৰাৰ লগে-লগে যি টোপনি,—ৰাতিটো কেনি গ'ল গমেই নাপালোঁ।"

তাৰ পাছত বুঢ়াই মদনক পামৰ মাটিত কোবৰ প্ৰথম চাবটো পৰাৰপৰা পাঁচ বছৰৰ পাছৰ কুঁহিয়াৰ পেৰালৈকে—এই দীঘলীয়া কাহিনী মহা উৎসাহেৰে কৈ যাবলৈ ধৰিলে।

ভদ্ৰকান্ত মাজতে সিটো কোঠালিলৈ উঠি গ'ল। সুদা তক্তাপাছখনলৈ চাই, নিজৰ কাৰণে বিছনা এখন পৰাৰ কথা চিন্তা কৰি সি থিয় হৈ ৰ'ল।

মাজতে পাগঘৰত চেনকৈ চৰুত পাচলি দিয়াৰ শব্দ এটা হ'ল। কথাৰ মাজতে ঘনকান্ত বুঢ়াই ডাঙৰকৈ মাত লগালে, "পৰশু।"

পৰশুৱে উত্তৰ দিলে "দৌতা।"

"ভাত মোলৈও বহাইছ নে নাই? মই এনেয়ে বহিবলৈ আহিছোঁ বুলি নাভাবিবি আৰু'।" কথাষাৰ কৈ বুঢ়াই মদনৰ ফালে চাই সে-সেকৈ হাঁহিলে।

পৰশুৰ মুখৰ মাত নোলাল। লগে-লগে ভদ্ৰকান্ত পাগঘৰৰ দুৱাৰমুখত থিয় হ'ল। পৰশুৱে কিবা এটা সোধাৰ ভংগীৰে তাৰ মুখলৈ চালে। এক মুহূৰ্ত দুয়ো দুয়োৰে মুখলৈ চাই থকাৰ পাছত ভদ্ৰকান্ত আগবাঢ়ি পৰশুৰ ওচৰতে বহিল। ৰন্ধা-বঢ়াৰ আয়োজনটো বঢ়াব লাগিব, অলপ বেলেগ কৰিব লাগিব।

ইটো কোঠালিত মদনে থৰ লাগি ঘনকান্ত বুঢ়াৰ কথাবোৰ শুনি গ'ল।

—গৰু গাড়ীত ধান খেৰৰ মাজে-মাজে মিঠৈৰ টেকেলি বহুৱাই ঘনকান্তৰ বাপেক যিবাৰ প্ৰথম জিলাত মিঠৈ বেচিবলৈ আহে, সেইবাৰেই বোলে তেওঁ এইখিনিতে আম এজোপাৰ তলত চৌখুটি মাৰি ভাত বহাই খাইছিল। কেইবাৰমান তাত ভাত বহোৱাৰ পাছতে এই মাটিডোখৰৰ লগত ঘনকান্তৰ বাপেকৰ সম্পৰ্ক ঘটিছিল। ঘনকান্তই ইতিমধ্যে খেতি-বাতিৰ কাম এৰি কাঠমিস্ত্ৰীৰ কাম শিকিছিল। আৰু এজন মিস্ত্ৰীৰ লগ লাগি এইটো ঘৰ তেওঁ নিজে সাজিছিল। তেওঁ যেতিয়া এইটো ঘৰত থাকিবলৈ আহে, তেতিয়া ভদ্ৰকান্তৰ ওপৰৰ যিজনী ছোৱালী চুকাল—তাই কেঁচুৱা।

সিটো কোঠালিত ভদ্ৰকান্তই নিজ হাতেৰে মজিয়াখনৰ চুক এটা পানী চতিয়াই অঁতালে। পীৰা এখনহে আছিল; সেইখন বাপেকৰ কাৰণে পাৰি দি সি নিজৰ আৰু মদনৰ কাৰণে কাঠৰ গড় দুটুকুৰা পাৰি ল'লে, তাৰ পাছত সি বাপেকক ভাত খাবলৈ মাতিলে।

ইমানকৈ কথা কৈ থকা মানুহজনে ভাতৰ পাতত বহাৰ পাছত এটা শব্দও উচ্চাৰণ নকৰিলে। এবাৰ চাৰিওফালে চকু ফুৰাই তেওঁ এচলু পানী কাঁহীখনৰ চাৰিওফালে চটিয়াই দিলে, কাঁহীখনত আঙুলি লগাই ভালেমান সময় চকু মুদি ৰ'ল, তাৰ পাছত তলমূৰকৈ ভাত খাবলৈ ধৰিলে। ভদ্ৰকান্ত আৰু মদনৰ মুখতো মাত নোলাল। শেষৰ ফালে এবাৰ ভদ্ৰকান্তই সুধিলে, "কিবা লাগিবনে?"

বুঢ়াই তলমূৰকৈ থাকিয়েই নিঃশব্দে মূৰ জোকাৰিলে একো নালাগে।

কাঁহীখন চুচি-চুচি চাফা কৰি এসময়ত বুঢ়াই মূৰ তুলি দুৱাৰ-মুখত বহি থকা পৰশুৰ ফালে চাই ওঁঠ দুখন টিপি, গালৰ ফালে দীঘল কৰি হাঁহি এটা মাৰি ক'লে, "বৰ ভাল ৰান্ধিছ অ' পৰশু।" তাৰ পাছত বুঢ়াই বাওঁহাতৰ পিঠিৰে চকু দুটা মচিলে। তেওঁৰ কামটো—"বৰ জ্বলা দিছ অ' পৰশু"—বুলি কৈ কৰা কামৰ নিচিনা দেখা গ'ল।

ভদ্ৰকান্তই আকৌ এবাৰ আঁৰ চকুৰে বাপেকৰ মুখলৈ চাই তলমূৰ কৰিলে। অলপ পাছতে কিবা এটা শব্দ শুনি সি দুৱাৰৰ ফালে চালে। ইন্দ্ৰ সোমাই আহিছে।

"কি হ'ল ইন্দ্ৰ? তই শোৱা নাই?" ভদ্ৰকান্তই সুধিলে।

"মাই ককাক বিচাৰি পঠিয়াইছে।" ইন্দ্ৰই ক'লে।

বুঢ়াই হাঁহি হাঁহি ক'লে, "ককাৰক আৰু বিচাৰিব নালাগে মা। ককাৰে তহঁতক এৰিলে।" তাৰ পাছত হাঁহিটো সামৰি তেওঁ ক'লে, "তয়ো আজি ইয়াতে মোৰ লগতে শুবি আহ।"

ইন্দ্ৰক ভিতৰলৈ পঠিয়াই মেনকা বাহিৰত, অলপ দূৰত বৈ আছিল। বুঢ়াৰ শেষৰ কথাষাৰ শুনি তাই সোমাই আহিল। দুৱাৰমুখত থিয় হৈ তাই সকলোৰে মুখলৈ চালে, তাৰ পাছত মজিয়াৰ কাঁহী-বাতিবোৰলৈ চালে। মজিয়াত বহি থকা তিনিওটা মানুহে মুখকেইখন কিবা লুকুৱাবলগীয়া কাম কৰি ধৰা পৰা মানুহৰ নিচিনা কৰিলে। কেই মুহূৰ্তমান সকলো মনে-মনে থকাৰ পাছত

বুঢ়াই ক'লে "মানে কথাটো কি হ'ল জান আই? এই পৰশুৱে ভাত ৰান্ধি আছিল; ময়ে ক'লোঁ—বোলোঁ চাওঁ, তইঁতেনো কি ৰান্ধিছ ময়ো খাই চাওঁ। শুদাই-নিকাই হ'লেও বৰ ভাল লাগিল বুইছ?" বুঢ়াই হাঁহি-হাহি কথাটো পাতল কৰিব খুজিলে।

মেনকাই ধীৰ-স্থিৰ মাতেৰে ক'লে, "মই ভাত বাঢ়ি বৈ আছিলোঁ। মই খবৰটো পোৱা হ'লে ভাল আছিল। ইয়াতে শুবও নেকি?"

বুঢ়াৰ মুখখন হঠাতে গম্ভীৰ হ'ল। তেওঁ তললৈ চাই মনে মনে থাকিল।

"আহ" বুলি ইন্দ্রক মাতি মাতি মেনকা ওলাই গ'ল। অলপ পাছতে তাই ইন্দ্রৰ হাতত গাৰু এটাৰ ওপৰত বিছনা কাপোৰ এসোপা মেৰিয়াই ভদ্রকান্তৰ ঘৰলৈ পঠিয়াই দিলে। কাপোৰখিনি গোটাই নুৰিয়াবৰ সময়ত তাইৰ হাত-ভৰিত এটা উত্তেজনা আছিল, কিন্তু ইন্দ্রই টোপোলাটো লৈ ওলাই যোৱাৰ পাছত তাইৰ গোটেই গাটো অৱশ-অৱশ লাগিল। ইন্দ্রৰ পিছে-পিছে তাই নাদটোৰ পাৰলৈকে আহিল, আৰু সেইখিনিতে বৈ গ'ল। ইন্দ্রক কিছুদূৰলৈ ছয়াময়াকৈ দেখা গ'ল তাৰ পাছত সি নতুন চকোৱাখনৰ আঁৰ হ'ল। মহীকান্তই তাৰ শোৱা কোঠালিত সোমাই কিবা গবগৰাই আছিল, তাৰ মাতটো এটা ডাঙৰ, খালী ঘৰত হোৱা গুমগুমনিৰ নিচিনা শুনা গ'ল। ভদ্রকান্তৰ ঘৰটোৰপৰা ইফালে-সিফালে ওলোৱা পোহৰত বাঁহতলিখন বেছি গমগমীয়া যেন লাগিল। মেনকাই নাদৰ পকী ঘেৰটোত গাৰ ভেজা দিবৰ কাৰণে খোজ লৰালে। খোজটো পেলায়েই তাই জিকাৰ খাই উঠিল। পানীতোলা ৰচিডালৰ ওপৰতে খোজটো পৰিছিল। হঠাতে মেনকাৰ বৰ অকলশৰীয়া অকলশৰীয়া লাগিল। নিজৰ ঘৰটোৰ ফালে চাওঁতে তাইৰ অকণমান সময়ৰ কাৰণে ভয়-ভয়ো লাগিল। কিহৰ ভয়? তাই মনটো পাতল কৰিবলৈ চেষ্টা কৰিলে। সেই তাহানি, মাকৰ ঘৰত থাকোঁতে ৰাতি তাই বাহিৰলৈ যায়, বাৰাণ্ডাতে চাকিটো থয়, মাক দুৱাৰমুখত থিয় হৈ থাকে, হেন্দালিখনৰ ফালে যাওঁতে যায় ঠিকেই, কিন্তু ঘৰৰ ফালে উভতিবৰ সময়তহে তাইৰ ভয়টো লাগে; ওভতোঁতে তাই সদায় দৌৰি আহে। কোনো কাৰণ নোহোৱা ভয়।

কিন্তু এইযে শহুৰেকে আজি তাত শুবলৈ ল'লে, তেওঁ সদায় তাতেই শুব নেকি? তেওঁ নুভতিব নেকি? এইযে এটা ডাঙৰ

খালী ঘৰৰ গুমগুমনি, এই গুমগুমনিটোলৈ তাই ভয় কৰিছে নে কি?

ঘনকান্ত বুঢ়া আচলতে উভতি নাহিল। ভদ্ৰকান্তৰ বিছনাখনত শুই তেওঁ ভাল পালে। সেইযে পামৰ মাটিত গছ পাতৰ ওপৰত শুই বাপেক-পুতেকে ভাল পাইছিল, তেনেকুৱাই ভাল পালে হ'বলা। দুদিনমান তেওঁ গধুলি পৰশুৰ লগত ভাত ৰান্ধিবলৈ বহিল। ভাত-ৰন্ধা মানে—কথা। মাটিমাহত পকা বগৰী দিলে যে ডাইলখন বীজল-বীজল হৈ যায়, সেইটো তেওঁৰ-বাপেকে বৰ ভাল পাইছিল; বুকু-পিঠি ইটা-বৰণীয়া হৈ পৰা তিনি আঙুল বহল-বহল একুৰি কাবৈ মাছ একেডাল শলাতে সী সোণাক খৰিৰ দপদপীয়া আঙঠাৰ ওপৰত খৰিকাত দিবি, তেহে! টেকেলিত থোৱা পুৰণা তিতাফুল সক-সক আলুগুটিৰে থুপথুপীয়াকৈ ভাজিবি, তিতাটো কমাবলৈ এটোপা-মানি কল-খাৰণি দিবি, তাৰ পাছত খাই চাবি! কণী লগা মোৱা মাছ, শুকান কুজী থেকেৰা, চেকীয়া—। বুঢ়াৰ মতে তেওঁৰ মাকে ৰান্ধি দিয়া এইবোৰ বস্তু খাই থাকোঁতে পৰশুক পিঠিত গুৰিয়াই থাকিলেও সি নুঠিব!

এদিন বুঢ়াই ইন্দ্ৰক জুহালৰ ওচৰত বহুৱাই লৈ লেথাৰি নিছি-গাকৈ কথা কৈ গ'ল। —তই এবাৰ আমাৰ গাঁৱৰ ঘৰলৈ যাবি বুইছ। নিজে হাকুটিয়াই বেত গুটি খাবি। ইকৰা ফুল খাবি। নৈৰ পাৰৰ হাবিখনত বহুত বান্দৰ আছে, সিহঁতৰ লগত খেলিবি। ঘাটত নাও থাকে,—মই সজা নাও এখনো আছিল,—নাও বাই সিপাৰলৈ যাবি। সিপাৰে মগুমাহ, মাটিমাহ;—পকা গছকেই-জোপামান তুলি পৈণত চিৰাবোৰ গুচাই খাবি। তাৰ পাছত ইপাৰলৈ আহি নাদুৰিবি, সাঁতুৰিবি,—

চৌকাত জ্বলি থকা খৰি এডালৰ ইটো মুৰেদি তুৰভুৰকৈ ৰঙচুৱা এঠা ওলাইছিল; অলপ পৰ সেইখিনিলৈ চাই থাকি বুঢ়াই ইন্দ্ৰক সুধিলে, "তোৰ হাত-ভৰি ক'ৰবাত ঘা আছে নেকি? ক'ৰবাত খুন্দা-খুন্দলি খোৱা ঘা?"

ইন্দ্ৰই ক'লে, "নাই।"

"ই—! হাত-ভৰিত ঘায়েই নাই, তহঁত আকৌ কি ল'ৰা অ? তহঁতৰ বয়সত আমাৰ আঁঠুৰ ঘা নুগুচেই। ইফালে আঁচোৰ সিফালে খুহা, উজুটিত থেতেলা খোৱা আঙুলি, আঙুলিৰ চেগে-চেগে পানীয়ে

খোৱা, কপালত টেমুনা—। এয়া খবিৰ এঠা দেখিছ? আমাৰ আঁঠুৰ ঘাৰ ঔষধ আছিল এয়াই।”

বুঢ়া ভালেমান সময় মনে মনে ৰ'ল। তাৰ পাছত ইন্দ্ৰৰ মূৰত হাত ফুৰাই সৰু মাতেৰে তেওঁ ক'লে, “ঢেৰ পঢ়া-শুনা কৰিবি। দিল্লী-কলিকতা দেখিবি। সেইফালে ক'ৰবাত সুবিধা পালে গান্ধী ৰজাক চাবি।” অলপ পৰ বৈ তেওঁ আৰু সৰু মাতেৰে ক'লে, “ভায়েৰ-ভনীয়েৰহঁতক চাবি।” বুঢ়াৰ কথাবোৰ কিবা বেবেৰিবাং হৈ আছিল।

এদিন দুপৰীয়া বুঢ়াই মেনকাক অকলশৰীয়াকৈ লগ ধৰি ফুচ্-ফুচাই ক'লে, “মোৰ হাতত থকা টকাসোপা কি কৰোঁ? ই সৰু বাপু ৰৰ জেদী ল'ৰা, সি নলয়। ইন্দ্ৰই সৰু হৈ আছে। টকা-খিনি তয়ে ৰাখ, সময় বুজি সৰু বাপু আৰু ইন্দ্ৰক দিবি।”

মেনকাই অলপ পৰ বুঢ়াৰ মুখলৈ চাই থাকি সুধিলে, “কিমান টকা?”

“হ'ব হ'বলা তিনি হাজাৰমান।”

মেনকাই তলমূৰকৈ অকণমান সময় কিবা ভাবিলে, তাৰ পাছত ক'লে, “ইমানবোৰ টকা, মোৰ হাতত ওলালে মানুহে বা কি কয়! আপুনিতো জানেই—”

বুঢ়াই লৰালৰিকৈ ক'লে, “মই কাগজ এখনত কথাটো লিখি থৈ যাম নহয়। কোনোবাই কিবা ক'লে সেইখন দেখুৱাই দিবি আৰু'।”

তাৰ পাছত বুঢ়াই কঁকালৰ ৰচিত থকা মোহাৰ ক'লা চাবি-টোৰে নিজৰ বিছনাখনৰ শিতানত থকা কাঠৰ বাকচটো খুলি গাৰুৰ নিচিনা মোনা এটা উলিয়ালে। অইন এটা কাগজৰ টোপোলা খুলি তাৰপৰা এযোৰ থুৰীয়া, মাজত এটা ঢোলবিৰিৰে সৈতে এধাৰ সোণৰ মণি আৰু এপাত সোণৰ খাৰু উলিয়ালে। ঢোলবিৰিডাল তেওঁৰ মাকৰে। বাকীখিনি যোগেশ্বৰী বুঢ়ীৰ। ডাঙৰ দুটাক দিয়াৰ পাছত এইখিনি আছেগৈ। চকুৰ ওচৰলৈ আনি বুঢ়াই বস্তুকেইপদ ভালকৈ চালে, তাৰ পাছত মোনাটোত ভৰালে। বাকচটো বন্ধ

কৰি চাবিটোও তাতে ভৰালে। তাৰ পাছত তেওঁ মোনাটো পোনে পোনে মেনকাৰ কোঠালিলৈ লৈ আহিল। নিজে দুৱাৰডলিৰ বাহিৰত থাকি তেওঁ মোনাটো কোঠালিৰ ভিতৰফালে থলে। চিকাৰপবিলাকৰ পৰা ঝনকৈ শব্দ এটা হ'ল। এখন হাতেৰে ইখন হাত আথেবেথে মোহাৰি তেওঁ ক'লে, "দে, কাগজ-কলম কি আছে দেচোন, তাতে বহি চিঠিখন লিখোঁগে।"

বুঢ়াই ভদ্ৰকান্তৰ ঘৰত থাকিবলৈ লৈছে বুলি প্ৰথম দুৰাতি মহীকান্তই গমেই পোৱা নাছিল। তাৰ মন-মেজাজ দেখি কিৰণেও কথাটো ক'বলৈ ভয় কৰিছিল। তৃতীয় দিনা যেতিয়া এসময়ত তাৰ মনটো অলপ ভাল যেন দেখি কিৰণে কথাটো ক'লে, তেতিয়া সি অলপ সময় তভক মাৰি ৰ'ল, তাৰ পাছত নিজকে সোধাৰ নিচিনাকৈ সুধিলে, "হয় নেকি?"

কিছুদিনৰ পাছত কিৰণে এদিন তাক খবৰ দিলে—দেউতাৰ অসুখ হৈছে। সি একো নমতা দেখি কিৰণে আকৌ ক'লে, "শুনিছে? দেউতাৰ গা বেয়া, বিছনাৰ পৰা উঠিবই পৰা নাই।"

"মই কি কৰিব লাগে?" মহীকান্তই আঙুলিৰে চুৰিয়াৰ আগটো থুৰীয়াই-থুৰীয়াই সুধিলে।

"ডাক্তৰ এজন মাতি—"

"ডাক্তৰ মই ঘৰলৈহে মাতি আনিব পাৰোঁ! ডাক্তৰক লগত লৈ বেমাৰী ক'ত আছে বিচাৰি ফুৰিব নোৱাৰোঁ নহয়।"

চুৰিয়াৰ থোৰটো কঁকালত খোঁচ মাৰি মহীকান্ত ওলাই গ'ল।

সেইদিনাই গধূলিৰ আগে-আগে মহীকান্ত কলঘৰৰপৰা উভতি পদূলি পাইছেহি, সিহঁতৰ ঘৰৰ পিছফালৰপৰা বেগেৰে ওলাই অহা পদমৰ লগত তাৰ সেইখিনিতে মুখামুখি হ'ল।

"ককাইটি আহিলি? মই তোকে মাতিবলৈ কলঘৰলৈ বুলি আহিছিলোঁ। বৰপিতাইৰ অৱস্থা বৰ বেয়া অ'।"—পদমই ক'লে। "অলপ আগলৈকে একো নাছিল; হঠাতে জানো কি হ'ল।"

মহীকান্ত তলমূৰকৈ থিয় হৈ ৰ'ল। সি কিবা কয় বুলি পদম়ও থিয় হৈ ৰ'ল। অলপ সময় তেনেকৈ থাকি মহীকান্তই হঠাতে ক'লে, "তহঁতে মোক এটা সহায় কৰি দিব পাৰিবি?"

"কি কচোন।"

"তহঁতে পিতাইক ইয়ালৈ আনি দিব পাৰিবি?" মহীকান্তৰ মাতটো কোমল অথচ গম্ভীৰ শুনা গ'ল।

"ইয়ালৈ,—এতিয়া,—কিন্তু বৰপিতাইৰ গাৰ যিহে অৱস্থা—। ৰবিচোন সোধামেলা কৰোঁগৈ"—বুলি পদম় আকৌ সোমাই গ'ল। মহীকান্ত লাহে লাহে আহি আগফালৰ বেঞ্চখনতে বহিল। বহুত পৰৰ মূৰত হঠাতে যেন সি লক্ষ্য কৰিলে—ঘৰখনত সি কাৰো মত শুনা নাই। সি ভিতৰলৈ আহিল। নাদৰ পাৰত ৰাধাই কেঁচুৱাটো লৈ প্ৰায় একে ঠাইতে ভৰি দুখন নচুৱাই আছে।

নিজৰ কোঠালিত সোমাই মহীকান্ত চকীখনত বহি জোতাযোৰ খুলি উঠিছে, এনেতে পিছফালে গণ্ডগোল শুনা গ'ল। মহীকান্ত তৎক্ষণাত থিয় হ'ল। গণ্ডগোলটো কেনে ধৰণৰ সি কাণপাতি শুনি বুজিবৰ চেষ্টা কৰিলে, তাৰ পাছত সি কোঠালিটোৰপৰা ওলাই আহিল।

মহীকান্ত যেতিয়া ভদ্ৰকান্তৰ চোতাল পালেগৈ, তেতিয়া ভিতৰৰপৰা পদম় আৰু মদনে চাৰিখনেৰে সৈতে ঘনকান্ত বুঢ়াক বাহিৰলৈ আনিছে।

মদনৰ মাকে বুঢ়াৰ উশাহটো চিনি পালে। শেষ উশাহটো যাতে ঘৰৰ তলতে নাযায় সেইকাৰণে তেৱেঁই লৰালৰি কৰিলে, "ধৰ ধৰ বাপুহঁত। গ'ল।"

অলপ পাছতে বাঁহতলিখন লেম-চাকিৰে জিলিকি উঠিল। কোনোবা এটাই দৌৰি গৈ সিটো চাৰি-আলিৰ গেলামালৰ দোকানখনৰ মেন্থল লাইটটোও লৈ আহিল।

এইটো ঘৰত ৰাধাই লেম এটা জ্লাই কেঁচুৱাটো ৰখি থাকিল।

মহীকান্ত বাপেকৰ পৰা অলপ দূৰতে সাৰসুৰ নোহোৱা মানুহৰ নিচিনাকৈ থিয় হৈ আছিল। মেনকাই দুৱাৰডলিৰ বাহিৰ ওলাই বেৰত আউজি একে থৰে মহীকান্তলৈ চাই আছিল। কিছুসময় চাই থাকি তাই এবাৰ অকণমান আগুৱাই আহিল। অকণমান দূৰত থকা মদনক তাই মাতিলে, "শুনাচোন।"

মদন লৰালৰিকৈ আগুৱাই আহিল।

"এওঁলোকক কোৱা দেউতাক সৌ তালৈ, গোঁসাই ঘৰৰ ওচৰলৈ লৈ—যাব লাগে।" কথাষাৰ কৈ মেনকা নিজে ঘৰলৈ আহিল।

কেইদিনমান যোৱাৰ পাছত এদিন মেনকাৰ গাটো বৰ দুৰ্বল-দুৰ্বল লাগিল। অথচ আৰু দহদিন মানলৈ তাইৰ বহি-শুই থকাৰ উপায় নাছিল। নাম হ'ব, ভোজ হ'ব, ভাওনা হ'ব; যোগেশ্বৰী বুঢ়ীৰ শ্ৰাদ্ধতকৈ এইখন শ্ৰাদ্ধ ডাঙৰ হ'ব। বসন্তকান্তহঁত ঘৰত তলা মাৰি থৈ ইয়ালৈ আহিছে। গাঁৱৰ মানুহেৰে ঘৰ ভৰিছেই। ভদ্ৰকান্তই কৈছে—তাক বাপেকে দি যোৱা পইচা নিজৰ কামত খৰচ কৰিবলৈ নালাগে। ইন্দ্ৰৰ কাৰণে মেনকাই যিমান ৰাখে ৰাখক, বাকীখিনি শ্ৰাদ্ধতে খৰচ কৰি পেলাওক। মেনকাই কৈছে—তেনেহলে তুমি শ্ৰাদ্ধ বুলি কি কৰিব খুজিছা কৰা, মই পইচা দি থাকিম। তাৰ পাছত গাড়ীত খৰি আহিছে, মাহ আহিছে, চাউল আহিছে; ফুলহঁতে আকৌ ডলা-চালনী-কুলা-জাতৰ লগত দিনটো কটোৱা কৰিছে। দুৰ্বল লাগিলেও মেনকাৰ এইবোৰৰ পৰা আঁতৰি থকাৰ উপায় নাছিল, আৰু ইচ্ছাও নাছিল। বৰঞ্চ তাইৰ এইবাৰ দেহ-মন ঢালি কামবোৰ কৰিবলৈ মন গৈছিল। কিন্তু তাইৰ গাটো! অন্ততঃ তাইৰ লগে-লগে থাকিবলৈ কোনোবা এজনী হোৱা হলেও! ৰাধাক এসময়ত তাই অনাইছিল তাইৰ সাৰথি হ'ব বুলি, কিন্তু আজিকালি তাই কিৰণৰ লগত, তাইৰ কেঁচুৱাটোৰ লগত লাগি থাকোঁতেই যায়।

এদিন মেনকাই দিউকিলালক ক'লে, "এটা কাম কৰিব পাৰিবা? তুমি ৰাধাৰ বায়েকজনীৰ কথা কৈছিলা নহয়? তুমি আজিয়েই যোৱাচোন,—সিহঁতৰ ঘৰৰ সকলোকে শ্ৰাদ্ধলৈ মাতি আহিবা আৰু তাইক,—ৰাধাৰ বায়েকক মই আজিয়েই মাতিছোঁ বুলি কবা।"

তাৰপাছত মেনকাই ৰাধাহঁতৰ ককায়েকক দিবলৈ দিউকিলালৰ হাতত টকা পাঁচটা দিলে।

ছোৱালীজনীক সেইদিনাই ককায়েকে লৈ আহিল।

তাইৰ নাম পূৰ্ণিমা।

পাগঘৰৰ বাৰাণ্ডাৰ খুঁটা এটাৰ ওচৰত পূৰ্ণিমা থিয় হ'লহি। তাইৰ মুখলৈ চাই মেনকা বৈ গ'ল। মেনকাৰ সমানে ওখ, গাটো

লাহী, মুখখন মিঠা বৰণীয়া, নাক, চকু, ওঁঠ সুগঢ়ী। মেনকাই ছোৱালীজনীক ভৱিৰগৰা মূৰলৈকে চাই ললে। এইজনী খাবলৈ নোপোৱা ঘৰৰ ছোৱালী? তাইৰ মুখখনৰ শান্ত, অজলা, শুকান ভাবটোৰ বাহিৰে খাবলৈ নোপোৱা ঘৰৰ কোনো চিনেই নাই।

পাছদিনা পুৱা কোনো নুঠোঁতেই মেনকাই পূৰ্ণিমাক জগাই গা ধুবলৈ ক'লে। তাইক নিজৰ পুৰণি কপাহী কাপোৰ এযোৰ দিলে। গা ধুই উঠি সেইযোৰ কাপোৰ পিন্ধি পূৰ্ণিমাই পিছফালৰ নতুন চকোৱাখনত তিতা কাপোৰযোৰ মেলি দি থাকোঁতে মেনকাই নাদৰ পাৰৰ পৰা তাইলৈ থৰ লাগি চাই ৰ'ল। দোকমোকালিৰ পোহৰতে পিছফালখন জিলিকি উঠিছিল।

সময় বুজি ল'ৰা-ছোৱালীকেইটাক খুউৱা-পিন্ধোৱা, অনৱৰতে মেনকাৰ ওচৰে ওচৰে থাকি তাইৰ লাচনি-পাচনি কৰা,—এইবোৰ কথা সেই দিনটোৰ ভিতৰতে মেনকাই পূৰ্ণিমাক হাতে-কামে বুজাই দিলে। ৰাতি বিছনাত পৰোঁতে মেনকাৰ গা-মন পাতল-পাতল লাগিল।

দহা-কাজ-ভোজ-ভাওনাৰ চাৰিদিন পদূলিমুখৰ পৰা বাঁহতলিলৈকে মানুহে পিয়াপি দিলে। ৰত্নকান্তই পিণ্ড দিছে, নাম-প্ৰসংগত গৃহস্থালী কৰিছে, ভদ্ৰকান্তই দৈৰ পৰা কলপটুৱালৈকে সকলো বস্তু যোগাৰ কৰাইছে, যাক যিমান পইচা দিব লাগে হিচাপ কৰি কৰি দিছে,—সকলো কাম সুকলমে চলি আছে।

কেৱল মহীকান্তৰ মাজে-মাজে চিন্তা হ'ল,—সি কি কৰিছে?

ইমান ডাঙৰ সকাম এটা, ইমানবোৰ মানুহে কাম কৰি তৰণি পোৱা নাই, অথচ একোবাৰ মহীকান্তৰ এনেকুৱা লাগিল—সি কৰিবলগীয়া কাম যেন একো ওলোৱাই নাই। চুৰিয়াৰ খোঁচনিত সি অলপ পইচা লৈ ফুৰিছে, কিন্তু কাকো দিবলগীয়া হোৱা নাই। চিত্তৰঞ্জন বোলা মানুহ এটাক নি ভাল চিৰা দুৰস্তা দিয়াৰ কথা কম বুলি ভাবিছিলহে, কৰবাৰ পৰা চিৰা আহি ঘৰ সোমালেই। কি হৈছে? সুবিধা পালেই মানুহবোৰে তাক বেৰি ধৰে, তাৰ লগতে দীঘলীয়া কথা পাতি থাকে। কথা পাতিবলৈ আজৰি মানুহ সিহে আছে নেকি? চুকাবৰ সময়ত মাক আৰু বাপেক কাকো সি ওচৰত নাপালে;—তাকে ক'বলৈ, সেইকাৰণেই মানুহবিলাক তাৰ ওচৰলৈ বেছিকৈ আহে নে কি?

গধূলিৰ পাছত মহীকান্তই গোহৰ নগৰা ঠাইবোৰত, যেন ক'ব নোৱাৰাকৈয়ে, জুপুকা মাৰি থাকিবলৈ ধৰিলে। ৰত্নকান্ত আৰু ভদ্ৰকান্ততকৈ তাৰ ডাড়ি-চুলি বেছি বঢ়া যেন দেখা গ'ল।

শেষৰ দুদিন মেনকাই বেছি ওলোৱা-সোমোৱা কৰিব নোৱাৰিলে। ৰত্নকান্তৰ ঘৈণীয়েকক তাই এবাৰ ক'লে, "আপুনিয়েই কেউফালে চকু ৰাখিব বাইদেউ। মই—"

ৰত্নকান্তৰ ঘৈণীয়েকে ভেকাহি মৰাৰ সুৰত ক'লে, "মইতো প্ৰথমৰ পৰাই কৈ আছোঁ। তুমিহে উপযাচি গোটেইখন জপটিয়াই ফুৰিছা!"

কাকো একো নোসোধাকৈ, কোনেও একো নোকোৱাকৈ মেনকাৰ কথাটো প্ৰথমে মন কৰিলে মদনে। ভাওনাৰ পাছদিনা ঘৰত এনেয়ে বহি থাকোঁতে সি মাকক সুধিলে, "নবৌক দেখোন আগৰ নিচিনাকৈ কাঁম-বন কৰি ফুৰা দেখা নাপালোঁ?

মাকে চমুকৈ ক'লে,—তাইৰ গাত কেঁচুৱা।

কি? এক মুহূৰ্তৰ কাৰণে মদনৰ গোটেই গাটো জঠৰ হৈ গ'ল। তাৰ পাছত সি অইন ফালে মূৰ ঘূৰালে। লাহে-লাহে তাৰ বুকু আৰু মূৰৰ ভিতৰত এটা জিনজিননি উঠিল।

অলপ সময় বহি থাকি মদন উঠিল, বাটলৈ ওলাল, তাৰ পাছত সি লাহে-লাহে নৈৰ ফালে খোজ ললে।

মেনকা নবৌৰ কেঁচুৱা হ'ব!

তাৰ মানে—, সেইকাৰণেই আজি ইমান দিনে মেনকা নবৌয়ে তাৰ লগত ওচৰ সম্পৰ্ক এটা থকাৰ কোনো চিন দেখুউৱা নাই! সেই কাৰণেই তেওঁ তাৰ লগত কেৱল একে চুবুৰীৰ চিনাকি মানুহ —এনেকুৱা ব্যৱহাৰ কৰি আছে! তাৰ মানে সকলো কথা পাহৰি নবৌ আকৌ আগৰ সংসাৰলৈ উভতি গ'ল? মহীকান্ত ককাইটিৰ ওচৰলৈকে উভতি গ'ল? তেওঁ কিৰণৰ কথাও পাহৰিলে? মদনৰ কথাও? তাৰ মানে লাহে-লাহে সেইখন সংসাৰেই আকৌ মেনকাক বেৰি ধৰিলে?

তাৰ বাহিৰেনো আৰু কি হ'ব পাৰে? তাৰ বাহিৰে আন কিবা হোৱা হ'লে অন্ততঃ মদনক কবলগীয়া কিবা থকা হ'লে মেনকা নবৌৱে নিশ্চয় ক'লেহেঁতেন। কিন্তু,—সেই ৰাতি কেইটা, সেই সময়বোৰ,— ইমানৰ পাছতো মেনকা নবৌৰ মদনক কবলগীয়া একোৱেই নহ'লনে? একোৱেই নাথাকিল নে?

তেনেহ'লে নবীৰ সেই কেইদিন কি হৈছিল? কিয় তেওঁ তেনে-কুৱা কৰিছিল? হঠাতে কিবা এটা মন গ'ল, কিবা এটা কৰিলে, তাৰ পাছত আকৌ আগৰ ঠাইলৈ উভতি গ'ল! ইমান ডাঙৰ এটা ঘটনা, এনেকৈ ইমান সৰু হৈ যায়নে?

আচলতে কথাটো ইমান সৰু হৈ যাবলগীয়া নে? নহয় নহয়। মদনৰ মানত ইয়াতকৈ ডাঙৰ ঘটনা একো হ'বই নোৱাৰে। বাপেক মৰাৰ পাছত সি বহুত বছৰ ধিতিঙালি কৰি কটাইছে, মাকে ঘৰে ঘৰে বন কৰি তাক খুৱাইছে, পিন্ধাইছে, দিনে-দিনে সি অঘাইটং হৈছে, ডেকা হৈছে, মাকৰ কেটকেটনিত শেষত উপাৰ্জন কৰিবলৈ লৈছে, বজাৰত মানুহৰ জেপ লুককিছে, দোকানৰ বস্তু চুৰ কৰিছে, মানুহৰ ঘৰত সিন্ধি খান্দিছে, দুৱাৰ-খিৰিকি ভাঙিছে, জেল খাইছে! মানুহবোৰৰ কোনে তাক ভাল পায়, কোনে বেয়া পায়, সেইবোৰ কথালৈ সি পৰোৱাওঁ নকৰে। নিতাইৰ ভনীয়েক শৈলবালাই তাৰ লগত হাঁহি-ধেমালি কৰি কথা পাতে, তায়েই আকৌ তাক খবৰ দিয়ে—চুবুৰীটোৰ তাইৰ লগৰ অইন কিজনী ছোৱালী অৱন্তী, কণমইনা, সুভদ্ৰা, লতাহঁতে তালৈ বৰ ভয় কৰে, ভয় কৰে নে ঘিণ কৰে? কৰক। যি কৰিব নোৱাৰিছে! তাৰ কি? কেৱল সি কাকো আমনি নকৰিলেই হ'ল। কৰাও নাই। ইচ্ছা কৰিলেই এই ছোৱালীহঁতৰ যি কোনো এজনীক সি দিন দুপৰত মাজ বাটতে জোকাই দিব পাৰে; জোকাবলৈ তাৰ মনো যায়, কিন্তু নোজোকায়। চৰকাৰী নাদটোৰ পাৰত ছোৱালীহঁতে কলহ-বাল্টি থৈ পকী ভেটিটোত বহি মেল মাৰে, কিবা ৰগৰ উঠিলে হাঁহি-হাঁহি ইজনীৰ গাত সিজনী ঢলি-ঢলি পৰে। মদনহঁতৰ ঘৰৰ ভিতৰৰ পৰাই ইকৰাৰ বেৰৰ ফাঁকেদি নাদটো দেখি থাকি। মাক ঘৰত নথকা সময়ত কেতিয়াবা মদনে বেৰত চকু লগাই নাদৰ পাৰৰ অৱন্তীহঁতলৈ চাই থাকে। নাদৰ পানীৰ ফালে হাউলি একোজনীয়ে ৰচি ডাল টানিয়েই থাকে, টানিয়েই থাকে! কি সুন্দৰ! যেন পৃথিৱীৰ তলিৰ পৰা কিবা নোহোৱা-নোপজা ৰসহে তুলিছে! তাৰ পাছত তাই ঘূৰি পানী বাল্টি কলহত ঢালে। মদনৰ এনেকুৱা লাগে যেন কলহটো কেতিয়াও নভৰক!

কিন্তু বাটত, বাহিৰত, মদন সদায় এটা দাগী ডেকা হৈয়েই আছে। সি কাকো আমনি কৰা নাই, তাকো কোনেও আমনি কৰা নাই। এই যে নিতাইৰ ভনীয়েক শৈলই তাৰ লগত সদায় ধেমালি

কৰে, তাৰনো মানে কি? তাই তাক কিবা মৰম-চৰম কৰে নে কি? সেইটো কথা ভাবিবলৈও মদনৰ ভয় লাগে। কোনো দৰকাৰ নাই; সেইবোৰ ভবাৰ, জনাৰ, কোনো দৰকাৰ নাই।

সেই মদন,—ইমানদিন তেনেকৈয়ে গ'ল, কিন্তু হঠাৎ!

মদনে লুংলুঙীয়া বাট এটাইদি তলমূৰকৈ খোজ কাঢ়িবলৈ ধৰিলে।

কি হ'ল এইবোৰ? কিবা নোহোৱা-নোপজা ৰসত দুবিৰলৈ আহি সি এয়া পৃথিৱীৰ তলি পালেহিনে কি? কিয় নবৌৱে এনেকুৱা কৰিলে? নে এইটো কিবা এক ডাঙৰ ধৰণৰ ধেমালি আছিল? কিন্তু সিতো ধেমালি কৰা মানুহ নাছিল! সিতো শৈলৰ লগত দিন দুপৰত চৰকাৰী বাটত ধেমালি কৰিবলৈকে ভয় কৰিছিল!

কি হ'ল নবৌৰ সেই দিনবোৰৰ? মেনকাই নাভাবিলেও সি দিনে-নিশাই সেই দিনবোৰৰ কথাকে ভাবি আছে, প্ৰায় প্ৰতি মুহূৰ্তে মেনকাৰ কথাকে ভাবি আছে। সি সদায় আশা কৰি আছে—আজি হয়তো নবৌৱে তাক মাতি পঠিয়াব, আজি হয়তো তাক দেখিলেই নবৌৱে কিবা এটা ক'ব! ভদ্ৰকান্তক আশ্ৰয় কৰি সি যিমান পাৰে মেনকাৰ ওচৰে-ওচৰে আছে। কিন্তু মেনকাৰ যেন একো মনতেই নাই!

আৰু আজি সি লোকৰ মুখতহে শুনিলে---মেনকা নবৌ সেই আগৰ মেনকা নবৌ হৈ গ'ল!

মদনৰ বৰ কষ্ট হ'ল। এবাৰ সি ভাবিলে—মেনকাই তাক কলঘৰৰ কাম ভালকৈ কৰিবলৈ দিছে, কৰিব। কিন্তু সি আৰু কোনো দিনেই মেনকাক দেখা নিদিয়ে। পুৱাই কলঘৰলৈ ওলাই যাব, ৰাতি ঘৰ সোমাবহি।

বহুদূৰ ঘূৰি-পকি এসময়ত মদন চুবুৰীলৈ উভতিল। নিজৰ ঘৰৰ পদূলিত থিয় হৈ সি মহীকান্তৰ ঘৰৰ ফালে চালে। পিছ চোতালৰ পৰা সুৰুঙাবোৰেদি মেন্থল লাইটৰ পোহৰবোৰ যেনিতেনি পলাইছে।

অলপ সময় থিয় হৈ থাকি মদনে মহীকান্তৰ ঘৰৰ ফালে খোজ ললে। মেনকা নবৌক এবাৰ ভালকৈ চাই ল'বলৈ তাৰ বৰ মন গ'ল।

আগফালৰ ৰভাখন আন্ধাৰ, ভিতৰৰ ঘৰৰ মাজতে লাইট এটা ওলমি আছে। এইটো ওভোতাই দিবলৈ থাকি গ'ল কাৰণেই হ'বলা—

কোনোবাই এনেয়ে জ্বলাই দিছে। অ'ত-ত'ত বহি থকা মানুহ-বোৰৰ কাৰো যেন ইমান পোহৰৰ দৰকাৰ নাই। গাঁৱৰ পৰা অহা বুঢ়া এজনে ৰভাৰ খুটা এটাত আউজি বহি, চকু মুদি, ভগা মাতেৰে কিবা নাম গাইছে। ল'ৰা-ছোৱালী কেইটামানে এঠাইত গোল হৈ বহি চেং-গুটি খেলিছে। বাৰাণ্ডাৰ চকী এখনত ভৰি তুলি বহি ৰত্ন-কান্তই পদ্মৰ লগত কথা পাতিছে। ফুটা থকা টৌ এটাত কিবা লৈ পূর্ণিমা নাদৰ ফালৰ পৰা আহি পাগঘৰলৈ সোমাই গ'ল, টৌটোৰ পৰা বাটে-বাটে পানী পৰি গ'ল।

মেনকাৰ কোঠালিৰ পৰা বাৰাণ্ডালৈ ওলোৱা দুৱাৰখনৰ ওচৰত বেঞ্চ এখনত বহি ইন্দ্ৰই কাঠ পেনছিল, ৰঙীন পেনছিল কাটিছিল, ফাউন্টেনপেনত চিয়াঁহী ভৰাইছিল। মদন বেঞ্চখনৰ ইটো মূৰত বহিল। ইন্দ্ৰই একান্তমনেৰে তলমূৰ কৰি নিজৰ কাম কৰি গ'ল। মদনে ভালেমান সময় মনে মনে বহি থাকি এবাৰ হঠাতে সুধিলে, "নবৌৱে ভাত ৰান্ধিছে?"

ইন্দ্ৰই তলমূৰকৈ থাকিয়েই ক'লে, "নাই ৰন্ধা। শুই আছে।" কথাষাৰ কৈয়েই সি বস্তু-বাহানিখিনি সামৰি ভিতৰলৈ সোমাই গ'ল। সি যোৱাৰ ফালে অলপ সময় তধা লাগি চাই থাকি মদন উঠিল। সি ভদ্ৰকান্তৰ ঘৰ পালেগৈ। ভদ্ৰকান্তৰ ঘৰৰ প্ৰথম কোঠালিটোত কেৰাছিন তেলৰ চাকি এটা জ্বলি আছিল। তাৰে পোহৰ সিটো কোঠালিলৈকো গৈছিল। ঘৰটোত মহ ওলাইছিল হ'বলা, ভদ্ৰকান্তই মূৰে-গায়ে কাপোৰ লৈ শুই আছিল। কাপোৰখন গুচাই সি মদনক ক'লে, "বহ।"

তাৰ পাছত ভদ্ৰকান্তই ওপৰলৈ চাই বিছনাতে মনে-মনে পৰি ৰ'ল। লাহে-লাহে চাৰিওফাল নিজান আৰু গহীন হৈ আহিল। হঠাতে মদনে লক্ষ্য কৰিলে—আজি দেখোন কোনেও কথা নকয়। তাৰ বৰ অকলশৰীয়া যেন লাগিল। এটা কষ্ট বা-মাৰলিৰ নিচিনাকৈ বাৰে বাৰে তাৰ বুকুৰ পৰা ডিঙিৰ ওচৰলৈ উঠি আহিল। এবাৰ তাৰ মন গ'ল—সি দৌৰ মাৰি এই চৌহদটোৰ পৰা ওলাই যাব, কিন্তু সি মনে-মনে বহি থাকিল।

বহুত সময়ৰ পাছত ভদ্ৰকান্তই এটা গলহেকাৰি মাৰিলে, তাৰ পাছত ক'লে, "সি ইয়াত নাথাকে বোলে। কৰবাত মাটি কিনিছে, তালৈ উঠি যাব।"

"কোন?" মদনে সুধিলে।

ভদ্ৰকান্তই একো উত্তৰ নিদিলে।

"মহীকান্ত ককাইটি?" নিজেই ভাবি ঠিক কৰি মদনে সুধিলে।

"ওঁ।" ভদ্ৰকান্তই ক'লে।

ভাওনা চলি থাকোঁতে, প্ৰায় মাজ নিশাৰ সময়ত, মহীকান্ত গোঁসাই ঘৰৰ ফালৰ আচুতীয়া ঠাই এডোখৰত বহি আছিল, গাঁৱৰ সম্পৰ্কীয় দদায়েক এজন তাৰ ওচৰতে বহিলহি। "দয়াময় দয়াময়" বুলি মানুহজনে হুমুনিয়াহ এটা এৰিলে আৰু তাৰ পাছত গামোছাৰ আগটো দুপাকমান ঘূৰাই দুয়োৰে গাত বতাহ লগোৱাৰ চেষ্টা কৰি ক'লে, "হওক দে, মুকলি হলি, ভালেই হ'ল।"

মহীকান্তই অলপ পৰৰ পাছত ক'লে, "ময়ো নাথাকোঁ এইখন ঘৰত।"

"হাঁ? তই আক' কলৈ যাবি?" মানুহজনে আচৰিত হৈ সুধিলে।

"যাম কৰবালৈ। মোৰ থকা ঠাইৰ আকাল লাগিছেনে?"

কথাষাৰ ইকাণ-সিকাণকৈ শেষ ৰাতিলৈ ৰত্নকান্ত, মেনকা আৰু ভদ্ৰকান্তৰ কাণত পৰিছিল। কিছুসময়লৈ সিহঁতৰ টোপনিৰ জাল কাটি গৈছিল।

সেইদিনা যে গোলোকৰ লগত গান গাওঁতে মহীকান্তই চিঞৰিছিল —তই চিন্তা নকৰিবি পিতাই, মই যাম, একেবাৰে গুচি যাম। যেতিয়ালৈকে তই থাক, তেতিয়ালৈকে এই ঘৰ থাকিব। তাৰ পাছত এই ঘৰ জ্বলাই দিম;—কথাবোৰ সি সঁচাকৈয়ে কৈছিল নেকি? মেনকাই এক মনেৰে কথাটো বহু দূৰলৈকে ভাবিলে। এবাৰ তাইৰ ভয়ো লাগিল। কিন্তু অলপ পাছত তাই দীঘল উশাহ এটাৰে বুকুখন ফুলাই ললে।

মদনহঁতে ৰভা ভাঙি লেঠা-লুঠলি মৰাৰ পাছত ঘৰখন নিমাওমাও হৈ পৰিল। সুবিধা পালেই ৰমা, মণিহঁতক লগত লৈ পূৰ্ণিমাই ধেমালি কৰে,—ঘৰখনৰ জীৱ বুলিবলৈ সিমানেই। কিছুদিনৰ পাছত মহীকান্ত দুপৰীয়া ভাত খাবলৈও নহা হ'ল। ভজহৰিয়ে য'ত মাটি কিনিছে, তাৰ ওচৰতে মহীকান্তয়ো দুবিঘা মাটি কিনিছিল, সি তাত এটা ঘৰ সজাবলৈ লৈছে। কলঘৰতো সি অলপ সময় থাকে, বাকীখিনি

সময় আগত থাকি মিস্ত্ৰীৰ হতুৱাই কাম কৰায়। নিজে কাঠফলা কললৈ যায়, ইটা-ভটালৈ যায়। দুপৰীয়া ভজহৰিয়ে ভাত ৰান্ধি দিয়ে, খায়। ঘৰটো তাক সোনকালে লাগে; তিনিমাহমানৰ ভিতৰতে মানুহ থাকিব পৰা হ'ব লাগে। ভজহৰিক সি মাজে মাজে কয়, "আৰু মানুহ বিচাৰ। আৰু মানুহ লগাই দে।"

যিদিনা ঘৰটোৰ এটা কোঠালিত দুৱাৰ-খিৰিকি লগোৱা হ'ল, সেইদিনা আবেলি মহীকান্তই হঠাতে ভজহৰিক ক'লে, "আজি ইয়াতে থাকি চাওঁ দে।"

ভজহৰিয়ে অবাক হৈ তাৰ মুখলৈ চালে।

"বিছনা-পাতি কি পাৰ যোগাৰ কৰ।"—বুলি মহীকান্তই জেপৰ পৰা নোট এখন উলিয়াই ভজহৰিৰ হাতত দিলে। তাৰ পাছতো সি ক'লে, "হিংমাশুৰ দোকানলৈও যাবি।"

ৰাতি কিৰণৰ চিলমিলকৈ টোপনি যায়, অলপ পাছতে তাই সাৰ পাই উঠে, ৰাতি কিমান হ'ল জানিবলৈ চেষ্টা কৰে। এসময়ত তাই ভিতৰৰ পৰাই চিঞৰিবলৈ ধৰিলে, "বাইদেউ! বাইদেউ!"

মেনকাই তাইৰ কোঠালিৰ এখন বিছনা খালী কৰি তাতে কিৰণক শুবলৈ দিলে। বিছনাত শুই কিৰণে কান্দিবলৈ ধৰিলে। এবাৰ মেনকাই ক'লে, "মনে মনে থাকা।"

পাছদিনা মেনকাই দুপৰীয়া চোতালত বহি কিৰণৰ কেঁচুৱাটোক গা ধুৱাইছে, সেই সময়তে মহীকান্ত সোমাই আহিল। গাৰ কাপোৰ-কানি সোতোৰ-মোতোৰ, চুলি আউল-বাউল, চকু ৰঙা।

বিছনাত পৰি থকা কিৰণৰ অৱস্থা বেছি বিশৃংখল হৈ আছিল। মহীকান্ত কোঠালিত সোমোৱাৰ পাছত তাই ঘন-ঘনকৈ উশাহ লৈ বেৰৰ ফালে চাই ৰ'ল।

আলনাডালৰ ওচৰলৈ গৈ মহীকান্তই সুধিলে, "খং উঠিছে নেকি?"

কিৰণে লগে লগে গৰ্জি উঠিল। মুখত যি আহে তাকে কৈ তাই চিঞৰিবলৈ ধৰিলে। ফোঁপনিৰ কোবত বেছি ভাগ শব্দ তাইৰ মুখৰপৰা পৰিষ্কাৰ হৈ নোলালেই।

মহীকান্তই সৰু মাতেৰে ক'লে, "নতুন ঘৰটোত থাকি বেয়া নালাগে বুইছা? এদিন তুমিও ওলাবা।"

কিছুদিনৰ পাছত এদিন কিৰণে মেনকাক ক'লে "তেখেতে আজি মোক নতুন ঘৰটোত এৰাতি থাকি চাবলৈ লগ ধৰিছে।"

মেনকাই ক'লে, "যোৱা। ৰাধাকো লৈ যাবা।"

কিৰণে অলপ সময় মেনকাৰ মুখলৈ চাই থাকি কওঁ-নকওঁকৈ ক'লে, "আপুনিও বলক নহ'লে বাইদেউ। মোৰ বৰ বেয়া লাগিছে। বৰ ভয় লাগিছে। কথাবোৰ কিবাকিবি লাগিছে।"

মেনকাই লাহেকৈ হাঁহি ক'লে, "মই ফতকৰে কেনেকৈ যাওঁ! আজি তুমিয়েই যোৱাচোন। ভয় লাগিবলৈ আকৌ কিটো হ'ল?"

আবেলি কিৰণ ঘোঁৰাবাগীত উঠিবলৈ ওলাই যাওঁতে মেনকাই তাইৰ কোলাৰ ছোৱালীজনীৰ মূৰত হাত ফুৰাই ক'লে, "তাই আজি প্ৰথম ঘৰৰ পৰা বাহিৰত থাকিবলৈ ওলাইছে। ভালকৈ ৰাখিবা"।

দীন, ৰমা, মণি আৰু পূর্ণিমা বাগীখনৰ ওচৰলৈকে আগুৱাই গ'ল। মেনকা আগফালৰ বাৰাণ্ডালৈকে আহিল। ইন্দ্ৰ শোৱা কোঠালিৰ বিছনা এখনত কাতি হৈ পৰি ৰ'ল।

এইখিনি দিনৰ ভিতৰতে নতুন ঘৰটোৰ এফাল কোনোমতে তিৰোতা মানুহ থাকিব পৰা হৈছিল। ৰাধাৰ কোলাত ছোৱালী-জনী দি কিৰণে গোটেই ঘৰটো ঘূৰি-পকি চালে। মহীকান্তই এটা কোঠালিত এখন দুজনীয়া পালেং পতাইছিল; তাতে কিৰণ কিছু-সময় বহি থাকিল, কিন্তু চাকি-বাতি জ্বলাবৰ সময়ত তাই মহীকান্তক ক'লে "আজি যাওঁগৈ বলক, অইন এদিন থাকিমহি।"

মহীকান্তই পাতল সুৰত কলে, "অইন এদিন থাকিবাহি বাৰু, আজিও থাকাচোন। কিয়? বেয়া লাগিছে? থাকাচোন, ভাল লাগিব।"

কিছুসময়ৰ পাছৰ পৰা মহীকান্ত লাহে-লাহে অস্থিৰ হৈ আহিবলৈ ধৰিলে। এসময়ত সি প্ৰায় উন্মাদৰ নিচিনা হৈ পৰিল। সোঁহাতৰ তৰ্জনী আঙুলিটো কিৰণৰ ফালে জোকাৰি অসংযত মাতেৰে সি কৈ গ'ল, "যেতিয়াই মন যায়, তুমি ইয়াত থাকিবাহি। যেতিয়াই মন যায়, তালৈ গুচি যাবা। কিন্তু মই,—এইযে ওলালোঁ আৰু সেইখন ঘৰত নাথাকোঁ বুলিয়েই জানিবা। ঠিক জানিবা। আৰু দূৰত, আৰু দহ মাইল দূৰত, একহ মাইল দূৰত, এক হাজাৰ মাইল দূৰত যদি এই ঘৰটো হলহেঁতেন! মই আৰু ভাল পালোঁ-হেঁতেন! বাৰু কোৱাচোন, কৰবালৈ গুচি যাব নোৱাৰিনে? হূ?"

"কিনো হৈছে এইবোৰ মই একো বুজিয়েই পোৱা নাই।"—কিৰণে আতুৰভাৱে ক'লে। "এবাৰ কব সকবাপুৰ কোঠালিত শুম, এবাৰ কব ইয়াত শুম! আপুনি যদি এনেকৈ এটা বেলেগ ঘৰ সজায়েই, তেনেহলে সকবাপুক কিয় তাৰপৰা যাবলৈ কলে?"

"খুচী। যেতিয়াই যি মন গৈছে মই তাকে কৰিছোঁ।" মহীকান্ত অলপ পৰ ৰ'ল। তাৰ পাছত চিন্তা কৰাৰ সুৰেৰে ক'লে, "এবাৰ ভাবোঁ—চবকে খেদিম। এবাৰ ভাবোঁ—যাৰ যি ইচ্ছা কৰি থাকক, মই আঁতৰি থাকিম। কিন্তু—" মহীকান্তই আকৌ মাতটো ডাঙৰ কৰিলে,—"মই কাকো শান্তিত থাকিবলৈ নিদিওঁ।"

অলপপৰ তলমূৰ কৰি থাকি, এঢোক খাই, হাতৰ তলুৱাৰে কোৱাৰি মচি মহীকান্তই সৰু মাতেৰে কলে, "মই নিজেও,—মই নিজেও বৰ কষ্ট পাইছোঁ বুইছা।" অলপ পৰ মনে মনে থাকি সি আকৌ কলে, "বৰ কষ্ট পাইছোঁ।"

"কিহৰ কষ্ট?"

"হুঁ?"

"কিহৰ কষ্ট মোক নকয় কিয়?"

"বাদ। বাদ দিয়া। একো কষ্ট নাই। মোৰ কিহৰ কষ্ট? বাদ দিয়া। আহাঁ, সেইবোৰ চব পাহৰি যাওঁ।"

মহীকান্তই বিছনাৰ ওচৰলৈ আহি কিৰণক সাৱটি ধৰিলে। কিৰণে জোৰকৈ তাৰ হাতদুখন এৰুৱাই, দৌৰ মাৰি গৈ এচুকত থকা লেমটো কমাই কোনোমতে নুনুমুৱাকৈ ৰাখিলে।

"অ', হয়তো। কাইলৈ পৰ্দাবোৰ তুমি নিজে ভালকৈ লগাই দিবা। ই ছালা ভজহৰি কোনো কামৰ মানুহ নহয়।"

তাৰ পাছত মহীকান্ত আৰু উন্মাদ, আৰু দুৰ্দান্ত হৈ উঠিল।

ৰাতিপুৱা ৰ'দেৰে কোঠালিটো উপচি পৰিল, কিৰণৰ তেতিয়াও বিছনা এৰিবলৈ মন যোৱা নাছিল। তাইৰ এলাহ লাগিছিল।

আবেলি ঘৰলৈ উভতিবৰ সময়ত তাইৰ নতুন ঘৰটোলৈ এটা মায়া হ'ল।

তাৰ পাছত মহীকান্তই নতুন ঘৰটোত থাকিবলৈ ললে। মদৰ জালত কৈছিল যদিও সি পুৰণি ঘৰলৈ একেবাৰে নহাকৈ নাথাকিল। মাজে-মাজে দিনৰ ভাগত আহে, আগফালৰ বাৰান্দাতে বেছি সময়

বহে, এপিয়লা চাহ খায়, দীন-ৰমা-মণিহঁতৰ লগত কথা পাতে, ইন্দ্ৰৰ পঢ়া-শুনাৰ খবৰ লয়।

প্ৰতিবাৰ নতুন ঘৰলৈ যাওঁতে কিৰণে লগত অলপ-অলপকৈ বস্তু লৈ গৈছিল। এদিন দেখা গ'ল—পুৰণি ঘৰত এৰাতি থাকিবলৈ আহিলেহে তাই লাগতিয়াল বস্তুখিনি নতুন ঘৰৰ পৰা সামৰি লগত লৈ আহিব লাগে।

আইজনীয়ে পুৰণি ঘৰত আঁঠুকাঢ়ি গোটেইখন বগাই ফুৰিছিল, নতুন ঘৰটোত এদিন তাই থিয়দঙা দিলে, থপ-থপকৈ খোজ পেলালে। কথাটো শুনিয়েই দীন আৰু ৰমা ওলাল নতুন ঘৰলৈ, আইজনীয়ে খোজ কঢ়া চাবলৈ। মেনকাই দীনক কলে, "তাইক কাইলৈ লৈ আহিবলৈ কবি।"

পাছদিনা ৰমাহঁতে আইজনীক হাত দুখনত ধৰি পুৰণি ঘৰৰ বাৰাণ্ডাখনত খোজকঢ়াই লৈ ফুৰালে। এবাৰ পূৰ্ণিমাই তাইক নধৰাকৈ খোজ কঢ়াবলৈ চেষ্টা কৰিলে,—"দি-দি-দি-দি, হাটি-হাটি-হাটি—।"

ৰমাহঁতে বেছি সময় খেলিবলৈকে নাপালে, কিৰণৰ উভতিবৰ হ'লেই। দিন চুটি হৈ আহিছে।

ৰাতিবোৰ দীঘল হৈ আহিছে। মেনকাৰ টোপনি ভগাৰ বহুত পাছতহে বাহিৰত অলপ-অলপ পোহৰ হয়। ওচৰৰ কোঠালিটোত পূৰ্ণিমা আৰু ৰমা শোৱে। মেনকাই দুৱাৰ খুলিলেই পূৰ্ণিমাই সাৰ পায়। চুবুৰীৰ প্ৰায়বোৰ ঘৰ নিজম পৰি থাকোঁতেই মেনকাই পূৰ্ণিমাক লগত লৈ চাৰি আলিটোৰ পৰা ফুৰি আহেগৈ। উভতি আহোঁতে পূৰ্ণিমাই একোঁচ শেৱালি ফুল বোটলে।

ভদ্ৰকান্তৰ কোঠালিটোত ইন্দ্ৰ আৰু দীনৰ বিছনা হৈছে। পূৰ্ণিমাহঁত উভতি আহোঁতে ইন্দ্ৰই গোঁসাইঘৰৰ ফালৰ খিৰিকিখন খুলি পঢ়াৰ আয়োজন কৰে। পূৰ্ণিমাই খিৰিকিয়েদি ইন্দ্ৰৰ মেজলৈ ফুলকেইপাহমান দলিয়াই দি হাঁহে।

আইৰিন বাইদেউ হস্পিটালৰপৰা ওলালে গধুলিয়েই হয়। সেই কাৰণে তেওঁ প্ৰায়েই ৰাতিপুৱাই এবাৰ মেনকাৰ ওচৰলৈ আহে। এদিন বাটত আইৰিন বাইদেৱে মহীকান্তক লগ পালে। তেওঁ তাক অভয় দিলে,—সকলো ঠিক আছে। কোনো চিন্তা নাই। তেওঁ তাক কিবা এটা সময়ৰ কথাও ক'লে।

সেইটো ধান দোৱাৰ সময়। মহীকান্তই আগধন দি যোৱা মানুহ-বিলাকে ধান দাব, মৰণা মাৰিব। হয়তো, সেইটোৰেইতো মহী-কান্তই গাঁৱে-গাঁৱে ঘূৰি ধানৰ খবৰ কৰাৰ সময়।

কিৰণক পুৰণি ঘৰত থৈ, ইন্দ্ৰৰ হাতত সৰহকৈ টকা এসোপা দি, মদনক চাৰিওফালে সমানে খবৰ ৰাখিবলৈ কৈ এদিন মহীকান্ত ধানৰ খবৰ কৰিবলৈ ওলাই গ'ল। এইবাৰ সি ভঙ্গহৰিকো লগত নিনিলে।

এতিয়া আইজনীয়ে নধৰাকৈ খোজ কাঢ়ি ফুৰিব পাৰে। ধপ-ধপকৈ পৰে, উঠে, আকৌ থপ-থপকৈ খোজ কাঢ়ে। কাঠৰ দুৱাৰ-ডলিটো আঁঠুকাঢ়ি পাৰ হয়, তাৰ পাছত আকৌ খোজ কাঢ়ে। তেনেকৈয়ে তাই এদিন মেনকাৰ কোঠালিত সোমাল। কিৰণে তাইক দাঙি লৈ দেখুৱালে, "সেইটো চা অকণমান বাপু। দেখিছ ?"

অকণমান সময় চাই থাকি আইজনীয়ে বাপুটোৰ মুখৰ ফালে হাতখন মেলিলে,—তাক চুবলৈ।

# ন

গাঁৱত ধানৰ খবৰ কৰিবলৈ যোৱা মহীকান্তৰ ভালেমান দিনলৈ কোনো খবৰ-বাতৰি নাহিল। সি ক'ত আছে, কি কৰিছে, কেতিয়া আহিব কোনেও ক'ব নোৱাৰে।

প্ৰথমৰ কেইদিনমান কিৰণ মনে-মনে আছিল। তাইৰ ছোৱালী-জনী হওঁতে যে মহীকান্ত টালিয়ে-টোপোলাই গাঁৱৰ ঘৰত ওলাই ছিলগৈ, তাতে যে কেইবাদিনো আছিলগৈ, সেইবোৰ কথা তাইৰ মনলৈ আহিল। সেই কেইদিন যে তাৰ কিমান চিন্তা,—কি যে উথপথপ! আৰু এতিয়া মেনকাৰ সময়ত—! মনৰ ভিতৰত কোনোবা এঠাইত কিৰণৰ অলপ ভালো লাগিল। মহীকান্তৰ চাগৈ উপায় নাছিল। সি কামৰ মানুহ! আহক, সি কাম-বন শেষ কৰিয়েই আহক। মহীকান্ত ঘনে-ঘনে মেনকাৰ কোঠালিত সোমাইছে ওলাইছে, ঘনে-ঘনে সি দোকান-হাস্পটাললৈ মানুহ পঠিয়াইছে,—ইটো আন সিটো আন—সেইবোৰ কিজানি তাইৰ ভাল নালাগিলোহেঁতেন।

ভিতৰি-ভিতৰি কিৰণৰ অলপ বেয়া লাগিছিলেই;—মদনৰ মাকে যেতিয়া মেনকাৰ কোঠালিৰপৰা ওলাই আহি বাৰান্দাত তাইক ল'ৰা বুলি খবৰটো দিছিল,—তেতিয়া। অকলে থকাৰ সময়ত কথাটো বাৰে বাৰে তাইৰ মনলৈ আহিছিল।

প্ৰথমবাৰ যি হ'ল হ'ল, কিন্তু এইবাৰ—! এতিয়া কথাটো কাকো ক'বলৈ তাইৰ মনো যোৱা নাই, আৰু তাই সঠিককৈ ক'ব পৰা হোৱাও নাই। আৰু কেইদিনমান গ'লেই হয়তো ক'ব পৰা হ'ব। হয়েই চাগৈ। কিন্তু কথাটো তাই প্ৰথমে মহীকান্তকে ক'ব খোজে। সেই কাৰণে মহীকান্ত সোনকালে ঘৰলৈ উভতিবও লাগে। এই-বাৰ তাই ভবা মতে হ'বলৈ কিবাকিবি কিজানি কৰিবই লাগে! পূজা-পাতল, ঔষধ-পাতি? আইৰিন বাইদেউকে সুধিব নে কি? নালাগে থাকক মহীকান্ত আহক।

কিন্তু মহীকান্ত নাহে হে নাহে।

লাহে-লাহে কিৰণে কলঘৰৰপৰা মেয়ে আহে তাকে মহীকান্তৰ খবৰ সুধিবলৈ ধৰিলে। সদায় আবেলি তাই ইন্দ্ৰ বা দীনক এবাৰ কলঘৰলৈ পঠিউৱা কৰিলে, মদনহঁতে কিবা খবৰ পাইছেনে কি জানিবলৈ। মদন গধূলি এবাৰ আহেই; সেইকণ সময় বাট চাব-লৈকো তাইৰ ধৈৰ্য নোহোৱা হৈ আহিল।

এদিন মেনকা বাহিৰলৈ ওলাল। তিয়াই মেলি দিয়া এঘৰ কাপোৰেৰে ভদ্ৰকান্তৰ ঘৰৰ ফালৰ চকোৱা, তিনিও ফালৰ জেওৰা ভৰি পৰিল। পূৰ্ণিমা আৰু ৰাধা দুয়োজনী জুকলি-জুপুৰি হ'ল। ভাগৰত পূৰ্ণিমাৰ যেন গোটেই গাটোত ফোঁপনি উঠিল, গোটেই গাটো ৰঙা পৰিল আৰু ৰংটো কাপোৰৰ মাজেদি বিৰিঙি উঠিল।

বাৰান্ডাৰ এমূৰে আচুতীয়া ঠাইত বহি মেনকাই নখ কাটিছিল। কিৰণে তাইৰ সমুখেদি দুবাৰমান অহা-যোৱা কৰিলে। মেনকাই মন কৰিলে—তাইৰ মুখখন ওলমি আছে। এবাৰ তাই মাতিলে, "শুনাচোন।"

কিৰণ ওচৰলৈ অহাৰ পাছত মেনকাই সুধিলে, "কি হ'ল? তেনেকৈ আছা কিয়? বহাঁ।"

মেনকা ধান অনা খালী বস্তা এটা পাৰি লৈ তাতে বহিছিল, কিৰণ ওচৰৰ পকাতে চোতালত ভৰি থৈ বহিল আৰু মনে মনে ৰ'ল। উত্তৰৰ আশাত তাইৰ মুখলৈ অকণমান সময় চাই থাকি মেনকাই ভৰিৰ আঙুলিৰ নখৰ ফালে চকু ঘূৰালে। তাই যেন নোকোৱাকৈয়ে বুজিলে—কিৰণৰ কি হৈছে। লাহে-লাহে তাইৰ মুখখনো গম্ভীৰ হৈ আহিল।

ভালেমান সময়ৰ পাছত কিৰণে লাহেকৈ সুধিলে, "আপোনাৰ চিন্তা হোৱা নাই? তেখেতৰ কাৰণে?"

মেনকাই মূৰ তুলি কিৰণলৈ চালে, অকণমান সময় চাই থাকি আকৌ তলমূৰ কৰিলে। পকাৰ ওপৰত পৰি থকা নখৰ টুকুৰা-বোৰ থুপাই, বাওঁহাতৰ তলুৱাত তুলি লৈ তাই ক'লে, "তোমাৰ কিমান চিন্তা হৈছে বুজিছোঁ, কিন্তু আচলতে কাৰ চিন্তা বেছি হ'ব লাগে সেইটোহে ধৰিব পৰা নাই।" কথাষাৰ কৈ মেনকাই লাহেকৈ হাঁহিলে আৰু লগে-লগে উঠি আঁতৰি গ'ল।

সেইদিনাই আবেলি মেনকাই মদন, ভজহৰি আৰু দেউকিলাল তিনিওকে একেলগে ঘৰলৈ মাতি পঠালে। তাই দেউকিলালক

সুধিলে, "এওঁলোক,—মদন আৰু ভজহৰি নাথাকিলে তুমি দুদিনমান কাম চলাব পাৰিবা নে?"

সকলোৰে মুখলৈ এবাৰ চাই লৈ দেউকিলালে ক'লে, "পাৰিম।"

মেনকাই মদনক সুধিলে "পাৰিবনে?"

মদনে ক'লে—পাৰিব, বহুদিন দেউকিলালে অকলেই কাম চলাইছে।

"তেনেহ'লে তোমালোকে এটা কাম কৰি দিয়া। এখেত ক'ত আছে খবৰ কৰিবলৈ যোৱা। ধানৰ খবৰ কৰিবলৈ কলৈ-কলৈ যায় ভজহৰিয়েতো জানাই। মদনো যোৱা। লগতে লৈ আহিবা। কাইলৈ পুৱাই ওলাবা।" অলপপৰ বৈ মেনকাই মদনৰ চকুলৈ চাই ক'লে, "তোমালোক দুজনে বাটত বা ক'ৰবাত কাজিয়া নকৰিবা। পইচাপাতি কি লাগে—ইন্দ্ৰক কবা।" মেনকা উভতিল।

মেনকা নবৌ অলপ খীণাল নে কি? হ'ব পাৰে। সামান্য। মুখখনৰ ৰংটো আগতকৈও কোমল হৈছে। সাৰি খোৱা চোতালখনৰ বাঢ়নীৰ দাগৰ ওপৰত তাইৰ ভৰিৰ খোজবোৰ আৰু কোমল-কোমলকৈ পৰিছে।

অকণমান সময় বৈ থাকি মদন উভতিল।

মদনহঁতে তিনিদিনৰ মূৰত মহীকান্তক পালেগৈ কন্দলী পাহাৰৰ ওচৰৰ নন্দ দেউৰীৰ ঘৰত। দেউৰীৰ নিজৰো বেচিবলগীয়া ধান নাই, সেইখন গাঁৱৰ কাৰো লগত মহীকান্তৰ ধানৰ কাৰবাৰ নাই; কিন্তু যোৱা সাদিন সি দেউৰীৰ ঘৰতে আছে। পৰ্বতীয়া গছৰ মূঢ়াৰে গধূলিতে দেউৰীৰ ঘৈণীয়েকে চোতালত একুৰা জুই ধৰে। কলহ, নাল লগোৱা নাৰিকলৰ কোৰোকা আৰু বাতি লৈ মহীকান্ত জুইৰ কাষত লেপেটা কাঢ়ি বহে। দীঘল বাঁহৰ শলা এডালত একুৰিমান গৰৈ মাছ দেউৰীয়ে খৰিকাত দিয়ে। লাওপানী আৰু আধা ডেই যোৱা গৰৈ মাছৰ গোন্ধত মহীকান্ত বাউল হৈ পৰে। দেউৰীয়ে কিবা এবিধ ৰবসবাহৰ নাম গায়, মহীকান্তই হালি-জালি চাপৰি বজায়। এদিন ৰাতি সি বোলে মাক, বাপেক আৰু ইন্দ্ৰৰ কথা কৈ হাও-হাওকৈ কান্দিলেও।

মদনহঁতে খবৰ লৈ-লৈ দেউৰীৰ ঘৰলৈ গৈ থাকোঁতে বাটতে দেউৰীৰ ভায়েক এজনকে পালে। বহুতপৰ বাটৰ কাষতে থিয় হৈ

মদনে মানুহজনৰ পৰা কথাবোৰ শুনিলে। মহীকান্তই বোলে কেতিয়া যাব কলে যাব সেইবোৰ একো নকয়। আছে আছেই আৰু। দেউৰীয়ে সেই বিষয়ে কিবা এষাৰ উলিয়ালেই সি সোধে, "কিয়? মই থকাৰ কাৰণে আমনি পাইছা নেকি?" দেউৰীয়ে তেতিয়া কেৱল ইস-ইস কৰে। তাৰ পাছত মহীকান্তই দেউৰীক ভাইল-তেল-নিমখ কিনিবলৈ পইচা উলিয়াই দিয়ে।

তেতিয়া সাঁজ লাগি ভগাও বহু পৰ হৈছিল। মদনে এবাৰ ভাবিলে—ৰাতিটো অইন ক'ৰবাত থাকি পুৱাই দেউৰীৰ তালৈ যোৱা ভাল হ'ব নেকি? কিন্তু সি ঠিক কৰিলে—এতিয়াই যোৱা যাওক।

জুইৰ কাষত বহি মহীকান্তই নাল লগোৱা কোৰোকাটো আকাশৰ চাৰিওফালে ঘূৰাই-ঘূৰাই দেউৰীক সুধিলে—"এই গোটেই পৃথিৱীখন কিহৰ চাকৰ? হোঁ? জানা কিহৰ চাকৰ?"

কোনোবা কেইটামান অহা গম পাই মহীকান্ত সেই ভংগীতে ৰৈ গ'ল। মুৰটো চপৰাই, চকু দুটা সৰু-সৰু কৰি সি আন্ধাৰৰ মাজলৈ চাই ৰ'ল। মদন আৰু ভজহৰি লাহে লাহে আন্ধাৰৰ মাজৰ পৰা ওলাই আহিল। দেউৰীয়ে সুধিলে, "কোন অ'?"

মদনহঁত একো নোকোৱাকৈ আগবাঢ়িল। জুইৰ পোহৰ সিহঁতৰ মুখত ভালকৈ পৰাৰ লগে লগে মহীকান্ত জাপ মাৰি উঠিল। চকু দুটা ডাঙৰ-ডাঙৰকৈ মেলি সি দুইটালৈকে অলপ সময় থৰ লাগি চালে। তাৰ পাছত সি মনে-মনে লেপেটা কাঢ়ি বহিল। কোৰোকাটো কলহটোৰ মুখত থৈ সি জুইকুৰাৰ ফালে চাই ৰ'ল।

মদনে দেউৰীৰ ওচৰ চাপি ক'লে, "আমি ককাইটিৰ ঘৰৰ মানুহ।"

দেউৰীয়ে সিহঁত দুয়োটাকে ভিতৰত বহিবলৈ মাতিলে। মদনে কিবা এটা ক'ব খুজিছিল, সেই মুহূৰ্ততে মহীকান্তই ডাবি মাৰি ক'লে, "নালাগে। সিহঁত ইয়াত থাকিব নালাগে।" তাৰ পাছত মদনলৈ চাই হঠাতে সি গৰ্জি উঠিল, "তহঁতক কোনে ইয়ালৈ আহিবলৈ কৈছিল? আৰু তই—" মহীকান্ত এককোবেই বহাৰপৰা উঠি ভজহৰিৰ ওচৰ পালেগৈ। তাৰ চোলাটোৰ বুকুৰ ওপৰত থকা কাপোৰখিনি খামোচ মাৰি ধৰি সি সুধিলে, "তই ধানৰ বায়না দিবলৈ দিয়া পইচা কি কৰিলি? তই ঠিক কৈছিলি বুইছ মদন? মই যিমান ঘৰ মানুহৰ তালৈ গ'লো, কোনেও এক পইচা পোৱা নাই। অইন কোনোবা মহাজনে ঘৰে-ঘৰে পইচা দি গৈছে,

এতিয়া চ'বই সেইটো মহাজনক ধান দিব। মই কি কৰিম? কি কৰিলি পইচা ক।" মহীকান্তই ভজহৰিক জোকাৰ এটা মাৰিলে।

ভজহৰিয়ে ক'লে, "আছে, পইচা মোৰ হাততে আছে।"

"তোৰ হাতত থবলৈ মই তোক পইচা দিছিলোঁ?"---বুলি মহীকান্তই ভজহৰিক গাৰ জোৰেৰে চৰ এটা মাৰিলে।

"চাওঁ ককাইটি, কি কৰে!"---বুলি মদন সিহঁত দুয়োটাৰে মাজত সোমাল।

মহীকান্তই, চিঞৰিলে, "মই বহুত কথা দেখিও নেদেখা ভাও ধৰি আছিলোঁ, চকু মুদি আছিলোঁ, সহ্য কৰি আছিলোঁ;—আজি ছালা ইয়াক নেলু চেপি মাৰিয়েই পেলাওঁ।"

"এতিয়া সেইবোৰ কথা এৰক ককাইটি।" —মদনে ক'লে। "সেইবোৰ কথা চিজিল লগাবলৈ সময় আছে নহয়।"—সি মহীকান্তক জোৰকৈ আগৰ ঠাইলৈ টানি আনি বহুৱাই দিলে।

দেউৰীৰ গোটেই পৰিয়ালে লগ লাগি মদন আৰু ভজহৰিৰ খোৱাৰ বন্দবস্ত কৰিলে, মাটিত ডাঠকৈ ধানখেৰ পাৰি শোৱাৰ বন্দবস্ত কৰিলে। এসময়ত ভজহৰি শুলে, দেউৰীও শুলেগৈ। মদন চোতাললৈ ওলাই আহিল।

ভাত খাই উঠি মহীকান্ত আকৌ জুইকুৰাৰ কাষত বহিছিলহি। সি মদনৰ পৰা আঁতৰি থাকিব খুজিছিল, কিন্তু তাৰ শুবলৈয়ো মন যোৱা নাছিল। তাৰ ভয় লাগিছিল—মদনে তাক কিবা খবৰ দিয়ে বুলি। যদি দিয়ে খবৰটো শুনি সি কি কৰিব? মদন, ভজহৰি—ইহঁতৰ আগততো একো নকৰাকৈও থাকিব নোৱাৰি! নিয়মমতেতো ভাল খবৰ পালে সি ফূৰ্তিয়েই কৰিব লাগে! নে সি চিঞৰি-চিঞৰি চব কথা চাফাকৈ কৈ দিব! নহয় নহয়। তাতকৈ বেহুঁচ হৈ থকাই ভাল।

অলপ সময় চুচুক-চামাককৈ থাকি মদনো জুইকুৰাৰ ইফালে বহিল। তাৰ কথা পাতিবলৈ মন গৈছিল, কিন্তু সাহ হোৱা নাছিল। এবাৰ দূৰত এজাক শিয়ালে হোৱা দিলে, অলপ পাছতে তেনেই ওচৰতে, বাটৰ কাষৰ তিতাবাহকাৰ শাৰীটোৰ সিফালেই এটা শিয়ালে টেটুফালি চিঞৰিলে। সেই চলতে মদনে কথা আৰম্ভ কৰিলে, "এঃ শিয়ালবোৰ একেবাৰে চোতালেই পায়হি।"

"ওঁ! ইয়াত চেৰ শিয়াল।" মহীকান্তই চকু দুটা মুদি, মূৰ দুপিয়াই ক'লে।

জুইকুৰাৰ বল কমি আহিছিল। বুকুৰ ফালটোত অলপ উম লাগিলেও পিঠিৰ ফালটো চেঁচা পৰি আহিছিল। কুঁৱলীও পৰিছিল। মূৰৰ চুলিবোৰ চেঁচা, সেমেকা-সেমেকা লাগিছিল।

মদনে সৰু মাতেৰে সুধিলে, "নবৌৰ ল'ৰা এটা হোৱাৰ খবৰ পালে ককাইটি?"

মহীকান্তই চকু মেলিলে। জোৰকৈ মাতটো উলিয়াই, বহুত কষ্ট কৰি শব্দকেইটা বিচাৰি অনাৰ নিচিনাকৈ সি সুধিলে, "হয়নে কি? তহঁতে মাছ খালি? চুবুৰীটোৰ চবকে দিলি নে নাই? কলঘৰৰ মানুহবোৰক? এতিয়া—এতিয়া কেঁচুৱা, মাক-বাপেক চব ভালে আছে?" অলপপৰ বৈ সি আকৌ ক'লে "ঠিক আছে। চব ঠিক আছে।"

মহীকান্তৰ মূৰটো বুকুৰ ওপৰত ওলমি পৰাদি পৰিল।

জুইকুৰাৰ মাজৰপৰা মিটিক-মিটিককৈ অঙঠা খহি পৰাৰ শব্দ হৈছিল। তাৰ বাহিৰে কতো শব্দ নাছিল।

এবাৰ মহীকান্তই দীঘলকৈ হুঁ বুলি শব্দ এটা কৰিলে, তাৰ পাছত বিৰবিৰকৈ ক'লে, "বুইছ মদন, চব মিছা। এইবোৰ চ—ব মিছা। পুত্ৰ-পৰিবাৰ—। সেই নাৰায়ণ পণ্ডিতে যে কৈছিল,—কি কৈছিল? হুঁ? কি? কা তব কান্তা —।"

মহীকান্তই শব্দবোৰ মনত নথকাটো বুজাবলৈ শূন্যত সোঁহাতৰ আঙুলিবিলাক ঘূৰালে। "আৰু কি আছিল? কোন তোৰ ঘৈণীয়েৰ, কোন তোৰ পুতেৰ—! তই শুই থাকগৈ যা।"

পাছদিনা মহীকান্তই আৰু দুখনমান গাঁও ঘূৰাৰ কথা উলিয়ালে। পুৰণি গাঁও কেইখনৰ মূৰ ভজহৰিয়েতো খালেই, গতিকে দুখনমান নতুন গাঁৱত ধান লগাব নোৱাৰিলে কল কেনেকৈ চলিব? ব্যৱসায় কেনেকৈ চলিব? মদনে তাক বুজালে,—ধানৰ কাৰণে সি চিন্তা কৰিব নালাগে, পুৰণি গাঁৱৰ ধান তাৰ কললৈ ঠিকেই আহিব। এতিয়া

কেৱল সি ঘৰলৈ যাব লাগে। বহুত দিন হ'ল; বহুত লেঠা, বহুত কথা গোট খাইছে।

খোজ কাঢ়ি, গৰু-গাড়ী-মটৰত উঠি মহীকান্তহঁত ঘৰলৈ উভতিল। গোটেই বাটটোত মহীকান্তই ভজহৰিৰ লগত এটা শব্দৰো আদান-প্ৰদান নকৰিলে। টাউন ওচৰ চপাৰ লগে-লগে সি বেছি গম্ভীৰ হৈ পৰিল;—তাক যেন কোনেও একো ক'বলৈ সাহ নকৰে।

মদনে ভাবিছিল মহীকান্ত পোনে-পোনে পুৰণি ঘৰলৈ যাব, কিন্তু সি নতুন ঘৰৰ ফালে ঘূৰিল। মদনৰ এনেকুৱা লাগিল যেন এইটো সেই কিৰণক বিয়া কৰাই অনাৰ ঠিক পাছৰে মহীকান্ত; মেনকা নবৌৰ ওচৰ চপাৰ তাৰ কোনো দৰকাৰ নাই।

কথাটো মদনৰ ভালো নালাগিল, বেয়াও নালাগিল।

মহীকান্ত অহা খবৰ শুনিয়েই কিৰণ নতুন ঘৰলৈ আহিল। মহীকান্তৰ চেহেৰা দেখি তাই অবাক হৈ গ'ল। মুখখন ক'লা পৰিছে, চকু গাঁতত সোমাইছে, চুলিবোৰ দীঘল, জপৰা, ৰঙচুৱা হৈছে, গাৰ কাপোৰ ইটা বৰণীয়া হৈছে। তাই ভাবি আহিছিল,—তাইতো মহীকান্তক প্ৰথমে একো নোসোধেই, বৰং সি কিবা সুধিলেও তাই একো নক'ব, কেৱল কান্দিব। কিন্তু তাৰ চেহেৰা দেখি তাইৰ মুখেদি আপোনা-আপুনি ওলাই গ'ল,—কি হ'ল আপোনাৰ? এনেকুৱা অৱস্থা—!

মহীকান্তই পাতল সুৰেৰে ক'লে, "বহুত ঘূৰিলোঁ। দিনত ৰ'দ, ৰাতি জাৰ—। বৰ কষ্ট।"

কিৰণে পিছফাললৈ ওলাই গৈ ভজহৰিক মাতিলে। মহীকান্তই লগে-লগে ওলাই গৈ ক'লে, "তাক নামাতিবা।"

কিৰণে তাৰ চকুলৈ চালে; কিয় বুলি সুধিবলৈ তাইৰ সাহ ন'হল। তাই ডাঙৰ ডেকচিটোত এক ডেকচি পানী গৰম কৰিলে,—মহীকান্তই গা ধুবলৈ। গা ধুই উঠিয়েই মহীকান্তই গায়ে-মূৰে কম্বল লৈ শুলে; অলপ পাছতে তাৰ টোপনি গ'ল। ভাত খাবলৈ জগাওঁতে সি নুঠিল। কিৰণৰ টোপনি ভাল হোৱা নাছিল। ৰাতিটোৰ ভিতৰত তাই কেইবাবাৰো মহীকান্তক মাতি চালে, ঠেলি চালে; প্ৰতিবাৰেই সি ওঁ-আঁ কৰি বাগৰ সলাই শুই থাকিল।

পাছদিনা দুপৰীয়াৰ পাছত কলঘৰৰপৰা বাহিৰে বাহিৰে মহীকান্ত অকলে পুৰণি ঘৰলৈ আহিল। সি কেঁচুৱা চাবলৈ, কেঁচুৱা আৰু মাকৰ খবৰ কৰিবলৈ আহিছিল—এই কথাটো ঘৰৰ মানুহখিনিয়ে, চুবুৰীৰ মানুহখিনিয়ে জানিব লাগে। তাৰ কাম সিমানেই। কামটো শেষ কৰি থব লাগে। এইখিনি সময়ত ঘৰত থাকিব কেৱল মণি আৰু পূৰ্ণিমা। মেনকাৰ বাহিৰে বাকী সকলো যদি শুই থাকে, তেনেহ'লেতো আৰু ভাল। তাই তাক দেখিলেই হ'ল; তাৰ পাছত মানুহক কি ক'ব লাগে তাই ইচ্ছামতে কৈ থাকিব।

কিন্তু কেনেবাকৈ যদি এই অসময়তো তাৰ ভদ্ৰকান্তৰ মুখামুখি হৈ যায়! বাটৰ কাষে-কাষে খোজকাঢ়ি থকা মহীকান্তৰ মূৰটো তৎক্ষণাত গমগমাই উঠিল।

আগফালৰ দুৱাৰ বন্ধ। মহীকান্ত ভিতৰ চোতাললৈ আহিল। কেৱল মেনকাৰ কোঠালিলৈ যোৱা মাজৰ কোঠালিটোৰ দুৱাৰখন মেল খাই আছে। মহীকান্ত দুৱাৰডলিত থিয় হ'ল। কোঠালি-টোৰ বিছনাখনত পূৰ্ণিমা পেট পেলাই ভৰি মেলি শুই আছে। শুবৰ সময়ত কাপোৰ এখন গাত লৈছিল হ'বলা, এতিয়া সেইখন গাৰ পৰা আঁতৰি পৰি আছে। তাই পিন্ধি থকা কাপোৰো টোপনিয়ে ঠেলি-ঠেলি টানি-আজুৰি কোঁচ-মোচ খুৱাই পেলাইছে। মহীকান্তই যেন চিনি পালে—এইবোৰ মেনকাৰ কাপোৰ; পাতল, কোমল, উৰ্ লিছে, অ'ত-ত'ত ফিচিকিছে। মহীকান্ত ভালেমান পৰ বিছনাখনলৈ চাই থিয় দি ৰ'ল। এবাৰ সি ভাবিলে, সাৰ পোৱাৰ আগতে তাইৰ গাৰ কাপোৰবোৰ ঠিক হোৱা দৰকাৰ। নাইবা,—এইমাত্ৰ চকু মেলি তাই সমুখত তাক দেখি খৰধৰ কৰাটোও বেয়া নহয়।

কোঠালিটোৰ মাজেদি মহীকান্ত লাহে-লাহে খোজ পেলাই মেনকাৰ কোঠালিৰ দুৱাৰমুখলৈ গ'ল। মেনকাও বিচনাত পৰি আছে, তাইৰো চকু মুদ খাই আছে। মহীকান্তই তৎক্ষণাত বিছনাখনৰ পৰা চকু ঘূৰালে। অইন এখন বিচনাত মণি শুই আছিল, সি এনেয়ে তাইলৈ চাই ৰ'ল।

মেনকাই তাক দেখা দৰকাৰ। মহীকান্তই সৰুকৈ এটা গল-হেকাৰি মাৰিলে। পূৰ্ণিমাই সাৰ নাপালে, কিন্তু মেনকা জাপ মাৰি বহিল। তাই স্থিৰ দৃষ্টিৰে মহীকান্তৰ চকুলৈ চাই ৰ'ল। মহীকান্তই মাত্ৰ এবাৰ, এক মুহূৰ্তৰ কাৰণে মেনকাৰ চকুলৈ চালে,

তাৰ পাছত আকৌ মণিৰ ফালে চকু ঘূৰালে। অলপ পৰ থিয় হৈ থাকি সি আঁতৰি আহিল।

মেনকা কিছুসময় বিছনাতে বহি থাকিল, তাৰ পাছতহে যেন তাইৰ ভালকৈ টোপনি ভাগিল। বিছনাৰপৰা নামি তাই কেঁচুৱাটোলৈ চালে, তাৰ বুকুৰ কাপোৰখন ডিঙিৰ ফালে অকণমান টানি দিলে, তাৰ পাছত তাই কোঠালিটোৰপৰা ওলাই আহিল। মহীকান্ত এইখিনিত নাই। মেনকা আগফাললৈ আহিল, লাহে লাহে পদূলি মুখলৈকে আহিল। মহীকান্ত তেতিয়া মিউনিছিপেলিটিৰ লেমটো পাৰ হৈ গৈছে।

মহীকান্তৰ এটা ডাঙৰ কাম শেষ কৰা যেন লাগিল। এতিয়া কলঘৰৰ কাম আৰু নতুন ঘৰটোৰ বাকীখিনি কাম শেষ কৰাৰ বাহিৰে তাৰ আৰু একো কাম নাথাকিল। গধূলি-গধূলি মেল মৰা মানুহ কেইটাৰ লগত বহু দিন ধৰি তাৰ যোগাযোগ নাই-কিয়া হৈ গৈছিল, এতিয়া তাৰ সিহঁতলৈ মনত পৰিল। মনোহাৰী মালৰ দোকানৰ মালিক আফতাব, ৰামেশ্বৰ নাজিৰ আৰু দুলাল ঠিকাদাৰক আকৌ সি ঘৰ লগালে; বাকী কেইটা প্ৰায় হেৰালেই। নতুন ঘৰটোৰ এটা আচুতীয়া কোঠালিত তাচ এযোৰ লৈ সিহঁত গধূলিতে বহে, ভজহৰিৰ সলনি দেউকিলাল গধূলিতে এবাৰ আহে, কিৰণে কেতিয়াবা নিজে বাটিত পঠা-খাহীৰ মাংস কোঠালিটোত থৈ যায়। উনত্ৰিশৰ খেলা,, মহীকান্তই কেতিয়াবা কেৱল আছোঁ—আছোঁ—পাছ—কৈ বহি থাকে, লগৰ কেইটাৰ সন্দেহেই হয়—সি সঁচাকৈয়ে আছে নে পাছ দিছে।

মহীকান্তহঁত নতুন ঘৰত থাকিবলৈ অহাৰ পাছৰে পৰা দেউ-কিলাল ৰাতি পুৰণি ঘৰৰ বাৰাণ্ডাত শোৱে। এদিন গধূলি দেউকিলালে বটলটো থৈ যাব খোঁজোতেই মহীকান্তই ক'লে, তই নাযাবিচোন, কথা আছে।" কথা মানে—সি দেউকিলালক সুধিব— সেইখন ঘৰৰ ৰাতিটো কেনেকৈ চলে, কাৰ খোজ কোনফালে যায় ?

ৰাতি এঘাৰমান বজাত যেতিয়া আফতাবহঁত ঘৰাঘৰি যাবলৈ উঠিল, তেতিয়া মহীকান্তৰ হঠাৎ মনত পৰিল—দেউকিলাল ক'ৰবাত তাৰ কথা শুনিবলৈ ৰৈ আছে। সি চিঞৰিলে, "এই দেউকিলাল!"

দেউকিলালে ৰাধাই ৰন্ধা ভাত খাই বাৰাণ্ডাৰ খুটা এটাৰ

শুৰিত বহি জুলুকিয়াই আছিল, দৌৰ মাৰি সি মহীকান্তৰ সমুখত থিয় হ'লহি।

মহীকান্তই ক'লে, "তই যা। ৰাতি মৰাৰ নিচিনাকৈ পৰি নাথাকিবি। কাণখন সাৰে ৰাখিবি।"

তাৰ পাছত কেইদিনমান মহীকান্তই দেউকিলালক সিখন ঘৰৰ কথা একো নোসোধোঁ বুলি মনটো জোৰ কৰি দমাই ৰাখিলে। কি দৰকাৰ তাৰ সেইবোৰ কথা জনাৰ? চব জহন্নামে যাওক। তাৰ কিডাল হ'ব!

কিন্তু একো-একোটা সময়ত দেউকিলালক দেখিলেই তাঁৰ মনটা অস্থিৰ হৈ উঠা হ'ল। লাহে-লাহে সি নোসোধোঁ-নোসোধোঁকৈয়ে দেউকিলালক অকাই-পকাই সোধা কৰিলে—সেইখন ঘৰত মানুহবোৰ ৰাতি কিমান সময়ত শোৱে?

দহ—চাৰে দহ বজাত।

তাৰ পিছত কি হয়?

একো নহয়।

হুঁঃ! একো নহয়!

"তই কেইবজাত শোৱ?" মহীকান্তই দেউকিলালক গেঙেৰি মাৰি সুধিলে।

দেউকিলাল ৰাতি প্ৰায় নোশোৱেই। সি শুনে ইন্দ্ৰহঁতে ভয় কৰে। সিহঁত শোৱা, আগৰ ভদ্ৰকান্তৰ কোঠালিটোৰ বাহিৰত সি বেৰত আউজি বহে, সমুখত লেম এটা থয় আৰু তাৰ আধাখিনি পাত নাইকিয়া হোৱা ৰামায়ণখন পঢ়ে। অলপ সময় টোপনি গলেও তাৰ টোপনি পাতল, ক'ৰবাত খিৰিক কৰিলেই সি সাৰ পায়।

বুৰ্বক! এই বুৰ্বকৰ দ্বাৰা কাম নহ'ব। মহীকান্তই এবাৰ ভাবিলে,—কল-ঘৰৰ অইন দুটা মানুহক—এটাক দিনত, এটাক ৰাতি পুৰণি ঘৰৰ পিছ চোতালত বহি থাকিবলৈ হুকুম দিয়া যাওক নে কি?—এৰা, সি এনেকৈ আঁতৰি আহি ভুলেই কৰিলে। সি তাতে থাকি সকলোকে জ্বলাব লাগিছিল। নাইবা,—আহিলেই যেতিয়া, সকলোকে জ্বলাই থৈ আহিব লাগিছিল।

কেতিয়াবা মাজ নিশা তাৰ একোবাৰ চিন্তা হয়—এই মুহূৰ্তত সি চাই আহিবগৈ নেকি—ভদ্ৰকান্ত ক'ত আছে? তাৰ পাছত সি

জোৰকৈ সেইবোৰ চিন্তা উকৰাই দি ভজহৰিক কি কৰা যায়, কিৰণে যে এইবাৰ ল'ৰা হোৱাৰ কাৰণে আই থানত ভোগ দিয়াৰ কথা কৈ আছে,—সেইবোৰ ভাবিবলৈ লয়।

মহীকান্তৰ চকুৰ গুৰি দ হৈ আহিছিল, ক'লা পৰি আহিছিল, এতিয়া সেইখিনিৰ কোঁচবোৰ জিলিকি উঠিল।

এদিন দুপৰীয়া হঠাতে ৰত্নকান্ত কলঘৰতে ওলালহি। মহীকান্তই ধান শুকুউৱা চোতালখনত গাঁৱৰ পৰা অহা মানুহ দুটাৰ লগত কথা পাতি আছিল, ৰত্নকান্তই তাক একাষলৈ মাতি আনি ক'লে, "তোক কথা এটা ক'বলৈ আহিলোঁ।"

ৰত্নকান্তৰ মুখখন গম্ভীৰ হৈ আছিল, মহীকান্তই তাৰ মুখলৈ চাই ৰল।

"সৰুবাপুৰ কথাটো শুনিছ ?"

মহীকান্তৰ বুকুখন চিৰিংকৈ উঠিল।

"নাই শুনা। কি কথা ?"

"সি বোলে নিতাইৰ ভনীয়েকক বিয়া কৰাব।"

"নিতাইৰ ভনীয়েকক ?" মহীকান্তই কপাল কোঁচ খুৱাই, চকু দুটা সৰু-সৰু কৰি সুধিলে।

"শৈল যে—।"

"কোনে ক'লে ?"

"সি বোৱাৰীক,—ইন্দ্ৰৰ মাকক কৈছে; বোৱাৰীয়ে পুৱাই দেউকিলালক মোৰ ওচৰলৈ পঠিয়াই দিছে।"

মহীকান্ত অলপ সময় তললৈ চাই থিয় হৈ ৰ'ল, তাৰ পাছত সি ৰত্নকান্তক ক'লে, "আহচোন।"

ককায়েকক সি বহা কোঠালিটোলৈ নি বহুৱালে।

"কথাটো কি ?"

"সেয়াই। বোৱাৰীৰ খবৰ পাই মই গ'লোঁ। সি বোলে কালি ৰাতি বোৱাৰীক কৈছে—সি শৈলক বিয়া কৰাব। বিয়া-বাৰু বুলি বোলে হুলস্থূল একো নকৰে, খালী তাইক লগত থাকিবলৈ লৈ আনিব।"

"কেতিয়া ?"

"এই মাহতে আনে বোলে।"

"এইবোৰ কেনেকৈ হ'বলৈ পালে?" মহীকান্তই গহীন মাতেৰে সুধিলে।

"জানো! নবৌৱেকক সি কৈছে—এইটো বোলে বহুত দিনৰে কথা। ছোৱালীজনীৰ লগত তাৰ বহুত দিনৰে পৰা বুজাবুজি হৈ আছে।"

"বহুত দিনৰে পৰা মানে?"

"সি বোৱাৰীক কোৱা মতেতো পাঁচ বছৰ মানৰ আগতে বোলে সি কথাটো ঠিক কৰি থৈছে।"

মহীকান্ত বহুত পৰ মনে-মনে ৰ'ল। তাৰ পাছত সি সুধিলে, "তহঁতে এতিয়া কি কৰিব খুজিছ?"

"কি কৰোঁ তাৰ এটা পৰামৰ্শ কৰিবলৈহে আহিছোঁ। নিতাই হল ক'ৰ যশোহৰৰ মানুহ, তাতে নমশূদ্ৰ। মই অকলশৰীয়া মানুহ হোৱা হ'লে এইবিলাক কথাত নধৰিলোঁহেঁতেন। কিন্তু ঘৰখনৰ কথা আছে, সমাজৰ কথা আছে। কামটো ভাল হ'ব জানো?"

আকৌ ভালেমান পৰ মনে-মনে থাকি মহীকান্তই ক'লে, "সিতো মোৰ ছাতকে নসহে। সি যি কৰিব, মই হাঁ ক'লেও কৰিব, না ক'লেও কৰিব; তহঁতে বুজাই চাচোন; ময়ো অলপ ভিতৰৰ কথাৰ গম লওঁ।"

ভায়েকে যশোহৰীয়া নমশূদ্ৰৰ ছোৱালী চপাই লব,—কিমান দিনৰ পৰা সি নিতাইৰ ভনীয়েকৰ লগত সম্পৰ্ক ৰাখিছে,—কিমান গভীৰ, কিমান খাঁটি সেই সম্পৰ্ক,—নে এইবোৰ চব তাৰ বদমাচী,—মহীকান্তৰ একেলগে কেইবাটাও চিন্তা হ'ল। আবেলি পৰত সি মদনক মাতি আনি বিশ্বাসৰ সুৰত ক'লে—তই আঁতি গুৰি মাৰি সকলো খবৰ লৈ আহ। নিতাইৰ ঘৰলৈও যাবি।

মদন হতবাক হৈ গৈছিল। সি ইমানদিনে ভাবি আছিল—ভদ্ৰকান্তৰ দাঁতত কুটা এডাল লাগিলেও সি গম পায়, কিন্তু ইমান ডাঙৰ ঘটনা ঘটিছে, অথচ সি তিলমানো গম নাপায়! তাৰ

অভিমানো হ'ল। সি যেন কেইদিনমান ভদ্ৰকান্তৰ লগত কথাই নাপাতিব! কিন্তু ভদ্ৰকান্তৰ ঘৰৰ ভিতৰ সোমাই লেম-চাকি নজ্বলোৱাকৈ এন্ধাৰে-মুন্ধাৰে তাক বিছনাত পৰি থকা দেখি মদনৰ মনটো দমি গ'ল! সি নিজে লেম এটা জ্বলাই থৈ ভদ্ৰকান্তৰ ওচৰত বহিল। অলপ পাছতে সিহঁতে কথা আৰম্ভ কৰিলে। দুপৰ নিশাও কথা শেষ নহ'ল।

পাঁচ বছৰমানৰ আগতে কেতিয়া কেনেকৈ আৰম্ভ হৈছিল,— ভদ্ৰকান্তৰ ঠিক মনত নাই। নিতায়ে তাক তাৰো বহুত দিনৰ আগৰে পৰা চিঠি লিখি দিবলৈ মাতে, চিঠি আহিলে পঢ়ি দিবলৈ মাতে। নিতায়ে তাৰ দেশৰ ঘৰৰ মানুহক যিমান কথা জনাব পাৰে ভদ্ৰকান্তয়ো নিতাইৰ ঘৰৰ সিমান কথা জানে; দেশৰ মানুহৰ কথা নিতায়ে যিমান জানে ভদ্ৰকান্তয়ো সিমানেই জানে। এবাৰ নিতায়ে দদায়েকক জনাইছিল —শৈল ডাঙৰ হ'ল। সেইদিনা আবেলি নাদলৈ পানী নিবলৈ আহোঁতে ভদ্ৰকান্তই শৈলক সুধিছিল, "কি অ'? তই বোলে ডাঙৰ হলি?"

শৈল তলমূৰ কৰি গুচি গৈছিল।

সেই একেষাৰ কথাকে সুধি ভদ্ৰকান্তই তাইক বহুদিন আমনি কৰিছিল। পাছলৈ শৈলৰো মুখ খুলিছিল। তাইৰ মুখৰ লাগ-বান্ধ নাছিল,—মুখ মেলিলেই খালী টেপ-টেপ-টেপ। তাৰ পাছত যিমান দিন গৈছে সিমানে শৈলৰ মুখৰ মাত কমি আহিছে, কিন্তু মনটো ভৰি আহিছে। ঘৰখনৰ কথা ভাবি, বিশেষকৈ বাপেক, মাক আৰু নবৌয়েকহঁতৰ কথা ভাবি ভদ্ৰকান্তই বৰ ভয় খাইছিল; সি মনে-মনে আছিল। কিন্তু লাহে-লাহে পৃথিৱীখনৰ ঘটনাবোৰ দেখি-দেখি, মানুহৰ কাণ্ড-কাৰখানাবোৰ দেখি-দেখি ভদ্ৰকান্তৰ এতিয়া অইন ভয় নাইকিয়া হৈ গৈছে,—এতিয়া তাৰ কেৱল এটাই ভয়,—সি যদি শৈলক ওচৰ চপাই নলয়, তেনেহ'লে তাই ৰেলৰ আগত বা নদীত জাপ দিব। কিন্তু এইটো কথাও ঠিক যে কি কাৰণে তাই মৰিল, কোনেও কেতিয়াও গম নাপাব। সেই কাৰণেই হ'বলা—তাই তাক শপত দি কৈছিল—এইবোৰ কথা যেন সিহঁত দুটাৰ বাহিৰে কোনেও নাজানে। এনেকুৱা এটা চুবুৰীত এইবোৰ কথা লুকুৱাই ৰখা টান, সেইকাৰণে ভদ্ৰকান্ত যেন তাইৰ পৰা আঁতৰি-আঁতৰি ফুৰে। নিতায়ে যেতিয়া মাতে আহিব, সুবিধা পালে কথা পাতিব, বাচ, সিমানেই।

মদনে মাজতে এবাৰ পাতল সুৰেৰে ক'লে, "তাই দেখোন মোৰ লগতহে সদায় হাঁহি-ধেমালি কৰি কথা পাতে। মাজতেতো মোৰ ভয়েই হৈছিল---"

ভদ্ৰকান্তই মদনৰ কথাৰ মাজতে ধৰিলে, "জানো। তাই তোক বৰ ভাল পায়। সেই কাৰণে মোৰ তাইক ভাল লাগে। তোৰ কথা এষাৰমান বেয়াকৈ কোৱা ছোৱালী এজনীক মই মৰম কৰিব নোৱাৰিলোঁহেতেন হ'বলা।"

তাৰ পাছত মদন বহুত সময় মনে-মনে ৰ'ল।

পাছদিনা পুৱা কলঘৰলৈ যোৱাৰ আগতে মদন নিতাইৰ ঘৰতো সোমাই গ'ল। সেইখন ঘৰতো যেন বাহিৰে ভিতৰে এটা ডাঠ ছাঁ পৰি আছে। মদনে নিতাইক পোন-পোনে সুধিলে---কথাটো কি?

নিতাই মদনতকৈ বয়সত ডাঙৰ, তথাপি সি হাতযোৰ কৰি, কাকুতি কৰাৰ সুৰত কথাবোৰ ক'লে,---চা ভাই মদন, মোৰ দুটা ভাই মৰিল, এজনী ভনী বিয়া দিলোঁ, তাই ক'ত আছে, কেনেকৈ আছে একো খবৰ নাপাওঁ। এইজনী মোৰ লগত আছে,---তাইক মই বৰ মৰম কৰি ডাঙৰ-দীঘল কৰিছোঁ। কিন্তু মইতো তাইকো সেইবোৰ কৰিবলৈ শিকোৱা নাই! তেওঁলোক ডাঙৰ মানুহ, পুৰা-গধূলি তেওঁলোকক সাতবাৰ প্ৰণাম কৰি চলি আছোঁ। এতিয়া এইটো কাণ্ড! তহঁতে মোক কেনেকৈ দোষ দিবি? মই কিন্তু ভাই কৈ দিছোঁ---মই তাইক মাৰ-পিট কৰি চিধা কৰিব নোৱাৰোঁ। দৰকাৰ হ'লে মই নিজেই এই পাৰা এৰি গুচি যাম। কিন্তু তাইতো অকলে একো কৰা নাই! যি কৰিছে সিহঁত দুইটাই কৰিছে। তহঁতেই বিচাৰ কৰ ভাই। অকলশৰীয়া মানুহ কাৰণে মোক তহঁতে হেঁচা মাৰি নধৰিবি। মোৰ ভনীক ডাঙৰ মানুহৰ ঘৰত বিয়া দিয়াৰ চখ মোৰ কেতিয়াও হোৱা নাছিল; সেইকাৰণে তহঁতে মোকো কষ্ট নিদিবি, তাইকো কষ্ট নিদিবি।

নিতায়ে একে লেথাৰিয়ে কথাবোৰ কৈ গ'ল। মদনৰ একো কোৱাৰ সুবিধা নহ'ল।

কলঘৰত মদনেও মহীকান্তক কথাবোৰ তেনেকৈয়ে কৈ গ'ল। সি শেষ কৰাৰ পাছত দুয়োটা মনে-মনে বহি ৰ'ল। মহীকান্তৰ হাতত থকা ছিগাৰেটটো শেষ হৈ আহিছিল, সেইটোৰ জুইৰে নতুন এটা জ্বলাই লৈ সি সুধিলে, "এওঁ কি কয়?"

মদনে মহীকান্তৰ মুখলৈ চালে।

"ইন্দ্ৰৰ মাকে?" মহীকান্তই বুজাকৈ সুধিলে।

"মই নবৌক লগ পোৱা নাই, কিন্তু কথাৰ মাজতে সৰুবাপুৱে ক'লে—তাৰ বোলে নবৌলৈহে বৰ ভয় লাগি আছিল।"

"কিয়?"

"সি মেনকা নবৌক বৰপিতাই-বৰমাইতকৈ বেছি ভক্তি কৰে সি ক'লে---নবৌৱে যদি বেয়া নাপায়, তেনেহলে এইটো কাম কৰাৰ কাৰণে মোক মৰি যোৱা পিতাই-বৌৰ জীৱ দুটায়ো বেয়া নাপায়।"

মহীকান্ত লাহেকৈ বহাৰ পৰা উঠিল। ছিগাৰেটটো হুপি-হুপি সি গোটেই কলঘৰটো এপাক ঘূৰিলে। তাৰ পাছত কাম কৰি থকা মদনৰ ওচৰলৈ গৈ সি সুধিলে, "ইন্দ্ৰৰ মাকে বেয়া পোৱা নাই? আপত্তি কৰা নাই?"

"আপত্তি কৰা নাই, কিন্তু নবৌৱে বোলে তাক বহুত কথা বুজাইছে।" অলপপৰ বৈ মদনে আকৌ ক'লে, "সৰুবাপুৰ কথা-বতৰাৰ পৰা যি বুজিলোঁ—নবৌৱে বেয়াও নাপায়, আপত্তিও নকৰে।"

"কিয়? কেনেকৈ বুজিলি?"

কিবা ভাবি থকাৰ নিচিনাকৈ মদন অলপ সময় মনে-মনে ৰল, তাৰ পাছত সি সৰু মাতেৰে ক'লে, "আপুনিতো জানেই ককাইটি, যেয়ে যি ভাল পায় কৰি থাকক,—সেইটো ভাবেৰেই নবৌ সদায় চলি আছে।"

মদনে আকৌ কামত ধৰিলে, মহীকান্ত আঁতৰি গ'ল। সি ইটো-সিটো চাই কলঘৰৰ চৌহদটোত ঘূৰি ফুৰিলে।

দুদিনমানৰ পাছত বত্নকান্ত আকৌ মহীকান্তৰ ওচৰলৈ আহিল।

"যদি সি সেইটো কৰেই, তেনেহলে অনিয়মনো কিয় কৰিব লাগিছে? নিয়ম-নীতি ৰাখি বিয়াখনকে পাতি দিওঁ।"

মহীকান্তই অলপপৰ ভাবি নিজকে কোৱাৰ নিচিনাকৈ ক'লে, "একেবাৰে জীয়া গছতে ঘূণে ধৰিলে।" তাৰ পাছত সি গাটো লৰাই ভাওৰকৈ ক'লে, "পাত। পাতি দে। টকা পইচা কি ক'ত লাগে কৰি। মই পিছে নিজে সেইবোৰৰ মাজত সোমাব নোৱাৰিম।"

ভদ্ৰকান্তই কিন্তু কথাটো শুনিয়েই না না কৈ চিঞৰি উঠিল। মদনে সেইদিনাই আবেলি তাৰ আগত কথাটো উলিয়াইছিল। ভদ্ৰকান্তই ক'লে, "বিয়াৰ নামত খৰচ কৰিবলৈ মোৰ হাতত এক পইচা নাই, আৰু মই কাৰো পৰা এক পইচা নলবোঁ। ঢোল-ডগৰৰ বিয়া বহু দেখিলি। এখন যেনিবা নে:দেখিলিয়েই; কিনো লোকচানটো হ'ব?"

কেইদিনমানলৈ চুবুৰীটোত নানান ধৰণৰ গুণগুণনি উঠিল। যাৰ কপালত যি লিখা আছে,—শেষত সকবাপুৰ নিচিনা ল'ৰাই—, তোৰো মনে গলে, মোৰো মনে গলে, কি কৰিব—ইত্যাদি। মুখ বিকটাব খোজা কেইটামানৰ উদ্দেশ্যে ঘোচা দাঙি মদনে চুবুৰীটোত গৰজি ফুৰিলে,—কোনোবাই কিবা এষাৰমান বেয়াকৈ কৰি—দাঁত ছিঙি দিম।

এদিন গধূলিৰ পাছত; -বতৰ ডাৱৰীয়া; মিউনিছিপেলিটিৰ লেম-টোৰ বাহিৰে বাটত একো নেদেখি;—ফুল, গোলোকৰ মাক, পূহিলা আৰু গজেনৰ ভনীয়েক আন্ধাৰৰ মাজে-মাজে ভদ্ৰকান্তৰ ঘৰলৈ আহিল। সিহঁতৰ মাজতে আহিল শৈলবালা। কিছুসময় ফিছিঙা-ফিছিং, হাঁহি-খিকিন্দালি কৰি ফুলহঁত চাৰিজনী ওলাই গ'ল; শৈলক এৰি থৈ গ'ল।

অলপ সময়ৰ পাছত ইন্দ্ৰ, দীন, ৰমা আৰু মণি ভদ্ৰকান্তৰ ঘৰলৈ আহিল। তাৰ পাছত আহিল পূৰ্ণিমা আৰু মেনকা। মেনকাই শৈলৰ ডিঙিত চেইন এডাল, কাণত কাণফুল দুপাত, আৰু হাতত খাৰু চাৰিপাত পিন্ধাই দিলে। তাৰ পাছত তাই তাইক টোপোলা এটা দিলে; সেইটোৰ ভিতৰত সেন্দুৰ, ফণি, তেলৰ বটল আৰু দুযোৰ কাপোৰ আছিল।

টোপালাটো হাতত লওঁতে শৈলৰ চকুৰেদি সৰসৰকৈ পানী বৈ আহিল। ভদ্ৰকান্ত বাহিৰলৈ ওলাই বাঁহগছজোপাৰ তলত মনে-মনে থিয় হৈ ৰ'ল।

মহীকান্তৰ মনটো হঠাতে এক অদ্ভুত ধৰণৰ মুকলি-মুকলি লাগিল। মুকলি মানে—সি যেন এখন ঘন আঁঠুৱাৰ ভিতৰত শুই আছিল,

উৎকট গৰম, ভিতৰত এটা মহ ; এতিয়া যেন আঁঠুৱাখন আঁতৰি গ'ল, চাৰিওফালে মুকলি আৰু চাৰিওফালে অজস্ৰ মহৰ কোনকোননি ; সেই কোনকোননি কেতিয়াবা ওচৰলৈকে আহে, কেতিয়াবা বহুত দূৰলৈ আঁতৰি যায়। সি যেন কেতিয়াবা হাত-ভৰি জোকাৰি, কেতিয়াবা কাণ বন্ধ কৰি, কেতিয়াবা গায়ে-মূৰে কাপোৰ লৈ দিন পাৰ কৰিবলৈ চেষ্টা কৰিলে।

## দহ

কিছুমান দিন মনে-মনে পাৰ হৈ গ'ল। ৰেৱতী বুঢ়ী মৰিল। ইন্দ্ৰৰ মাতটো মোটা, ভগা-ভগা হ'ল। ভদ্ৰকান্তই ঘৰটোৰ কোঠালি এটা বঢ়ালে, সেইটো কোঠালিৰ ভিতৰফালে চুণ দিয়ালে। মদনে কলঘৰৰ ডাঙৰ বে'ল্ট দুডাল সলালে। এদিন সি শংকৰলালৰ নতুন কলঘৰটোলৈ গৈ শংকৰলালক পোনে-পোনে ক'লে— মহীকান্তৰ পইচা ভজহৰিৰ পৰা নি শংকৰলালে তাৰ নিজৰ ধানকলৰ নামত গাঁৱৰ মানুহক বায়না দিছিলগৈ; মহীকান্তৰ পুৰণি মানুহক। এতিয়া এটা ধানো যেন শংকৰলালৰ কলত নোসোমায়। সেইখিনি মানুহৰ ধান যেন শংকৰলালে সজে-সজে মহীকান্তৰ কললৈ পঠিয়াই দিয়ে। শংকৰ-লালে ঠিক সেইমতেই কাম কৰিলে। মহীকান্তই ভজহৰিক খেদি দিব খুজিছিল, কিন্তু মদনে মানা কৰিলে। আজ কেইটামান কথাত ভজহৰিক দৰকাৰ হ'ব। খেদি দিলেই সি বহুত দূৰলৈ আঁতৰি যাব। তাক মদনে কেৱল ধান সিজোঁৱা আৰু শুকুউৱা কামত লগাই থলে।

মহীকান্ত ঘৰত থকা সময়ত ভজহৰি সিঁহতৰ ঘৰলৈ নাহে, কিন্তু নথকা সময়ত সি পিছফালেদি সোমাই বাৰান্দাত বহে আৰু কিৰণৰ ছোৱালীজনীক সুমথিৰাৰ ফুটাৰ নিচিনা চেহেৰাৰ লুজন খাবলৈ দিয়ে। এদিন সি মণ্ডল চাব জনা, মূৰৰ চুলি জট বন্ধা বুঢ়ী এজনী আনি কিৰণৰ লগ লগাই দিলে। এইবাৰ ল'ৰা হবলৈ বুঢ়ীৰ পৰামৰ্শ মতে, কিৰণে আউসীৰ ৰাতি কিবা গছৰ শিপা এডাল বটি খালে, বৃহস্পতিবাৰে ৰাতিৰ সাঁজ লঘোণ দিলে, ভজহৰিৰ হতুৱাই অনাই বুঢ়ীক ৰঙা পাবিৰ চাদৰ এখন দিলে, তলপেটত লাগি থকাকৈ তাবিজ এটা পিন্ধিলে।

তাবিজটোৰ সূতাডাল কিৰণে দুবাৰ দীঘল কৰিলে; তাৰ পাছত সময়মতে তাইৰ ছোৱালী এজনী হ'ল।

কেঁচুৱা চাবলৈ অহা মানুহবোৰৰ লগত কিৰণে ভালকৈ কথাই নাপাতিলে। এইবাৰ তাইৰ বল-শক্তি যেন বহুত কমিল, কথা

পাতিবলৈও যেন তাই বল নাপালে। আৰু কিছুদিনৰ পাছত যেতিয়া বল আহিল, তেতিয়া বলবোৰ যেন তাইৰ ডিঙি আৰু মগজতে থুপ খালে। তাইৰ চিঞৰত ৰাধা উচপ খাই উঠে, আই-জনীয়ে ফেঁকুৰে, মহীকান্তই চকু দুটা সৰু-সৰু কৰি সোধে—"হ'ল কি?"

কি হ'ল, কিয় হ'ল, এইবোৰ কথা কিৰণক ভালকৈ বুজাই দিলে মণ্ডলতী বুঢ়ীয়ে। সকলো দোষ মহীকান্তৰ। কিৰণৰ লগে-লগে সিও নিয়মবোৰ ভালকৈ পালি থাকিব লাগিছিল। এই যে বুঢ়ীয়ে কৈছিল —মহীকান্তই সদায় গা ধুই উঠি ৰঙা ফুল এপাহ শুঙিব লাগে, শুঙিছিলনে? নাই শুঙা। দুদিনমান শুঙি বাদ দিলে। জোতা ভৰিৰে সি কিৰণক চুব নালাগে, সেইটো মানি চলিছিল নে? নাই চলা! তেনেহলে? সি কিডাল কৰিলে?

মহীকান্তই কথা সুধিলেই কিৰণৰ টিকিচকৈ খং উঠা হ'ল। ধাই মাকে হঁহুৱালে নতুন কেঁচুৱাটোৱেও হাঁহে; কিন্তু কিৰণব মুখত মহী-কান্তই হাঁহি নেদেখা হ'ল। এদিন অসহ্য হোৱাত মহীকান্তই সুধিলে "তোমাক ভুতে পালে নেকি? ঘৰত দেখোন মানুহ থাকিব নোৱৰা কৰিছা?"

কিৰণে লগে-লগে ফোঁচকৈ উঠিল—"থাকিব নোৱাৰে যদি পুতেকহঁতৰ ওচৰলৈ গুচি নাযায় কিয়?"

তাই কেঁচুৱাটোক গাখীৰ খুৱাই আছিল, খোৱা শেষ নহওঁতেই কেঁচুৱাটোৰ মুখখন আঁতৰাই দিলে। তাৰ পাছত তাই ফোঁপাই-ফোঁপাই বকিবলৈ ধৰিলে। টোকোনা মানুহৰ হোৱালী কাৰণেই আজি তাইৰ এই অৱস্থা। কিয় মহীকান্তই মণ্ডলতী বুঢ়ীৰ কথামতে কাম নকৰিলে? ইচ্ছা কৰি নকৰিলে। থানত ভোগ এখন দিবলৈ, ঘৰত সকাম এটা পাতিবলৈ ক'লেই সি খালী জেপৰ পৰা পইচা উলিয়াই দিব, নিজে সেইবোৰৰ ওচৰেই নাচাপে। এইবোৰ চব মহীকান্তৰ বুদ্ধি। আচলতে ইন্দ্ৰ আৰু দীনৰ বাহিৰে কাকো সম্পত্তিৰ ভাগ দিবলৈ মহীকান্তৰ ইচ্ছা নাই। কিৰণ থাকেহে বেঙীৰ নিচিনাকৈ, —কিন্তু তাই চব বুজে।

শেষৰ ফালে কিৰণৰ কথা আৰু কান্দোন একাকাৰ হৈ গ'ল। ভজহৰিয়ে এদিন কথাই-কথাই কিৰণক সিহঁতৰ দেশৰ এক জমিদাৰৰ কাহিনী কৈছিল। জমিদাৰ মৰি যোৱাৰ পাছত বড় বৌ আৰু তেওঁৰ

ল'ৰা-ছোৱালী কেইটাৰ কি প্ৰতাপ! ছোট বৌতো শেষত তিষ্ঠিব নোৱাৰি মোমায়েকৰ ঘৰেই গুলাইছিল গৈ। ভাগ্য ভাল, নায়েব-মোহায়জন ভাল মানুহ আছিল, তেওঁহে কোনোমতে —। সেই কাহিনীটোকে কিৰণে মনে-মনে পাগুলি আছিল হ'বলা; বকোঁতে তাইৰ তাৰেই উগাৰ আহিল।

মহীকান্তই দাঁত-মুৰ কামুৰি সেই দিনা সহ্য কৰি থাকিল, কিন্তু পিছৰ এদিন সি সহ্য কৰিবলৈও সময়-উলিয়াব নোৱাৰিলে। আই-জনীয়ে মাকৰ গাত ধৰি থেন-থেনাই আছিল। মাকে কেঁচুৱা শুৱাইছিল। কিন্তু কেচুৱাটো নোশোৱেহে নোশোৱে, কোলাত চকু মুদে, কিন্তু বিছনাত থলেই চকু মেলি পেঁপেঁ কৰে। এবাৰ কিৰণে আইজনীক ওপৰা-উপৰিকৈ তিনিটা চকা মাৰিলে। তাই তীক্ষ্ণ মাতেৰে চিঞৰি উঠিল। মহীকান্তই সুধিলে, "তাইক মাৰিছা কিয়?"

"মোৰ ছোৱালী মই মাৰিছো। কাৰ কি হৈছে?"—বুলি কিৰণে গৰ্জি উঠিল।

তৎক্ষণাত মহীকান্তৰ হাতখন তৰ্কিব নোৱৰাকৈ কিৰণৰ গাল আৰু পিঠিৰ ওপৰত চলিল। তাৰ পাছত সি আইজনীক দাঙি লৈ ইটো কোঠালিলৈ ওলাই আহিল।

দুদিনৰ পাছত মহীকান্তই মদনক ক'লে, "তই তালৈ যাবি। কেইদিনমানৰ কাৰণে পূৰ্ণিমাক ইয়ালৈ পঠিয়াই দিবলৈ কবি। আজিয়েই।"

"কিয় ককাইটি?" মদনে সুধিলে।

"ঘৰ নচলাত পৰিছে। লাগে যদি এই কেইদিনৰ কাৰণে ৰাধাক তালৈ লৈ যাবি।"

মেনকাই সেইদিনাই মদনৰ লগতে পূৰ্ণিমাক নতুন ঘৰলৈ পঠিয়াই দিলে। ভাল কাপোৰ এযোৰ পিন্ধি বাটলৈ ওলাওঁতে পূৰ্ণিমাক বৰ ভাল দেখা গৈছিল। মেনকাই পদূলিমুখত থিয় হৈ সিহঁত দুটাক আঁৰ নোহোৱালৈকে চাই ৰ'ল।

এঘণ্টামানৰ পাছত ৰাধাক লৈ মদন উভতি আহিল। মেনকাই তাক ক'লে, "তুমি দুই বেলা এবাৰকৈ খবৰ লৈ থাকিবা?"

তৃতীয় দিনা পাছবেলা মদন খবৰ কৰিবলৈ যাওঁতে তাক দূৰত দেখিয়েই হাতত কাপোৰৰ টোপোলাটো লৈ পূৰ্ণিমা ওলাই আহিল। "বলক ঘৰলৈ যাওঁ।"—তাই নিজে আগবাঢ়িল।

পুৰণি ঘৰত পূৰ্ণিমাক দেখিয়েই মেনকাই সুধিলে, "কিয়— আজিয়েই আহিলি দেখোন?"

একো নোকোৱাকৈ, গম্ভীৰ মুখেৰে পূৰ্ণিমা ভিতৰলৈ সোমাই গ'ল। পিছে-পিছে গৈ মেনকাই তাইক সুধিলে, "কি হ'ল পূৰ্ণিমা?"

অইনফালে মূৰ ঘূৰাই পূৰ্ণিমাই ক'লে, "মই তাত নাথাকোঁ।"

"কিয়?"

পূৰ্ণিমাই উত্তৰ নিদিলে। তাই মেনকাৰ ফালে পিঠি দি নিজৰ কামত লাগিল। দুবাৰমান 'কি হ'ল কচোন' বুলি সুধি মেনকাই বুজিলে—তাই একো নকয়তো নকয়েই, আনকি তাই মুখখনকে মেনকাৰ ফালে নুঘূৰায়। মেনকাই যেন তাইৰ পিঠিখন আৰু খোপাটো চায়েই গম পালে—তাইৰ মুখখন ফুলি আছে।

অলপ পাছতে দেউকিলালে কলেহি,—পূৰ্ণিমাক নতুন ঘৰলৈ পঠিয়াব লাগে। নহলে,—মহীকান্তই কৈ দিছে, কথা বেয়া হ'ব।

কথাটো শুনিয়েই পূৰ্ণিমাই মেনকাক ক'লে,—নতুন ঘৰলৈ যাবলগীয়া হ'লে তাই নিজৰ ঘৰলৈকে যাবগৈ। তাইৰ কথাষাৰৰ লগত কান্দোন মিহলি হৈ আহিল। মেনকাই ক'লে, "এতিয়া মনে-মনে থাক।" তাৰ পাছত তাই দেউকিলালৰ লগত ৰাধাক নতুন ঘৰলৈ পঠিয়াই দিলে।

ৰাতি ৰমা আৰু মণি শোৱাৰ পাছত মেনকাই ইটো কোঠালিৰ পূৰ্ণিমাৰ বিছনাৰ ওচৰৰ চকী এখনত ৰহিল। ইন্দ্ৰকান্তৰ কোঠালিত ইন্দ্ৰই গুণগুণকৈ পঢ়ি আছিল। পূৰ্ণিমা আঁঠুৱা তৰিবলৈ ওলাইছিল; মেনকাই তাইক ক'লে, "বহচোন।"

লগে-লগে পূৰ্ণিমাৰ মুখখন গহীন হৈ পৰিল। বহোঁ-নবহোঁকৈ তাই বিছনাখনৰ বেৰৰ ফালৰ চুক এটাত বহিল।

"কি হৈছিল কচোন।"

অলপপৰ মনে-মনে থাকি পূৰ্ণিমাই চাদৰৰ আগৰে চকু-মুখ লুকুৱাই ধৰিলে। তাইৰ নাকৰ পানী উজুৱাৰ শব্দ শুনা গ'ল। উচুপনিৰ মাজে-মাজে তাইৰ মুখৰ পৰা দুটা-এটাকৈ শব্দ কিছুমান ওলাল।

—কিৰণ আৰু মহীকান্তৰ মাতবোল নাই। মহীকান্ত ৰাতিও কিৰণৰ কোঠালিত নোশোৱে। য'তে তাচ খেলে, ত'তে খায়, ত'তে পৰি থাকে। আৰু কালি ৰাতি—

কি হ'ল কালি ৰাতি?

সেইবোৰ কথা পূৰ্ণিমাৰ মুখত নুফুটে। মুঠতে মৰি গলেও তাই আৰু সেইখন ঘৰলৈ নাযায়।

কথা শেষ কৰি পূৰ্ণিমাই মূৰটো বেৰত থৈ কান্দিবলৈ ধৰিলে।

ভয় আৰু শংকাত মেনকাৰ বুকুখন গধূৰ-গধূৰ লাগিল। কিমান দূৰলৈ,—মহীকান্ত কিমান দূৰলৈ গ'ল?

"মোৰ আগত লাজ কৰিব নালাগে। কথা লুকুৱালে তইহে মৰিবি।" মেনকাই আদেশ দিয়াৰ সুৰত ক'লে।

নাই, মহীকান্ত বেছি দূৰলৈ যাব নোৱাৰিলে। পূৰ্ণিমাই তাৰ হাতত কামোৰ মাৰি কিৰণৰ কোঠালি পাইছিলগৈ। কিৰণক একো গম নিদিয়াকৈ তাই মাটিতে বিছনা এখন পাৰি পৰি আছিল।

ঘৰৰ মূল মানুহটোৰ এইবোৰ কথা মূল মানুহজনীৰ আগতে কৈছে,—ইয়াৰ কি সাংঘাতিক ফল হ'ব, —নিজৰ দুখৰ লগতে সেইটো ভয়তো পূৰ্ণিমা বিহ্বল হ'ল আৰু কোঁচমোচ খাই গ'ল।

বেৰত মূৰ থৈ কান্দোতে পূৰ্ণিমাৰ গাৰ চাদৰখনৰ প্ৰতি মন নাছিল। মেনকাই তাইৰ ভৰপূৰ গাটোলৈ চাই ৰ'ল। লাহে-লাহে বহুত দিনৰ আগৰ, সিহঁতৰ শোৱনি কোঠাৰ মহীকান্তৰ চেহেৰাটো, তাৰ প্ৰকৃতিটো তাইৰ মনত পৰি আহিল। দুৰ্দান্ত, অবাধ্য, অবুজ। মেনকাৰ গাটোতে লাহে-লাহে এটা সিৰসিৰণি উঠিল। পূৰ্ণিমাৰ ভৰপূৰ গাটো তাইৰ গালৈ সোমাই আহিল,—নাইবা তাইৰ নিজৰ গাটো পূৰ্ণিমাৰ গাত সোমাই গ'ল,—আৰু মহীকান্ত সেই গাটোৰ ওচৰ চাপি আহিল—।

পূৰ্ণিমাৰ গাটোলৈ থৰ লাগি চাই মেনকা কিছুসময় বহি ৰ'ল।

এসময়ত তাই হঠাতে সাৰ পোৱাৰ নিচিনাকৈ গা লৰালে। পূৰ্ণিমাক 'শুই থাক' বুলি কৈ তাই নিজৰ কোঠালিত সোমাল।

পাছদিনা গধূলিৰ পাছত পদূলিমুখত চমকৰ ঘোঁৰাবাগীৰ পৰা মহীকান্ত নামিল। আগফালৰ দুৱাৰ বন্ধ আছিল; সি দুৱাৰখনত গোৰ এটা মাৰিলে। ইন্দ্ৰই ভিতৰৰ পৰা দুৱাৰখন খুলি দিলে। পূৰ্ণিমা দৌৰি পিছফাললৈ গ'ল। শৈল ঘৰত অকলে আছিল; পূৰ্ণিমাৰ লগতে তায়ো পাগঘৰত সোমাই ভিতৰৰ পৰা দুৱাৰখন বন্ধ কৰি দিলে।

মহীকান্তই ইন্দ্ৰক সুধিলে, "আমি তাত নাখাই মৰিম নে কি? মোৰ কথা মতে একো নচলিব নে কি? বাগী ৰৈ আছে। ছোৱালী-জনীক ওলাবলৈ ক।" কথাখিনি কৈ মহীকান্ত চকী এখনত ধপকৈ বহিল।

ইন্দ্ৰ ভিতৰলৈ সোমাই গ'ল। অলপ পাছত ওলাই আহি সি দেউতাকক সুধিলে, "তাত অসুবিধা হৈছে যেতিয়া আপোনালোক ইয়ালৈকে শুচি আহিব নোৱাৰেনে?"

মহীকান্তই ইন্দ্ৰৰ মুখলৈ চালে। তাৰ যে মাতটো ইতিমধ্যে ইমান মোটা হৈছিল,—মহীকান্তই যেন এতিয়াহে গম পালে। অলপ পৰ চাই থাকি সি সুধিলে, "এইটো কথা তই কৈছ নে কোনোবাই কবলৈ শিকাই দিছে?"

"মাই একো কোৱা নাই। মইহে মাক কৈছোঁ, আপোনাকো কৈছোঁ।" ইন্দ্ৰই ক'লে।

"তই কথা কব পৰা হলি?" মহীকান্তই চকুকেইটা জোৰকৈ মেলি ইন্দ্ৰলৈ চালে। ঠিক সেই সময়তে নতুন ভায়েকটোক কোলাত লৈ ৰমা ইন্দ্ৰৰ পিছফালে ৰলহি।

মহীকান্ত লগে-লগে থিয় হ'ল।

"নহলে কেইদিনমান আমিয়েই তাত থাকোঁগে দেউতা?" ইন্দ্ৰই সুধিলে।

"দৰকাৰ নাই"—বুলি মহীকান্তই চকীখনত ঠেলা এটা মাৰিলে, প্ৰয়োজনতকৈ বহুত বেছিকৈ ভৰি দাঙি দুৱাৰডলিৰ কাঠডাল পাৰ হ'ল আৰু বেঁকাবেঁকিকৈ খোজ পেলাই ওলাই গ'ল।

অলপ পাছত দীনই পূৰ্ণিমাক ভদ্ৰকান্তৰ ঘৰৰ পৰা মাতি আনি-

লেগে। দুদিনমানলৈ তাই শৈলৰ লগত পাগঘৰত থকাৰ নিচিনাকৈ কোঁচমোচ খায়েই থাকিল। —এই যেন মদন-দেউকিলাল আহিল তাইক নিবলৈ, এই যেন মহীকান্ত আকৌ আহিল!

মেনকা ভিতৰি-ভিতৰি গম্ভীৰ হৈ আহিল। তাইৰ মাত-কথা কমি আহিল। তাইৰ নিজকে বৰ সৰু-সৰু লাগিল। এই ছোৱালী-জনীৰ আগত সিহঁতৰ গোটেই ঘৰখনৰে লুকুৱাবলৈ যেন আৰু একো নাথাকিল। এইযে মহীকান্ত তাইক নিবলৈ আহিছিল,—তাৰ মানে সি চাগৈ ভাবিছিল—পুৰ্ণিমাই ঘটনাটোৰ কথা কাকো একো কোৱা নাই। তাইৰ একোবাৰ মন গ'ল—এতিয়াই যেন নতুন ঘৰলৈ গৈ কিৰণৰ আগত পুৰ্ণিমাক থিয় কৰাই মহীকান্তক ক'ব,—তাই কিয় এইখন ঘৰলৈ আহিব নোখোজে সোধক, সকলোৰে আগতে সোধক।"

কিন্তু এই ছোৱালীজনীৰ কাণত এইবোৰৰ আৰু এটা শব্দও নপৰক—মেনকাই মনে-প্ৰাণে তাকে বাঞ্ছা কৰিলে। কিন্তু এইযে মানুহটোৱে ছোৱালীজনীৰ ওপৰত চকু পেলালে, সি সহজে সেই চকু আঁতৰাবনে?

মেনকা অস্থিৰ হ'ল। কেইবাদিনো তাই দিনে-নিশাই খেলিমেলি হৈ থকা অজস্ৰ কথা জুকিয়ালে, আকৌ খেলিমেলি কৰিলে, আকৌ জুকিয়ালে।

সেই কেইদিন মেনকাক দেখি পুৰ্ণিমায়ো ভয় খালে। যিমানেই জোৰ নকৰক, তাই মেনকাক কথাটো কব নালাগিছিল। একো কব নালাগিছিল। ছি ছি! কিয় তাই এনেকুৱা কৰিলে!

তাৰ পাছত এদিন গধুলি মেনকাই দীনক পঠিয়াই দিলে মদনক মাতিছে বুলি কবলৈ।

মদনে কলঘৰৰ পৰা আহি গা ধুবলৈ লৈছিল; খবৰটো পায়েই সি লৰালৰিকৈ কেইঘটিমান পানী ঢালি কামটো শেষ কৰিলে। সি যেতিয়া মেনকাৰ ওচৰ পালেহি, তেতিয়াও সি হাতেৰে কাণ আৰু ডিঙিৰ ওচৰৰ চুলিৰ পানী মচি আছিল।

ৰাতিৰ কামখিনি পুৰ্ণিমাক গতাই দি মেনকা আগফালৰ দীঘল বেঞ্চখনৰ এটা মুৰত বহিছিলহি। ওচৰতে থিয় হৈ থকা মদনক তাই ক'লে, "বহা।"

বেঞ্চখনৰ বাহিৰে বহিবলৈ সেইখিনিত আৰু একো নাছিল।

মদনে আন্ধাৰত মেনকাৰ মুখখন ভালকৈ দেখা নাছিল। সি খিয় হৈ ৰ'ল।

মেনকাই আকৌ ক'লে, "বহা"।

এইবাৰ মদনে যেন মনিব পাৰিলে—মেনকাই বেঞ্চখনৰ ইটো মূৰৰ ফালে দেখুৱাইছে। সি হেণ্ডেলডালত গাটো চেপা খুৱাই, মেনকাৰ পৰা যিমান দূৰত পাৰে, বহিল।

অলপ সময় কোনেও কথা নোকোৱাকৈ পাৰ হৈ গ'ল। বাটেদি এটা-দুটা মানুহ গৈ থাকিল; কোনোবা মনে-মনে, কোনোবাই কথা পাতি-পাতি।

এবাৰ মেনকাই সৰু অথচ পৰিষ্কাৰ মাতেৰে ক'লে, "তুমি মোক বহুত সহায় কৰিলা মদন। এইবাৰ আৰু এটা সহায় কৰিবা?"

মদনে একো বুজিও নাপালে, গতিকে লগে-লগে উত্তৰো বিচাৰি নাপালে।

মেনকাই আকৌ সুধিলে, "কৰিবা?"

মদনৰ মুখেদি সি নোকোৱাকৈয়ে যেন ওলাই আহিল, "কৰিম নবৌ।"

মেনকা অলপ পৰ মনে-মনে ৰ'ল। ভিতৰত দীন আৰু মণিয়ে কিবা এটা কচ্‌া-আঁজোৰা কৰিছে, ইন্দ্ৰই পঢ়িছে, ৰমাই পাগঘৰত আইনাম গোৱাৰ নামত চিঞৰি আছে।

"সৰুবাপুৰেও ঘৰ পাতিলে। তুমি বৰ অকলশৰীয়া হ'লা। মই তোমাক বেছি অকলশৰীয়া কৰিলোঁ। তাৰ কাৰণে মোৰ কষ্ট হৈছে। সৰুবাপুৰে বিয়া কৰোৱাৰ পাছত বেছি কষ্ট হৈছে।" মেনকা অলপ পৰ ৰ'ল; তাৰ পাছত তাই ক'লে, "মইতো তোমাৰ কথাও ভাবিব লাগিব! তুমিও ঘৰখন পাতিবা? তুমি যেতিয়ালৈকে ঘৰ এখন নাপাতা, তেতিয়ালৈকে মোৰ কষ্ট বাঢ়ি গৈ থাকিব। পাতিবা?"

আন্ধাৰ বেছি হৈ আহিছিল। মেনকাই মদনৰ ফালে চালে। আন্ধাৰবোৰ তাৰ চাৰিওফালে থুপ খাইছিল।

কিছু সময়ৰ পাচত মেনকাই ক'লে, "মই চাই-চিতি নোলোৱাকৈ,

নভৱা নিচিন্তাকৈ কথা নকওঁ। পূর্ণিমাৰ নিচিনা ছোৱালী সহজে পাবলৈ টান। তুমি পূর্ণিমাক বিয়া কৰাবা?”

চাৰিওফালৰ গধূলিৰ পাছৰ শব্দবোৰ মেনকাই নুশুনা হৈ আছিল। কেৱল মদনৰ ভিত্তিৰ শব্দ শুনিবলৈ তাই কাণ থিয় কৰি ৰ'ল। তাৰ মুখখন, চকুযোৰ বিচাৰি উলিয়াবলৈ তাইৰ চকুৱে আন্ধাৰবোৰ ফালিবলৈ চেষ্টা কৰিলে।

এইবাৰ মদনৰ চাৰিওফালে আন্ধাৰবোৰ গোট মাৰিছিল। মেনকাৰ কথাবোৰ তাৰ ভিত্তিত সোপা দি ধৰিছিল। সি লৰিব নোৱৰা হৈ, কথা কব নোৱৰা হৈ বহি ৰ'ল।

ভালেমান সময়ৰ মূৰত মেনকাই ক'লে, “তুমি কথাটো ভাবা। ভাবি মোক কবা। পলম নকৰিবা। যোৱা।”

মেনকা উঠিল। ভিতৰৰ ফালে এটা খোজ দি তাই উভতি ৰ'ল। তাৰ পাছত হঠাতে মদনৰ একেবাৰে ওচৰলৈ গৈ ক'লে, “এইখিনি দিন তোমাৰ কিমান ক্ষতি হৈছে মই বুজিছোঁ। তুমি মোক আমনি কৰি থাকিবা বুলি মই বৰ ভয় খাইছিলোঁ, কিন্তু নকৰিলা। সেইকাৰণে মই কষ্টও পালোঁ, ভালো পালোঁ। তুমি, কিমান ভাল মানুহ সেইটো মই বুজিলোঁ। সেই কাৰণে পূর্ণিমাৰ নিচিনা ছোৱালী এজনী তোমাৰ হাতত দিবলৈ ওলাইছোঁ। নহ'লে নোলালোঁহেঁতেন।”

বাটৰ সিপাৰৰ ঘৰবোৰৰ মুধৰ ওপৰৰ গছবোৰৰ মাজেদি ওলাই থকা আকাশকণলৈ চাই মেনকা অলপ পৰ ৰ'ল; তাৰ পাছত তাই ক'লে, “মই কি কৰিলোঁ, কিয় কৰিলোঁ, সেইবোৰ তুমি নুবুজিবা। কেতিয়াও বুজিবও নালাগে। সেইবোৰ কথা আৰু নাভাবিবা। মই নমৰালৈকে চাম,—তোমাৰ যাতে সুখ হয়।”

কথাখিনি কৈ মেনকা সোমাই আহিল।

মদন তাতে বহি ৰ'ল। ভালেমান সময়ৰ পাছত দেউকিলাল যেতিয়া ৰাতি শুবলৈ আহি পদূলিয়েদি সোমাল তেতিয়া সি ওলাই গ'ল। সি পোনে-পোনে ঘৰলৈ নগ'ল; চৰকাৰী নাদটোৰ পকীত বহুত পৰ জুপুকা মাৰি বহি থাকিল।

পাছদিনা মহীকান্তই মদনৰ হাতত ইন্দ্ৰলৈ টকা পঠিয়াইছিল। মদন টকাখিনি দিবলৈ আহোঁতে পিছ চোতালত পূর্ণিমাই মেনকাৰ ল'ৰাটো দাঙি লৈ নচুৱাই আছিল। তাক দেখি পর্ণিমাই ল'ৰাটো

ঘূৰাই, তাৰফালে আঙুৰাই দি সৰু ছোৱালীৰ নিচিনাকৈ ক'লে, "যা যা, খালী মোৰ কোলাতে উঠি থাকিবি নে কি?" তাৰ পাছত তাই মদনক ক'লে "লওকচোন অকণমান।"

পূৰ্ণিমাক দেখিয়েই মদনৰ বুকুখন ধপকৈ উঠিছিল, তাৰ পাছত তাইৰ কথা শুনি সি হতভম্ব হৈ গ'ল। পূৰ্ণিমাই এনে এটা ভংগী কৰিলে—যেন ল'ৰাটো তাৰ গাত এই পেলাই দিয়ে আৰু। অকণমান পিছুৱাই গৈ সি লৰালৰিকৈ ক'লে, "এ নালাগে; মই কলঘৰৰ পৰা বাহিৰে-বাহিৰে আহিছোঁ, তুঁহ গুৰিৰে গা পোত খাই আছে।"

মেনকা বাৰান্দালৈ ওলাই আহিছিল, তাই থমক খাই ৰৈ গ'ল। এক মুহূৰ্ত মদনহঁতৰ ফালে চাই থাকি তাই তৎক্ষণাত ভিতৰলৈ উভতি গ'ল।

সেইদিনা ৰাতি মেনকাই পূৰ্ণিমাৰ আগত মদনৰ বিষয়ে বহুত কথা,—সি জেল খোৱাৰ পৰা আৰম্ভ কৰি এইখন ঘৰৰ বুঢ়া-বুঢ়ীৰ শ্ৰাদ্ধ প্ৰায় অকলেই আয়োজন কৰালৈকে,—বহুত কথা ক'লে, আৰু শেষত আচল কথাটো ক'লে।

পাছদিনা পুৱাৰে পৰা পূৰ্ণিমাই বেৰৰ বাহিৰ হোৱাৰ আগতে গম লোৱা কৰিলে,—ক'ৰবাত কোনোবা মতা মানুহ আছে নে কি? তাইৰ কাণত পৰা প্ৰতিটো খোজৰ শব্দ মদনৰ ভৰিৰ পৰা ওলাইছে বুলি তাই উচপ খাই উঠিল।

সাদিনমানৰ পাছত মেনকাৰ পৰা খবৰ পাই পূৰ্ণিমাৰ ককায়েক আহিল। তেওঁ মেনকাক হাতযোৰকৈ ক'লে, "মই আগতেই কৈছিলোঁ বাইদেউ, সিহঁত দুজনীক আপোনাকে গতালোঁ, আপুনি যি কৰে। আপুনিয়েই সিহঁতৰ আই-বোপাই সকলো। মই নামতহে ককায়েক।"

মেনকাই মানুহজনৰ হাতত টকা এশ দি ক'লে, "আয়োজন কৰাগৈ। তাৰ পৰাই বিয়া দিবা। বিয়াৰ কেইদিনমানৰ আগতে মই দুয়োজনীকে পঠিয়াই দিম। সিহঁতৰ হাততে পইচা-পাতিও পঠিয়াম।"

খবৰটো চুবুৰীত ওলোৱাৰ লগে-লগে মানুহবিলাকে একপ্ৰকাৰ চিঞৰ-বাখৰেই আৰম্ভ কৰিলে। সৰু-সৰু ল'ৰাবোৰে খালী টিন একোটা কোবাই চুবুৰীটোৰ ইমূৰৰপৰা সিমূৰলৈ চিঞৰিবলৈ ধৰিলে—ককাইটিৰ বিয়া, মদন ককাইটিৰ বিয়া। পুৱা-গধূলি মদনহঁতৰ চোতালত মানুহবোৰৰ মেল বহিল। মদন বাটেদি গ'লে বুঢ়ীহঁতে, বোৱাৰীহঁতে

দুৱাৰমুখৰ পৰা, চকোৱাৰ কাষৰ পৰা ভাওৰকৈ কয়, "চাওঁ এই-ফালে। এ—, মতা মানুহৰনো ইমান লাজনে?"

চুবুৰীটোত ইমান ভাওৰ আনন্দৰ কাৰণ যেন ইয়াৰ আগতে কেতিয়াও হোৱাই নাছিল। বিয়াৰ আয়োজন কোনে কি কৰিলে, মদনে যেন গমেই নাপালে। হোমৰ গুৰিত যে মুখত কমাল লৈ বহি থাকিব লাগিব, তাৰ কাৰণেই যেন সি সাদিনমানৰ আগৰে পৰা আখৰা কৰিলে। মনে-মনে থাকে, যেয়ে যি কয় শুনে, কৰে। বিয়াৰ জলপানৰ নামত সৰহকৈ কোমল চাউল, অলপ-অলপ চিৰা, দৈ আৰু মিঠৈ;—তাকে মানুহবিলাকে ৰাজভোগ খোৱাদি খালে।

ছাধুৰ ঘোঁৰাবাগীত মদন, ভদ্ৰকান্ত আৰু দুজনী মানুহ, কচোৱানৰ ওচৰত পদম, পিছে-পিছে চুলীয়া আৰু চুবুৰীটোৰ খোজ কাঢ়িব পৰা এটাইমখা মানুহ,—এইটো দৰাপাৰ্টি আগনিশা বাট দুফাল-ফাল কৰি কইনাঘৰলৈ আগবাঢ়িল। বাগীখনৰ পিছফালে থকা কাঠছটাত সৰু ল'ৰাবোৰ পাল পাতি-পাতি বহিল; কিছুদূৰ দুটা উঠে, তাৰ পাছত সিহঁত দুটাক নমাই আন দুটা উঠে।

কৃষ্ণপক্ষৰ জোন মাজবাটত থাকোঁতেই পাৰ্টিটোৱে পূৰ্ণিমাক লৈ চুবুৰী পালেহি।

মহীকান্তই বিয়া বুলি মদনক দুশ টকা দিছিল। বিয়াৰ দিনা আগবেলাই সি এবাৰ বিয়াঘৰত থিয়ৈ-থিয়ৈ দেখা দি গ'ল, আচল সময়ত আহিব নোৱাৰিলে। আবেলি কিৰণহঁত আহিল; মহীকান্ত ঘৰ ৰখিবলৈ থাকি গ'ল,—অকলে। সি আফতাবহঁতে তাচ খেলিবলৈ অহাটোও বাঞ্ছা নকৰিলে, গতিকে লেম-চাকিও নজ্বলালে। তাচ খেলা কোঠালিটোৰ এখন চকীত বহি আন এখন চকীত ভৰি মেলি সি গভীৰ টোপনিত থকা মানুহৰ নিচিনাকৈ পৰি থাকিল—চকুহাল মাজে-মাজে মেলি, মাজে-মাজে জপাই। আন্ধাৰ কোঠালিটোত ছিগাৰেটৰ অঙঠাডাল প্ৰায় অনবৰত জিলিকি থাকিল।

মদনহঁতৰ জুপুৰীটোত পূৰ্ণিমা প্ৰকাণ্ড, গোল জোন এটা ওলোৱাদি ওলাল। পোহৰখিনি বিয়পিবলৈ ঠায়েই নাই। মদনৰ চকু যেন ছাঁত মাৰি ধৰিলে। সি পোনে-পোনে তাইৰ ফালে চাবই নোৱাৰিলে। সেই কাৰণে নে কি, পূৰ্ণিমা ঘৰত সোমোৱাৰ পাছত সি বহুত সময় আলেঙে-আলেঙে, অ'ত বহি ত'ত থিয় হৈ কটালে। তাৰ পাছত সি যেতিয়া পূৰ্ণিমাক এৰাতি অকলে লগ পালে, তেতিয়া

আনন্দ তৃপ্তি, দুখ,—কিহে তাক শান্ত কৰি পেলালে সি নিজেই ধৰিব নোৱাৰিলে।

সি কি আশা কৰি দিন কটাইছিল? মহীকান্তহঁত নতুন ঘৰলৈ যোৱাৰ পাছত সি মাজে-মাজে ভাবিছিল—এদিন হঠাতে মহীকান্ত বা মেনকাই তাক পুৰণি ঘৰখনৰ ৰখীয়া হবলৈ কৈ দিব নে কি? তেনেকুৱা এটা কথা হ'ব পাৰে বুলি ভাবিয়েই তাৰ বুকুখন ধপ-ধপাই উঠিছিল। তথাপি সি বাট চাই আছিল। বাট চাই থকাও, একো নোহোৱাকৈ থকাও, কেতিয়াবা কিবা হব বুলি ভাবি থকাও বৰ সুখৰ আছিল। সেই সুখ আৰু এই সুখ,—কোনটোৱে তাক বেছি শান্তি দিলে সি ঠিক কৰিব নোৱাৰিলে। তথাপি মেনকা নবৌৱে যি কৰিবলৈ কৈছে, সি তাকে কৰিছে।—সেইটোৱেই তাৰ আটা-ইতকৈ ডাঙৰ সুখ। পুণিমাক চুলেই, তাইৰ লগত কথা পাতিলেই তাঁৰ সেইটো কথা মনলৈ আহে, সেইকাৰণেই তাৰ ভাল লাগি থাকে। আৰু ভাল লাগিলেই তাৰ বাঁহ আৰু কঠাল গছৰ তলৰ ভেলেউ গছৰ কাঠটুকুৰালৈ মনত পৰি থাকে।

আৰু মেনকা নবৌৱেতো কৈছেই—তেওঁ নমৰালৈকে চাব—মদনৰ যেন সুখ হয়।

তাৰ পাছত বহু দিন কোনেও কাৰো সুখ-দুখৰ খবৰ নোলোৱাকৈ পাৰ হৈ গ'ল। একে জোপা তামোলৰ পাতৰ পৰা ওলমি থকা কেইবাটাও টোকোৰা চৰাইৰ বাহ,—গধূলিৰ আগে-আগে চৰাইবোৰে বাহৰ বাহিৰত বহু সময় ধৰি চিঞৰ বাখৰ কৰিলে, তাৰ পাছত যেন নিজ-নিজ বাহত সোমাই থাকিল। লাহে-লাহে চাৰিওফালে নিজম পৰি আহিল। অন্ততঃ এটা ৰাতিৰ কাৰণে বাহবোৰ আন্ধাৰত ডুবি গ'ল। বতাহ বলি থাকিল, এটাইবোৰ বাহ লৰি থাকিল।

# এঘাৰ

চহৰখনৰ বাটবোৰৰ কাষে-কাষে শাল কাঠৰ খুটা কিছুমান বহুত দিনৰ আগতে পেলাই থোৱা আছিল, এতিয়া কিছুমান মানুহে খুটাবোৰ থিয়কৈ পুতিলে। ইন্দ্ৰহঁতৰ চুবুৰীটোত আঠটা খুটা পৰিলে। তাৰ পাছত মানুহবিলাকে খুটাৰ মূৰে মূৰে তাঁৰ টানিলে।

ইন্দ্ৰহঁতৰ স্কুলত কোঠালিয়ে প্ৰতি দুখনকৈ ডাঙৰ-ডাঙৰ পাংখা আছিল। দুয়োখন পাংখা ৰচিৰে জোৰা লগোৱা আছিল। গৰমৰ দিনত কেইমাহমানৰ কাৰণে একোটা পাংখাৱালা আহিছিল। সি ল'ৰাবোৰৰ পিছফালে টুল এখনত বহি পাংখা টানিছিল আৰু মাজে-মাজে টোপনিয়াইছিল। সি নাথাকিলে মাষ্টৰে ল'ৰাহঁতক পাল পাতি পাংখা টানিবলৈ দিছিল। কেতিয়াবা একোটা ল'ৰাই ফুৰ্তিতে ইমান জোৰে-জোৰে পাংখা টানিছিল যে ডেস্কৰ কিতাপ-বহীয়ে উৰি যাওঁ-উৰি যাওঁ কৰিছিল। মাষ্টৰে ইন্দ্ৰক পাংখা টানিবলৈ নিদিছিল। সি কেতিয়াবা চখতহে পাংখা দুখন টানি চাইছিল। এতিয়া গোটেই স্কুলৰ ল'ৰাবোৰে গম পালে—এই বছৰেই পাংখা টনাৰ শেষ বছৰ, অহা বছৰৰ পৰা স্কুলত ইলেকট্ৰিক পাংখা ঘূৰিব। সিহঁতে শেষ-বাৰৰ কাৰণে জোৰে-জোৰে পাংখা টানি লবলৈ ধৰিলে।

এদিন স্কুলৰ পৰা ঘৰলৈ আহোঁতে ইন্দ্ৰই বাটৰ কাষত এশাৰী ৰিক্সা বৈ থকা দেখিলে। মানুহে টনা ৰিক্সা। প্ৰথম দিনা দুটা মানুহ বহুৱাই এটা মানুহে দৌৰি-দৌৰি ৰিক্সাখন টানি নিয়া দেখোঁতে ইন্দ্ৰই থৰ লাগি চাই আছিল।

মহীকান্তহঁতৰ কলঘৰৰ ওচৰেদিও ইলেকট্ৰিক লাইন গ'ল। মদনে মহীকান্তক ক'লে, "এইটো ইঞ্জিন বদলাই ইলেকট্ৰিকত চলা ইঞ্জিন এটা বহুৱাওঁ দিয়ক ককাইটি।"

মহীকান্তই গা এৰা দিয়া সুৰেৰে "যি ভাল দেখ কৰ!" —বুলি কৈ আঙুলি এটাৰে কপালৰ আগৰ চুলি একোচা পকাবলৈ ধৰিলে।

মদনে ইলেকট্ৰিক কোম্পানিৰ অভাৰছিয়াৰ এজনৰ লগত কথা পাতি মটৰ এটাৰ অৰ্ডাৰ দিলে।

এদিন ষ্টেছনৰ ফালৰ কোম্পানিৰ ঘৰটোৰ পৰা ইঞ্জিন চলাৰ ধপধপ শব্দ এটা চহৰখনৰ বহু দূৰলৈ বিয়পি পৰিল। সেইদিনা গধূলি চহৰখনৰ কোনো-কোনো ঠাইত বাটৰ লাইট জ্বলিল। বহুত মানুহ ল'ৰা-ছোৱালীৰে বাটলৈ ওলাল; ফুৰিবও, লাইটো চাব।

বসন্তকান্তৰ ডাঙৰ ছোৱালীজনীৰ বিয়া হৈ গ'ল। ল'ৰাই পুলিছ অফিছৰ কেৰাণী কাম কৰে।

এদিন সন্ধিয়াৰ পাছত গোটেই চহৰখনতে এটা হুলস্থূল লাগিল। মানুহবোৰে ঘৰৰ বাহিৰলৈ ওলাই আহি আকাশলৈ চালে। অলপ হালধীয়া ৰঙৰ তৰা এটা আনবোৰ তৰাৰ মাজেদি লাহে-লাহে পশ্চিমৰপৰা পূবলৈ গুচি গ'ল। লগে-লগে গুৰ-গুৰ শব্দ। শব্দটো মাৰ যোৱাৰ পাছতো ভাল চকুৰ মানুহবিলাকে তৰাটো বহু পৰলৈ দেখি থাকিল। তাৰ পাছত মানুহবিলাকে জুম পাতি-পাতি কথা পাতিলে— বৃটিছৰ এৰোপ্লেন; —নহয়, ৰাতি আহিছে যেতিয়া জাপানীও হ'ব পাৰে।

সদানন্দ উকীলৰ ল'ৰাটোৱে আবেলি-আবেলি ওচৰ-চুবুৰীয়া ল'ৰাবোৰক গোটাই "সৌ যে উৰিছে স্বৰাজ নিচান" নামৰ গান এটা একেলগে গাবলৈ শিকালে।

তেনে সময়তে এদিন কিৰণৰ তৃতীয়জনী ছোৱালীৰ জন্ম হ'ল। বাকচ আৰু বেৰৰ চেপত মহীকান্তই থোৱা বটল এটাত চাৰি আঙুল-মান মদ আছিল, ছোৱালী জন্ম দিয়াৰ পাছদিনাই কিৰণে মহীকান্ত ঘৰত নথকা সময়ত, গোটেইখিনি মদ কোঁত-কোঁতকৈ গিলি দিলে।

হস্পিটেলত ডাক্তৰ দুজন থাকে; এজনক মহীকান্তই ঘৰৰ পৰা, আনজনক মদনে হস্পিটেলৰ পৰাই লৈ আহিল। কোনোবাই আইৰিন বাইদেউক খবৰ দিলে, তেৱোঁ দৌৰি আহিল। কলঘৰৰ এটাইমখা মানুহ, ওচৰ-চুবুৰীয়াই মহীকান্তৰ চোতালত জুম বান্ধিলে।

ৰমাক লগত লৈ মেনকাও আহিল। তাই ডাক্তাৰৰ বাহুৰ কাষেদি ডিঙি মেলি কিৰণক এবাৰ চাই নতুন কেঁচুৱাটোৰ ওচৰলৈ

গ'ল। কেঁচুৱাটোৱে কান্দি আছিল। আইজনীয়ে বিছনাখনত ভৰি তুলি বহি ফেঁকুৰি আছিল। কিৰণৰ দ্বিতীয়জনী ছোৱালী—শান্তিয়ে মানুহৰ মাজে-মাজে থপ-থপকৈ খোজ পেলাই ঘূৰি ফুৰিছিল। আইৰিন বাইদেউৰ লগত কথা পাতি মেনকাই কলঘৰৰ মানুহ এটাক দুধদানি এটা কিনি আনিবলৈ পঠিয়ালে। গাখীৰৰ কথা ওলাওঁতেই কথাটো কেনেবাকৈ ভজহৰিৰ কাণত পৰিল; সি লগে-লগে তাৰ গাইজনী খীৰাবলৈ দৌৰিল।

ভান সিওৰ মটৰখন ভাৰালৈ দিয়ে। ডাক্তৰ দুজনে কিৰণক হস্পিটেললৈ নিবলৈ সেইখন মতাই অনালে। কোঠালিটোৰ পৰা সকলোকে বাহিৰলৈ উলিয়াই দি মেনকা আৰু আইৰিন বাইদেৱে কিৰণৰ অসাৰ, নেতেৰা গাটো এসোপামান কাপোৰেৰে মেৰিয়ালে আৰু হেঁপোৰ-তেপোৰকৈ বাহিৰলৈ দাঙি আনিলে।

গধূলি পৰত মেনকাই মদনক কলে, "পূৰ্ণিমাক ইয়ালৈকে পঠিয়াই দিয়াগৈ যোৱা। মোৰ অকলে দিগদাৰ হ'ব। বুলবুলিক ৰাতিটো মাৰাই ৰাখিব নোৱাৰিবনে?"

বুলবুলি মদনহঁতৰ ছোৱালী।

"পাৰিব পাৰিব। এনেয়েও ৰাতি তাই বৌৰ লগতহে থাকে।" মদনে ত্ৰবালৰিকৈ ক'লে।

"আৰু আমাৰ ঘৰত সোমাই মই ইয়াতে থাকিলোঁ বুলি বাধাক খবৰটো দিবা। কিবা লাগিলে দীনৰ হতুৱাই অনাই লবলৈ ক'বা। ইন্দুৰ হাততে পইচা আছে।"

পূনিমাৰ বিয়াৰ পাছৰে পৰা ৰাধা মেনকাৰ লগত আছে। তাই এতিয়া পূনিমাতকৈ অকণমান ওখ। কিৰণৰ লগত ভজহৰিৰ দূৰ সম্পৰ্কীয় ভতিজাক এটা আৰু নিজৰ গাঁৱৰ সৰু ছোৱালী এজনী থাকে।

মদনৰ লগতে ৰমাও ঘৰলৈ গুচি আহিল। সৰু ভায়েকটো—ধ্ৰুৱক তাই নহ'লে আনে চম্ভালিব নোৱাৰিব। আচলতে ৰমা আহি পোৱাৰ লগে-লগে সি পেঁ-পেঁ কৈ কান্দিবলৈ লৈছিলেই, ৰমাই ৰঙালাওৰ গুটি কেইটামান ভাজি তাক এটা-এটাকৈ খুৱাই বুজাবলৈ ধৰিলে,—মাকে তাৰ কাৰণে কি কি আনিবলৈ গৈছে;—পেঁপা এটা, মেকুৰী পোৱালী এটা,—।

ইন্দুই মেট্রিক পৰীক্ষাৰ কাৰণে পঢ়িছিল। পঢ়াৰ মাজে-মাজে সি একোবাৰ কোনোবা এফালে চাই থৰ লাগি বহি আছিল। একোবাৰ তাৰ নতুন ঘৰলৈ যাবলৈ মন গ'ল। কি হৈছে? সি কেৱল শুনিছে—মাহীয়েকে মৰিবলৈ বুলি বিষ খাইছিল। কথাটো শুনাৰ পৰা সি কেইবাবাৰো মেজৰ পৰা উঠিল আৰু প্ৰতিবাৰেই কিবা এটা খণ্ডত আকৌ বহি কিতাপ-বহী মেলি ল'লে।

এনেয়ে ইন্দু ৰাতি বাৰ বজাৰ লগে-লগে শোৱে। বেৰৰ ডাঙৰ ঘড়িটো কিছুদিনৰ আগতে মেনকাই তাৰ কোঠালিত লগাই দিছিল। সেইটোত আজি দুই বজাৰ শব্দও হ'ল, বিছনাত মেল খাই থকা বহী এখনৰ ফালে চাই সি কাতি হৈ পৰিয়েই থাকিল; তাৰ চকু মুদ নগ'ল।

নতুন ঘৰলৈ মেনকা আগতে কেইবাদিনো আহিছে, কিন্তু তাত তাই ৰাতি থকা নাছিল। আজি ৰাতি বেছি হৈ অহাৰ লগে-লগে তাইৰ মনটো উকঙা-উকঙা লাগিল, গধুৰ-গধুৰ লাগিল, নে পাতল-পাতল লাগিল; —মুঠতে কিবা বেলেগ-বেলেগ লাগিল। ডাঙৰ বিছনাখনত আঁঠুৱা তৰি তাই মাজতে নতুন কেঁচুৱাটো শুৱাই থৈছিল। এফালে তাই শুব, সিফালে আইজনী শুব। তাই আৰু এখন খাট কোঠালিটোলৈ অনাই লৈছিল, তাত পূৰ্ণিমা আৰু শান্তি শুব।

নিঃশব্দে, গম্ভীৰ খোজেৰে মেনকাই কিছুমান কাম কৰি গ'ল। কোঠালিটো লেতেৰা, বস্তুবোৰ খেলিমেলি হৈ আছিল। মূৰত লোৱা তেলৰ বটলটোৰ কাকটো নাছিল, ইফালে সিফালে চাই মেনকাই কাক এটা পালে,—সেইটো মদৰ বটলৰ। আয়নাখনত ধূলি, তলৰ মেজখনত সেন্দূৰ, ছিগা চুলি, আলনাডালত চুৰিয়া-চাদৰ পাঞ্জাবী-বনিয়নৰ জোটাপুটি, আলমাৰীৰ তলত এদ'ম খালী বটল, বিছনাত কেঁচুৱাই কাপোৰ তিউৱাৰ গোন্ধ।

পুৰণি ঘৰত মেনকা কিৰণৰ কোঠালিত কেতিয়াও সোমোৱা নাছিল। আজি তাই তাইৰ কোঠালিতে শুব। বহুত দিনৰ মূৰত আজি তাই মহীকান্তৰ একেখন ছালিৰ তলতে থাকিব। কোঠালিটোৰে লাহে-লাহে তাইৰ নিজৰ মনৰ মতে গঢ় লৈ অহাৰ লগে-লগে মেনকা অস্থিৰ হ'ল। এবাৰ তাইৰ ধাৰণা হ'ল, পূৰ্ণিমাক পাগলাৰৰ কামত লগাই দি তাই যেন শোৱা-কোঠালি সজাইছে।

পূৰ্ণিমাই ছোৱালী দুজনীক সোনকালে খুৱাই শুৱাই থলে।

এসময়ত মেনকাই ক'লে, "ৰাতি হ'ল ; সিহঁত দুটাকো দে, তয়ো খাগৈ।"

"আপুনি ?"

"মই পাছত খাম যা।" কথাষাৰ কৈ মেনকাৰ বহুত দিনৰ মূৰত ভাত খাবৰ কাৰণে কাৰোবানৈ বাট চোৱা যেন লাগিল।

পূৰ্ণিমাই বন কৰা ল'ৰা-ছোৱালীহালক ভাত দিলে, নিজে নাখালে। তাই মেনকাৰ ওচৰত বহিলহি। বিয়াৰ আগতে সেই দুৰাতি এইখন ঘৰত থকাৰ পাছৰ পৰা মহীকান্তৰ লগত তাইৰ আৰু মুখামুখিয়েই হোৱা নাছিল। তাইৰ কিবা ভয়-ভয় লাগি থাকিল। অলপপৰ মনে-মনে বহি থাকি তাই সুধিলে, "কেনেকৈ কি হ'ল কিয় হ'ল, কিবা গম পালেনে বাউদেউ ?"

মেনকাই মূৰ লৰালে। কি হ'ল সকলোৱে জানে ; কিন্তু কিয় হ'ল কোনেও নাজানে।

এসময়ত বাহিৰত ভৰিৰ শব্দ শুনা গ'ল। পূৰ্ণিমাৰ চকু টানি-টানি ধৰিছিল ; তাই পোন হৈ বহিল, তাৰ পাছত থিয় হ'ল। আগফালৰ দুৱাৰৰ ভিতৰৰ ফালে মাটিতে ভজহৰিৰ ভতিজাকটো শুই আছিল, সি দুৱাৰ খুলি দিলে, মহীকান্ত সোমাই আহিল। এইটো কোঠালিৰ দুৱাৰডলি পাৰ হৈ সি পূৰ্ণিমালৈ চালে, মেনকালৈ চালে, বিছনাখনৰ ফালে চালে। তাৰ পাছত কি কৰিব ঠিক কৰিব নোৱাৰি সি থিয় হৈ ৰ'ল। মূৰৰ চুলিবোৰ ছেদেলি-ভেদেলি, মুখখন শুকান, গাৰ কাপোৰ কোঁচমোচ খোৱা, লেতেৰা। অকণমান সময় তাৰ চেহেৰাটোলৈ চাই থাকি মেনকাই সুধিলে, "এতিয়া কেনে ?"

"তেনেকৈয়ে আছে।" মেনকাই কথা সোধাৰ কাৰণে মহীকান্তই যেন অলপ সকাহো পালে।

"ৰাতি তাত কোন থাকিব ?"

"মদন থাকিব।"

"ডাক্তৰে কি কৈছে ?"

"চিন্তা কৰিবলৈ মানা কৰিছে। কেইদিনমান হাস্পতালতে থাকিব লাগিব বুলি কৈছে।"

কেইদিনমান? চুকৰ মেজখনত থোৱা ভাত-তৰকাৰীৰ চাকোনঃ খুলি-খুলি মেনকাই ভাবিলে। ইন্দ্ৰৰ পৰীক্ষা; —এই সময়ত তাই তাৰ ওচৰতে থাকিব লাগে। সকটোৰ আমনি—। তিনিওজনী ছোৱালীকে পুৰণি ঘৰলৈ লৈ যাব পৰা হলে! কিন্তু কেঁচুৱাটোকতো বাহিৰলৈ উলিয়াবই নোৱাৰি!

কিন্তু বহুত দিনৰ মূৰত মহীকান্তক এবাৰ ওচৰৰ পৰা মন কৰিবলৈও মেনকাৰ মন গ'ল।

হাত-মুখ ধুবলৈ গৈ মহীকান্তই বহুত সময় কৰিলে। সি এইটো কোঠালিলৈ আৰু নাহিবই নেকি? কিন্তু আহিল। সি মনে-মনে ভাত খাবলৈ বহিলহি। এবাৰ মূৰ তুলি চাওঁতে তাৰ পূৰ্ণিমাৰ চকুৰে-চকুৰে পৰিল। ডাঙৰ-ডাঙৰ, থৰ লাগি থকা চকু।

ভাত খাই উঠিবৰ সময়ত সি এবাৰ মেনকাৰ চকুলৈ চালে। মেনকাই তাৰ ফালে চায়েই কিবা ভাবি আছিল। সি লগে-লগে চকু ঘূৰালে।

পিছফালৰ বাৰাণ্ডাত মুখ ধুই মহীকান্ত তাচ খেলা কোঠালিটোত বহিলগৈ। ইমান ৰাতি সি তামোল খায় বা নাখায়! তথাপি মেনকাই নিজে তামোলৰ বটাটো তাৰ সমুখত থৈ আহিলগৈ; তাৰ পাছত তাই বিছনাত উঠিলহি।

পূৰ্ণিমাৰ সোনকালে টোপনি গ'ল, মেনকাৰ নগ'ল। তাইৰ কাণ দুখন যেন তাইতকৈ বেছি জোৰে সাৰ পাই থাকিল। কি শুনিবলৈ সাৰ পাই থাকিল—তাই নিজেই ঠিককৈ ধৰিব নোৱাৰিলে। এবাৰ কাপোৰ সলাই দিয়াৰ পাছত কেঁচুৱাটো দীঘলীয়া সময়ৰ বাবে শুলে। সেইখিনি সময়ৰ ভিতৰতে মেনকাৰো চিলমিলকৈ টোপনি আহিল। সেই টোপনিকণ ভগাৰ পাছত তাইৰ কিবা এটা সন্দেহ হ'ল। বিছনাৰ পৰা নামি তাই কোঠালিটোৰ পৰা ওলাই গ'ল।

ভজহৰিৰ ভতিজাকটো মাটিত শুই আছিল; মেনকাই মাতিলে, "অই জগৰু!"

জগৰু ধৰমৰকৈ উঠি বহিল।

"তেখেত কলৈ গ'ল?"

"হাছপতাল গ'ল?"

অলপ পৰ তাৰ মুখলৈ চাই থাকি মেনকাই ক'লে, "শুই থাক।"

তাৰ চকুৰ পৰা আঁৰ হৈ, বেৰখনৰ ইফালে মেনকা কিছু সময় থিয় হৈ ৰ'ল।

মাজনিশাৰ পাছত হস্পিটেলৰ বাৰাণ্ডাত মহীকান্তক দেখি মদনে আচৰিত হৈ সুধিলে, "ককাইটি! আপুনি আকৌ কিয় আহিল?"

মহীকান্তই একো উত্তৰ নিদি বাৰাণ্ডাতে থকা চকীখনত বহিল। ওচৰতে থকা বেঞ্চখনত মদনো বহিল। কিছু সময়ৰ পাছত মহীকান্তই হঠাতে ক'লে, "ইয়াৰ পৰা ভাল হৈ ওলাই গলেও এইক মৰ্‌য়ে শেষ কৰি থম।"

মদন চক খাই উঠিল। লগে-লগে সি একো ক'বলৈ সাহ নকৰিলে। সি ধৰি ললে,—এই ৰাতিখন হাচপতালত টোপনি খতি কৰি বহি থাকিবলগীয়া হোৱাৰ কাৰণেই মহীকান্তৰ খং উঠিছে। কিছু সময়ৰ পাছত সি লাহেকৈ ক'লে, "মই আছোঁ যেতিয়া, আপুনি নহা হলেও হলহেঁতেন।"

"নাহি ক'ত থাকিবি?" মহীকান্তই ছাঁৎকৈ মূৰটো মদনৰ ফালে ঘূৰাই চেপা মৰা, টান মাতেৰে সুধিলে। "কাৰ মাজত—" মহীকান্তই যেন জোৰকৈ দ্বিতীয় কথাষাৰ মাজতে বন্ধ কৰি দিলে।

ভালেমান সময়ৰ পাছত মদনে থিয়হৈ ক'লে "আপুনি ইয়াতে দীঘল দি অকণমান শোৱক।"

মহীকান্ত বহিয়েই থাকিল।

বহুত সময় পাৰ হৈ গ'ল। মাজতে হস্পিটেলৰ ল'ৰা এটাই কিৰণৰ ওচৰলৈ গৈ কিবাকিবি কৰিলে। সি ওলাই যাওঁতে মহীকান্তই তাৰ চকুলৈ চালে; সি একো নোকোৱাকৈ গুচি গ'ল।

অলপ পৰ জুপুকা মাৰি থাকি মহীকান্তই মাতিলে, "মদন!"

"ককাইটি?"

"বহুত কথা বাদ দিব পাৰি, কিন্তু এটা কথা"—মহীকান্ত বৈ গ'ল। অলপ পাছত সি ক'লে, "মনটো পাতল হওক,—তোক এটা কথা কওঁৱেই দে; তয়োতো বিচাৰ-বুদ্ধি থকা মানুহ—।"

"কি কথা ককাইটি?"

কথাটো শুনিবলৈ মদন বহু পৰ বাট চাই থাকিল, মহীকান্তই একো নকলে।

পাছদিনা পুৱা আইৰিন বাইদেউ আহিল। মহীকান্তই তেতিয়া তাচ খেলা কোঠালিত শোৱাৰ আয়োজন কৰিছিল। মেনকাই আইৰিন বাইদেউক সুধিলে, "হাছপতালত জানো এনেকুৱা কেঁচুৱা নাৰাখে ?"

"ৰাখে। কিয় নাৰাখে ? কত কেঁচুৱা দেখোন হাছপতালতে হয়।" আইৰিন বাইদেৱে ক'লে।

"তেনেহলে এইক তালৈকে লৈ যোৱাৰ বন্দবস্ত নকৰে কিয় ?"

"কিয় ? দুদিনমান তই চাব নোৱাৰিবি ?"

"চাম বুলিয়েইতো মই আহিছিলোঁ। নহলেনো মই ইয়াত কি কৰিবলৈ আহিছিলোঁ ? মেনকাৰ মাতটো টান হ'ল, মুখখন গম্ভীৰ হ'ল।

"আহিছিলি যেতিয়া থাক দুদিনমান। কেঁচুৱাটো তই চোৱা-চিতা কৰা আৰু হাছপতালৰ মানুহে চোৱা-চিতা কৰা জানো একে কথা ?" আইৰিন বাইদেৱে বুজনিৰ সুৰত ক'লে।

"ঠিক আছে তেনেহলে"—মেনকাৰ মুখখন আৰু বেছিকৈ ফুলি উঠিল, মাতটোত কিবা এটা জিদ মিহলি হৈ আহিল।—"পূৰ্ণিমা, তই যাগে। মই অকলে পাৰিম। কাৰোবাৰ লগত এতিয়াই ধ্ৰুৱক পঠিয়াই দিবি। মই যিমান দিন ইয়াত থাকোঁ, সিমান দিন সি মোৰ লগতে থাকিব। বাকীবোৰৰ তয়ো খবৰ ৰাখিবি। দেউকিলাল আহিব নহয় এতিয়া, তাৰ লগতে তই গুচি যাবি।"

অলপ সময় কোনেও কথা নোকোৱাকৈ পাৰ হ'ল। তাৰ পাছত সিটো কোঠালিৰ পৰা মহীকান্তৰ মাত আহিল.—"বাইদেউ !"

আইৰিন বাইদেৱে মুখ ঘূৰালে। দুৱাৰমুখত থিয় হৈ মহীকান্তই ক'লে, "মই সিঙৰ গাড়ীখন আনোগে। কেঁচুৱাটো হাছপতাললৈ লৈ যাম। আপুনিও লগত যাব লাগিব। অলপ পৰ ইয়াতে থাকক।"

কথাষাৰ কৈ সি আঁতৰি গ'ল আৰু অলপ পাছতে ঘৰৰ পৰা ওলাই গ'ল।

সি ওলাই যোৱাৰ পাছত আইৰিন বাইদেৱে মেনকাক সুধিলে, "কেঁচুৱাটোৰ ব্যৱস্থা বাৰু হ'ল, কিন্তু ইহঁত দুজনীক কোনে চাব?"

"শুনক বাইদেউ, আচলতে মই কব পাৰিব লাগিছিল—কোনে চায় চাই থাকক। কিন্তু মই তেনেকৈ কব নোৱাৰোঁ আৰু নকৰোঁ। সিহঁত দুজনীক মই তালৈ লৈ যাম। কোনোবাই যদি আপত্তি কৰে, তেনেহলে কিন্তু মোৰ গাত দোষ নাই।"

"জানো তহঁতৰ কি হৈছে!" আইৰিন বাইদেৱে বিৰক্তিৰে ক'লে।

দুপৰীয়াৰ আগতে মেনকা আৰু পূৰ্ণিমা কিৰণৰ ছোৱালী দুজনী লগত লৈ পুৰণি ঘৰলৈ উভতি আহিল। ইন্দ্ৰই মাকক সুধিলে, —কি হ'ল, কিয় সিহঁত গুচি আহিল, কিয় নতুন কেঁচুৱাটোক হাছপতাললৈ নিলে? মেনকাই চমুকৈ ক'লে,—ইমান নতুন কেঁচুৱা, নিজৰ মাকে চাব নোৱাৰিলে ডাক্তৰে চাই থাকিব লাগে। ইন্দ্ৰই ক'লে, "ভালকৈ বুজাই কচোন।"

মেনকাই ডাবি মাৰি ক'লে, "তোকনো ইমানবোৰ কথা কিয় লাগিছে? চব কথাতে আজিকালি তই বৰকৈ পেঘেনিয়াই থাক।"

কেইবাদিনলৈ মেনকা ভিতৰি-ভিতৰি গুজৰি-গুমৰি থাকিল। এয়াতো মহীকান্তই তাইক এক প্ৰকাৰে খেদিয়েই দিলে। তাই গৈছিল কিয়? মহীকান্তই তাইক তাৰ ওচৰ চাপিবলৈ চেষ্টা কৰা বুলি ভাবিলে নে কি? তাই কেনেবাকৈ নিজকে সৰু কৰিছিল নে কি?

মহীকান্তই সেই কেইদিন গুজৰি আছিল—তাৰ বিপদৰ সময়ত মেনকা আৰু পূৰ্ণিমাই একেলগে বুদ্ধি কৰি তাক লাজ দিবলৈ আহিছিল, —সেই কাৰণে। সিহঁত দুজনীয়ে আহি তাক ঘৰতে অপমান কৰি থৈ গ'ল।

চাৰিদিন হস্পিটেলত থাকি কিৰণ ঘৰলৈ উভতিল। কিছুদিন থাকিবলৈ বুলি মহীকান্তই সেইদিনাই কিৰণৰ মাকক মতাই আনিছিল। মাকৰ কোলাত কেঁচুৱাটো তুলি দি কিৰণ মুকলি হ'ল। আইৰিন

বাইদেৱে কেঁচুৱাক কেইদিনমানলৈ তাইৰ গাৰ গাখীৰ খুৱাবলৈ মানা কৰিছিল; তাই ভালেই পালে। কেঁচুৱাৰ লগত তাইৰ সম্পৰ্ক এক প্ৰকাৰ নাইকিয়া হ'ল। আচলতে তাই কাৰো লগত সম্পৰ্ক ৰখাৰ প্ৰতি আগ্ৰহ নেদেখুৱালে। —মানুহৰ আগলৈ নোলায়; কোনোবাই কিবা নুসুধিলে উপযাচি কাৰো লগত কথা নাপাতে, খাব লাগে কিবা খায়, পিন্ধিব লাগে পিন্ধে।—

প্ৰথম দিনা মাকে আহি সিহঁতৰ শোৱনী কোঠাতে শুবলৈ লৈছিল। কেইদিনমান যোৱাৰ পাছত তেওঁ কিৰণক ক'লে, "মই সৌটো কোঠালিতে বিছনা কৰি লওঁ।"

কিৰণে উচপ খাই উঠি ক'লে, "নালাগে নালাগে।"

"কেঁচুৱাটো বাৰু মোৰ লগতে ৰাখিম।"

"নালাগে নালাগে।" কিৰণে জোৰ দি ক'লে।

মহীকান্তৰ বিছনা তাচ খেলা কোঠালিতে প্ৰায় স্থায়ী হৈ গৈছিল। এদিন ৰাতি ভাত খোৱাৰ পাছত জয়ন্তী—বন কৰা ছোৱালীজনীৰ হতুৱাই মহীকান্তই কিৰণক মতাই পঠিয়ালে। কিৰণ দুৱাৰডলিটোৰ ওচৰত কোঁচ-মোচ খাই থিয় হৈ ৰ'লহি। মহীকান্তই মাতিলে, "আহাঁ।"

কিৰণে চকু দুটা ডাঙৰ-ডাঙৰকৈ মেলি তাৰ মুখলৈ চালে; তাৰ পাছত তাই কেইখোজমান আগুৱাই আহিল।

"বহাঁ।" —মহীকান্তই বিছনাখনৰ ফালে দেখুৱাই দিলে।

কিৰণ নবহিল। মহীকান্তই আকৌ ক'লে, "বহাঁচোন।"

কিৰণ অকণমান পিছুৱালে।

মহীকান্তই বহাৰ পৰা উঠি বহুৱাই দিবলৈ বুলি কিৰণৰ বাহুত হাত এখন থলে। লগে-লগে সৰুকৈ চিঞৰ এটা মাৰি, হাতখন এৰুৱাই দি কিৰণ আঁতৰি গ'ল।

"কি হ'ল?"

কিৰণে ভয় খোৱা মানুহৰ নিচিনাকৈ মহীকান্তৰ চকুলৈ চালে।

"বহুত দিন তোমাৰ লগত ভালকৈ কথাই পতা নাই। সেই কাৰণেহে বহিবলৈ কৈছোঁ। তেনেকুৱা কৰিছা কিয়?" মহীকান্তই সুধিলে।

ওচৰতে যিখন চকী আছিল, কিৰণ সেইখনতে বহিল,—মহীকান্তৰ পৰা অলপ দূৰত। মহীকান্তৰ মগজটো গৰম হৈ উঠিল। সি ক'লে, "যোৱা।"

অলপ পৰ থৰ লাগি চাই থাকি কিৰণ ওলাই গুচি গ'ল।

অকল সেইদিনাই নহয়, তাৰ পাছতো যেতিয়াই মহীকান্তই অকণমান কোমল ভাবেৰে কিৰণৰ গাটো চুব খুজিলে, তেতিয়াই তাই উচপ খাই আঁতৰি গ'ল। হ'ল কি? এ সময়ত যে কিৰণে উগ্রমূৰ্তি ধৰি তাক গালি পাৰিছিল, আৰু সি যে মেজাজ উঠিলেই তাইক চৰিয়াইছিল, এতিয়াতকৈ সেইবোৰ দিনেই যেন ভাল আছিল। হ'ল কি তাইৰ?

ডাক্তৰ এজনে ক'লে,—এবাৰ ফুৰাবলৈ নিলে ভাল হয়। ভজৰিৰ মণ্ডলতী বুঢ়ীয়ে ক'লে,—মহীকান্তই চুলেই আকৌ ছোৱালী জন্ম হয় বুলি তাই ভয় খাইছে।

মহীকান্তৰ বৰ অসহায়-অসহায় লাগিল।

# বাৰ

ইন্দ্ৰৰ পৰীক্ষা শেষ হ'ল। তাৰ স্কুলৰ হেড মাষ্টৰকে ধৰি কেইবাজনো মাষ্টৰে ৰিজাল্টৰ কাৰণে তাতকৈ বেছি আগ্ৰহেৰে বাট চাই ৰ'ল। আজৰি সময়খিনি ইন্দ্ৰই যি ইচ্ছা তাকে কৰি কটাই দিলে। পায়'নিয়াৰ ফাৰ্মাছিত কলিকতাৰ পৰা ওলোৱা কাগজত যুদ্ধৰ খবৰ পঢ়িলে; হাইস্কুলৰ পথাৰত স্বাধীনতাৰ মিটিং শুনিলে; হোটেল এখনৰ পিছফালৰ সৰু কোঠালি এটাত অইন ল'ৰা কেইটামানৰ লগত বহি প'ষ্টাৰ লিখিলে; জুবিলি পথাৰত মিলিটেৰিৰ কনভয় গেষ্ট খায়; দহচকীয়া গাড়ী, টেংক, জীপ-গাড়ীৰে পথাৰখন ভৰি যায়; বগা-ক'লা সৈন্যবোৰে বাটৰ কাষত জিৰণি লয়। ইন্দ্ৰৰ সিহঁতৰ লগত কথা পাতিবলৈ মন যায়। সি সিহঁতৰ ওচৰে-ওচৰে ঘূৰি ফুৰে। কেতিয়াবা কোনোবাই তাক মাতে; ওচৰত বহুৱাই লৈ কথা পাতে। সিহঁতৰ কথা যিকণ বুজে, তাকে সি বহুত সময়লৈ ভাবি থাকে।

এদিন গধূলি ফুৰি-ফুৰি সি মহীকান্তৰ ওচৰ ওলালগৈ। মহীকান্তৰ ওচৰতে বহি সি ক'লে, "মই কলিকতাত পঢ়িবলৈ যাম দেউতা।"

"কলিকতাত?" মহীকান্তই তাৰ মুখলৈ চাই ৰ'ল। তাৰ পাছত সি সুধিলে, "তই কলিকতাত পঢ়িবগৈ পাৰিবি?"

"পাৰিম।" অলপ ৰৈ ইন্দ্ৰই ক'লে, "আপোনালোকে একো কৰিব নালাগে। মই চব অকলে কৰিব পাৰিম। আপোনালোকে খালী পইচাখিনি দিব।"

মহীকান্তই ক'লে, "সেইবোৰ হ'ব বাৰু দেচোন। আগতে পাছ কৰ।"

ইন্দ্ৰই করুণ দৃষ্টিৰে দেউতাকৰ চকুলৈ চালে। তাৰ পাছত সি লাহে-লাহে ক'লে, "মই জানো পাছ কৰাৰ কথা ভাবিব লাগে দেউতা? এটাইবোৰ মানুহে জানে,—মই কেনেকৈ পাছ কৰিম। আপুনিহে একো খবৰ নাৰাখে। সেই কাৰণে মোৰ বৰ বেয়া লাগে।"

কথাখিনি কৈ হাতৰ তলুৱাৰে চকু মচি-মচি ইন্দ্ৰই কান্দিবলৈ ধৰিলে।

তাৰ পাছত ইন্দ্ৰই এদিন মাকক ক'লে,—সি কলিকতাত পঢ়িবলৈ যাব। কথাটো শুনি মেনকাই থৰ লাগি ভয়ে-ভয়ে তাৰ মুখলৈ চালে।

মহীকান্তই এবাৰ কলঘৰৰ মেছিনৰ কিবা বস্তু এটা কলিকতাৰ পৰা অনাইছিল, জাহাজেৰে আহি বহুদিনৰ মূৰত বস্তুটো এইখিনি পাইছিলহি। তিনিটা বান্দৰেৰে যে খেল দেখুৱাই ফুৰিছিল ফণীধৰ বুঢ়া,—তেওঁৰ জীয়েক প্ৰেমলতাক কোনোবাই কলিকতালৈ লৈ গৈছিল; তাই বোলে পাছলৈ এটা তিনিমহলীয়া ঘৰত থাকিবলৈ পাইছিল। এইযে ঘৰখনৰ ইমানবোৰ বস্তু,—কেৰাহী, চৰিয়া, হেঁতা, চামুচ—চব কলিকতাৰ পৰা আহে। বিলাত, জাপান, কলিকতা—এইবোৰ পৃথিৱীখনৰ আটাইতকৈ ডাঙৰ ঠাই।—

কলিকতাৰ কথা মেনকাই যি য'ত শুনিছিল, এফালৰপৰা সেই সকলো কথা ইটোৰ পাছত সিটোকৈ তাইৰ মনেদি পাৰ হৈ গ'ল। তাই একো ক'বলৈ নাপাওঁতেই ইন্দ্ৰ আঁতৰি গ'ল।

গোটেই দিনটো মেনকা নিমাত হৈ থাকিল। একো-একো সময়ত তাইৰ চাৰিওফালে খালী-খালী লাগিল।

ৰাতি চুচুক-চামাককৈ মেনকা ইন্দ্ৰৰ কোঠালিত সোমাল। ইন্দ্ৰই বিছনাত বহি ডাঙৰ কিতাপ এখন পঢ়ি আছিল। মেনকাই সুধিলে, "তই সঁচাকৈয়ে কৈছ?"

ইন্দ্ৰই কাগজ এটুকুৰাৰে চিন এটা দি কিতাপখন জপালে, তাৰ পাছত মূৰ দুপিয়ালে।

"তই ইমান দূৰত কেনেকৈ থাকিবিগৈ? চিনাকি মানুহ নাই, আপোন মানুহ নাই—"

"পৰিতোষ ছাৰে সকলো ঠিক কৰি দিব বুলি কৈছে।"

"পৰিতোষ ছাৰে?" মেনকাই সুধিলে।

"পৰিতোষ বন্দোপাধ্যায় ছাৰ। ছাৰৰ ঘৰ কলিকতাত। ছাৰে

কলেজৰ ছিট, থকা ঠাই—সকলো ঠিক কৰি দিব।" ইন্দ্ৰই কোলাৰ কিতাপখন আকৌ মেলি ললে।

"তেখেত ইয়াত ক'ত থাকে?"

ইন্দ্ৰই বুজাই দিলে, বেংগলী নাট্যমন্দিৰৰ ওচৰত থাকে।

পাছদিনা দীনক লগত লৈ মেনকা পৰিতোষ ছাৰৰ ঘৰলৈ যাবলৈ ওলাল।

ইন্দ্ৰই সুধিলে, "তই আকৌ কিয় যাব?"

মেনকাই ক'লে, "কথাবোৰ সোধোঁগৈ।"

ইন্দ্ৰই মাকৰ মুখৰ ভাবটো বুজিবলৈ চেষ্টা কৰিলে। অলপ সময় মাকৰ মুখলৈ চাই থাকি সি ক'লে, "ছাৰক কিন্তু তই বেয়াকৈ একো নকবি। ছাৰে আগতে একো কোৱা নাছিল; মইহে ছাৰক কৈছিলোঁ—মোৰ ইয়াৰ পৰা কৰবালৈ যাবলৈ মন গৈছে।" তাৰ পাছত সি আগদিনা পঢ়ি থকা কিতাপখন দীনৰ হাতত দি ক'লে, "এইখন ছাৰক দি দিবি। ছাৰে যদি আৰু কিবা কিতাপ দিয়ে তেনেহলে লৈ আহিবি।"

বহু সময় নিৰ্বাক-নিস্পন্দ হৈ থাকি মেনকা কোঠালিটোৰপৰা ওলাই আহিল।

পৰিতোষ বন্দোপাধ্যায়ে চুৰিয়া আৰু গেঞ্জি পিন্ধি আগফালৰ ফুলৰ গুৰি খুচৰি আছিল। খন্তিখন হাতত লৈ তেওঁ থিয় হ'ল আৰু চচমাৰ ওপৰেদি গহীন দৃষ্টিৰে মেনকাহঁতৰ ফালে চালে। কিন্তু মেনকাহঁতৰ পৰিচয় পোৱাৰ লগে-লগে তেওঁ অস্থিৰ হৈ উঠিল,— "আ হা হা! আহক আহক আহক।"—হাতৰ খন্তি পেলাই তেওঁ ভিতৰ সোমাই গ'ল। জীয়েক এজনীয়ে মেনকাহঁতক সমুখৰ কোঠালিটোত বহুৱালে। অলপ পাছতে পাঞ্জাবীৰ বুতাম মাৰি-মাৰি বন্দোপাধ্যায় সোমাই আহিল। তেওঁ হাঁহি-হাঁহি ক'লে, "আজি আমাৰ কি ভাগ্য!"

আধা পকা-আধা কেচাঁ গোফ, আধা তপা মূৰ, ওফোন্দা গালৰ মানুহজনে হাঁহি-হাঁহি চকী এখনত বহি জীয়েকক হুকুম দিলে,— মাৰকো মাত।

মেনকাই পলম নকৰি আচল কথাটো উলিয়ালে। এইবোৰ কি কথা, কি বতৰা!

বন্দোপাধ্যায়ৰ মুখত হাঁহিটো লাগিয়েই ৰ'ল, কিন্তু মাতটো

পহীন কৰি তেওঁ কলে, "আপোনালোকে তাক খুৱাইছে, পিন্ধাইছে, চব কৰিছে; কিন্তু তাক চিনি পাইছে কিমান? এই ল'ৰা কি এনেকৈ ইয়াত সোমাই থাকিবলগীয়া ল'ৰা? তাৰ পাছত তেওঁ হাঁহিটি সামৰি ক'লে, "বহুত ঠাই ঘূৰিলোঁ, "বহুত ল'ৰা-ছোৱালী দেখিলোঁ, সেইকাৰণে আমি ল'ৰা-ছোৱালী অলপ বেছি চিনি পাওঁ হবলা। তাক আপোনালোকে ওলাই যাবলৈ দিয়ক।"

মেনকাই অলপ সময় মজিয়ালৈ চাই থাকি বন্দোপাধ্যায়ৰ চকুলৈ চালে।

বন্দোপাধ্যায়ে সুধিলে, "কি? মায়া এৰিবলৈ টান পাইছে?" আপোনমনে অকণমান হাঁহি লৈ তেওঁ ক'লে, "চব মায়েৰ একে কথা। মোৰ মাই মোক চব্বিছ মাহৰ কাৰণে এৰি দিবলৈ টান পাইছিল, এতিয়া চব্বিছ বছৰ মই দূৰে-দূৰে আছোঁ।"

তেওঁ আৰু কিবা কব খুজিছিল, এনেতে তেওঁৰ পৰিবাৰ ওৰণি ঠিক কৰি-কৰি সোমাই আহিল। বন্দোপাধ্যায়ে উচ্ছ্বসিত কণ্ঠেৰে ক'লে, "মই যে কৈ থাকোঁ ইন্দ্ৰৰ কথা—" তাৰ পাছত তেওঁ হাতেৰে মেনকাক দেখুৱালে,—"মাক।"

ঘোলৰ চৰবত, ছন্দেছ, তামোল খোৱাৰ পাছত, কথা-বতৰাৰ শেষত, বন্দোপাধ্যায়ে মেনকাক ক'লে, "মই মোৰ আশাৰ কথাটো ক'লো। মোৰ ভাইটো যেতিয়ালৈকে কলিকতাত আছে, তেতিয়ালৈকে ইন্দ্ৰ আপোনালোকৰ নিজৰ ঘৰতে আছে বুলি ভাবিব পাৰে।"

ৰাতি ভাত খাই থাকোঁতে মেনকাই ইন্দ্ৰক সুধিলে, "তই ইমান দূৰত থাকিলে মই জানো থাকিব পাৰিম?"

"তয়োনো এনেকুৱা কথা "কৱনে?" ইন্দ্ৰই ভাত সানি-সানি, তলমূৰাকৈয়ে ক'লে।

মেনকা নিমাত হৈ ৰ'ল। 'তয়োনো' মানে? কিয় তাই তেনেকুৱা কথা ক'ব নালাগে?

পৰীক্ষাৰ ৰিজাল্ট ওলোৱাৰ দিনা ইন্দ্ৰই ৰেজাল্ট জানিবলৈ ঘৰৰ পৰা ওলাবলৈকে নাপালে, সিহঁতৰ স্কুলৰ হেডমাষ্টাৰ, এছিষ্টেন্ট

হেডমাষ্টৰকে ধৰি সাতজন মাষ্টৰ সিহঁতৰ ঘৰ ওলালহি। পৰিতোষ বন্দোপাধ্যায় আগে-ভাগে বাৰাণ্ডাত উঠিলহি। ইন্দ্ৰ ওলাই আহোঁতেহে তেওঁ হেডমাষ্টৰক আগুৱাই দি ইন্দ্ৰক ক'লে, "প্ৰণাম কৰ, প্ৰণাম কৰ।"

ইন্দ্ৰ অবাক হৈ ৰ'ল। পিছ মুহূৰ্ততে কিবা এটা শক্তিয়ে তাক জ্ঞান দিলে। সি আঁঠু কাঢ়ি হেডমাষ্টৰৰ ভৰি চুই সেৱা কৰিলে। হেডমাষ্টৰে তাক দাঙি কোলাত লবলৈ চেষ্টা কৰিলে। চেষ্টাটো দেখিয়েই বাকী এটাইকেইজনে তেওঁক সহায় কৰি দিলে। সকলোৰে ইন্দ্ৰক কান্ধত তুলি লোৱাৰ নিচিনা দেখা গ'ল।

মেনকাই সোমাই আহিল।

পৰিতোষ বন্দোপাধ্যায়ে চিঞৰিলে, "চাৰিটা লেটাৰ, ইউনিভাৰ্ছিটিত নাইন্‌থ্? মিঠাই ক'তা?"

মেনকাৰ পিছফালে দীন, ৰমা, মণি, ৰাধা সকলো গোট খালে। হেডমাষ্টৰৰ কোলাৰ পৰা নামি ইন্দ্ৰই এটাইকেজন মাষ্টৰকে ভৰি চুই সেৱা কৰিলে; তাৰ পাছত এক মুহূৰ্ত বৈ সি মেনকাক সেৱা কৰিলে।

এছিষ্টেন্ট হেডমাষ্টৰে ডাঙৰ মাতেৰে সুধিলে, "ক'ত? দেউতাক ক'ত? গোটেই স্কুলখনক চাহ-মিঠাই খুৱাব লাগে; তেওঁৰ লগত আমি সেইটো কথা পাতিবলৈহে আহিছিলোঁ। ক'ত?"

আঁঠু কঢ়াৰ পৰা ইন্দ্ৰক তুলি মেনকাই তাৰ মূৰত হাত ফুৰাইছিল; তাইৰ চকু চলচলীয়া হৈ আহিল। ইন্দ্ৰৰো।

গৌৰাংগৰ ভায়েকে বৰবজাৰৰ ওচৰত নতুনকৈ এখন মিঠাইৰ দোকান খুলিছিল; মেনকাই তাৰ পৰা ভাল ছানাৰ মিঠাই অনাই সকলোকে খুৱালে। দিনটো খবৰ কৰিবলৈ অহা মানুহ আহিয়েই থাকিল, মেনকাই মিঠাই অনায়েই থাকিল। গধূলিৰ ফালে গৌৰাংগৰ ভায়েকে ককায়েকৰ দোকানৰ পৰা ছানাৰ মিঠাই অনাই লৈছিল।

দ্বিতীয়বাৰ মিঠাই আনিবলৈ যাওঁতেই দীনই কলঘৰত সোমাই দেউতাকক খবৰটো দি আহিছিল। মেনকাই মানুহৰ লগত হাঁহি-মাতি থকাৰ মাজে-মাজে মন কৰি আছিল—মহীকান্ত আহিল নে নাই!

আন্ধাৰ হোৱাৰ পাছত খবৰ কৰিবলৈ অহা মানুহ নাইকিয়া

হ'ল। ইন্দ্ৰ অকলে আগফালে বহি ৰ'ল। ইলেকট্ৰিক লাইটৰ পোহৰ পৰা ঠাইডোখৰত বাটৰ মানুহবোৰ অকণমান সময়ৰ কাৰণে জিলিকি-জিলিকি উঠিছিল; সি সেই মানুহবিলাকলৈকে চাই আছিল। এসময়ত এখন ৰিক্সা আহি পদূলিত ৰ'ল। ৰিক্সাৰ পৰা মহীকান্ত নামিল। পদূলিতে ৰৈ সি দুবাৰমান কাহিলে, মুখৰপৰা কিবা এসোপা বাটৰ কাষৰ খালত উলিয়াই পেলালে। তাৰ পাছত সি সোমাই আহিল।

"ইন্দ্ৰ! অ'ই ইন্দ্ৰ!" সি চোতালৰ পৰাই চিঞৰিলে।

ইন্দ্ৰ বাৰাণ্ডাৰ পৰা নামি আহিল।

"অ'। তই ইয়াতে আছ? চাওঁ এইফালে আহ।"

ইন্দ্ৰ ওচৰ চপাৰ লগে-লগে মহীকান্তই তাক ধৰি, পিঠিত জোৰ-জোৰে চকা মাৰি ক'লে, "চাব্বাচ। তই কলিকতালৈ কেতিয়া যাবি?"

"জানো ছাৰে কেতিয়া যাবলৈ কয়!"

"ঠিক আছে। যেতিয়াই যাবলৈ কয়, তেতিয়াই গুচি যাবি। কোনো চিন্তা নকৰিবি। কাইলৈ তই মোৰ লগত ওলাবি। লেপ, তুলি, আঁঠুৱা, গাৰু, বাকচ, ছুটকেছ যি লাগে চব কিনি দিম। আফতাবে কৈছে, কলিকতাত আঁঠুৱা নহলেও চলে; কিন্তু মই সেইচব কথা নামানো। কিনিব লাগিব। আৰু, যিমান পইচা লাগে কবি, মই মাহে-মাহে মনিঅৰ্ডাৰ কৰি পঠিয়াই থাকিম। তই খালী মোলৈ চিঠি দি থাকিবি।"

তাৰ পাছত মহীকান্তই ইন্দ্ৰক সাৱট মাৰি ধৰি ক'লে, "বল, আজি তই মোৰ লগত থাকিবি। যাবি?"

ইন্দ্ৰই লগে-লগে একো উত্তৰ নিদিলে।

অকণমান পাছত মহীকান্তয়েই ক'লে, "এ নালাগে দে। কাইলৈ তই পুৱাই যাবি। কলঘৰলৈ যাবি।" ইন্দ্ৰৰ বাহুত জোকাৰ এটা মাৰি সি যাবলৈ বুলি পদূলিৰ ফালে ঘূৰিল। অলপ আগতে মণি আগফালৰ বাৰাণ্ডালৈ ওলাই আহিছিল; তাই দেউতাকক ক'লে, "নাযাব বৰ দেউতা; মাই চাহ কৰিছে, মিঠাই খাই যাব।"

"কোন?" মহীকান্ত যেন উচপ খাই উঠিল। "অ মণি? কি কলি? মিঠাই? হেইট্। মই মিঠাই খাব লাগে নে কি? তই খালি?"

"খালোঁতো! চাবিটা খালোঁ।"

"ভাল কৰিলি। আৰু খাগে যা।" —বুলি মহীকান্ত ওলাই বিস্নাত বহিলগৈ।

বিস্নাখন আন্ধাৰত নেদেখা হোৱাৰ পাছত ইন্দ্ৰই মূৰ ঘূৰালে। ইতিমধ্যে মেনকা বাৰাণ্ডাত থিয় হৈছিলহি।

পৰিতোষ মাষ্টৰে ভায়েক প্ৰিয়তোষৰপৰা চিঠি পালে,—কথাটো শুনিয়েই প্ৰিন্সিপালে আনন্দ পাইছে। কলেজত আৰু হোষ্টেলতো তেওঁ ইন্দ্ৰৰ কাৰণে ছিট ৰাখি থব। কিন্তু পোনে-পোনে ইন্দ্ৰই হোষ্টেলত অসুবিধা পাব পাৰে; সেই কাৰণে পূজালৈকে ইন্দ্ৰ প্ৰিয়তোষহঁতৰ লগতে থাকিব। প্ৰিন্সিপালে কৈছে—হ'ব, কোনো চিন্তা নাই।

মেনকাই চোলা, পেণ্ট, পায়জামা, চুৰিয়া, গেঞ্জি, আয়না, ফণি, চাবোন আদি জাপি-জাপি মহীকান্তই কিনি দিয়া ক'লা ট্ৰাংকটো ঠাহ খুৱালে। নিজ হাতে ৰুমাল সীলে বাৰখন। এইবোৰ কাম তাই ল'ৰা-ছোৱালীকেইটাৰ পৰা, বিশেষকৈ ইন্দ্ৰৰ পৰা আঁতৰি-আঁতৰি কৰিলে। —ৰুমাল সী থাকোঁতে তাই লাহে-লাহে বেজীৰ আগ নেদেখা হৈ আহিছে, তাইৰ ডিঙিটো কিহবাই সোপা মাৰি ধৰা যেন লাগিছে, এনে সময়তে যদি ইন্দ্ৰ সমুখত ওলায়হি তেনেহ'লে তাই হয়তো ক'তো একো নোহোৱাৰ নিচিনাকৈ সুধিছে, "তই গেঞ্জি, আণ্ডাৰপেন এইবোৰ নিজে ধুই লব পাৰিবি?"

"কিয় নোৱাৰিম?"

"কাইলৈ মোৰ আগতে ধুবিচোন বাৰু চাম।" —বুলি মেনকাই সময়খিনি পাতল কৰিবলৈ চেষ্টা কৰিছে।

কিন্তু যোৱাৰ সময় যিমানে আগবাঢ়ি আহিল, ইন্দ্ৰ সিমানে বেছি নিমাত হৈ আহিল। সি কাৰো মুখামুখি হব নোখোজা যেন হৈ আহিল।

এদিন মেনকাই তাক ক'লে, "কি হ'ল তোৰ? ঘৰ এৰি যাবলৈ বেয়া লাগিছে নে কি? নাযাব যদি থাক।"

ইন্দ্ৰই মনে-মনে থাকি মূৰৰ চুলিবোৰ হাতেৰে ঠিক কৰিলে; চুটি-চুটি, কোমল, পাতল ৰঙৰ গোঁফবোৰৰ ওপৰেদি হাত বুলাই মুখখন মচাৰ নিচিনা কৰিলে। তাৰ পাছত সি হঠাতে ক'লে,

"মা, মই এটা কথা কওঁ। তই বেয়া নাপাবি। এদিন তই মোক ভাবি দিছিলি—মোকনো ইমানবোৰ কথা কিয় লাগিছে বুলি, চব কথাতে আজিকালি মই পেঘেনিয়াই থাকোঁ বুলি।"

সি অলপ সময় ৰ'ল, তাৰ পাছত ক'লে, "মই যদি আগতেই একো নাজানিলোঁহেঁতেন, তেনেহ'লে বাকীবোৰ কথাৰ খবৰেই নললোঁহেঁতেন। কিন্তু মই ইমানবোৰ কথা জানো —।"

মেনকাই উশাহ ল'বলৈ পাহৰি যোৱাৰ নিচিনাকৈ ইন্দ্ৰৰ মুখলৈ চাই ৰ'ল।

ইন্দ্ৰই আনফালে চাই কৈ গ'ল, "তহঁতৰ ভালৰ কাৰণেই মই চব কথা,—যিমান পাৰোঁ সিমান কথা জানিব খুজিছিলোঁ। ইয়াতে থাকিয়েই মই চব ঠিক কৰিম বুলি ভাবিছিলোঁ। কিন্তু মই সৰু। তহঁতে কোনেও মোৰ কথা নামানিবি।" সি আকৌ ৰ'ল, তাৰ পাছত ক'লে, "মই সোনকালে ডাঙৰ হ'ব লাগিব। ইয়াত থাকিলে মই সৰুৱেই হৈ থাকিম। সেই কাৰণে মই ওলাই যাওঁ। মই কষ্ট পোৱা কাম তহঁতে আৰু নকৰিবি।"

এদিন ৰাতি ইন্দ্ৰই ভদ্ৰকান্তৰ ঘৰত ভাত খালে। শৈলই নাছেৰেই তিনিখন বেলেগ-বেলেগ তৰকাৰী ৰান্ধিলে। ভাত খাই উঠি চোতালত, কঠালৰ ডালৰ তলত থিয় হৈ ইন্দ্ৰই ভদ্ৰকান্তক ক'লে, "খুড়া, আপুনি চব কথাৰ পৰা আঁতৰি-আঁতৰি থাকে। কিন্তু আপুনি আছে কাৰণেহে মই যাবলৈ ওলাইছোঁ। দীন, ৰমা আৰু মণিক আপুনি অনবৰত চাব।" অলপ পৰ বৈ সি ক'লে, "ধ্ৰুব,—সি সৰু হৈ আছে, তাক মায়েই চাব পাৰিব। মোলৈ প্ৰতি সপ্তাহে চিঠি লিখিব। আপুনি সিহঁতক নোচোৱা বুলি গম পালে মই পঢ়া শুনা এৰি গুচি আহিম।"

পূর্ণিমায়ো এদিন ইন্দ্ৰক ভাত খাবলৈ মাতিলে। বহুত দিন তাক ৰান্ধি-বাঢ়ি খুৱাইছিল কাৰণেই নে কি, ইন্দ্ৰই ভাত খাই থাকোঁতে তাইৰ চকুপানী ওলাল। মদন ঘৰতে আছিল, সিও একেলগে ভাত খাইছিল, কিন্তু ইন্দ্ৰই তাৰ লগত বিশেষ কথা-বতৰা নাপাতিলে। মাজে-মাজে সিহঁত দুয়োটাৰে চকুৱে-চকুৱে পৰিছিল, আৰু প্ৰতিবাৰেই মদনে আগতে অইনফালে চকু ঘূৰাইছিল।

মদনৰ সেই আগৰ ঘৰ নাই। এইখিনিতে কোনোবা এঠাইত ৰহি এসময়ত ভদ্ৰকান্ত আৰু মদনে কথা পাতিছিল, ইন্দ্ৰই শুনি

আছিল। পাছলৈ সি আৰু মদনে কথা পাতিছিল। ঠাইডোখৰৰ চিনেই হেৰাল। ইন্দ্ৰই যেন ক'ত বহি সিহঁতে কথা পাতিছিল—সেই ঠাইডোখৰ, সেই খাটখন কোনখিনিত আছিল তাকে বিচাৰি উলিয়াবলৈ চেষ্টা কৰি সময়খিনি কটাই দিলে।

আহিবৰ সময়ত মদন আৰু পূর্ণিমাই তাক বাটলৈকে, আৰু মদনে ঘৰলৈকে আগবঢ়াই থলে। এৰাএৰি হবৰ সময়ত ইন্দ্ৰই সুধিলে, "আপুনিতো দেউতাৰ লগে-লগেই থাকিব? নাথাকিব জানো?"

"থাকিম, সদায় থাকিম।"

"দেউতাক চাব। কিবা অসুবিধা হোৱা দেখিলে খুড়াক ক'ব।"

ইন্দ্ৰ এৰাতি নতুন ঘৰতো থাকিল। সেই ৰাতি কিৰণে বহুত পৰ তাৰ ফালে চাই থাকি এবাৰ সুধিলে, "কলিকতাত কি কি আছে?"

ইন্দ্ৰই মনত পেলাই-পেলাই কিছুমান নাম কৈ গ'ল। সেইখিনি শুনাৰ পাছত অলপ পৰ বৈ কিৰণ সুধিলে, "ছোৱালী মানুহ জানো কলিকতালৈ নাযায়?"

"যায়তো! কিয় নাযায়?"

আকৌ অলপ পৰ বৈ কিৰণে সুধিলে, "আমাৰ আইজনী কলিকতালৈ যাব নোৱাৰিবনে? পাৰে যদি তুমি এদিন তাইক লৈ যাবা।"

ইন্দ্ৰই অইনফালে চাই তলৰ ওঁঠখন কামুৰি ধৰিলে।

তাচ খেলা কোঠালিটোত মহীকান্তই ইন্দ্ৰক একেখন বিছনাতে শুৱাই ললে। দুয়ো বহুপৰ মনে-মনে থাকিল। এবাৰ মহীকান্তই ক'লে, "মই কি কি কৰিব লাগে, কি পঠিয়াব লাগে, তই চিঠিৰে কৈ থাকিবি।"

বহুত সময়ৰ মূৰত ইন্দ্ৰই ক'লে, "সেইবোৰ হ'ব বাৰু। আপুনি খালী মাহীক চাব।"

"মাহীক? মানে—এই মাহীয়েৰক?"

"ওঁ।"

মহীকান্তই একো নামাতিলে। অলপ পৰৰ পাছত মহীকান্তৰ টোপনি গ'ল বুলি ভাবি ইন্দ্ৰই যেন সকাহ পালে। আজি ৰাতি

তাৰ মুখেদি বহুত কথা ওলাব, কিন্তু কেনেকৈ ওলাব, তাকে ভাবি সি চিন্তাত পৰিছিল।

ষ্টেচনলৈ কিৰণৰ বাহিৰে সকলো আহিছিল। ৰত্নকান্তৰ পৰিয়ালটো, ভদ্ৰকান্ত, কোলাত কেঁচুৱা লৈ শৈল, মদন, পূর্ণিমা, ৰাধা, গজেন, পদ্ম, দেউকিলাল, ভজহৰি, মহীকান্ত, মেনকা, পৰিতোষ মাষ্টৰ—সকলো। প্লেটফৰমৰ চিনাকি-অচিনাকি মানুহৰ মাজে-মাজে ধ্ৰুবই দৌৰি ফুৰিছিল। মণি আৰু আইজনীও তাৰ লগে-লগে দৌৰিছিল। মহীকান্তই এবাৰ ইন্দ্ৰৰ ওচৰলৈ আহি, "ৰেলৰ টিকেটখন ভালকৈ ৰাখিছ ?"—বুলি সুধিলে।

ইন্দ্ৰই মূৰ দুপিয়ালে।

তাৰ মূৰত হাত এখন লগাই মহীকান্ত আঁতৰি গ'ল। সকলো মানুহৰ পিছফালে, আওহতীয়া ঠাই এডোখৰত, খুটা এটাত আউজি সি থিয় হৈ ৰ'ল।

এ সময়ত ৰেলখন আহিল, ৰ'ল, তাৰ পাছত গুচি গ'ল।

মহীকান্ত আৰু দূৰৰ ঠাই এডোখৰলৈ আঁতৰি গ'ল। তাৰ পৰা সি চাই ৰ'ল,—ৰত্নকান্তহঁত গ'ল, ভদ্ৰকান্তহঁত গ'ল, মেনকাহঁত গ'ল—। লাহে-লাহে ঠাইখন খালী হৈ গ'ল। পেকিং বক্স এটাৰ ওপৰত মহীকান্ত তলমূৰকৈ বহিল।

এসময়ত ষ্টেচন মাষ্টৰ আৰু টিকেট বেচা মানুহজন মহীকান্তৰ ফালে চাই-চাই গুচি গ'ল। তাৰ বহুত পৰৰ পাছত চাহ দোকানৰ মালিকজন দোকান বন্ধ কৰি ষ্টেচন এৰিবলৈ বুলি আহি মহীকান্তৰ ওচৰত বৈ গ'ল।

"কোন ? বাবু ?" মানুহজনে সুধিলে, "টোপনি গ'ল নে কি ?"

জেপৰ পৰা ৰুমাল এখন উলিয়াই মহীকান্তই তলমূৰকৈ থাকিয়েই মূৰ লৰালে,—নাই যোৱা।

# তেৰ

ষ্টেছনৰ পৰা এমাইলমান আঁতৰি যোৱাৰ পাছত ইন্দ্ৰই তাৰ বস্তুবোৰ বেঞ্চৰ তলে-ওপৰে ভালকৈ থলে; তাৰ পাছত সি খিৰিকিৰ কাষৰ তাৰ ঠাই ডোখৰত বহি ললে। ওচৰে-পাজৰে থকা মতা মানুহকেইজনে তাক—সেইটো তাত থোৱা, এইটো এইফালে থোৱা—ইত্যাদিকৈ পৰামৰ্শ দিলে; এজন মানুহে ট্ৰাংকটো ধৰি সহায়ো কৰিলে। এসোপা গহনা পিন্ধা, ওৰণি লৈ থকা মানুহ এজনীয়ে ঝৰে-বাৰে তাৰ ফালে চালে। ইন্দ্ৰৰ মনটো পাতল-পাতল লাগিল।

খিৰিকিৰ ওচৰত বহি সি তলৰ পৰা অহা শব্দবোৰ, জোকাৰণিবোৰ নতুন কিতাপৰ কথাৰ নিচিনাকৈ মন-প্ৰাণ দি শুনিবলৈ চেষ্টা কৰিলে। ৰেলত উঠি পোৱা লগৰ ল'ৰাবোৰে এই শব্দবোৰকে লৈ বহুত ধেমালি কৰাৰ কথা তাৰ মনত পৰিল। তুমি যি ভাবিবা, তলৰপৰা শব্দটোৱে তাকে কৈ দিব।—যাওঁ যাওঁ গুচি যাওঁ, যাওঁ যাওঁ গুচি যাওঁ। হয়তো। ঠিক মিলি যায়।

কথাষাৰ শুনি-শুনি অলপ পাছতে ইন্দ্ৰৰ আমনিও লাগিল। তলৰ পৰা অইন কিবা এষাৰ কথা অহা হ'লে! কিন্তু নহয়; সি যিমানেই শব্দবোৰৰ লগত অইন এষাৰ কথা জাপিবলৈ চেষ্টা কৰিলে, সিমানেই বাৰে-বাৰে সেই প্ৰথমতে জপা কথাষাৰেই আহি থাকিল;—যাওঁ যাওঁ গুচি যাওঁ।

শব্দটো আৰু নুশুনো বুলি ইন্দ্ৰই দূৰলৈ চালে। দূৰৰ গছ আৰু টুকুৰা-টুকুৰ মেঘবোৰ লাহে-লাহে তাৰ লগে-লগে গৈ আছে। ওচৰৰ টেলিগ্ৰাফৰ খুটা, বনৰীয়া ফুল, দলঘাঁহ, বগৰী গছ,—বিদ্যাশবদে পিছলৈ দৌৰিছে। অদ্ভুত! মাজৰ কোনোবা এখিনি নিশ্চয় কোনো ফালে নোযোৱাকৈ বৈ আছে। কোনখিনি? ইন্দ্ৰই তাকে উলিয়াবলৈ চেষ্টা কৰিলে। এবাৰ এজোপা বট গছৰ ওপৰত তাৰ চকু থিৰ হৈ ৰ'ল। হয়; সেই গছজোপা কেনিও যোৱা নাই। সেই জোপা গছৰ চাৰিওফালে গোটেই পথাৰখন—টেলিগ্ৰাফৰ খুটাৰ

পৰা দূৰৰ গছৰ শাৰীলৈকে—সকলো ঘূৰিছে। বগলীৰ নিচিনা চৰাই এটা ৰেলখনৰ ইঞ্জিনৰ ফালে মুখ কৰি উৰি আছে। সি একে ঠাইতে পাখি মাৰি আছে, আগুৱাব পৰা নাই। ইন্দ্ৰৰ চৰাইটোৰে বৰ কষ্ট পোৱা যেন লাগিল।

হঠাতে তলৰ শব্দটো ডাঙৰ হৈ গ'ল। উচপ খাই ইন্দ্ৰই তললৈ চালে। মাটিবোৰ বেছি তললৈ বহি গৈছে। লাহে-লাহে বেছি দ হৈ গৈছে। অলপ পাছতে তলত পানী দেখা গ'ল। বৰশী কেইটামান পাতি মানুহ এটা ছাতিৰ তলত বহি আছে। সিপাৰে দূৰত তিৰোতা মানুহ দুজনীমানে একঁকাল পানীত নামি গা ধুইছে।

হঠাতে শব্দটো কমি গ'ল। ৰেলখন আকৌ মাটিত উঠিল। ইন্দ্ৰই দলংখন দেখি নে কি মূৰ উলিয়াই চালে। নেদেখি। সি বেঁকা হৈ যোৱা নদীখনলৈ চাই ৰ'ল। তাৰ পিছৰ ঠাইডোখৰত ৰেলৰ লাইনটো ঘোৰ খাইছে। ইন্দ্ৰই এফালে চাই ৰেলৰ শেষৰ ডবাটো দেখিলে, ইফালে চাই ইঞ্জিনটো দেখিলে। সি মূৰটো আৰু অকণমান বাহিৰলৈ উলিয়াই দিলে। তাৰ মনটো ভাল লাগি গ'ল। অলপ পাছতে ৰেলখন পোন হৈ গ'ল। ওচৰৰ খিৰিকি এখনেদি ওলাই থকা কাৰোবাৰ কিলাকুটি এটালৈ অকণমান সময় চাই থাকি ইন্দ্ৰই মূৰটো ভিতৰলৈ সুমুৱালে। কাৰোবাৰ লগত তাৰ ফুৰ্ত্তি কৰি ৰেলখনৰ কথা পাতিবৰ মন গ'ল।

আবেলি সময়ত এটা ষ্টেচনত ৰেলখন ৰ'ল। প্লেটফৰমৰ মানুহ দেখি, চিঞৰ-বাখৰ শুনি ইন্দ্ৰই বুজিলে—এইটো ডাঙৰ ষ্টেচন। ছাইনব'ৰ্ডৰ নামটো পঢ়ি সি কিতাপৰ পাতৰ পৰা মনত পেলালে, —হয় এইটো জংছন। তাৰ অলপ দূৰতে বহা মানুহ এজনে ওপৰৰ পৰা টোপোলা এটা নমাই সেই এসোপা গহনা পিন্ধি থকা মানুহজনীৰ আগত থলে। মানুহজনীয়ে টোপোলাটো খুলি চিকচিকিয়া টেমা এটা উলিয়ালে। সমুখত বহা মানুহজনে ইন্দ্ৰক সুধিলে, "তুমি চাহ-তাহ কিবা নোখোৱা? ইয়াত ৰেলখন বহুত সময় ৰব।"

মানুহবিলাক ৰেলৰ পৰা নামিছে। ইন্দ্ৰৰো নামিবৰ মন গ'ল। সি উঠিল। মানুহজনে ক'লে, "বেছি দূৰলৈ নাযাবা।"

ডবাটোৰ সন্মুখতে মানুহ এটাই পুৰী-তৰকাৰী বেচিছিল। কেইটামান মানুহে শুকান পাতত লৈ পুৰী তৰকাৰী খাইছিল। বাটত খাবলৈ মাকে ইন্দ্ৰৰ লগত ৰঙাকৈ ভজা গোটা-গোটা হাঁহকণী, লুচি

আৰু মিঠাই দি পঠাইছিল। অকণমান সময় কিবা চিন্তা কৰি ইন্দ্ৰই মানুহটোৰ পৰা চাবি অনাৰ পুৰী-তৰকাৰী কিনিলে। থিয়ৈ-থিয়ৈ সেইখিনি খাই থাকোঁতে তাৰ মনটো লাহে-লাহে গধুৰ লাগি আহিল; অলপ পাছতে তাৰ কিবা এটা দুখ লাগিল। মাকৰ পৰা বহুত দূৰত, এই প্ৰথম সি চিনি-জানি নোপোৱা কোনোবাই ৰান্ধি দিয়া কিবা খালে। মাকে দি পঠিওৱা বস্তুখিনিনো সি কিয় নাখালে তাকো ষেন সি বুজিব নোৱাৰিলে। বাহিৰৰ মানুহৰ মাজত থিয় হৈ তাৰ বাহিৰৰ বস্তু খাবলৈ মন গ'ল? নে কিবা কাৰণত মাকে দি পঠিওৱা বস্তুখিনি উলিয়াবলৈ তাৰ মন নগল? পুৰীৰ লগৰ ভাজিখিনি বৰ জলা; খাই ভাল লাগিছিল; কিন্তু ইন্দ্ৰৰ চকু চলচলীয়া হৈ আহিল। সি ইফালে-সিফালে চালে—পানী ক'ত পায়।

মাজে মাজে নাৰিকল গছে মূৰ তুলি থকা পথাৰৰ সীমাৰ হাবিৰ সিফালে বেলিটো লাহে-লাহে লুকাল; ৰং সলাই-সলাই আকাশখন আৰু ডাৱৰবোৰ এসময়ত ক'লা হৈ গ'ল।

মাজে-মাজে দূৰত কিছুমান লাইট কিছু সময়ৰ কাৰণে তিৰবিৰাই উঠিল; মাজে-মাজে ওচৰৰ পোহৰত কিছুমান দোকান, কিছুমান মানুহ জিলিকি উঠিল। তাৰ পাছত বহুত পৰলৈ আকাশৰ তৰাবোৰ আৰু এজাক-দুজাক জোনাকী পৰুৱাৰ বাহিৰে সকলো পোহৰ নুমাই থাকিল। ৰেলৰ আলিৰ কাষৰ ঘাঁহ-বন জোপোহাবোৰত খিৰিকিৰে ওলোৱা পোহৰ আৰু ইন্দ্ৰহঁতৰ মূৰৰ ছাঁবোৰে জোকাৰ খাই থাকিল।

ইন্দ্ৰই যি দেখে তাকে থৰ লাগি চাই গ'ল। মাজে-মাজে অলপ সময়ৰ কাৰণে তাৰ চকু মুদ খাই গ'ল।

কলিকতা! ইন্দ্ৰৰ অলপ-অলপ ভয়ো লাগিল। ক'তবা সোমায়গৈ সি! বহুত দিনৰ পৰা সি কলিকতাৰ বাতৰি-কাকত পঢ়িছে, কলিকতাৰ কথা থকা বহুত কিতাপ পঢ়িছে, অসংখ্য ছবি দেখিছে, তাৰ মানুহৰ লগত সি কথাও পাতিব পাৰিব, কিন্তু কাগজত দেখিলে-পঢ়িলেইতো নহব! —কি যে হব,—কি যে হব,—মনৰ ভিতৰতে সি কেইবাবাৰো গুণগুণালে। কলৈ যে আহিছে সি!

কিন্তু ক'লৈ আহিছে, তাতকৈ কিয় আহিছে,—সেইটো চিন্তা বেছি সময় তাৰ মনলৈ আহি থাকিল। নেদেখা কলিকতাখনৰ চেহেৰাটো মাজে-মাজে পাৰ হৈ যোৱা চমকা-চমক পোহৰৰ নিচিনাকৈ আহিল আৰু গ'ল, কিন্তু এৰি থৈ অহা ঘৰখন আগ-শুৰি নেদেখা দীঘল ক'লা ছাঁ এটা হৈ তাৰ লগে-লগে আহি থাকিল।

ডবাটোৰ মানুহবোৰৰ প্ৰায় আটাইবোৰ শুলে। গহনা পিন্ধা মানুহজনী কাণ-মূৰ ঢাকি, হাত-ভৰি কোঁচাই গোল হৈ পৰি ৰ'ল। তেওঁৰ আলপৈচান ধৰি অহা মানুহজনে ওচৰতে যিমান পাৰে সিমান বেছিকৈ আউজি বহি টোপনিয়াবলৈ ধৰিলে। ইন্দ্ৰৰ শুবলৈ মন নগ'ল। সি সদায় বহু নিশালৈকে পঢ়ে; ঘৰত থকা হ'লে এতিয়া সি নন্দ উকিলৰ পুতেক বা পৰিতোষ ছাৰে দিয়া বাহিৰা কিতাপ এখন পঢ়ি থাকিলহেঁতেন। এতিয়া তাৰ বাহিৰলৈ চাই বহি থাকিবলৈকে মন গ'ল। অনবৰত বতাহ লাগি থাকে, মাজে-মাজে মুখত কয়লাৰ গুৰিয়ে বিন্ধে; চব তাৰ ভাল লাগিল।

মাজতে এবাৰ সি তৰাৰ পোহৰতে মনিলে, গছ-গছনিৰ মাজত থকা ঘৰ এটা পাৰ হৈ গ'ল। ঘৰটোৰ এখন খিৰিকি পোহৰ হৈ আছিল।

সিহঁতৰ ঘৰত চাগৈ এতিয়া দীন, ৰমা আৰু মণি শুলে। ধ্ৰুৱ চাগৈ কেতিয়াবাই শুলে। দেউকিলাল চাগৈ অলপ পাছতে শুব। তাৰ পাছত—আৰৌ,—আৰৌ কেতিয়াবা তাৰ মাকে পিছফালৰ দুৱাৰখন খুলি বাহিৰলৈ ওলাই যাব নে কি?

ইন্দ্ৰই খিৰিকিৰ লোহাৰ চিকডালত মূৰ থলে।

প্ৰথম দিনা মাক ওলাই যাওঁতে সি ভয়ত কোঁচমোচ খাই বিছনাত পৰি আছিল। বাহিৰত মদন ককাইটি। যদি মাকে তাক দেখা পায়! যদি মাকে দেখাৰ আগতেই ককাইটিয়ে লুকাব নোৱাৰে!

বহুৰ দিনৰ পাছত এদিন ৰাতি সাৰ পাই মাকক বিছনাত নেদেখি তাৰ চিন্তা হৈছিল। তাৰ টোপনি নগৈছিল। শেহ নিশা মাক উভতি আহিছিল। স্কুলত তাৰ চকু জাপ খাই-খাই গৈছিল আৰু অনবৰত তাৰ চিন্তা হৈছিল—ইমানপৰ মাক ক'ত আছিল?

মাক ওলাই যোৱাৰ অলপ পাছতে যিদিনা সি প্ৰথম ওলাই গৈছিল, সেইদিনা কৰ্দৈ গছজোপাৰ সিফাললৈকে গৈ মাকক নেদেখি অলপ সময় জুপুকা মাৰি বহি থাকি সি উভতি আহিছিল।

তাৰ পাছত এদিন সি সাহ কৰি আগুৱাই গৈ আহিল, গৈ আহিল। ভেলেউ কাঠৰ টুকুৰাটোৰ ওপৰত বহি থকা এহাল মানহ দেখি সি ভীষণ ভয় খাইছিল, আৰু এক মুহূৰ্তও বৈ থাকিব নোৱাৰি কোঠালিলৈ উভতি আহিছিল।

মানুহটোক চিনি পাবলৈ তাৰ বৰ মন গৈছিল। এদিন দিনতে সি বাঁহ তললৈ লুকাই-লুকাই যাব পৰা ৰাস্তাটো চাই থৈছিল আৰু ৰাতি সেইমতে ভেলেউ কাঠ টুকুৰাৰ বহুত ওচৰলৈকে গৈছিল। সেইদিনা কেঠালিলৈ উভতি আহি বিছনাত কিছুসময় পৰি থকাৰ পাছত তাৰ কান্দোন ওলাইছিল। তাৰ পাছৰ দিনবোৰত সি ভাত খাই উঠিয়েই শুবলৈ চেষ্টা কৰিছিল; কিন্তু তাৰ টোপনি নাহিছিল। বহু ৰাতিলৈকে তাৰ টোপনি নহা অভ্যাসটো তেতিয়াই আৰম্ভ হৈছিল। প্ৰত্যেক ৰাতি এটা সময়ত তাৰ সেই দৃশ্যটোৱেই মনত পৰিছিল,—বাঁহ আৰু কঠালৰ পাতৰ অন্ধকাৰ,—ভেলেউ গছৰ কাঠৰ টুকুৰা—।

ৰাতিপুৱা কেনেকৈ আকাশ পোহৰ হৈ আহে, কেনেকৈ গছবোৰ, ঘৰবোৰ মনিব পৰা হৈ আহে,—পথাৰৰ মাজেদি মানুহ এটা অকলশৰে গৈ থাকে, কোলাত কেঁচুৱা এটা লৈ মানুহ এজনীয়ে জলকা লাগি ৰেলখনৰ ফালে চাই থাকে, এজাক চৰাই ইটোৰে-সিটোৰ ওচৰলৈ দৌৰা-দৌৰি কৰি-কৰি উৰি যায়, এটা এনেয়ে কোনোবা ফালে উৰি যায়, এটা পিছ পৰে, আকৌ সকলো লগ লাগি জাক হৈ পৰে,—ইন্দ্ৰই সকলো চালে।

এসময়ত শোৱাৰ পৰা উঠি সমুখৰ মানুহজনে সুধিলে, "তুমি নুশুলাই নে কি।"

ইন্দ্ৰই ক'লে, "অলপ শুলোঁ। বহি থাকি ভাল লাগিছিল।"

"যিদিনা প্ৰথম ৰেলত উঠিছিলোঁ, সেইদিনা মোৰো ঠিক তেনেকুৱা লাগিছিল।"—বুলি মানুহজনে হাঁহিলে, গাৰু তলৰ পৰা বিড়ি-দিয়াচলাই উলিয়ালে, তাৰ পাছত ক'লে, "মুখখন ক'লা হৈ গৈছে। তাতে পানী আছে, ধুই লোৱাগৈ যোৱা।"

ইন্দ্ৰহঁতে দুবাৰ ৰেল সলাইছিল। দুয়োবাৰেই ওচৰৰ এই মানুহখিনিয়ে ইন্দ্ৰক লগে-লগে নি, নতুন ৰেলত ঠিক আগৰ নিচিনাকৈয়ে

বহৰাই দিছিল ; গতিকে তাৰ একো চিন্তা নাছিল। কিন্তু ফেৰিৰে গংগা পাৰ হোৱাৰ পাছত তাৰ এই মানুহখিনিৰ লগ হেৰাল। সিপাৰৰ প্লেটফৰ্মত বহুতো মিলিটেৰিয়ে ইফালৰ পৰা সিফাললৈ দৌৰা-দৌৰি কৰিছে ; তাকে দেখি আন মানুহবোৰেও ৰেলত ঠাই লবলৈ দৌৰা-দৌৰি কৰিছে ; তাৰ মাজতে তেওঁলোক কোনফালে গৈ কোন ডবাত উঠিল ইন্দ্ৰই ধৰিবই নোৱাৰিলে। এইবাৰ ৰেলখন চলাৰ পাছত, এদল নতুন মানুহৰ মাজত মনে-মনে বহি থকা ইন্দ্ৰৰ মনলৈ প্ৰথম বাৰৰ কাৰণে চিন্তা আহিল—পৰিতোষ ছাৰৰ ভায়েক প্ৰিয়তোষ বাবু ৰেলখন গৈ পোৱাৰ সময়ত ষ্টেচনত থাকিবতো? চিন্তাটোৱে তাৰ লগ নেৰিলে।

প্ৰিয়তোষ বাবু আছিল। ষ্টেচনত নমাৰ পাছত ইন্দ্ৰই তাৰ বস্তু-বাহানিখিনিৰ ওচৰতে ৰৈ মানুহবিলাকৰ মুখলৈ চাইছিল। পৰিতোষ ছাৰে ভায়েকৰ যিটো বৰ্ণনা দিছিল, ইন্দ্ৰৰ চকুত তেনেকুৱা বৰ্ণনাৰ লগত মিলি যোৱা মানুহ বহুত পৰিল।—মিঠা বৰণীয়া, মূৰৰ আগ-ফালটোত চুলি কম, ছাৰৰ সমান ওখ, চুৰিয়া-পাঞ্জাবী-চচমা পিন্ধা—।

ইন্দ্ৰই চাৰিওফালে ডিঙি মেলি চালে। সেই এসোপা গহনা পিন্ধা মানুহজনী, তেওঁৰ লগৰ মানুহজন, আৰু ইন্দ্ৰৰ সম্মুখত বহা মানুহজন টালিয়ে-টোপোলাই ওলাই যাবলৈ আহিছিল, ইন্দ্ৰক দেখি সকলো ৰৈ গ'ল।

"ক'ত হেৰালা তুমি? আমাৰতো চিন্তাই লাগিছিল। তোমাক নিবলৈ অহা মানুহ লগ পাইছা নে নাই? তেওঁ নহালেকে আমি অলপ ৰম নে কি?"—সম্মুখত বহি অহা মানুহজনে ওপৰা-উপৰিকৈ সুধিলে। ইন্দ্ৰই নালাগে বুলি কোৱাৰ পাছত মানুহজনে ইন্দ্ৰৰ চুলিখিনি হাতেৰে ঠিক কৰি-কৰি ক'লে, "আৰু নাম কৰিব লাগিব। মইতো অসমলৈ গৈয়েই থাকোঁ, খবৰ লৈ থাকিম।"

তাৰ পাছত মানুহজনে মুখখন ইন্দ্ৰৰ ওচৰলৈ আনি মনে-মনে ক'লে, "অনবৰত ইমান মন মাৰি নাথাকিবা। ফূৰ্তি,—ফূৰ্তি কৰি থাকিবা।"

মানুহজনে ডাঙৰকৈ হাঁহিলে, তাৰ পাছত তেওঁ মাটিত থোৱা বাকচটো তুলি লৈ গুচি গ'ল।

প্ৰিয়তোষ বাবুৱে নিজেই ইন্দ্ৰক ঠিক বিচাৰি উলিয়ালে। কেইমুহূৰ্তমান ইন্দ্ৰৰ মুখলৈ চাই থাকি তেওঁ সুধিলে, "ইন্দ্ৰ?"

ইন্দ্ৰই মূৰ দুপিয়ালে।

হাঁহি এটা মাৰি প্ৰিয়তোষ বাবুৱে সুধিলে "ঠিকে-ঠিকে আহিলাতো? মাল-পত্ৰ চব ঠিকে আছে? ঘৰ বেছি দূৰ নহয়, এমাইলৰো কম; খোজ কাঢ়ি যাব পাৰিবা?"

ইন্দ্ৰই ক'লে, "পাৰিম।"

মানুহ এটাৰ মূৰত ট্ৰাংক-বিছনা আৰু চুটকেছটো দি, টোপো-লাটো প্ৰিয়তোষ বাবুৱে নিজেই লৈ ক'লে, "আহাঁ।"

ইন্দ্ৰই প্ৰিয়তোষ বাবুৰ গাতে লাগি থকাৰ নিচিনাকৈ খোজ কাঢ়িলে। ষ্টেছনৰ পৰা বহল ৰাস্তাটোলৈ ওলোৱাৰ পাছত তাৰ মূৰ তুলি চাৰিওফালে চাবলৈ মন গ'ল। কিন্তু কেনেবাকৈ প্ৰিয়তোষ বাবু আঁতৰি যায় বুলি সি তেওঁৰ ওপৰতে চকু ৰাখিলে। দুদিন ধৰি ৰেলত শুনি অহা সেই শব্দবোৰ আৰু বেছি ডাঙৰ হৈ তাৰ চাৰিওফালে বিয়পি পৰিছিল। ট্ৰাংক-বিছনা কঢ়িওৱা মানুহটোৱে বৰ বেগ দিছিল, গতিকে প্ৰিয়তোষ বাবুৱেও। ইন্দ্ৰৰ গাত বাটৰ মানুহৰ খুন্দা লাগিছিল, সি উজুতি খাইছিল, ওখ-চাপৰ ঠাইত ভৰি পৰি মানুহৰ গাতে পৰোঁ-পৰোঁ হৈছিল। প্ৰিয়তোষ বাবুৱে এবাৰ খালী হাতখনেৰে তাৰ হাতত ধৰি লৈছিল।

ডাঙৰ ৰাস্তাটো এৰি এঠাইত সিহঁত এটা ঠেক ৰাস্তাত সোমাল; কিছুদূৰ গৈ তাতোকৈ ঠেক ৰাস্তা এটাত। ট্ৰাংক-চুটকেছ নিয়া মানুহটো এইবাৰ পিছ পৰিল। ইন্দ্ৰৰ খোজ কাঢ়ি ভাল লাগিল। ছিমেন্ট খহি ইটাবোৰ ওলাই থকা দেৱাল এখনৰ কাষৰ একেবাৰে ঠেক বাট এটাইদি অলপ দূৰ যোৱাৰ পাছত শকত-আৱত মানুহ এজনে প্ৰিয়তোষ বাবুক সুধিলে, "পালে?"

"পালোঁ।"—প্ৰিয়তোষ বাবুৱে উত্তৰ দিলে। দুটা ঘৰৰ মাজেদি অলপ দূৰ আগ বাঢ়ি প্ৰিয়তোষ বাবুৱে ওপৰলৈ চালে। ওপৰ মহলাৰ বাৰাণ্ডাৰ ৰেলিঙত ভৰ দি এজনী বয়সীয়া মানুহ আৰু দুজনী ছোৱা-লীয়ে তললৈ চাই আছিল। ডাঙৰ ছোৱালীজনীয়ে নামি আহি তলৰ কাঠৰ দুৱাৰ এখন খুলি দিলে। ভিতৰখন আন্ধাৰ। প্ৰিয়তোষ বাবুৰ পিছে-পিছে ইন্দ্ৰই আন্দাজ কৰি-কৰি ছিৰিত ভৰি পেলালে। ছিৰিটো য'ত শেষ হ'ল, তাৰ ওচৰতে প্ৰিয়তোষ বাবুৱে মানুহটোক ট্ৰাংক-বিছনা নমাবলৈ ক'লে। ছোৱালীজনীয়ে ওচৰৰ কোঠালিটোৰ দুৱাৰখনো খুলি দিলে। সেইখিনিতে কেইযোৰমান জোতা-মোজা

আছিল ; প্ৰিয়তোষ বাবুৱে পিন্ধি থকা হেণ্ডেলযোৰ তাতে খুলি থলে। ইন্দ্ৰক ভিতৰলৈ মাতি তেওঁ নিজে সোমাই গ'ল। এক মুহূৰ্ত কিবা এটা চিন্তা কৰি ইন্দ্ৰ ই জোতাযোৰ খুলিলে ; তাৰ পাছত সিও সোমাই গ'ল।

"বহা বহা।" প্ৰিয়তোষ বাবুৰ মাতটো ডাঙৰ আৰু খোলা হৈ গ'ল। মিচিগুত কথা কোৱাৰ সুৰেৰে তেওঁ কৈ গ'ল, "এওঁ হ'ল তোমাৰ চবৰে গাৰ্জেন। দাদাই যে কেতিয়াবা কাৰোবাৰ হাতত অসমৰ আনাৰছ পঠিয়ায়, চব এওঁ খায়। আৰু এই হ'ল তোমাৰ বাইদেৱেৰা—চিন্ময়ী ; কলেজলৈ ঠিক মতে অহা-যোৱা কৰি থাকে, মাছুল-তাছুলো ঠিক মতে দি থাকে, পঢ়া-শুনা কেতিয়াবাই বাদ দিলে। ৰন্ধা-বঢ়া মাকতকৈ অলপ ভাল কৰে। আৰু এইজনী তোমাৰ ভনী ৰেবা,—ক্লাছ এইটত পঢ়ে, ঘৰত ৰন্ধা পায়স-পৰ্ব-মান্নতকৈ ৰাস্তাৰ কিনাৰৰ ভজাবুট খাবলৈ বেছি ভাল পায় ; ৰাতি পঢ়াখিনি ৰাতিপুৱা পুৰাপুৰি পাহৰি যায় ; ভজন শিকে, চবকে গালি পাৰে আৰু নিজে গালি পাৰি নিজেই ভেঁ-ভেঁকৈ কান্দে।"

চিন্ময়ী আৰু ৰেবাই ওঁহ-আঁহ কৈ যি পাৰে আপত্তি কৰিলে। সকলোৰে হৈ প্ৰিয়তোষ বাবুৰ ঘৈণীয়েক বনলতাই ডাঙৰকৈ সুধিলে, "তোমাৰ নিজৰ চিনাকিটো নিদিয়া কিয় ?"

"আৰে মোৰ চিনাকি ইন্দ্ৰক দিব লাগে নে কি ? ইন্দ্ৰই মোক তোমালোক চবতকৈ বেছি ভালকৈ চিনি পায়। এই বিৰাট কলিকতা চহৰত মোৰ বাহিৰে ইন্দ্ৰই কাকো চিনিয়েই নাপাইছিল। কি কোৱা ইন্দ্ৰ ? ঠিক আছে। তৰ্ক বাদ দিয়া। গা ধোৱাৰ যোগাৰ কৰা, খোৱাৰ যোগাৰ কৰা, বিছনাৰ যোগাৰ কৰা। খাই-বৈ উঠি তেওঁ অলপ লম্বা হৈ পৰিব ; আৰু তোমালোক চব মনে-মনে থাকিবা। অ', আচল কথাটো কোৱাই নাই। বুইছা ইন্দ্ৰ, ইহঁত দুজনীৰ মাজতে আৰু দুজন মহাপুৰুষ আছে ; ডাঙৰজন,—কলৈ গৈছে সি এতিয়া ?"

বনলতাই নজনাৰ ভংগী কৰিলে।

"এওঁলোকে নাজানে। মই জানো। মিটিং কৰিবলৈ গৈছে। ভলনটিয়াৰ। কিনো কৰা ! মই তাক কওঁ—বোলো যা, দেশ স্বাধীন হ'লে একেবাৰে ফ্ৰি হৈ ঘৰলৈ আহিবি, নাই, সি নুশুনে। সদায় আহিব, খাব, ওলাই যাব, আহিব, শুব ; মিছামিছি খালী অহা-যোৱা। আৰু ইটো,—সূৰ্যোদয় ক্লাবৰ ফুল বেক। তাৰ কাৰণেই আটাইতকৈ বেছি কৰ্ণাৰ আৰু পেনাল্টি হয়।"

বনলতাই ধমকি দিলে, "হব আৰু বলা।"

"বলা। তোমালোক বৈ আছা কাৰণেহে ময়ো বৈ আছোঁ।" —বুলি প্ৰিয়তোষ বাবু কোঠালিটোৰ পৰা ওলাই আহিল।

বনলতাই ইন্দ্ৰক গা ধোৱাৰ ব্যৱস্থাটো দেখুৱাই দিলে। সি গা ধোওঁতে মাক দি পঠিউৱা নতুন চাবোন টুকুৰা বাৰে-বাৰে ক'লা হৈ গ'ল। গা ধুই উঠি নতুন পায়জামা, গেঞ্জি, চোলা পিন্ধি চুলিখিনি আঁচোৰাৰ পাছত তাৰ বৰ ভাগৰ লাগিল। চিত্ৰাই তাক কিবা খাবলৈ মাতিলে, কিন্তু তাৰ বিছনাখন পাৰি বাগৰিবলৈ মন গ'ল।

ডাঙৰ কাঁহী এখনত লুচি, ভাজি, আচাৰ, সৰু সৰু বাটিত দৈ, মিঠাই, এগিলাছ গাখীৰ;—ইন্দ্ৰই খাবলৈ বহি বস্তুবোৰলৈ চালে। প্ৰিয়তোষ বাবুৱে দুৱাৰমুখৰ পৰা ক'লে, "চিন্তা নকৰিবা, খোৱা। আজি প্ৰথম দিন বুলিহে ইমানখিনি খাবলৈ দিছে। দুদিনমানৰ পাছত দেখিবা—ইমানকণ মচুৰ ডাইল ধোৱা গৰম পানী, ইমানকণ তিতা কেৰেলা ভাজি! হোটেলবোৰ আছে কাৰণেহে বাচি থাকিবা।"

খাই উঠি ইন্দ্ৰই তাৰ বিছনাখন খুলিলে। চিত্ৰাই বিছনাখন পাৰি দিলে। কোঠালিটোত থকা ইখন বিছনাত সৰু ভায়েক অপৰেশ—এইষে দেউতাকে ফুটবল খেলে বুলি কৈছিল,—সি শুব; ইন্দ্ৰৰ অসুবিধা হ'বনে কি? —চিত্ৰাই সুধিলে। ইন্দ্ৰই ক'লে,—নহয়।

ট্ৰাংকটো খুলি তাৰ পৰা ইন্দ্ৰই এটা টেমা আৰু এটা লেফাফা উলিয়াই চিত্ৰাৰ হাতত দিলে। —টেমাটোত মাকে প্ৰিয়তোষ বাবুৰ ঘৈণীয়েকলৈ দি পঠিউৱা নাৰিকলৰ লাৰু আৰু লেফাফাটোত পৰিতোষ ছাৰে ভায়েকলৈ লিখা চিঠি এখন।

বিছনাত পৰাৰ পাছত কোঠালিটোৰ বেৰ, খিৰিকি, ছিলিং—এইবোৰ চাই থাকোঁতে ইন্দ্ৰৰ মনলৈ আহিল—ক'ৰ ল'ৰা কেনেকৈ আহি ক'তয়ে শুই আছেহি! তাৰ আগেদি গছ-গছনি, ডাবৰ, পথাৰ, ষ্টেছন কিছুমান পাৰ হৈ গৈ থাকিল; বহু দূৰেদি যোৱা ৰেলৰ শব্দ তাৰ কাণত পৰিল; বিছনাখন লাহে-লাহে লৰি থকা যেন লাগিল। সেই মানুহজনে যে কৈছিল ফূৰ্তি—ফূৰ্তি কৰি থাকিবা, —তেওঁৰ হাঁহি থকা মুখখন যেন কিছুমান ধোঁৱাৰ সিফালে ছেগা-

চোৰোকাকৈ জিলিকি-জিলিকি উঠিল। লাহে-লাহে তাৰ টোপনি আহিল।

তাক যেতিয়া বনলতাই বাহুত ধৰি জোকাৰি-জোকাৰি জগালে, তেতিয়া অবিনাশ আৰু অপৰেশে ৰাতিৰ পঢ়া শেষ কৰি মাকক ভোক লাগিছে ভোক লাগিছে বুলি কৈ আছিল।

ৰাতি বিছনাত পৰি অপৰেশে ইন্দ্ৰক অসমৰ কথা সুধিলে; —ইন্দ্ৰহঁতে জাপানী এৰোপ্লেন দেখিছিল নে কি? সিহঁতে ঘৰত বোমাৰ পৰা বাচিবলৈ ট্ৰেন্স খান্দিছিল নে কি? স্বাধীনতাৰ কাৰণে প্ৰচেছন কৰিছিল নে নাই? ইন্দ্ৰই ফুটবল খেলে নে নেখেলে? তাৰ পাছত অপৰেশে নিজৰ ফুটবল খেলাৰ কথা কবলৈ আৰম্ভ কৰিলে। তাৰ দেউতাকে মুখেৰে বকি থাকে যদিও আচলতে তাক খেলিবলৈ তেওঁ নিজে লগাই দিছে; কিন্তু সি খেলত নাম কৰিব পৰা নাই কাৰণেহে গালি পাবি থাকে। দেউতাকে ঢাকাত থাকোঁতে নিজে প'ষ্ট-অফিছৰ টিমত খেলিছিল।

এসময়ত অপৰেশৰ মুখৰ মাত সৰু, টুকুৰা-টুকুৰ হৈ গ'ল আৰু শেষত নাইকিয়া হৈ গ'ল। দিনত বহু সময় শুলে কাৰণেই নে কি, ইন্দ্ৰৰ টোপনি নাহিল। সি ঢাকাত ফুটবল খেলা প্ৰিয়তোষ বাবুৰ কথা ভাবি থাকিল।

পাছদিনা প্ৰিয়তোষ বাবুৱে আকৌ এবেলা অফিছ ছুটী ললে। ইন্দ্ৰক লগত লৈ বাছত উঠি তেওঁ প্ৰেছিডেন্সি কলেজলৈ গ'ল। বাটত তেওঁ ইন্দ্ৰক ক'লে, "কালি আবেলি তুমি শুই থাকোঁতে মই দাদালৈ টেলিগ্ৰাম কৰি দিলোঁ—তুমি ভালে-ভালে পালাহি বুলি। ঘৰত কাগজ-কলম-প'ষ্টকাৰ্ড-লেফাফা চব যোগাৰ আছে, আজি ৰাতিয়েই ঘৰলৈ চিঠি লিখিবা। কাইলৈ অফিছলৈ যাওঁতে মই লৈ যাম, প'ষ্ট কৰি দিম।—আৰু, এতিয়া প্ৰিন্সিপালৰ ওচৰলৈ যাম নহয়, কোঠালিত সোমায়েই তেখেতক ভৰি চুই প্ৰণাম কৰিবা।"

প্ৰিয়তোষ বাবু আৰু ইন্দ্ৰ প্ৰিন্সিপালৰ কোঠালিত সোমোৱাৰ লগে-লগে প্ৰিন্সিপালে "আহাঁ-আহাঁ-আহাঁ" বুলি হাতৰ কলমটো মেজৰ কাগজৰ ওপৰত থলে। ইন্দ্ৰ সেৱা কৰিবলৈ তেখেতৰ ফালে আগ বাঢ়োঁতে প্ৰিন্সিপাল নিজে উঠি আহিল। ইন্দ্ৰক বাহুত ধৰি তুলি, পোন কৰি লৈ তেখেতে তাক সৰুকৈ জোকাৰ এটা মাৰিলে। তাৰ পাছত মুখত হাঁহি এটা লৈ তেখেতে তাৰ ফালে চাই ৰ'ল।

ইন্দ্ৰৰ মুখখন ভয়, সংকোচ আৰু শ্ৰদ্ধাত শুকান আৰু সৰু হৈ গৈছিল। সি প্ৰিন্সিপাললৈ চালে। মাজেদি সেওঁতা ফুলা চুলি; গোঁফযোৰৰ কিছুমান চুলি পকিছে; হাহোঁতে চকু দুটা সৰু হৈ গৈছে; সোণালী শিকলি লগোৱা যোৰ-বুতাম এটা ডিঙিৰ ওচৰত, পাঞ্জাবীত জিলিকি আছে।

প্ৰিন্সিপালে তাক অকণমান গাৰ ফালে টানি নি ক'লে, "নাইন্থ্ হ'লে নচলিব। আৰু ভাল কৰিব লাগিব।" উভতি গৈ চকীত বহি তেখেতে আকৌ ক'লে, "মাজে-মাজে মোক দেখা কৰি থাকিবা। কিবা অসুবিধা হ'লে ক্লাছৰ প্ৰফেছৰক কবা।"

শেষৰ কথাষাৰ কওঁতে তেখেতৰ মুখত হাঁহি নাছিল; কথাষাৰ হুকুমৰ নিচিনা শুনা গৈছিল।

প্ৰিয়তোষ বাবুৱে ইন্দ্ৰক কলেজখন দেখুৱালে, জগদীশ চন্দ্ৰ বসুৱে কোনটো ঘৰত কাম কৰিছিল—দেখুৱালে অফিছৰ কেৰাণী এজনৰ লগত চিনাকি কৰি দিলে; বিনন্দ ৰায় নামৰ চিনাকি প্ৰফেছৰ এজন আছে,—তেওঁক বিচাৰিলে, নাপালে। নাম লগোৱাৰ সকলো কথা ঠিক-ঠাক কৰি প্ৰিয়তোষ বাবু ইন্দ্ৰক লগত লৈ কলেজৰ পৰা ওলাই আহিল। পুখুৰীটোৰ পাৰৰ বাটেদি কিছুদূৰ খোজ কাঢ়ি তেওঁ মিঠাইৰ দোকান এখনত সোমাল। মাটিৰ চৰু এটাত এচৰু লালমোহন কিনি তেওঁ আকৌ খোঁজ কাঢ়োঁতে গোপন কথা কোৱাৰ সুৰত ইন্দ্ৰক ক'লে, "ঘৰত কি বুলি কমগৈ জানা? কম,—তুমি প্ৰথম কলেজত ভৰি দিয়াৰ কাৰণে এয়া মিঠাই আনিলোঁ। মই মিঠাই খাবলৈ বৰ ভাল পাওঁ বুইছা। কিন্তু খুড়ীয়েৰাই চাবাচোন—মোক মিঠাই এটা দিয়াৰ আগতে কিমান তালি-ভুলি কৰে! ক'ৰ বেটা ডাক্তৰ এটাই কি কৈ গ'ল,—তেতিয়াৰ পৰাই মনুহজনীয়ে—পাৰিলেতো চব মিঠাইৰ দোকান বন্ধই কৰি দিয়ে! মযো নেৰোঁ নহয়। কিয় এৰিম? কিবা এটা চেলু উলিয়াই মিঠাই ঘৰলৈ নিয়েই থাকোঁ। বেছিকৈ নি থাকিলে অলপতো খাবলৈ পামেই! মোক একেবাৰে নিদিয়াকৈতো খাব নোৱাৰে!"

তাৰ পাছত তেওঁ গহীন হৈ ক'লে, "হয়, পিছে এটা কথা ঠিক। মই লুকুৱাই, তেওঁ কব নোৱৰাকৈ বাহিৰত কেতিয়াও মিঠাই নাখাওঁ। আনকি অফিছতো চিনি দিয়া চাহেই নাখাওঁ। ইচ্ছা কৰা হ'লেতো মই হোটেলত বহি সদায় হেঁপাহ পলুৱাই মিঠাই খাব পৰিলোঁহেঁতেন!"

গধূলি প্ৰিয়তোষ বাবুৱে ইন্দ্ৰৰ কোঠালিৰ দুৱাৰৰ ফাঁকেদি মূৰটো আগুৱাই দি ইন্দ্ৰক ক'লে, "চিঠি লিখা। ঘৰলৈ চিঠি লিখা। এইটো প্ৰথম কাম। জৰুৰী।"

সমুখত কাগজ, হাতত কলম লৈ ইন্দ্ৰ অলপ পৰ বহি ৰ'ল। তাৰ পাছত সি লাহে-লাহে লিখিলে,—পূজনীয়—।

তাৰ পাছত সি বৈ গ'ল। বহুত পৰ বাওঁহাতৰ আঙুলিৰে কপালৰ আগৰ চুলি কেইডালমান অকাই-পকাই সি কাগজখনলৈ চাই ৰ'ল। তাৰ পাছত সি শব্দটোৰ শেষত আ-কাৰ এডাল লগালে। পূজনীয়া। সি আকৌ বৈ গ'ল। অলপপৰৰ পাছত লিখিলে—মা।

অলপ পৰ বৈ থাকি সি শব্দ দুটা কাটিলে। শব্দ দুটাৰ তলেদি কাগজখন ভাঁজ কৰি সি সেইকণ ফালি পেলালে। অলপ পাছত সি ব'গা কাগজখনত আকৌ আৰম্ভ কৰিলে—পূজনীয় দেউতা।

ইন্দ্ৰই খিৰিকিয়েদি বাহিৰলৈ চালে। গলিটোৰ সিপাৰে এটা তিনিমহলীয়া ঘৰ। কোঠালিবোৰ পোহৰ হৈ আছে। দুমহলাত থকা এটা পাগঘৰৰ ভিতৰখন খিৰিকিয়েদি দেখি থাকি। শকত মানুহ এজনীয়ে কিবা কৰি আছে। এবাৰ মানুহজনী বহিল, নেদেখা হৈ গ'ল। তিনিমহলাৰ বাৰাণ্ডাৰ ৰেলিঙত ভৰ দি ছোৱালী এজনী থিয় হৈ আছে। তাইৰ পিছফালে দুৱাৰখন খোলা; কোঠালিৰ ভিতৰখন পোহৰ; ছোৱালীজনীক ক'লা মূৰ্তি এটাৰ নিচিনা দেখা গৈছিল।

সেইফালে চাই থাকোঁতে সিহঁতৰ ঘৰখন,—আগফাল, পিছফাল, দুৱাৰ, বাৰাণ্ডা, বিছনাবোৰ—সকলো ইন্দ্ৰৰ চকুৰ আগলৈ আহিল। দীন, ৰমা, মণি,—এতিয়া চাগে সিহঁতে কিতাপ মেলি লৈছে। হঠাতে ইন্দ্ৰৰ দীনক বৰ অকলশৰীয়া-অকলশৰীয়া লাগিল। সি অনবৰতে কথা পাতি থাকিবলৈ ভাল পায়। ইন্দ্ৰই মানা কৰিলেও অলপ পাছতে সি আৰম্ভ কৰে, "বুইছ দাদা কালি—"

সি এতিয়া কাৰ লগত কথা পাতিব চাগে?

চিঠিখন কালৈ লিখিব তাকে ভাবি ইন্দ্ৰই কষ্ট পাইছিল; এইবাৰ যেন সি সমাধান এটা পাই গ'ল। নতুন কাগজ এখনত সি আৰম্ভ কৰিলে,—মৰমৰ দীন—।

তাৰ জলক-তবক লাগিল। আখৰ কেইটা সি কঁপি থকা যেন দেখিলে। সি বৈ গ'ল।

গলিৰ সিফালৰ পাগঘৰটোত গামোছা পিন্ধা, খালী গাৰ, ক'লা মানুহ এটাই কাম কৰিবলৈ লৈছে। ওপৰৰ বাৰাণ্ডাত ছোৱালীজনী নাই। অলপ দূৰত বুঢ়ী মানুহ এজনীয়ে বিচনী মাৰি আছে।

ওপৰৰ কাগজকণ ফালি পেলাব পৰাকৈ ঠাই ৰাখি ইন্দ্ৰই এইবাৰ লিখিলে, পূজনীয় দেউতা। আগৰ কাগজখনব কথা সি পাহৰি গ'ল। তাৰ পাছত সি কলমটো বন্ধ কৰি থৈ বিছনাখনলৈ আহিল। চিত হৈ পৰি সি চকু মুদিলে।

আধা ঘন্টা মানৰ পাছত গাখীৰ এগিলাছ হাতত লৈ চিত্ৰা কোঠালিটোলৈ আহিল। ইন্দ্ৰৰ টোপনি। মেজত গাখীৰ গিলাছ থৈ চিত্ৰাই ইন্দ্ৰৰ মুখখনলৈ চালে। তাইৰ তাক মাতিবলৈ মন নগ'ল। তাই মেজৰ কাগজখিনিলৈ চালে। পূজনীয় দেউতা,—মৰমৰ দীন। চিত্ৰাই সৰু টুকুৰাটো হাতলৈ ললে।—পূজনীয়া মা——।

চিত্ৰা অলপপৰ নিঃশব্দে থিয় হৈ ৰ'ল। বৰদেউতাকে ইন্দ্ৰৰ হাতত দি পঠিউৱা ছয় পৃষ্ঠাৰ চিঠিখন কালি ৰাতি দেউতাকে পঢ়িছিল, মাকে পঢ়িছিল, আৰু পাছত ৰাতি বিছনাত তায়ো পঢ়িছিল। চিঠিখনত কেৱল ইন্দ্ৰৰ কথা। বহুত কথা। চিঠিখন পঢ়ি মাক দেউতাক বহুতপৰ মনে-মনে বহি আছিল। বিছনাত চিত্ৰা বহুতপৰলৈ সাৰে আছিল।

মনে-মনে কোঠালিটোৰ পৰা ওলাই আহি চিত্ৰা বাৰাণ্ডাত এক মুহূৰ্ত থিয় হৈ ৰ'ল, তাৰ পাছত তাই দেউতাকৰ ওচৰলৈ গ'ল। অইন দুটা-এটা কথাৰ পাছত তাই দেউতাকক সুধিলে, "দেউতা মানে কি বাবা?"

প্ৰিয়তোষ বাবুৱে "দেউতা?" বুলি চিত্ৰাৰ মুখলৈ চালে। তাৰ পাছত তেওঁ বিজ্ঞৰ নিচিনাকৈ গহীন মাতেৰে ক'লে, "দেবতা। মানে বাবা। মই যেতিয়া গোলোকগঞ্জত চাকৰি কৰিছিলোঁ, তেতিয়াই এইটো জানিছিলোঁ। দেবতা—দেউতা। বৰ মধুৰ শব্দ। ইন্দ্ৰই চিঠি লিখিছে হবলা?"

চিত্ৰাই ক'লে, "আৰম্ভ কৰিছে। এতিয়া সি শুইছে।"

"শুইছে? কি শুইছে অ'?" প্ৰিয়তোষ বাবু তৎক্ষণাত থিয়

হ'লে। "এতিয়া শোৱাৰ সময় নে কি? মই তাক কলোঁ চিঠি লিখিবলৈ—" বুলি তেওঁ ইন্দ্ৰৰ কোঠালিৰ ফালে খোজ দিলে। চিন্নাই—"শুনা বাবা, বাবা—" বুলি চিঞৰিলে, তেওঁ ভ্ৰুক্ষেপেই নকৰিলে। ইন্দ্ৰৰ কোঠালিত সোমাই তেওঁ উৎকণ্ঠাৰ সুৰেৰে সুধিলে,—কি? তোমাৰ গা বেয়া লাগিছেনে কি?—তেনেহলে?

তাৰ পাছত তেওঁৰ মাত গহীন হৈ গ'ল। "শুনা ইন্দ্ৰ, কালি জাৰ্ণি কৰি আহিছিলা কাৰণে কনছেছন দিছিলোঁ। কিন্তু এই ঘৰত ৰাতি দহ বজাৰ আগতে টোপনি যোৱাটো নচলিব। যোৱা, চকু-মুখত পানী মাৰি আহাগৈ, আহি চিঠি কমপ্লিট কৰা।"

প্ৰিয়তোষ বাবু ওলাই যোৱাৰ লগে-লগে ইন্দ্ৰৰ ঘপকৈ পূজনীয় দেউতা বুলি লিখি থোৱা কাগজখন আগলৈ ললে আৰু খৰখৰকৈ লিখি যাবলৈ ধৰিলে। সি দেউতাকক সেৱা লবলৈ ক'লে, মাক আৰু মাহীয়েকক সেৱা, আৰু দীনহঁত সকলোকে মৰম জনাবলৈ ক'লে। তাৰ পাছত তাৰ কলম পৰীক্ষা ঘৰত চলাৰ নিচিনাকৈ চলিবলৈ ধৰিলে। সি কেৱল প্ৰিয়তোষ বাবুৰ কথাকে লিখি গ'ল। যেন প্ৰশ্নটো আছিল,—ষ্টেচনত লগ পোৱাৰ পৰা এতিয়ালৈকে প্ৰিয়তোষ বাবুৱে কি কি কৰিলে, কি কি ক'লে—বহলাই লিখা?—ঢাকাত প'ষ্ট অফিছৰ টিমত ফুটবল খেলিছিল, এতিয়া পুতেক অপৰেশক ফুটবলত লগাইছে, মিঠাই খাই বৰ ভাল পায়; গোটেই মহা-নগৰখনত মিঠাই সিচঁৰতি হৈ থাকে, কিন্তু খুড়ীক নেদেখুৱাকৈ কেতিয়াও নাখায়; অসমৰ পৰা ছাৰে পঠিউৱা আনাৰছ চব খুড়ীয়ে খায় বুলি কৈ তেওঁ আনন্দ কৰে;—অলপ আগতে তেওঁ ইন্দ্ৰক চকু-মুখত পানী চটিয়াবলৈ হুকুম দি গ'ল—। চাৰে পাঁচ পৃষ্ঠাৰ চিঠি।

শেষত সি লিখিলে—আজি মালৈ বেলেগে চিঠি লিখা নাই। এইখন চিঠিকে মাকো দেখুৱাব। আজিয়েই দেখুৱাব।

## ধৈৰ্য্য

ভায়েকৰ পৰা গোৱা টেলিগ্ৰামখন পৰিতোষ মাষ্টৰে লৰালৰিকৈ মেনকাক দেখুৱাইছিলগৈ; তাৰ পাছত মহীকান্তকো। মহীকান্তই টেলিগ্ৰামখন ৰাখিয়েই থৈছিল। পৰিতোষ মাষ্টৰ যোৱাৰ পাছত সি সেইখন লুটিয়াই-বগৰাই অদৰকাৰী কথাবোৰো পঢ়িবলৈ চেষ্টা কৰিছিল।

তাৰ পাছদিনাৰ পাছদিনা মহীকান্ত ৰাতিপুৱাই মাষ্টৰৰ ঘৰলৈ আহিল—কলিকতাৰ পৰা কিবা খবৰ আহিছেনে কি সুধিবলৈ। নাই অহা বুলি কৈ লগতে মাষ্টৰে মহীকান্তক ক'লে,—কালি মেনকায়ো দীনক পঠিয়াইছিল, —একেটা খবৰকে লবলৈ।

তাৰ দুদিনৰ পাছত ডাকঘৰৰ পিয়নক কলঘৰৰ চৌহদলৈ সোমাই অহা দেখিয়েই মহীকান্ত প্ৰায় দৌৰি আগুৱাই গ'ল; পিয়নটোৰ হাতৰ পৰা চিঠিখন থাপ মাৰি লোৱাদি ললে আৰু সেইখিনিতে, চোকা ৰ'দত থিয় হৈ, লেফাফাটো খুলি চিঠিখন পঢ়িবলৈ ললে।

পঢ়া শেষ হোৱাৰ পাছত সি তাৰ বহা কোঠালিটোলৈ আহিল। বাটতে মদনে সুধিলে, "কাৰ চিঠি ককাইটি? ইন্দ্ৰৰ নেকি?"

মহীকান্তই মূৰ দুপিয়ালে।

নিজৰ কোঠালিটোত সোমাই সি ৰুমালেৰে ডিঙি, মুখ, কপাল মচিলে; তাৰ পাছত আকৌ চিঠিখনৰ পাত তিনিটা লুটিয়াই-বগৰাই চালে।

কি চিঠি এইখন? তাৰ নিজৰ কথা একো নাই, ইমান দূৰত অকলে থাকি কেনেকুৱা লাগিছে সেইবোৰ একো নাই, খালী ক'ৰ এক প্ৰিয়তোষ খুড়াৰ কথা!

দুঘন্টামানৰ পাছত মহীকান্তই চিঠিখন আকৌ এবাৰ পঢ়িলে,—যেন ইন্দ্ৰৰ হাতৰ আখৰবোৰ চাই থকাৰ মোহত। এইবাৰ তাৰ চকুৰ আগতে প্ৰিয়তোষ নামৰ মানুহ এজনক দেখা-দেখা যেন

লাগিল,—মানুহজনে মিঠাই এটা খাব খুজিছে, ঘৈণীয়েকে কৈছে,—খবৰদাৰ। ইন্দুৰ টোপনি ধৰিছে, মানুহজনে কৈছে—খবৰদাৰ, এইখন ঘৰত দহ বজাৰ আগতে শোৱাটো নচলিব।

মহীকান্তৰ লাহে-লাহে খং উঠি আহিল। এইবোৰ কৰাৰ মানে কি? এইবোৰ কথা লিখাৰ তাৰ দৰকাৰ কি? চিঠিখন জাপি আকৌ লেফাফাত ভৰাই সি লেফাফাটো মেজলৈ দলি মাৰি দিলে। তাৰ খংটো বেছি হৈ আহিল। এসময়ত সি কোঠালিটোৰ পৰা ওলায়েই আহিল।

আবেলি পৰত দেউকিলালে কোঠালিটোৰ খিৰিকি বন্ধ কৰিছিল। সেই সময়তে মহীকান্ত সোমাই আহিল। মেজৰ পৰা লেফাফাটো লৈ সি সেইটো ফালি দুটুকুৰা কৰিলে, মোহাৰি-মোহাৰি চুক এটালৈ দলিয়াই দিলে আৰু ওলাই গ'ল।

দেউকিলালে টুপলিটো বুটলি নি মদনক দেখুৱালে। মদনে আথেবেথে কাগজখিনি গোন কৰিলে। ভালকৈ পঢ়িব পৰা হৈ আছে। সি লৰালৰিকৈ মেনকাৰ ওচৰ পালেগৈ।

মেজৰ ওপৰত কাগজ দুফাল থৈ, দুই হাতেৰে যোৰাটো মিলাই ধৰি থাকি দীনই ডাঙৰ-ডাঙৰকৈ চিঠিখন পঢ়িলে। মেনকা, ৰমা, মণি, ধ্ৰুব, ৰাধা এটাইখনে তিনিও ফালৰ পৰা তাক হেঁচা মাৰি ধৰি থাকিল। দীনই পঢ়ি শেষ কৰাৰ পাছত ৰমাই সুধিলে, "প্ৰিয়তোষ খুড়া বৰ খঙাল নে কি?"

দীনই বুজালে,—খঙাল নহয়, মানে চবকে ঠিক কৰি ৰাখে আৰু।

মেনকা মনে-মনে আঁতৰি গ'ল।

তাৰ পাছত বাকীবোৰে ইন্দ্ৰই লিখা কথাবোৰ কৰবাতে এৰি সিহঁতে আন যাৰ কথা যিমান শুনিছিল সেই এটাইবোৰ প্ৰিয়তোষ খুড়া নামৰ মানুহ এজনৰ গাত জাপিবলৈ ধৰিলে।—গা ধোৱাৰ আগতে চাগে বাটি এটাত খোৱাতেল লৈ দুইটা নাকত উজুৱায়; শুলে চাগে নাকৰ পৰা ঘৰ-ঘৰ শব্দ হয়; ৰাতিপুৱা চাগে খালী পেটতে চিৰতা-পানী খায় আৰু তিনিঘৰলৈ শুনাকৈ গাউককৈ উগাৰ মাৰে।

মেনকাই ৰাতি শোওঁতে চিঠিখন হাতত ললে, কিন্তু সেইখন আগৰপৰা পুৰিলৈকে পঢ়াৰ তাইৰ কোনো আগ্ৰহ নহ'ল। সেই

যে এদিন ইন্দ্ৰই কৈছিল—"মোৰ ইয়াৰ পৰা কৰবালৈ যাবলৈ মন গৈছে" বুলি, সেইযে কৈছিল—"মই ইমানবোৰ কথা জানো" বুলি, সেই তেতিয়াৰে পৰা মেনকাৰ মনটো এক আচৰিত ধৰণৰ ভয়ত কোঁচ খাই গৈছিল। ইন্দ্ৰ আঁতৰলৈ যোৱাৰ কষ্টটো কেনেকৈ সহ্য কৰিব, তাকে ভাবিয়েই মেনকা ভিতৰি-ভিতৰি অস্থিৰ হৈ আছিল; ঠিক তেতিয়াই সি তাইক এনেকৈ জোকাঁৰি দিলে যে কোনটো কষ্ট, কোনটো চিন্তা ডাঙৰ আজি তাই ধৰিব পৰা নাই। সি কি জানে, তাকো যদি তাই জানিলেহেঁতেন! "তইনো কি জান?" বুলি তাক সুধিবলৈ যদি মেনকাৰ সাহ হলহেঁতেন!

তথাপি তাই মনক বুজাই আছিল—নহয় নহয়, কথাবোৰ তাই যেনেকুৱা বুলি ভাবিছে, আচলতে তেনেকুৱা নহয়; সি নিশ্চয় অইন কিহবাৰহে কথা কৈছিল।

কিন্তু আজিৰ এই চিঠিখন দেখি মেনকাৰ মনটো আৰু কোঁচ খাই গ'ল। চিঠিখনত মেনকাৰ পোনে-পোনে ভয় কৰিবলগীয়া একো নাই, কিন্তু ঘৰৰ পৰা বহুত দূৰলৈ আঁতৰি গৈ এটা ল'ৰাই বাপেকলৈ লিখা প্ৰথম চিঠিখন এনেকুৱা নহয়;—সেইটোৱেই ভয়ৰ কাৰণ। আৰু সি মাকলৈ চিঠি এখন নিলিখিলে কিয়? নহয়, ভালেই হৈছে। মেনকাৰ ইন্দ্ৰৰ চিঠিলৈ ভয়ো লাগিল।

কিন্তু অলপ সময়ৰ পাছতে তাইৰ এই মুহূৰ্ততে ইন্দ্ৰৰ ওচৰলৈ উৰি যাবলৈ মন গ'ল। কাইলৈকে তাক ঘৰলৈ মাতি পঠিয়াবৰ মন গ'ল।

পাছদিনা পিয়নে মেনকাহঁতৰ ঘৰত চিঠি এখন দি গ'ল। আগফালৰ পৰা আনি ৰাধাই চিঠিখন আগবঢ়াই দিওঁতে মেনকাই ভয়ে-ভয়ে চিঠিখনলৈ চালে। চিঠিখন হাতত লৈ তাই ইন্দ্ৰৰ হাতৰ আখৰ চিনি পালে। ভিতৰলৈ সোমাই গৈ তাই অকণমান সময় থিয় হৈ ৰ'ল। ভিতৰত বা কি ওলায়! তেনেকৈ থাকোঁতে এটা আচৰিত ধৰণৰ শক্তিয়ে মেনকাৰ মনত খুন্দা মাৰিলে। কিয় তাই ভয় কৰিছে? কালৈ ভয় কৰিছে? তাইতো কেতিয়াও এনেকৈ ভয় খোৱা নাই! ছিঃ! মেনকাৰ নিজকে ধিক্কাৰ দিবলৈ মন গ'ল।

লেফাফাটোৰ এটা মূৰ তাই একে আঁজোৰে ফালি পেলালে। ভিতৰৰ চিঠিখনৰো এটা চুক ফটা গ'ল।

বিশেষ একো নাই। সেৱা-মৰম ভাগে-ভাগে জনোৱাৰ পাছত

ইন্দ্ৰই লিখিছে,—সি ভালে আছে, একো অসুবিধা হোৱা নাই, মোৰ ভাবিথে কলেজত নাম লগাব, তাৰ আগতেই সি পঢ়া-শুনা আৰম্ভ কৰিব, তাৰ কাৰণে ঘৰত কোনও চিন্তা কৰিব নালাগে, দীনই মন দি পঢ়িব লাগে।

সন্ধিয়া মেনকাই চিঠিখন দীনৰ হাতত মহীকান্তলৈ পঠিয়াই দিলে।

"কি ?" মহীকান্তই দীনৰ হাতখনলৈ চাই সুধিলে।

"দাদাৰ চিঠি। আজি আহিছে।"

"লৈ যা। নপঢ়োঁ!" মহীকান্তই চিঞৰ মাৰি ক'লে।

কি কৰিব ভাবি ঠিক কৰিব নোৱাৰি দীন অলপ সময় থিয় হৈ ৰ'ল, তাৰ পাছত ঘূৰিল। মহীকান্তই আকৌ জোৰেৰে চিঞৰি ক'লে "আৰু তালৈ লিখি দিবি—মই ঘৈণীৰ পাৰ্মিছন লৈ মিঠাই খোৱা মানুহ নহওঁ। মই পোন্ধ মৰা মতা মানুহ।"

তাৰ পাছত মহীকান্তই সৰু মাতেৰে নিজকে কোৱাৰ নিচিনাকৈ ক'লে, "মোক ৰামায়ণ পঢ়ি শুনাবলৈ আহিছে!"

দীন চিঠিখন লৈ উভতি আহিল। মেনকাই তাক সেই ৰাতিয়েই ইন্দ্ৰলৈ চিঠি লিখিবলৈ ক'লে। সি লিখিলে—ঘৰৰ কথা, চুবুৰীৰ কথা স্কুলৰ কথা,—যি মনলৈ আহিল তাকে লিখিলে। মাহী এতিয়াও সেই আগৰ নিচিনা হোৱা নাই; তেওঁ বেছিভাগ সময় মনে মনে বহি থাকে। ধানকলত কাম কৰা মানুহ এটাই ৰাধাক বিয়া কৰাব বুলি কৈছে। মাষ্টৰে ক্লাছত প্ৰায়েই ইন্দ্ৰৰ কথা কয়।—

তাৰ পাছত দীনই দেউতাকে গধূলি পৰত কোৱা কথা কেইষাৰো,—ঠিক যেনেকৈ কৈছিল তেনেকৈয়ে লিখিলে। এবাৰ সি ভাবিছিল,—এইবোৰ ইন্দ্ৰক জনাব নালাগেই নে কি? কিন্তু সি ইন্দ্ৰৰ স্বভাৱটো জানে। এইবোৰ লুকঢাক ইন্দ্ৰই ভাল নাপায়। দীনই কিবা কথা তাৰ পৰা লুকুৱাইছিল বুলি জানিলে পাছত সি বেয়া পাব।

চিঠিখন মাকৰ হাতত দি দীনই হাঁহি-হাঁহি সুধিলে, "তই নিলিখ ?"

সি কিয় হাঁহিলে সেইটো মেনকায়ো বুজিলে। তাইৰ হাতৰ আখৰৰ চেহেৰা, এটা বাক্য লিখিবলৈ তাইৰ কিমান সময় লাগে,

এইবোৰ ঘৰখনত জনাজাত কথা। তাই "চাওঁচোন" বুলি কৈ থলে। ভাত খাই উঠি তাই দীনৰ চিঠিখন পঢ়িলে। সি কিবা নিলিখিবলগীয়া কথা লিখিছে বুলি তাইৰ ভাব নহল। তাৰ পাছত তাই নিজে এখন চিঠি লিখিবলৈ বহিল। এটা পাতৰ এপিঠি শেষ নহওঁতেই চিঠিখন শেষ হ'ল। মূল কথা এটা —মই তোক কেনেকৈ ডাওৰ কৰিলোঁ, সেইবোৰ কথা তই নাপাহৰিবি।

# পোন্ধৰ

অপৰেশৰ যিদিনা খেলিবলগীয়া নাথাকে, চাবলগীয়া খেল নাথাকে, তেনেকুৱা দিনত আবেলি সি ইন্দ্ৰক ঠাই দেখুৱাবলৈ নিলে। চৌৰংগী, ডেলহাউছি স্কোৱাৰ, অক্টাৰলনি মনুমেন্ট—। ঘৰ-দুৱাৰ, পানী, পোহৰ, অজস্ৰ মানুহ,—সেইবোৰৰ মাজত মাজে-মাজে ইন্দ্ৰই নিজকে পাহৰি গ'ল। সি চাৰিওফালে যি দেখিলে, থকাৰ ভিতৰত যেন কেৱল সেইবোৰহে আছে। সি হাঁহিলে, অবাক হ'ল, 'বা'—বুলি মুখ মেলি একালে চাই ৰল, মাজে-মাজে বেগ দিলে, মাজে-মাজে একে ঠাইতে থিয় হৈ ৰ'ল।

মাজে-মাজে সি লেটাৰ মাজৰ পলু্ৰ নিচিনাকৈ নিজৰ মনটোৰ ভিতৰতে সোমাই থাকিল। যেন তাৰ বাহিৰে ক'তো আৰু কোনো নাই, একো নাই।

এদিন চিন্নায়ো তাক ওচৰৰ পাৰ্ক এখনলৈ ফুৰাবলৈ নিলে। পাৰ্কৰ বেঞ্চ এখনত বহি—এই দালানবোৰ কিমান পুৰণি, বৃটিছ কেতিয়া যাব, জোড়াসাঁকো কোন ফালে,—বহুত কথা পাতি এসময়ত ইন্দ্ৰ মনে-মনে বহি ৰ'ল। চিন্নাই সুধিলে, "কি হ'ল?"

ইন্দ্ৰই ক'লে, "নাই, একো নাই হোৱা।"

অলপ সময় মনে-মনে থাকি সি আকৌ ক'লে, "বুইছা বাইদেউ, এই মানুহবিলাকে ইমান দৌৰা-দৌৰি কৰি থকা দেখিলে মাজে-মাজে মোৰ নিজকে লেঙেৰা-লেঙেৰা লাগে। মই যেন ভালকৈ খোজ কাঢ়িবলৈ নিশিকিলোঁৱেই!"

চিন্নাই অবাক হৈ ইন্দ্ৰৰ মুখলৈ চালে। তাইৰ এনেকুৱা লাগিল যেন ইন্দ্ৰৰ সলনি বহুত ডাঙৰ কোনোবা মানুহ এটাইহে কথাষাৰ কৈছে। অলপ সময় চাই থাকি তাই ক'লে, "বলা ঘৰলৈ যাওঁ।" তাইৰ ভয়-ভয় লাগিল। বাটত তাই এবাৰ লাহেকৈ সুধিলে, "তুমি কিবা চিন্তা কৰি থাকা?"

"ক'তা? নকৰোঁতো!" ইন্দ্ৰই হাঁহিবলৈ চেষ্টা কৰি ক'লে।

ৰাতি ইন্দ্ৰই মাকৰ চিঠিখনৰ উত্তৰ লিখিলে।

মা, তই মোক কেনেকৈ ডাঙৰ কৰিলি সেইবোৰ নাপাহৰিবলৈ কৈছ। পাহৰিম কি,—অলপ বেছি সময়ৰ কাৰণেও সেইবোৰ কথা মোৰ মনৰ পৰা আঁতৰি নাথাকে। তই মোক কেনেকৈ ডাঙৰ কৰিলি, সেইবোৰ কথা তয়ো জান। কিন্তু মই কেনেকৈ ডাঙৰ হলোঁ, সেইবোৰ কথা তয়ো নাজান। সেইবোৰ কথা নাভাবিবলৈ ইমান চেষ্টা কৰোঁ, কিন্তু ঘূৰি-ঘূৰি সেইবোৰ কথাই-মনলৈ আহি থাকে। কাৰণ তহঁতলৈ মোৰ অনবৰতে মনত পৰি থাকে। তহঁতৰ চবকে মই বৰ ভাল পাওঁ। কিন্তু কিয় তহঁতৰ এনেকুৱা হ'ল? তয়ো বাৰু ভুল কৰিলি নে কি?

ভুল? ইন্দ্ৰই কি ভুলৰ কথা সুধিছে? ঘাট-জাল তুলি আনিলে সৰু-সৰু মাছে ইফালৰ পৰা সিফাললৈ প্ৰকাণ্ড জাপ একোটা মৰাৰ নিচিনাকৈ মেনকাৰ মনটোৱে ইফালে-সিফালে জপিয়ালে। কিন্তু বাহিৰত তাই শান্ত, ধীৰ, স্থিৰ হৈ ৰ'ল। মেনকাৰ চিঠিখনৰ লগতে ইন্দ্ৰই দীনলৈ বেলেগে চিঠি এখন লিখিছিল, তাই সেইখন দীনক দিলে; তাইলৈ দিয়া চিঠিখনৰ কথা একো নকলে।

সি চকুৰ আগতে ডাঙৰ হ'ল, অথচ মেনকাই নাজানে সি কেনেকৈ ডাঙৰ হ'ল? আৰু, সি ইমান ডাঙৰ হ'ল? তাৰ কথাৰ সুৰ এনেকুৱা হ'ল?

তাৰ অনবৰতে মেনকাহঁতলৈ মনত পৰি থাকে? —কথাষাৰৰ ওপৰত যিমানবাৰ চকু পৰিল, সিমানবাৰেই মেনকাৰ মনটোৱে ছট-ফটাই উঠিল। সি কি খাইছে? ক'ত শুইছে? নতুন কাপোৰবোৰ পিন্ধোতে তাক কেনেকুৱা দেখা গৈছে? সি খীণাইছে? তাৰ মুখখন ক'লা পৰিছে? চুলি কাটিবৰ হৈছে? গেঞ্জি কোনে ধুই দিছে? সেই মানুহ ঘৰৰ কোনোবাই কেতিয়াবা তাৰ পৰা জানি লবনে—সি কি কি খাবলৈ ভাল পায়? জানিলেও তাক তেনেকৈ ৰান্ধি-বাঢ়ি দিবনে?

মেনকাই থৰ লাগি সমুখলৈ চাই ৰ'ল। কেৰাহীত ডাইলখিনি উতলিছে। আধাসিজা ডাইলবোৰ ওপৰলৈ উঠিছে, নামিছে।

তাৰ পাছতে তাইৰ চিঠিখনৰ তলৰ কথা কেইষাৰ মনত পৰিল। —আৰু সেই কথা কেইষাৰ তাইৰ কেৰাহীটোৰ তলৰ জুইকুৰা যেন লাগিল।

নহয়। নুবুজাৰ ভাও ধৰি থাকিব নোৱাৰি। কিন্তু বুজিছোঁ বুলিওতো কব নোৱাৰি।

পাছদিনাই দীন আৰু ৰমাই ইন্দ্ৰলৈ চিঠি লিখিলে। মণিয়েও ডাঙৰ-ডাঙৰ আখৰেৰে সৰু কাগজ এখন ভৰালে। দীনই সেইখনো চাই দিলে। এজাপ কাগজেৰে পেটুলা হোৱা লেফাফা এটা দীনই স্কুলৰ আধাঘণ্টা ছুটিত নিজে ডাকত দিলে। সেইটো লেফাফাত মেনকাৰ চিঠি নগ'ল। তাৰ পাছৰ দহটা দিনৰ প্ৰতি দিনাই মেনকাই চিঠি লিখিবলৈ চেষ্টা কৰিলে, কিন্তু প্ৰথম পাঁচ-দিনত শ্ৰীহৰি সহায় আৰু দ্বিতীয় পাঁচ দিনত কল্যাণীয় শ্ৰীমান ইন্দ্ৰতকৈ চিঠিখন আগ নাবাঢ়িল। আনকি—শৰীৰৰ যত্ন লবি, বাটত গাড়ী-মটৰ চাই খোজ কাঢ়িবি, বেছি ৰাতিলৈ নপঢ়িবি, টকা-পইচা লাগিলে লগে-লগে লিখিবি,—অনবৰত ভাবি থকা এই কথাবোৰ লিখিবলৈও তাই আঙুলিত বল নাপালে। কিন্তু এঘাৰ দিনৰ দিনা দুপৰীয়া তাই এখন তামোল খোৱাৰ সময়তে এখন কাগজৰ এপিঠি ভৰাই চিঠি এখন লিখি শেষ কৰি পেলালে। —তই ডাঙৰ হলি বুলি বুজিছোঁ। কিন্তু মই কেনেকুৱা মানুহ, সেইটো দেখিয়েই তই ডাঙৰ হৈছ, আৰু এতিয়া মোৰ ভুলৰ কথা ভাবিব পৰা হৈছ। সেই কাৰণে তোলৈ চিঠি লিখোঁতে তোক আৰু সৰু ল'ৰা বুলি নাভাবোঁ। কিন্তু মই কি ভুল কৰিলোঁ, সেইটো মোৰ ডাঙৰ ল'ৰাৰ পৰা পোনে-পোনে জানিবলৈ মন গৈছে।—

কিছুদিনলৈ ইন্দ্ৰৰ পৰা দীনলৈ চিঠি আহি থাকিল। মিউ-জিয়ামত মিছৰৰ মমি আছে, ভিক্টোৰিয়া মেমৰিয়েল হলত ইষ্ট-ইণ্ডিয়া কোম্পানিৰ দিনৰ বন্দুক আছে, কলেজৰ লাইব্ৰেৰিত বহুত ভাল-ভাল কিতাপ আছে, অমৰেশ দাদাই ইন্দ্ৰক দুদিনমান মিটিঙলৈ লৈ গৈছে। মিটিংবোৰ ভিতৰুৱা ঠাইত মানুহৰ ঘৰে-ঘৰে হয়। এই মানুহবোৰে ভাৰতে যুদ্ধত যোগ দিয়াটো কেনে কাম হ'ল, সেই বিষয়ে বহুত আলোচনা কৰে। সিদিনাখন ইন্দ্ৰই চৌৰংগীত মেখেলা চাদৰ পিন্ধা মানুহ এজনী দেখিছিল, ওচৰ চাপি মাতিবলৈ

তাৰ বৰ মন গৈছিল, কিন্তু লাজ লাগিল কাৰণে সি মাতিব নোৱাৰিলে।

তাৰ পাছত এখন চিঠি আহিল,—চৰকাৰী লেফাফাটোৰ ভিতৰত মেনকাৰ নাম লিখা এটা বেলেগ, হাতেৰে বনোৱা সৰু লেফাফা। ইন্দ্ৰই লিখিছে,—দেউতাই কেৱল টকা আৰু সম্পত্তিৰ বলত তোক ইমান কষ্ট দিলে। সেই কাৰণে দেউতাৰ চব টকা-পইচা চোৰে লৈ যোৱাই ভাল,—সেই তেতিয়া মই সিমানকে ভাবিব পাৰিছিলোঁ। সেই কাৰণে মই মদন ককাইটিক ভিতৰৰ পৰা দুৱাৰ খুলি দিছিলোঁ। কিন্তু মোৰ সেইটো কামৰ পৰাই যে পাছলৈ ইমান ডাঙৰ ঘটনা ঘটিল, তাৰ কাৰণে মই সদায় বৰ কষ্ট পাই আছোঁ। মই সেই-দিনা সেইটো কাম নকৰা হলে কিজানি আমাৰ আজি ইমান বেছি বেয়া নহ'লহেঁতেন। মোৰ সদায় এনেকুৱা লাগে যেন ময়ো দেউ-তাৰ সমানেই দোষ কৰিছোঁ। এনেকুৱা লাগে যেন মই কিবা এটা নকৰিলে মোৰ শান্তি নহব। কিন্তু অকল দেউতাৰেই ভুল হোৱা হলে মই দেউতাক বহুত কথা বুজিবলৈ বাধ্য কৰাব পাৰি-লোহেঁতেন। কিন্তু ময়ো ভুল কাম কৰিলোঁ। আৰু তাৰ পাছত তই এনেকুৱা কাম কৰিলি যে আমি সকলো থানবান হৈ গলোঁ। আগৰ চিঠিখনত মই তোক সুধিছিলোঁহে—তয়ো ভুল কৰিলি নেকি? তই ভুল কৰিলি বুলি মই এতিয়াও কোৱা নাই। কিছুদিন যাবলৈ দে। দিন যোৱাৰ লগে-লগে নতুন-নতুন চিন্তা মোৰ মনলৈ আহি আছে। আৰু আহিব। কলেজৰ পঢ়াৰ বাহিৰেও মই বহুত কথা পঢ়িবলৈ লৈছোঁ। ' একেবাৰে কৃষ্ণ, দ্ৰোপদীৰ পৰা আৰম্ভ কৰিছোঁ। অকল তোৰ, মোৰ আৰু দেউতাৰ কাৰণেই নহয় মা, কিয় এনেকুৱা হয়, কি শুদ্ধ, কি ভুল সেইবোৰ জানিবলৈ মোৰ মন গৈছে। আৰু এইটো কাম নকৰিলে মোৰ কষ্ট বেছি হৈ গৈ থাকিব।

ইন্দ্ৰৰ হাতৰ আখৰ বৰ ভাল; তথাপি সি প্ৰত্যেকটো আখৰ গোটা গোটাকৈ লিখিছিল, যাতে মাকৰ অকণো অসুবিধা নহয়। মেনকাৰ পঢ়াততো একো অসুবিধা নহলেই বুজাতো নহল। আচলতে কেতিয়াবাৰে পৰা বুজিবলৈ বাট চাই আছিল কাৰণে কামটো তাইৰ সহজ হ'ল।

তাই লগে-লগে উত্তৰ লিখিবলৈ ললে। বহুত দিনৰ মূৰত

মেনকাৰ মনলৈ আগৰ দিনৰ মেজাজ এটা উভতি আহিল। তাইৰ চকু-মুখৰ চেহেৰা বহুত দিনৰ আগতে গধূলিৰ পাছত মহী-কান্তৰ মুখামুখি হলে যেনেকুৱা হৈছিল,—তেনেকুৱা হ'ল। তাইৰ নাকৰ পাহি লৰি থাকিল, মুখখন ফুলি উঠিল, চকু দুটা ডাঙৰ আৰু উজ্জ্বল হৈ উঠিল। তাই লিখিলে,—তই এইবোৰ কথা চিন্তা কৰি ভাল কৰিছ। কি ভুল, কি শুদ্ধ, সেইবোৰ সময়তে জানি ললে তই বহুততকৈ ভাল মানুহ হবি। খালী মোৰ ভুল-শুদ্ধ উলিয়াবলৈ তই সময় খৰচ কৰিব নালাগে। মই ভুল কৰিলোঁ বুলি তহঁতে ৰামায়ণ-মহাভাৰত পঢ়ি এশখন মুখেৰে কলেও মই নামানো। মই একো ভুল কৰা নাই। যি কৰিছিলোঁ বহুত দিন ভাবি-চিন্তি তাৰ পাছত কৰিছিলোঁ। মোৰ জীবনটোতো গলেই, এতিয়া আৰু ভুল-শুদ্ধ উলিউৱাৰ মোৰ কোনো দৰকাৰ নাই। তই যদি কিবা ভুল পাৱ, তেনেহলে মোৰ কথা ভাবিবলৈ এৰিয়েই দিবি। মই বেয়া নাপাওঁ। তই আমনি কৰি থাকিলেহে মই বেয়া পাম।

চিঠিখন লিখি শেষ কৰি মেনকাই এবাৰ পঢ়িও নাচালে। ইন্দ্ৰ যোৱাৰ পাছতে তাই দীনৰ হতুৱাই ডাকঘৰৰ পৰা একুৰি লেফাফা কিনাই অনাইছিল; এটাইবোৰ লেফাফাতে তাৰ হতুৱায়েই ইন্দ্ৰৰ ঠিকনা লিখোৱাই লৈছিল। তাৰে এটা লেফাফাত চিঠিখন ভৰাই মেনকাই ভাত দুটা পিটিকি তাৰ আঠাৰে লেফাফাটোৰ মুখখন বন্ধ কৰিলে। তাৰ পাছত লেফাফাটো বুকুৰ ওচৰতে লৈ তাই বিছনাত পৰিল, আৰু গাৰুত মুখখন হেঁচা মাৰি ধৰিলে।

# ষোল

ইন্দ্ৰ পূজাৰ বন্ধত ঘৰলৈ যোৱাৰ কথা আছিল, নগ'ল। নগৰ-খনত পূজাৰ আয়োজন দেখি তাৰ পূজা চাবলৈ মন গ'ল। দেউতাক, মাক, মাহীয়েক, খুড়ায়েক, মদন, দীন, ৰমা, হেডমাষ্টৰ, পৰিতোষ ছাৰ—সকলোলৈকে সি বেলেগে-বেলেগে একোখন চিঠি লিখিলে। সৰু-সৰু চিঠি। সেৱা, মৰম, ভালে আছোঁ, উত্তৰ দিবি।—

চিঠিবোৰ পোৱাৰ পাছত দীনই প্ৰথমতে চোতালৰ আস্তিনত চকু মচিলে।

মহীকান্তই এইবাৰ পুলিছ লাইনৰ পূজাত অইন বাৰতকৈ বেছিকৈ চান্দা দিছিল। কিন্তু পূজাৰ কেইদিন সি ঘৰৰ পৰা নোলাল। তাৰ মাজে-মাজে প্ৰিয়তোষ নামৰ মানুহ এজনৰ নিজে ভাবি লোৱা, পৰিতোষ মাষ্টৰৰ নিচিনা চেহেৰা এটা মনলৈ আহি থাকিল ;—মিঠাই খাবলৈ বৰ ভাল পোৱা, ঘৈণীয়েকে খাবলৈ মানা কৰিলে মিঠাই নোখোৱা মানুহ এটা —।

ইন্দ্ৰই এবাৰ বনলতা, চিত্ৰা আৰু বেবাৰ লগত, এবাৰ অপৰেশৰ লগত, আৰু কেইবাবাৰো অকলে পূজা চাবলৈ ওলাই গ'ল। বাছ-ট্ৰামত উঠি সি শ্যামবাজাৰৰ পৰা গড়িয়াহাটলৈকে ঘূৰি ফুৰিলে। নৱমীৰ দিনা সি সোনকালে ঘৰলৈ উভতিল।

চিত্ৰাৰ বাহিৰে ঘৰত কোনো নাছিল। নিজৰ ওপৰতে খং উঠি তাই বাৰান্দাৰ মাচিত বহি তলৰ ৰাস্তাৰ মানুহ চাই আছিল। ইন্দ্ৰক দেখি তাই সুধিলে, "ইমান সোনকালে উভতি আহিলা যে?

ইন্দ্ৰই কলে, "বৰ ভীৰ। ভাগৰো লাগিল।"

"ভালেই হ'ল। বহা। কথাকে পাতোঁ।"

ইন্দ্ৰও চিকচিকিয়া, নিমজ, বগা পকাধনতে ভৰি মেলি, বেৰত আউজি বহিল।

অলপ সময় পূজাৰ কথা পাতি হঠাতে চিন্নাই এবাৰ সুধিলে, "তুমি যে এদিন কৈছিলা—তোমাৰ নিজকে লেওেৰা-লেওেৰা লাগে, কিয় কৈছিলা?"

ইন্দ্ৰ অলপ পৰ মনে-মনে ৰল; তাৰ পাছত সি লাহেকৈ হাঁহি কলে, "নাই এনেয়ে।" আকৌ অলপ পৰ বৈ সি ক'লে, "মোৰ নিচিনা ল'ৰাই ফুটবল খেলিব লাগে, স্ফূৰ্তি কৰিব লাগে, দেশৰ স্বাধীনতাৰ কাৰণে ইমান ডাঙৰ আন্দোলন এটা হৈছে,—সেইটোত লাগিব লাগে, কিন্তু মই পঢ়া-শুনাৰ বাহিৰে একোকে কৰিব নোৱাৰিলোঁ। সেই কাৰণে।"

"কিয় নোৱাৰিলা?" চিন্নাই ইন্দ্ৰৰ চকুলৈ চাই সুধিলে।

"মোৰ ঘৰৰ পৰা ওলাবলৈকে মন নগৈছিল।"

"কিয়?"

"লাজতে।"

"কিহৰ লাজ?"

কব নোৱাৰাকৈয়ে ক্ষত-ক্ষতকৈ কেইবাটাও উত্তৰ দিয়াৰ পাছত হঠাতে যেন ইন্দ্ৰৰ জ্ঞান উভতি আহিল। সি বৈ গ'ল। চিন্নাই আকৌ সুধিলে, "কোৱাচোন কিহৰ লাজ?"

ইন্দ্ৰই অইনফালে চাই মনে-মনে ৰ'ল। চিন্নাও অলপ সময় মনে-মনে ৰ'ল। তাৰ পাছত তাই সৰু, আদৰৰ মাতেৰে সুধিলে, "তোমাৰ মাহী মা আছে কাৰণে, দেউতাৰা বেলেগে থাকে কাৰণে তুমি বৰ দুখ কৰি থাকা নহয়?

ইন্দ্ৰই তৎক্ষণাত মুখটো ঘুৰাই, চকু দুটা ডাঙৰকৈ মেলি চিন্নালৈ চালে। —"তোমাক কোনে কলে?"

"তুমি যে ৰৰদেউতাৰ চিঠি এখন আনিছিলা,—সেইখন চিঠিতে ৰৰদেউতাই সকলো কথা লিখিছিল। তুমি বৰ মন মাৰি, চিন্তা কৰি থকা ল'ৰা।" চিন্নাই অকণমান হাঁহিলে।

ইন্দ্ৰই অলপ সময় কিবা ভাবিলে, তাৰ পাছত ক'লে, "ছাৰে সেইবোৰ লিখিব নালাগিছিল। তাৰ মানে—ইমান দুৰলৈ আহিও

মোৰ একো লাভ নহল। এতিয়া মই যিমান পাৰোঁ সোনকালে হোষ্টেললৈ গুচি যোৱাই ভাল।"

"কিয় কিয়?"—চিন্ময়া উদগ্ৰীৱ হৈ উঠিল। "ইয়াত থাকি বেয়া পাইছানে কি?—ঠিক আছে বাৰু, আজিৰ পৰা তোমাক সেইবোৰ কথা নকওঁ।" অলপ পৰ বৈ তাই কলে, "কিন্তু কথাটো কি জানা ইন্দ্ৰ? কিছুমান কথা অকলে মনৰ ভিতৰত বন্ধ কৰি লৈ ফুৰিব নালাগে। কেতিয়াবা সেইবোৰ বৰ গধুৰ হৈ পৰে। মনত অকণ-মান ফুটা এটা কৰি দিলেও বহু অদৰকাৰী বস্তু ওলাই যায়। সেই কাৰণেহে মই কথাটো উলিয়াইছিলোঁ। বাদ দিয়া। পাহৰি যোৱা।"

ঠিক চিন্ময়াৰ আগত কোৱা কথাষাৰৰ কাৰণেই নহয়, আগৰ বন্দবস্ত মতেই এদিন ইন্দ্ৰ হোষ্টেললৈ যাবলৈ ওলাল। কিবাকিবি বুদ্ধি কৰি-কৰি চিন্ময়াই তাৰ যোৱাৰ দিনটো ছদিনমান পিছুৱালে, কিন্তু তাতকৈ বেছি আৰু নোৱাৰিলে। প্ৰিয়তোষ বাবু, বনলতা, অপৰেশ, চিন্ময়া, ৰেবা সকলো ইন্দ্ৰৰ লগত টেক্সি এখনত উঠি হোষ্টে-ললৈ আহিল। দুমহলাৰ চব্বিছ নম্বৰ কোঠালিটোত ইন্দ্ৰ থাকিব। দুজনীয়া কোঠালি। ইখন বিছনাৰ ল'ৰাটো অজলা মুখৰ, দেখিলেই চোকা-চোকা লগা ল'ৰা। প্ৰিয়তোষ বাবুৱে প্ৰথমে তাৰ ইতিবৃত্ত ললে। —কটকৰ পৰা ত্ৰিছ মাইল দূৰৰ এখন গাঁৱৰ ল'ৰা; নাম নিখিল মহাপাত্ৰ। থাৰ্ড ইয়েৰত পঢ়ে, ইতিহাসত অনাৰ্ছ লৈছে। পাছ ছাবজেক্টৰ ভিতৰত দৰ্শন আছে।

চিন্ময়া আৰু বনলতাই ইন্দ্ৰৰ বিছনা পাৰিলে, বস্তুবোৰ ঠিক-ঠাককৈ থলে। প্ৰিয়তোষ বাবুৱে এবাৰ ঠাইডোখৰত চকু ফুৰাই আৰু কি কি লাগিব তাৰ এখন তালিকা লগালে,—এটা গিলাছ, এটা পানী থোৱা জগ, এখন বিচনী, কেইটামান গজাল, কেইগজমান ৰচি,—।

যাবৰ সময়ত চিন্ময়াই কলে, "সদায় কলেজৰ পৰা আহি এবাৰ আমাৰ ঘৰলৈ যাবা।"

"চাওঁচোন।"—ইন্দ্ৰই ক'লে।

"কিহৰ আকৌ চাওঁচোন?" প্ৰিয়তোষ বাবুৱে ধমক দিলে।

দুমাহমানৰ পাছত ইন্দ্ৰই দেউতাকলৈ লিখিলে,—সি কলেজৰ

পৰাও বৃত্তি এটা পাইছে। সকলো মিলালে তাৰ মাহটোৰ খৰচ ভালকৈ আঁটি যায়। গতিকে দেউতাকে তালৈ আৰু পইচা পঠিয়াব নালাগে।

মহীকান্তই প্ৰতিমাহে মদনক মাতি আনি, বাঁওহাতেৰে মেজৰ ওপৰলৈ নোট কেইখনমান দলিয়াই দি, অইন ফালে চাই কৈছিল, "তালৈ পঠিয়াই দিবি।" কামটো সি গৰ্বৰে কৰিছিল, কৰি এটা অদ্ভুত আনন্দ পাইছিল। আনকি এই দিনটোলৈ সি আগ্ৰহেৰে বাট চাইছিল। ইন্দ্ৰৰ চিঠিখন পঢ়ি সি মনে-মনে বহি ৰ'ল। তাৰ যেন আৰু এটা কাম নাইকিয়া হ'ল।

আচলতে মহীকান্তই বহু কাম কৰিবলৈ এৰিয়েই দিছিল; লাহে লাহে আৰু এৰি দিলে। কেইমাহমানৰ পাছত দেখা গল, মন গলে সি দিনটোৰ ভিতৰত এপাক কলঘৰলৈ আহে, মন নগলে নাহে। কেইদিনমানৰ মূৰত সি মদনক সোধে, "চব ঠিক আছেনে?"

মদনে কয়, "আছে ককাইটি!"

তাচৰ আড্ডাটো লাহে-লাহে দীঘলীয়া হৈ আহিছিল। আবেলিৰে পৰা মানুহবোৰ, যেতিয়াই যাৰ সুবিধা হয়, সেইমতে আহি থাকে, খেলে গুচি যায়, নতুন মানুহ আহে। কেৱল মহীকান্ত একেখন চকীতে ভৰি-চৰি তুলি বহি থাকে। কেতিয়াবা সি মদনক টকা খোজে। মদনে কয়, "কালি পঞ্চাছ টকা দিছিলোঁ নহয় ককাইটি!"

"হাৰিলোঁ।"—বুলি মহীকান্তই টকা লবলৈ হাতখন আগবঢ়াই দিয়ে।

মদনে টকা দিয়ে। ঠিক কোন দিনাৰ পৰা মদনে ধানকলৰ উপাৰ্জনৰ পইচা গোটাই লোৱা নিয়মটো আৰম্ভ হ'ল, সেইটো কোনেও মন নকৰিলে।

এদিন ৰাতি মহীকান্তই কিৰণক হাতত ধৰি তাৰ বিছনাখনলৈ নিবলৈ গাৰ বলেৰে টানিছিল; কিৰণে তাৰ হাতত কামুৰি দাঁত বহুৱাই দিছিল। মহীকান্তই প্ৰচণ্ড জোৰে তাইক চৰ এটা মাৰিছিল। চৰটো খাই কিৰণে টেল-টেলকৈ চকু মেলি মনে-মনে মহীকান্তৰ ফালে চাই আছিল। পাছদিনা দুপুৰীয়াহে তাই সৰু ছোৱালীজনী বুকুত লৈ ভেঁ-ভেঁকৈ কান্দিছিল। ডাঙৰ ছোৱালীজনী তেতিয়া স্কুলত আছিল। তাই ৪ শ্ৰেণীত পঢ়িছিল।

পূর্ণিমাক লগত লৈ মেনকা মাজে-মাজে কলঘৰলৈ আহিছিল। কিছুসময় গোটেই চৌহদটো ঘূৰি, আটাইবোৰ মানুহৰ লগত কথা পাতি, ঘূৰি থকা যন্ত্ৰপাতিবোৰ চাই তাই ঘৰলৈ উভতিছিল।

ইন্দ্ৰ যোৱাৰ পাছৰ বহাগৰ পাছৰ বহাগত কলঘৰৰ চৌহদতে থকা কণপাই নামৰ লৰা এটাৰ লগত ৰাধাৰ বিয়া হৈ গৈছিল।

তেতিয়া ইন্দ্ৰৰ আই. এছ. ছি. পৰীক্ষা শেষ হৈছিল। সি দীনলৈ লিখিলে,—পৰীক্ষাৰ পাছত সি উৰিষ্যাৰ নিখিল মহাপাত্ৰহঁতৰ ঘৰত কিছুদিন আৰু জব্বলপুৰৰ শুক্লা নামৰ ল'ৰা এজনৰ ঘৰত কিছুদিন থাকিবলৈ যাব। মন্দিৰ, সাগৰ, নৰ্মদা নদী চাব।

দীনই সৰু-সৰু মাতেৰে মেনকাক সুধিলে, "সি পৰীক্ষা দিও ঘৰলৈ নাহে। লিখি দিওঁ নে কি—ঘৰলৈ আহ, নহলে মাই বেয়া পাব?

মেনকাই ক'লে, "নিলিখিবি।"

তাৰ দুমাহৰ পাছত খবৰ আহিল, ইন্দ্ৰই আই. এছ. ছি. পাছ কৰিলে। খবৰ-কাগজত প্ৰথম দহটা ল'ৰা-ছোৱালীৰ এশাৰীকৈ ছবি ওলাল; সাত নম্বৰত ইন্দ্ৰৰ ছবিখনো আছে। মদনে বীণাপাণি বুকষ্টলৰ পৰা দুখন খবৰ-কাগজ কিনি ৰিক্সা এখনত জাপ মাৰি উঠি প্ৰথমে মহীকান্তৰ ওচৰলৈ গ'ল, তাৰ পাছত মেনকাৰ ওচৰলৈ।

পাছদিনা দেওবাৰ। মহীকান্তই মদনক হুকুম দিলে,—"কাইলৈ কলঘৰত দুটা পঠা কাটিবলৈ কবি। সেই পঠাৰ মাংসৰে কলঘৰতে ভোজ পাতিবি।" পাছদিনা যিখন চোতালত মানুহবোৰ খাবলৈ বহিল, তাৰ ওচৰৰ বেৰ এখনত মহীকান্তই ৰাতিপুৱাই ইন্দ্ৰৰ ছবি ওলোৱা কাগজখন সকলোৱে দেখাকৈ লগাই থলে। তাৰ পাছত সি কেনিবা গ'ল। খাবৰ সময়তো তাক কোনেও বিচাৰি নাপালে।

ৰিজাল্ট ওলোৱাৰ কেইদিনমান আগতে ইন্দ্ৰ জব্বলপুৰৰ পৰা কলিকতালৈ উভতি আহিছিল। আহি পোৱাৰ দিনাই চিন্নাই তাক খিদিৰপুৰৰ ফালে ফুৰাবলৈ লৈ গ'ল। চিন্নাই এতিয়া এম. এ. পঢ়ে। সন্ধিয়া ঘৰলৈ ওভোতোঁতে অলপ পলম হ'লে মাক-দেউতাক

তাইক বিশেষ একো নকয়। নৈৰ পাৰৰ কাঠৰ ৰেলিঙত বহি চিন্ময়াই ইন্দ্ৰক সুধিলে, "তাৰ মানে তুমি ঘৰলৈ সঁচাকৈয়ে নগলা ?"

ইন্দ্ৰই কথাটো পাতলাই দিয়াৰ সুৰেৰে ক'লে, "মানে,—সময়েই নহ'ল নহয়। আৰু তুমিয়েই কোৱাচোন বাইদেউ, ইমানবোৰ ঠাই চাবলৈ মই আৰু সময়-সুবিধা কেতিয়া পাম ?"

"তোমাৰ সময়-সুবিধা এতিয়াই ইমান কমি আহিলনে কি ? চিন্ময়াই গম্ভীৰ মাতেৰে তাৰ চকুলৈ চাই সুধিলে।—"এই পৃথিৱীত নৰ্মদা নদীৰ সোঁত, পুৰীৰ সাগৰৰ ঢৌ তোমাৰ মাৰা-দেউতাৰাতকৈ কম দিন থাকিব নে কি ?"

ইন্দ্ৰ চক খাই উঠিল। চিন্ময়াৰ সুৰ আৰু কথা দুয়োটা তাৰ কাৰণে অস্বাভাৱিক ধৰণৰ কঠুৱ-কঠুৱা লাগিল। তাইৰ মুখলৈ চাই থাকি সি বুজিবলৈ চেষ্টা কৰিলে—তাই ধেমালি কৰিছেনে সঁচাকৈয়ে সেই সুৰত সেই কথা কৈছে।

চিন্ময়াই নৈৰ পানীৰ ফালে চকু ঘূৰালে।

অলপ পৰ কোনেও কথা নকলে। তাৰ পাছত হঠাতে চিন্ময়াই আৰম্ভ কৰিলে, "মই প্ৰথমৰ পৰাই তোমাৰ লগত মন খুলি কথা পাতি আহিছোঁ। এতিয়াও পাতিম। মই তোমাক ইমান মৰম কৰোঁ যে—তুমি যদি মোতকৈ বয়সত অলপ ডাঙৰ হলাহেঁতেন, তেনেহলে মই তোমাক মোৰ নিজৰ বুলি শাসন কৰিলোঁহেঁতেন।"

ইন্দ্ৰৰ চকুলৈ চাই তাই সুধিলে, "বুজিলা নে নাই ? প্ৰেম-প্ৰেম সেইবোৰৰ নাম শুনিছাতো ? প্ৰেম কৰিলোঁহেতেন। কিন্তু তুমি ইমান সৰুতে, নিজক লৈয়েই ইমান বেছি ব্যস্ত, ইমান স্বাৰ্থপৰ যে মই সদায় তোমাৰ আগত অপমানিত, লজ্জিত অনুভৱ কৰোঁ। তুমি মোক অন্ততঃ শত্ৰু, মিত্ৰ, বাইদেউ,—কিবা এটা বুলিতো জ্ঞান কৰা। তুমি ভাবিছা নে কি—মাহৰ পাছত মাহ তুমি ফাঁকি দি দি বাচি আছা ?"

অলপ পৰৰ পাছত চিন্ময়াই সোঁ হাতেৰে ইন্দ্ৰৰ বাওঁ হাতখন মুঠি মাৰি ধৰি লাহেকৈ ক'লে, "বেয়া নাপাবা। হঠাৎ মোৰ মেজাজটো কিবা হৈ গ'ল।" কৈয়েই তাই হাতখন এৰি দিলে।

ইন্দ্ৰৰ গাটো কঁপি উঠিল। তাৰ কাণ-মুখ গৰম-গৰম লাগিল। সি নিৰ্বাক হৈ ৰ'ল। এডাল দীঘল তাঁৰৰ কঁপনিৰ নিচিনাকৈ তাৰ কঁপনিটো মাৰ যাবলৈও বহু সময় লাগিল।

এসময়ত চিত্ৰাই ক'লে, "কিবা কোৱা যদি কোৱা, নোকোৱা যদি যাওঁ বলা।"

ইন্দ্ৰই ৰুমালেৰে মুখখন মচি ললে। তাৰ পাছত সি লাহে-লাহে ক'লে, "মই চখত পুৰীৰ সাগৰৰ ঢৌ, নৰ্মদাৰ সোঁত চাবলৈ যোৱা নাই বাইদেউ। মা আৰু দেউতাৰ ভালৰ কাৰণে মোক এটা,—কি বুলি কম,—মই ঠিককৈ বুজাব নোৱাৰিম,—মোক এটা —কিতাপত যে পাওঁ—এটা ডাঙৰ মন, এটা গ্ৰে'টনেছ লাগে। এতিয়াই ঘৰলৈ গলে আমি সকলো আৰু সৰু হৈ যাম বাইদেউ।"

পানীৰ ফালে মুখ ঘূৰাই ইন্দ্ৰই ৰুমালখন তুলি ললে।

গ্ৰেটনেছ! চিত্ৰাই অলপ সময় অবাক দৃষ্টিৰে ইন্দ্ৰৰ মুখলৈ চাই ৰ'ল। তাৰ পাছত তাই বন্ধ হৈ থকা নিশ্বাসটো লাহে লাহে এৰি ক'লে, "গ্ৰেটনেছ? শব্দটো বৰ ডাঙৰ নহয়নে? এই বয়সতে তুমি ইমান ডাঙৰ শব্দৰ বোজা বোৱা কেনেকৈ? কেৱল কিতাপৰ পাতৰ পৰাই যিহকে পোৱা তাকে নুতুলিবা।"

ইন্দ্ৰই ৰুমালেৰে মুখ মচিছিল। তাৰ ডিঙিত কিবা এটাই সোপা মাৰি ধৰা যেন লাগিছিল। সি আশা কৰিছিল,—এনেকুৱা এটা মুহূৰ্তত চিত্ৰাই তাক মৰম কৰি কথা ক'ব। কিন্তু তাইৰ কথাৰ সুৰে তাক আহত কৰিলে। তাৰ খং উঠিল। দূৰত ৰৈ থকা জাহাজখনতে যেন সি তৎক্ষণাত এটা উত্তৰ বিচাৰি পালে।—বিজ্ঞানৰ কথা বুজি পোৱা? আৰ্কিমিডিছৰ প্ৰিন্সিপল পঢ়িছা? সেই সোপা লোহা পানীত পেলাই দিয়া, ডুবি যাব। কিন্তু সেই সোপা লোহাকে পিটি-পিটি চেপেটা কৰি যেতিয়া জাহাজৰ খোলটো বনাইছা, তেতিয়া সি বহুত বোজা বুকুত লৈ ওপঙি আছে। মোক পিটি-পিটি চেপেটা কৰা হৈছে। মই বহুত বোজা বৈছোঁ।—

কিন্তু সি একো নকলে। কথাটো তাৰ নিজৰে টুলুঙা যেনো লাগিল, আৰু এই ছোৱালীজনীক এতিয়া এইবোৰ কথা কৈ লাভ নাই যেনো লাগিল। কিছু সময় মনে-মনে থাকি সি সুধিলে, "তুমি আজি মোক টান কথা কবলৈকে ইয়ালৈ মাতি আনিছা নে কি?"

"বলা যাওঁ।" চিত্ৰাই ক্ষীণ হাঁহি এটা মুখত লৈ ক'লে।

ইন্দ্ৰই লৰচৰ নকৰিলে। অলপ পৰৰ পাছত চিত্ৰা উঠিল। হাতখনত ধৰি তাই ইন্দ্ৰক টানি থিয় কৰালে; ক'লে,—"বলা, সেই

ৰাস্তাৰ কাষৰ দোকানখনত থিয়ৈ-থিয়ৈ একোকাপ চাহ খাওঁগৈ। খং উঠিছে নে কি?"

চিন্নাহঁতৰ ঘৰতে ৰাতিৰ সাজ খাই ইন্দ্ৰ যেতিয়া হোষ্টেল পালেহি, তেতিয়া দহমান বাজিছে। হোষ্টেলৰ গেঁট পাৰ হোৱাৰ পাছতে দৰোৱানে তাক চিঠি তিনিখন দিলে। সেইখিনিতে এসোপা ইলেকট্ৰিক তাঁৰ, পাইপ আৰু যন্ত্ৰপাতিৰ জঞ্জালৰ মাজত মাষৰ ৰঙৰ বালব এটা জ্বলি আছিল, তাৰ পোহৰতে ইন্দ্ৰই লেফাফাৰ ওপৰৰ আখৰবোৰ চালে। দুটাৰ ওপৰত দীনৰ, ইটোৰ ওপৰত ভদ্ৰকান্তৰ।

পোন্ধৰদিন-এমাহৰ আগতে আহি পৰি থকা চিঠি। দীনই প্ৰথমখনত লিখিছে,—ৰমা ডাঙৰ হ'ল; তিৰোতা মানুহবিলাকে সঁচা-সঁচি বিয়াৰ কইনাৰ নিচিনাকৈ তাইক কলগছৰ বেইৰ মাজত নোৱাইছিল। মতা মানুহবিলাকক তেওঁলোকে পিছফাললৈ যাবলৈ নিদিছিল। সিও বাহিৰে-বাহিৰে আছিল। সি নিজে দেখা নাই, কিন্তু পূৰ্ণিমাহঁতে কৈছে—ৰমাই বোলে বৰ কান্দিছিল।

ভদ্ৰকান্তই লিখিছে—চিঠি লিখা কামটো সি বৰ টান পায়; সেই কাৰণে যেন ইন্দ্ৰই বেয়া নাপায়। সি জীৱনত নিজ ইচ্ছামতে কাম কৰা মানুহ, গতিকে ইন্দ্ৰই কি কৰিছে, কি কৰিব, সেইবোৰ লৈও সি চিন্তা নকৰে। সি কাছাৰীৰ তৰুণী মানুহ। ইন্দ্ৰ এতিয়া তাতকৈ বহুত বেছি জ্ঞানী মানুহ। তাক সি এতিয়া জ্ঞান উপদেশ দিয়াৰ উপায়ো নাই, দৰকাৰো নাই। কিন্তু এটা কথা বাৰে-বাৰে তাৰ মনলৈ আহি থাকে। সি আৰু ডাঙৰ ককায়েক বসন্তকান্তই সিহঁতৰ বুঢ়া মাক-বাপেকক খুউৱা-পিন্ধোৱা নাছিল, আঁতৰে-আঁতৰে থাকি খবৰহে ৰাখিছিল। কিন্তু তাৰ মাকে বসন্তকান্তৰ ঘৰত, আৰু বাপেকে তাৰ বাঁহতলৰ জুপুৰীতহে উশাহ এৰিলে। কিয়? ইয়াৰ ভিতৰত কিবা এটা আছে। কিবা এটা যোগাযোগ আছে। ইন্দ্ৰই যেন সেই যোগাযোগটো ৰাখে।

ভদ্ৰকান্তৰ হাতৰ আখৰ তৰণীৰ আখৰ, মাজে-মাজে পাক বুজাত অসুবিধা হয়। ইন্দ্ৰৰ সেইটো অসুবিধা বেছি নহল; কিন্তু কথা-খিনিৰ পাক ভাঙোতে তাৰ অলপ সময় লাগিল। খোলা চিঠিখন বুকুতে লৈ সি বহুত সময় চিত হৈ পৰি থাকিল। এসময়ত তাৰ

টোপনি গ'ল। কোঠালিটোৰ ইখন বিছনাত কোনো নাছিল। লাইট জ্বলিয়েই থাকিল।

লাইট জ্বলি থকাৰ কাৰণেই নে কিবা সপোন দেখিছিল কাৰণে তিনিমান বজাত ইন্দ্ৰই হঠাতে সাৰ পালে। লগে-লগে চিত্ৰাৰ কথা তাৰ মনলৈ আহিল।—এই হাঁহিছে, এই খং কৰিছে! আৰু তাইৰ ভাব আৰু কথাবোৰ! বাচনত লাহে-লাহে তপত হৈ অহা পানীৰ নিচিনা;—মাজেদি ওপৰলৈ উঠিছে, কাষেদি নামি গৈছে।

কথাবোৰ ভাবি থাকোঁতে ইন্দ্ৰৰ আকৌ আধা-আধা টোপনি অহাৰ নিচিনা লাগিল আৰু সেই অৱস্থাতে সি মাজে-মাজে তাৰ হাত এখন চিত্ৰাৰ হাত দুখনৰ মাজত সোমাই থকা যেন অনুভৱ কৰিলে।

এইবোৰ কি কথা? নিখিল মহাপাত্ৰৰ মেট্ৰিক পৰীক্ষা দিয়া ভনীয়েকজনীয়ে সি আহিবৰ সময়ত কান্দে; মহাবীৰ শুক্লাৰ সৰু মাহীয়েকজনীয়ে তাক শুবৰ সময়ত মূৰৰ চুলিত হাত ফুৰাই "ভালকৈ শুই থাকা" বুলি হাঁহে।—এইবোৰ কি কথা?

ইন্দ্ৰৰ আৰু টোপনি নগ'ল। এসময়ত দূৰৰ ট্ৰামৰ শব্দ শুনা গ'ল। বাগৰ সলাওঁতে তাৰ গাৰ তলত চিঠি কেইখনে খৰ-খৰ কৰিলে। তেতিয়া তাৰ দীনৰ ইখন চিঠি পঢ়িবলৈ মনত পৰিল। দীনই লিখিছে,—এই কেইদিন আমি পুৰাৰ পৰা গধূলিলৈকে শৰত উকীল আৰু জনাৰ্দন ছাৰৰ লগত ঘূৰি-ঘূৰি কলেজৰ কাৰণে চান্দা তুলিছোঁ। তেনেকুৱা চান্দা তোলা দল কেইবাটাও ওলাইছে। মানুহবোৰে অকণো আপত্তি নকৰাকৈ যি পাৰে দিছে। ইব্ৰাহিমেও আঠ অনা দিছে। দেউতাই এহেজাৰ টকা দিছে। কলেজখনৰ এটা ডাঙৰ কোঠালি ককাৰ নামত হ'ব। এইবাৰেই কলেজ আৰম্ভ হ'ব আৰু আমিয়েই কলেজখনৰ প্ৰথম ছাত্ৰ হ'ম। গুণগোবিন্দ শৰ্মা নামে এজন ডাঙৰ মানুহ প্ৰিন্সিপাল হৈ আহিব। ইয়াতে পঢ়িবলৈ পাম কাৰণে মোৰ বৰ ভাল লাগিছে। মদন ককাইটিয়ে আৰু এটা মেছিন কিনি কলঘৰটো ডাঙৰ কৰিছে। মাই মোকো কলঘৰৰ কামবোৰ শিকি লবলৈ কৈছে।—

পৰীক্ষাৰ ৰিজাল্ট ওলোৱাৰ দিনা প্ৰিয়তোষ বাবু, অপৰেশ, অমৰেশ, চিত্ৰা,—কোনেও ইন্দ্ৰক গোটেই আবেলিটো বিচাৰিয়েই নাপালে। লগৰ ল'ৰাই তাক অনন্ত কেবিনলৈ টানি লৈ গ'ল। তালৈকে খবৰ

আহিল—প্ৰিন্সিপালে তাক ঘৰলৈ মাতি পঠাইছে; তালৈকে খবৰ গ'ল·—ফটো তুলিবলৈ খবৰ কাগজৰ মানুহ হোষ্টেলত বৈ আছে; ফটো উঠাৰ পাছতে আকৌ প্ৰফেছাৰসকলৰ কোঠালিলৈ। শেষত যেতিয়া ৰাতি আঠমান বজাত সি চিন্নাহঁতৰ ঘৰৰ চিৰি বগাই জোতাযোৰ খুলি ফোঁপাইছে, তেতিয়া বাৰাণ্ডাত বহি থকা প্ৰিয়তোষ বাবুৰ মুখৰ ভাব—'আমাৰ কি? আমি কোন?'

নিৰ্বিকাৰ সুৰেৰে তেওঁ সুধিলে, "কিহে ইন্দ্ৰ, পৰীক্ষাৰ ৰিজাল্ট-টিজাল্ট ওলাবৰ সময় হৈছে নে নাই? কেতিয়া ওলাব? মাষ্টৰ-মশায়সকলে কি কয়?"

লাহে-লাহে আগবাঢ়ি, প্ৰিয়তোষ বাবুক প্ৰণাম কৰি ইন্দ্ৰই তেওঁৰ মুখলৈ চালে,—মানুহজনে সঁচাই সুধিছে নে মিছাই সুধিছে ঠিক কৰিবলৈ।

প্ৰিয়তোষ বাবুৱে সুধিলে, "কি হ'ল? হঠাত ভক্তিটো হ'ল কিয়?"

ইন্দ্ৰই সৰু মাতেৰে ক'লে, "ৰিজাল্ট ওলাল নহয়; আপোনালোকে গম পোৱা নাইনে কি খুৰা?"

প্ৰিয়তোষ বাবুৱে সুধিলে, "কেইটা বাজিল?" তাৰ পাছত তেওঁ ভিতৰৰ ফালে মূৰ ঘূৰাই চিঞৰ মাৰি সুধিলে, "কেইটা বাজিছে অ' ৰেবা?"

পঢ়াৰ মেজৰ পৰা ৰেবাই দেৱালৰ ঘড়িটো চাই উত্তৰ দিলে, "আঠটা কুৰি।"

"আঠটা কুৰি।" পিছ মুহূৰ্ততে প্ৰিয়তোষ বাবুৰ মাত একে কোবে ওপৰলৈ উঠিল, "পুৱা এঘাৰটাত ৰিজাল্ট ওলাইছে, আৰু সেই খবৰ পাবলৈ মই—ন ঘণ্টা কুৰি মিনিট বহি থাকিব লাগে? তুমি আহিবা নে নাহা তাৰ আণ্ডাজ কৰি শিয়ালদা বজাৰলৈ দৌৰিব লাগে ইলিছ মাছ আনিবলৈ? বৌবজাৰলৈ দৌৰিব লাগে ছন্দেহ বিচাৰি? তুমি নিজকে ভাবিছা কি বুলি?"

বনলতা হাত মচি-মচি ওলাই আহিল। বেঁকা হ'ব খোজা ইন্দ্ৰক পোন কৰি তেওঁ তাৰ মূৰৰ চুলিত চুমা এটা খালে। সুধিলে, "মাৰালৈ টেলিগ্ৰাম কৰিলা?"

গোটেই দিনটো কঁপি থকা ইন্দ্ৰৰ মনটো জোকাৰ খাই উঠিল।

"সি টেলিগ্ৰাম কৰিব?"—বুলি প্ৰিয়তোষ বাবুৱে চকীৰ হেণ্ডেলত পেলাই থোৱা পাঞ্জাবীটোৰ জেপৰ পৰা কাগজ এটুকুৰা উলিয়াই ইন্দ্ৰক ক'লে, "এইখন লোৱা এক্সপ্ৰেছ টেলিগ্ৰামৰ ৰছিদ। খবৰ কাগজৰ মানুহে তোমাক মোৰ ঘৰত বিচাৰি আহে, আৰু তোমাৰ খবৰ নাই! প্ৰিয়তোষ বাবুৱে আকৌ চিঞৰিলে।

অলপ অগাপিছাকৈ অপৰেশ আৰু অমৰেশ ঘৰলৈ উভতিল। সিহঁত দুয়োটাৰ একে কথা,—ইন্দ্ৰৰ কাৰণে লগৰ ল'ৰাক সিহঁতে জেপৰ পইচা ভাঙি চাহ খুৱাইছে, লগত ইয়া বড়া-বড়া ছিংড়ি কাটলেট, ফুলকবিৰ চিঙাৰা, পান্তুয়া। ধেমালি নহয়। সিহঁতে ইন্দ্ৰক বিল দিব।

ৰেবাই ইন্দ্ৰলৈ লাজ কৰে। তাইৰ ঠিক ইন্দ্ৰলৈ লাজ কৰাৰ বয়স। তায়ো দুৱাৰমুখলৈ আহি সুধিলে, "মোক কি দিবা দাদা?"

"কি লাগে কোৱা আকৌ!" ইন্দ্ৰই শান্ত মাতেৰে ক'লে।

ৰেবাই কি লাগে ভাবি উলিয়াবই নোৱাৰিলে।

ইন্দ্ৰৰ লগত কথা নাপাতোঁ বুলিয়েই চিত্ৰা আঁতৰি-আঁতৰি ফুৰিছিল। সকলো যেতিয়া খোৱাৰ মজিয়াত গোট খালে আৰু ইন্দ্ৰই হাত-মুখ ধুবলৈ ললে, তেতিয়া গামোচা এখন দিবলৈ আহি চিত্ৰাই তাক সুধিলে, "কাইলৈ আবেলিও বৰ ব্যস্ত হৈ থাকিবা নে কি?

"নাই, দেখাততো তেনেকুৱা একো কাম নাই!

"ফুৰিবলৈ যাবা?

হঠাতে ইন্দ্ৰই হাঁহি এটা মাৰি সুধিলে, "কলৈ? খিদিৰপুৰলৈ?"

"নহয় আৰু দূৰলৈ।" চিত্ৰাই গম্ভীৰ মুখেৰে ইন্দ্ৰৰ চকুলৈ চাই ক'লে।

ক'লেহে বহু দূৰলৈ বুলি, কিন্তু পাছদিনা এছপ্লানেডত ট্ৰামৰ পৰা নামি চিত্ৰাই আন এখন ট্ৰামত উঠাৰ কোনো আগ্ৰহ নেদে-খুৱালে। তাই পথাৰখনৰ ফালে খোজ ললে।

নিঃশব্দে ঘাঁহনিৰ ওপৰেদি খোজ কাঢ়োঁতে ইন্দ্ৰৰ মনটো আকৌ গহীন হৈ আহিল।

বাটবিলাকৰ পৰা আঁতৰত, পথাৰৰ মাজৰ এঠাইত চিত্ৰা ৰ'ল। ঘাঁহখিনিলৈ চাই তাই পাৰি লবলৈ কিবা এখন হোৱা

হ'লে ভাল আছিল বুলি ভাবিলে; তাৰ পাছত "হ'ব দিয়া" বুলি পিছফালৰ এতৰপ কাপোৰ অলপ আঁতৰাই বহিল। ওচৰতে ইন্দ্ৰও।

দূৰে-দূৰে অ'ত-ত'ত দুই-এটা মানুহ ঘাঁহনিত শুই, বাগৰি আছিল। দুই-এযোৰ মানুহে বহি-বহি কথা পাতিছিল। অকণমান ঘোৱালী এজনী মাক-দেউতাকৰ ওচৰৰ পৰা চিন্নাহঁতৰ ফালে আহিল। মাক-দেউতাক দুয়ো চিঞৰিলে, গুচি আহা, খুকুমনি, শুনা, নাযাবা। তাই থপথপকৈ আহিয়েই থাকিল, আহিয়েই থাকিল। মাজতে এবাৰ পৰিলো। আহি-আহি তাই চিন্নাহঁতৰ ওচৰ পালে। চিন্নাই তাইক ওচৰলৈ মাতিলে। তাই হাঁহি-হাঁহি আঁতৰলৈ দৌৰ মাৰিলে। আকৌ আহিল, চিন্নাই আকৌ মাতিলে, তাই আকৌ দৌৰ মাৰিলে। সেইটোৱেই এটা খেল হ'ল। কিছুসময়লৈ চিন্নাৰ আনন্দ লাগিল, কিন্তু তাৰ পাছত আমনি লাগিল। এবাৰ তাই বুজাবলৈ চেষ্টা কৰিলে,—সৌৱা মাই মাতিছে, যোৱা, দৌৰ মাৰা—।

মাক-দেউতাকহাল সেইখিনিৰ পৰা উঠি যোৱাৰ পাছত ঠাইডোখৰ নিজান পৰিল।

এবাৰ ইন্দ্ৰই হঠাতে সুধিলে, "সিদিনা যে তুমি কৈছিলা, মই বয়সত তোমাতকৈ কেইবছৰ মান ডাঙৰ হ'লে তুমি কিবা প্ৰেম শ্ৰেমেই কৰিলাহেঁতেন,—এই বয়সটো এটা ডাঙৰ কথা, নহয়নে?"

চিন্নাই থতমত খালে। এক মুহূৰ্তৰ কাৰণে তাইৰ কাণ-মূৰ গৰম-গৰম লাগি গ'ল। হেঁহোনেহোঁকৈ তাই ক'লে, "মানে—এইটো এটা চিৰাচৰিত নিয়ম আৰু। কিয়? কিয় সুধিলা?"

"নাই এনেয়ে। মই এটা কাহিনী জানো—এজনী মানুহে এজন কম বয়সীয়া মানুহৰ লগত এটা গভীৰ সম্পৰ্ক পাতিছিল।"

"কৰ মানুহ? কেতিয়া?" চিন্নাই আগ্ৰহেৰে সুধিলে।

মুহূৰ্তৰ ভিতৰতে ইন্দ্ৰই নিজৰ মনটো চম্ভালি লৈছিল। সি ক'লে, "নহয় নহয়, সঁচাসঁচি কাহিনী নহয়। মই এখন কিতাপত পঢ়িছিলোঁ।"

চিন্না যেন হতাশ হ'ল। অলপ বিৰক্তি মিহলোৱা সুৰেৰে তাই ক'লে, "ধুৰ! খালী কিতাপ কিতাপ কিতাপ! কিতাপেই তোমাক খাব।" অলপ পৰ বৈ তাই সুধিলে, "বাৰু কোৱাচোন,

তুমিতো চেৰ কিতাপ পঢ়িছা, মোৰ নিচিনা মানুহৰ কথা কৰবাত পাইছানে ?"

"তোমাৰ নিচিনা মানুহক লৈ কিতাপ লিখিব পাৰি নে কি ?"

"নোৱাৰি নে কি ?

"নোৱাৰিতো ? গা ধুবা কাপোৰ ধুবা, ভাত খাবা, আকৌ ভাত বহাবা, আকৌ খাবা—সেইসোপা লৈ কিতাপ হ'ব নে কি ? মহাকাব্য হব।" ইন্দ্ৰই মুখ এচাৰি ক'লে।

আঁঠুত থুতৰি থৈ চিত্ৰা অলপ সময় মনে-মনে ৰ'ল। তাৰ পাছত তাই সুধিলে, "মোক দেখিলে তেনেকুৱাই লাগে নহয় ? কিন্তু আচল কথা কি জানা ইন্দ্ৰ ? এই প্ৰেম-শ্ৰেম—এইবোৰৰ প্ৰতি মোৰ এতিয়া কোনো শ্ৰদ্ধাই নাই। প্ৰেমৰ নামত মই এতিয়া যিহকে-তিহকে কৰিব পাৰোঁ।"

"যিহকে তিহকে ?" ইন্দ্ৰই আচৰিত হৈ সুধিলে।

"যিহকে-তিহকে।"

ওচৰেদি যোৱা বাদামৱালা এটাৰ চিত্ৰাৰ চকুৰে-চকুৰে পৰিল। সি ওচৰ চাপি আহিব খুজিছিল; চিত্ৰাই লাহেকৈ মূৰ জোকাৰি ৈাক বিদায় দিলে।

আচলতে মই এম. এ. পঢ়াৰ কথা ভবা নাছিলোঁ বুইছা। বি. এ. পৰীক্ষা হৈ যোৱাৰ পাছতে মা-দেউতাক বিয়াৰ কথা কম বুলি ভাবি আছিলোঁ। পাত্ৰ নিজে ঠিক কৰি থৈছিলোঁ। মা-দেউতাহঁতেতো আপত্তি কৰাৰ প্ৰশ্নই নুঠিলহেঁতেন, বৰং—সেই পাত্ৰৰ কথা শুনিয়েই ভাল পালেহেঁতেন।" চিত্ৰা ৰ'ল।

"পাছত ?" ইন্দ্ৰৰ চকুত টিপ পৰা নাছিল।

"পাছত—অধ্যাপক মহাশয়ে অকলতো শ্ৰেণীতেই ছাত্ৰী নপঢ়ায়, কাৰোবাক ঘৰতো পঢ়ায়। সেই টিউছনৰ ছাত্ৰীয়ে এদিন মোক কলেজৰ পথাৰতে লগ ধৰি কৈ গ'ল,—তেওঁলোকৰ মাক-দেউতাকৰ মাজত মিঠাই, কোষ্ঠী, বংশাৱলীৰ আদান-প্ৰদান হৈ গৈছে; এতিয়া সেইটো তেওঁলোকৰ মাজৰ ঘৰুৱা কথা; মই যেন মাজত ৰিধি-পথালি নিদিওঁ।"

"তাৰ পাছত ?"

"তাৰ পাছত তেওঁ মোক প্ৰতিশ্ৰুতি দিলে,— যি হৈ গ'ল তাৰ কাৰণে তেওঁ মোক ক্ষমা কৰিব।"

"তোমাক ? তোমাক ক্ষমা কৰিব ? আৰু সেই অধ্যাপকক ?" স্থান-কাল পাহৰি ইন্দ্ৰই ডাঙৰ মাতেৰে সুধিলে।

"অধ্যাপককতো তেওঁ তেনেকৈ ক্ষমা নকৰে! তেওঁক ইমান অকণ-অকণকৈ ক্ষমা কৰিব যাতে সম্পূৰ্ণ ক্ষমা কৰোতে গোটেই জীৱনটো পাৰ হৈ যায়। ইমানখিনি পোৱা, বিনিময়ত ইমানকণ ক্ষমা। গোটেই জীৱন ধৰি মানুহটোক ক্ষমাৰ পাত্ৰ কৰি ৰখাটো জানো কম লাভৰ কথা ?"

"তাৰ পাছত ?"

"তাৰ পাছত আৰু একো নাই। শেষ। মই এম, এ পঢ়িছোঁ। মা-দেউতাহঁতক এনেকুৱা এটা ধাৰণা দিছোঁ—বিয়া-বাৰুৰ কথা লৈ মোক এতিয়া আমনি নকৰিবি। মোৰ শিক্ষা-দীক্ষাৰ প্ৰতি ভীষণ অনুৰাগ। আচলতে মই পলাইছোঁ বুজিছা ?"

ইন্দ্ৰৰ মনৰ কোনোবা এঠাইত সিৰিকৈ উঠিল।

অলপ পৰৰ পাছত চিন্ময়াই ইফালে-সিফালে চাই সুধিলে, "এই বাদামৱালাটো কলৈ গ'ল ?"

কিছু সময় মনে-মনে থাকি ইন্দ্ৰই সুধিলে, "এতিয়া তুমি কি কৰিবা বুলি ভাবিছা ?"

"যিহকে-তিহকে।" চিন্ময়াই হাঁহিলে।

আকৌ বহুত পৰ মনে-মনে থাকি ইন্দ্ৰই আচৰিত হোৱাৰ সুৰেৰে সুধিলে, "ইমান দিন তোমাক দেখিলোঁ, লগ পালোঁ,—তুমি ইমানবোৰ কথা পেটতে ৰাখি থৈ দিছা ?"

"সেইটোনো কি কথা ? তুমিনো কি কৰিছা ? সকলো একেই।" অলপ পৰ বৈ চিন্ময়াই আকৌ ক'লে, "তোমাৰ লগত মোৰ অৱশ্যে কেইবাটাও পাৰ্থক্য আছে। তাৰে এটা হ'ল—তুমি এটা গ্ৰেটনেছ বিচাৰিছা, মই এটা মিলনেছ,—সংকীৰ্ণতা,—নীচতাৰ কাৰণে ব্যগ্ৰ হৈছোঁ।"

"মানে ?"

"মানে—ধৰি লোৱা, এই মুহূৰ্তত যদি সেই অধ্যাপক মহাশয় এই ফালেদি পাৰ হয় তেনেহলে মই তেওঁ দেখাকৈ তোমাক—।

থাক। সৌটো। বাদামবালাটো আহিছে।” চিত্ৰাই বাদামবালাটোৰ দ্‌ৃষ্টি আকৰ্ষণ কৰিবলৈ হাত দাঙিলে।

ইন্দ্ৰই ভাবি থৈছিল—বি. এছ্‌ছি. ক্লাছ আৰম্ভ হোৱাৰ আগৰ দিনখিনিত সি লাইব্ৰেৰিত মেডিকেল ছায়েন্স আৰু ছাইক'ল'জি সম্পৰ্কীয় কিছু কিতাপ পঢ়িব। কেইদিনমান পলম হ'ল যদিও সি কামটো আৰম্ভ কৰিলে। লাইব্ৰেৰিৰ নিৰ্দিষ্ট ঠাইডোখৰত তাক আকৌ দুখন হাতত দুখন গালৰ হেঁচা দি তলমূৰকৈ বহি থকা দেখা গ'ল। কিন্তু সি আগৰ নিচিনাকৈ কিতাপৰ কথাৰ মাজত ডুবি যাব নোৱাৰিলে। এজাক মানুহৰ মুখে তাক আমনি কৰিবলৈ ধৰিলে। যাক সি দেখা নাই,—সেই অধ্যাপকজনৰ চেহেৰা এটাও তাৰ চকুৰ আগত ভাহি-ভাহি উঠিল। চৌখেলা চুলি, মাজেদি সেওঁতা, দেউতাকৰ সমান ওখ—। আৰু চিত্ৰা; তাইলৈ তাৰ ভয়-ভয় লাগিল। কিয়—সি ঠিককৈ ধৰিব নোৱাৰিলে।

তিনদিনতকৈ বেছি সি লাইব্ৰেৰিত সোমাই থাকিব নোৱাৰিলে। চতুৰ্থ দিনা দুপৰীয়াৰ পাছত সি চিত্ৰাহঁতৰ ঘৰলৈ আহিল। সি জানে—এইখিনি সময়ত বনলতাৰ বাহিৰে ঘৰত কোনো নাথাকে। বনলতাই বিছনাৰ পৰা উঠি আহি দুৱাৰ খুলি দিলে। ইন্দ্ৰক দেখি তেওঁ আচৰিত হ'ল। “অসময়ত দেখোন!”

এইফালে কিবা এটা কামত আহিছিলোঁ। এনেয়ে সোমালোঁ। অসুবিধা হ'ল নে কি আপোনাৰ?”

“নাই নাই, তেনেকৈ কিয় কোৱা? কি খাবা?”

“একো নাখাওঁ।”

অলপ পাছতে ইন্দ্ৰই ইচ্ছা কৰিয়েই বি, এছ্‌ছি, শ্ৰেণীত ল'ৰা ছোৱালী ভৰ্তি হোৱাৰ কথা উলিয়ালে। দুই-এটা অইন কথা কৈ সি ক'লে, সিহঁতৰ কলেজৰে ম্বিজনী ছোৱালী টেন্‌থ্ হৈছে, তাই বোলে ইয়াত আৰু নপঢ়ে। তাইৰ বিয়া হ'ব। গিৰিয়েকে জামছেদপুৰত চাকৰি কৰে, বিয়াৰ পাছতে তাই তালৈ যাবগৈ।

বনলতাই ক'লে, “ভাগ্যৱতী ছোৱালী।”

ইন্দ্ৰই লগে-লগে ক'লে, “বাৰু খুৰী, আপোনালোকে চিত্ৰা বাইদেউক বিয়া নিদিয়ে কিয়?”

“নিদিওঁহে হয়। পাৰিলেতো আজিয়েই দিওঁ।”

"তেনেহলে ?"

"জানো তাইৰ মগজত কি সোমাইছে ! আজি ক'ব বিলাতলৈ যাম, কাইলৈ ক'ব চাকৰি কৰিম ! আৰু তাই ক'ব এটা, লগে-লগে বাপেক ক'ব— হয় হয় । যেন একেবাৰে খাপ পাতি থকা জেঠীটোহে ! তুমি জব্বলপুৰত থাকোঁতে হাজৰা বোৱৰ মানুহ এঘৰ আহিছিল বুইছা । ল'ৰাটো ইয়াৰে মেডিকেল কলেজৰ ডাক্তৰ । ফটো দেখিছিলোঁ,—একদম কাৰ্তিকৰ নিচিনা চেহেৰা ।"—

"তাৰ পাছত ?"

"তাৰ পাছত কিডাল হ'ব ? তাই বিলাতলৈ যাব যেতিয়া তুমি আৰু কিডাল কৰিবা !"

"কথা-বতৰা চলি আছেনে শেষ হৈ গ'ল ? ইন্দ্ৰই উদগ্ৰীৱ হৈ সুধিলে ।

"এওঁলোকেতো শেষেই কৰে ! মইহে কৈ আছোঁ—ছোৱালীৰ আচল গাৰ্জেন বৰ দেউতাক ; অসমত থাকে ; তেওঁলৈ লিখিছোঁ, উত্তৰ পালেই আপোনালোকক জনাম ।"

"আপুনি হাৰলৈ সঁচাকৈয়ে লিখিছে নে ?"

"লিখিছোঁ—ভায়েকক দুটামান ধমক দি ছিজিল কৰিবলৈ ।"

"আপুনি ঠিক কাম কৰিছে ।" —বুলি ইন্দ্ৰই চকীৰ হেণ্ডেলত চাপৰ এটা মাৰিলে । "হাজৰা বোৱৰ ডাক্তৰক কোনোমতে এৰি নিদিব খুৰী । এই বছৰতে আমি চিত্ৰা বাইদেউৰ বিয়া খাবলৈ পাবই লাগিব ।"

হোষ্টেলৰ কোঠালিত সোমোৱাৰ পাছত কিন্তু ইন্দ্ৰৰ কিবা এক ধৰণৰ অনুতাপ হ'ল । কিয় সি চিত্ৰাৰ বিয়াৰ কাৰণে ইমান আগ্ৰহ দেখুৱাইছে !

কেইদিনমানৰ পাছত নিজৰ ঘৰৰ বহা কোঠালিত ইন্দ্ৰক অকলে পাই চিত্ৰাই সেই কথাটোকে সুধিলে ।—"মই তোমাৰ মূৰৰ ওপৰত উঠি আছোঁ নে কি ? যদি নাই থকা, তেনেহলে মোৰ

আগত ক্ষতৰ-ক্ষতৰ কৰাৰ তোমাৰ কি দৰকাৰ ? আৰু যদি আছোঁ, তেনেহলে নমাবলৈ তোমাৰ শক্তি আছে ?"

মাখি মাৰিবলৈ হাতত লৈ থকা গেঞ্জিৰ বাকচৰ ডাঠ কাগজ এখনেৰে চিত্ৰাই নিজকে দুবাৰমান ঘন-ঘনকৈ বিচিলে। ইন্দ্ৰই ভয়ে-ভয়ে এবাৰ তাইৰ মুখখনলৈ চালে।

চিত্ৰাৰ কথাবোৰৰ কিছুমান শব্দ ইন্দ্ৰৰ মগজৰ পৰা মাজে-মাজে ওলাই গ'ল। —মই যদি তোমাৰ মূৰৰ ওপৰত উঠি আছোঁ, তেনে-হ'লে নমাবলৈ তোমাৰ শক্তি আছে ? —এই শব্দকেইটা তাৰ মগজত ক্ষিপ্ৰ গতিৰে ঘূৰিবলৈ ধৰিলে। চিত্ৰাৰ কথাৰ সুৰৰ দৃঢ়তা আৰু তাইৰ অভিমানত গম্ভীৰ হৈ উঠা মুখখনৰ সমুখত তাৰ নিজকে অসহায় যেন লাগিল।

ডাঠ কাগজখনৰ বতাহত, হাতখনৰ অসংযত গতিত চিত্ৰাৰ শাৰীৰ আচলটো লাহে-লাহে আঁতৰি গৈছিল, সেইটো ঠিক ঠাইলৈ ওভোতাই নি তাই কলে, "তুমি ভয় কৰিব নালাগে, চিন্তাও কৰিব নালাগে।"

অলপ পৰ বৈ তাই কথাষাৰ শুধৰাই দিয়াৰ নিচিনাকৈ কলে, "নহয়, তুমি একেবাৰে নিৰ্ভয় হৈ যোৱা বা নিশ্চিন্ত হৈ থাকা বুলি কবলৈও মোৰ ভাল নালাগে। তুমি যি বুজা, যি ভাল দেখা —কৰি থাকা।"

আকৌ অলপ পৰ বৈ তাই কলে, "কিন্তু,—তুমি একো নুবুজাই। সেই কাৰণে তোমাৰ ওপৰত কথাবোৰ এৰি দিবলৈও মন নাযায়। পাল তৰি নিদিলে তুমি লৰচৰেই নকৰা। একে ঠাইতে ওপঙি থাকা।"

ইন্দ্ৰ অলৰ-অচৰ হৈ বহি ৰ'ল।

"মোৰ বিয়াৰ কথাবোৰ পৰিস্কাৰ হৈ গ'ল। ইমানবোৰ মানুহ এৰি কেৱল মা-দেউতাৰ বিৰুদ্ধে বিদ্ৰোহ কৰা, তেওঁলোকৰ মনত কষ্ট দিয়াৰ কোনো অৰ্থ নাই। ডাক্তৰ বাবুৰ লগত মোৰ বিয়া হ'ব। এই বছৰতে তুমি বিয়া খাবলৈ পাবা।"

"হয় ?" ইন্দ্ৰই আচৰিত হৈ সুধিলে।

"খুব ফুৰ্তি লাগি গল নহয় ?

"নাই, ফুৰ্তি লগা নাই।" ইন্দ্ৰই কোঁচমোচ খাই কলে।

"তেনেহলে কি লাগিছে ?"

ইন্দ্ৰ মনে-মনে থাকিল। এক মুহূৰ্তৰ কাৰণে চিন্তাৰ জেৰা কৰাৰ ধৰণত তাৰ খং উঠিল। তাইৰ প্ৰত্যেকটো শব্দৰ মাজত এবিধ স্পৰ্ধা থকা যেন লাগিল। কিন্তু পাছ মুহূৰ্তত তাৰ মনৰ পৰা সেইবোৰ ভাব আঁতৰি গ'ল। সি মন্ত্ৰমুগ্ধৰ নিচিনাকৈ বহি ৰ'ল।

"কিন্তু মা-দেউতাৰ বিৰুদ্ধে বিদ্ৰোহ নকৰিলেও, মইতো নিজৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবই লাগিব! সেই কাৰণে আজি কেইবাদিনো ঘূৰি ডাক্তৰ বাবুৰ কিছু ইতিবৃত্ত জানি ললোঁ। চিন্তা নাই। মিলিব।"

"ভাল?" ইন্দ্ৰই সুধিলে।

"ভাল। অধ্যাপক মহাশয় আৰু মই যিমান ভাল, সিমানেই ভাল। সকলো সমান। মোৰো লুকুৱাবলগীয়া আছে। ডাক্তৰ-বাবুৰো আছে। তেখেতৰো লুকুৱাবলগীয়া নথকা হ'লে মোৰ নিজকে দোষী-দোষী লাগিলহেঁতেন। এতিয়া চিন্তা নাই। তুমি বিয়া খাবলৈ ৰেডি হোৱা।"

# সোতৰ

জাৰ আৰু চিন্ময়ৰ বিয়াৰ দিন সমানে আগবাঢ়ি আহিল। লাইব্ৰেৰিৰ পঢ়া কোঠালি গধূলিৰ পাছত সোনকালে-সোনকালে খালী হ'ল। আই. এছ্. ছি. পৰীক্ষাৰ ৰিজাল্ট ওলোৱাৰ পাছত চিন্ময়াই ইন্দ্ৰক এখন কাশ্মীৰী চাদৰ দিছিল; সেইখনেৰে কাণলৈকে ঢাকি সি লাইব্ৰেৰিৰ নিৰ্দিষ্ট চকীখনত বহি থকা কৰিলে। এসময়ত মূৰ তুলি চাৰিওফালে চালে সি প্ৰায়েই দেখে—কোনো নাই, সি অকলশৰীয়া। কেতিয়াবা কিতাপৰ ওপৰতে কপালখন থৈ পৰি থাকিলে মুকুন্দ বাড়ুই নামৰ বয়সীয়া চকীদাৰজনে কাণৰ ওচৰলৈ মুখ নি সোধে, "ইন্দ্ৰ বাবু, টোপনি গল নে কি?"

ইন্দ্ৰই তেনেকৈ পৰি থাকিয়েই মূৰটো জোকাৰে। মুকুন্দ বাড়ুয়ে নিজৰ ঠাইলৈ উভতি গৈ, আন এখন খবৰ কাগজ তুলি লৈ চচমাযোৰ ঠিক ঠাইত বহুৱাই লয়।

কি কাৰণে তাৰ এই কষ্টটো হয়? কি কাৰণে মাজে-মাজে এক গভীৰ বেদনাই তাক আচ্ছন্ন কৰি ৰাখে? চিন্ময়াই কলে—সি একো নুবুজে। কি নুবুজে? তাই তাক নিৰ্ভয়, নিশ্চিন্ত হ'বলৈ দিব নোখোজে;—সি কেনেকুৱা ভয়, কি চিন্তাৰ মাজত থাকিব লাগে? এইযে তাৰ মূৰৰ ওপৰত উঠি থকাৰ শক্তি, সেই শক্তি চিন্ময়াই কেনেকৈ পালে? কেতিয়াবা ইন্দ্ৰয়েই সেই শক্তি দিলে নে কি? কেতিয়া?

ইন্দ্ৰই মনত পেলাবলৈ চেষ্টা কৰিলে। দিলে বুলি তাৰ মনত নপৰিল। কিন্তু নাই দিয়া বুলিও সি নিশ্চিন্ত হব নোৱাৰিলে। এসময়ত তাৰ এনেকুৱা লাগিল যেন পানীৰ ভয়ত দৌৰি-দৌৰি পলোৱা এক জলাতংক ৰোগী কুঁৱলীয়ে ঢকা নদী এখনৰ পাৰত উপস্থিত হ'লগৈ।

ইন্দ্ৰ আটাইতকৈ আচৰিত হ'ল—ডাক্তৰ বাবুৰ লগত চিন্ময়া গুচি যাব—সেই কথাটো ভাবি সি যিমান সকাহ পাবলৈ চেষ্টা কৰিলে, তাৰ মনটো সিমানে অস্থিৰ আৰু বিমৰ্ষ হৈ পৰা কাৰণে।

বহুদিন ঘনিষ্ঠ হৈ থকা তাৰ লগৰ সেই টেন্‌থ্‌ হোৱা ছোৱালী-জনী,—জয়শ্ৰী, গিৰিয়েকৰ লগত জামছেদপুৰলৈ গুচি যাব,—চিত্ৰা গুচি যোৱা ঘটনাটোও ঠিক তেনেকুৱা বুলি ধৰিবলৈ সি ষিগানবাৰ চেষ্টা কৰিলে, সিমানবাৰ ঘটনা দুটা শূন্য খাপ আৰু তৰোৱালৰ নিচিনাকৈ বেলেগ-বেলেগ হৈ পৰিল।

কেইদিনমান ইন্দ্ৰই এতিয়া বেনাৰছ ইউনিভাৰছিটিত নাম লগাব পাৰিনেকি তাৰ খবৰ লৈ কটালে। সিহঁতৰ আই. এছ্‌ ছি. ক'ৰ্ছৰ কিতাপ এখন লিখা বেনাৰছ ইউনিভাৰছিটিৰ প্ৰফেছাৰ এজনলৈ সি চিঠিও লিখিলে। উত্তৰ আহিল,—এতিয়াও তাৰ এডমিছনৰ এটা বিশেষ ব্যৱস্থা হ'ব পাৰে; কিন্তু ইন্দ্ৰই আৰু এবাৰ ভাবি চাওক,—এইবোৰ কৰি কিমান লাভ হ'ব। ইন্দ্ৰই লগে-লগে ভাবি ঠিক কৰিলে,—লাভ বহুত হব; কিন্তু তাৰ বাহিৰে একো নকৰাকৈয়ে সি ভালেমান দিন পাৰ কৰি দিলে। তাৰ পাছত আৰু লাভৰ আশা নাথাকিল।

একোবাৰ সি কলিকতাতে থাকি চিত্ৰাৰ লগত বেনাৰছৰ সমান দূৰত্ব ৰখাৰ কথা ভাবিলে, কিন্তু ভবা মতে কাম নহল।

এদিন খবৰ আহিল, পৰিতোষ ছাৰ গোটেই পৰিয়াল লৈ বিয়াৰ এমাহৰ আগতে কলিকতা পাবহি। বিয়া, দেশলৈ অহা,—সকলো মিলাই তেখেতে ডেৰ মাহৰ ছুটি লৈছে। খবৰটো পোৱাৰে পৰা ইন্দ্ৰৰ মনলৈ নানান চিন্তা আহিছিল; কিন্তু যিদিনা তেখেত-সকল কলিকতা পাবহি, সেইদিনা পুৱাৰে পৰা সি নিমাত অথচ অস্থিৰ হৈ পৰিল। পৰিতোষ ছাৰ যিখন চহৰৰ পৰা আহিব, সেইখন চহৰৰ বাট-পথ, ঘৰ-দুৱাৰ, মানুহ-দুনুহ সকলো যেন তেখেতৰ লগতে লাগি আহিব,—ইন্দ্ৰৰ তেনেকুৱা লাগিল। সেই দিনা হোষ্টেলত ভাত খাওঁতে তাৰ ওচৰতে মাক বহি থকা যেন লাগিল। ভাওৰ বাকচটো খুলিলে যে মাকৰ কাপোৰবোৰৰ গোন্ধ এটা পাইছিল, বাৰে-বাৰে সেই গোন্ধটো পোৱা যেন লাগিল। ওচৰৰ কোঠালিটোত ৰমা আৰু মণিয়ে কাজিয়া কৰা যেন লাগিল। দূৰত মহীকান্তই কহা যেন লাগিল।

আবেলি পৰত ইন্দ্ৰ হোটেলৰ কোঠালিটোত তিনিঠিব নোৱাৰি বাটলৈ ওলাই আহিল। সি এবাৰ ভাবিলে—পোনে-পোনে ষ্টেছনলৈ

স্বাব। কিন্তু তাৰ এক্ ধৰণৰ ভয়ো লাগিল। সি চিন্ময়াহঁতৰ ঘৰলৈ বুলি বাহুত উঠিল।

চিন্ময়াৰ বাহিৰে প্রিয়তোষ বাবুহঁতৰ সকলো ষ্টেচনলৈ গৈছিল। চিন্ময়াই ওলাই-সোমাই ফুৰাটো কমাইছিল। বিয়া ওচৰ চাপি আহোঁতে তাইতকৈ মাকৰ লাজটো বেছি হৈ আহিছিল। চিন্ময়াই এতিয়া কি কি কৰিব নালাগে, সেইটো মাকে ঠিক কৰিছিল, আৰু তেনেকুৱা কামৰ সংখ্যা দিনে-দিনে বাঢ়ি আহিছিল। একেবাৰে কমি আহিছিল চিন্ময়াৰ ওলাই-সোমাই ফুৰাটো। সেইটোৰ প্রতি তাইৰ নিজৰো আগ্রহ নাইকিয়া হৈ গৈছিল।

ইন্দ্রই যেতিয়া দুৱাৰত টক-টক কৰিলে, তেতিয়া চিন্ময়া বিছনাত পৰি আছিল। মাকে হুকুম দি গৈছিল, বৰদেউতাকে আহি যেন তাইক অধলা নেদেখে; তাই যেন অলপ ফিটফাট হৈ থাকে। ফিটফাট হোৱাৰ পাছত তাই বিছনাত পৰিছিল। ইন্দ্রক দুৱাৰ খুলি দিওঁতে তাইৰ গাৰ ফিটফাট আৰু বিছনা দুয়ো মৰমেৰে সাৱটা-সাৱটি কৰি আছিল। এসময়ত যিটো কোঠালিত ইন্দ্র আছিল, চিন্ময়াই তাক নি সেইটো কোঠালিত বহুৱালে আৰু নিজে অপৰেশৰ বিছনাখনৰ চুকত মনে-মনে বহি থাকিল।

কোনেও কথা নোকোৱাটো বহুত সময়লৈ ইন্দ্রৰ কাৰণেও আচৰিত যেন নালাগিল। কিন্তু শেষত এবাৰ সিও সুধিবলৈ বাধ্য হ'ল, "তোমাৰ মনটো বেয়া নে কি?"

"নাই নহয়।"

অলপ পৰ বৈ চিন্ময়াই কলে, "চাহ-তাহ মাহঁতে আহি দিবহি। এতিয়া মই আৰু পাগঘৰত নোসোমাওঁ। মাহঁত, মানে বৰদেউতাহঁত নহালৈকে তুমিতো থাকিবাই?"

"থাকিম?"

"মই কিন্তু তোমাৰ মনটোহে বেয়া দেখিছোঁ!" চিন্ময়াই স্থিৰ দৃষ্টিৰে ইন্দ্রৰ চকুলৈ চাই কলে। "কি হ'ল?"

"নাই একো হোৱা নাই।"

আৰু কিছুসময় দুয়োটা মনে-মনে বহি ৰ'ল। ইন্দ্রই অপৰেশৰ মেজৰ কিতাপ এখনৰ পাতবোৰ এটা হাতেৰে এনেয়ে লুটিয়াই থাকিল। এবাৰ চিন্ময়া কোঠালিটোৰ পৰা ওলাই গ'ল। বাৰাণ্ডাত

থিয় হৈ তাই বাটটোৰ ষিমানলৈকে দেখি—চালে, তাৰ পাছত আকৌ আগৰ ঠাইত বহিলহি। অলপ পাছত তাই বিছনাখনৰ মূধৰ বেৰখনত গাৰু দুটা থৈ আউজি দিলে আৰু ভৰি দুখন বিছনালৈ তুলি ললে। তাৰ পাছত তাই সোঁ হাতৰ ঠাৰিৰে চকু দুটা ঢাকি মনে-মনে পৰি ৰ'ল।

"কি হ'ল? তুমি কথা নকবাই নেকি?" এবাৰ ইন্দ্ৰই সুধিলে।

চকুৰ ওপৰৰ পৰা হাতখন আঁতৰ কৰি চিত্ৰাই কলে, "কথা? নাই। আৰু কথা নকওঁ। ঢেৰ কথা কলোঁ। এইখিনিত বহাচোন।" তাইৰ গাৰ কাষৰ বিছনাখনৰ খালী ঠাইডোখৰত তাই হাত ফুৰালে।

"আহাঁ।" অলপ পাছত চিত্ৰাই দ্বিতীয়বাৰ মাতিলে।

ইন্দ্ৰ লাহেকৈ উঠি সেইখিনিত বহিলগৈ। তাৰ হাত দুখন কোলাতে আছিল; তাৰ ওপৰতে চিত্ৰাই তাইৰ সোঁ হাতখন থলে। তাৰ পাছত তাই ইন্দ্ৰৰ আঙুলিবোৰ পৰীক্ষা কৰিবলৈ ধৰিলে।

এবাৰ চিত্ৰাই ক'লে, "তুমি হাজৰা ৰোডৰ ঘৰলৈ গৈ থাকিবা। ইয়ালৈ যেনেকৈ আহিছিলা।" তাইৰ মাতবোৰ সক-সক, ওৰণি তলৰ পৰা অহা যেন শুনা গ'ল।

লাহে-লাহে তাইৰ হাতখনৰ শক্তি বাঢ়ি আহিল। অলপ পাছত তাই ক'লে, "মই কি কৰোঁ, কি নকৰোঁ, তুমি এতিয়া এইবোৰ প্ৰশ্নৰ উত্তৰ নিবিচাৰিবা। এইবোৰ কথাত তোমাৰ মনটো নলগাবা। মোৰ নিজৰো মন বুজিবলৈ এতিয়া আৰু একো নায়েই।"

সঁচাকৈয়ে সময় পাৰ হ'ল, নে কি হ'ল, ইন্দ্ৰই মন নকৰিলে, কিন্তু লাহে-লাহে তাৰ চাৰিওফাল আন্ধাৰ হৈ আহিল।

এটা সময়ত এই ঠাইডোখৰ তাৰ সেই কঠাল আৰু বাঁহগছৰ মাজৰ ঠাইডোখৰ যেন লাগিল। বাঁহগছৰ মাজৰ পৰা কেৰকেৰণিৰ শব্দ আহিছে;—ওচৰতে কৰবাত ৰাতিৰ চৰাইৰ পাখিয়ে ধপধপাইছে;—দূৰত কাৰোবাৰ ঘৰত কেঁচুৱাই কান্দিছে।—

এসময়ত যেতিয়া ইন্দ্ৰই কোঠালিটোৰ লাইট জ্বলালে, তেতিয়া চিত্ৰাই সিফালে মুৰ দি কান্দি আছিল।

ৰেলখন আহি পোৱাত পলম হৈছিল।

পৰিতোষ বাবুৱে ইন্দ্ৰক দেখি প্ৰথমেই ক'লে, "বৰ ডাঙৰ হ'লা। কলিকতাৰ ৰাস্তাত দেখিলে ক্ষতকৰে চিনিয়েই নাপালোঁহেঁতেন!"

তাৰ পাছত তেখেতে খবৰ দিলে,—ঘৰত সকলোৰে ভাল। তেখেতসকল ৰেলত উঠাৰ আগদিনা মেনকা আৰু ডাঙৰ ছোৱালীজনী আহিছিল; তেওঁলোকে ইন্দ্ৰলৈ ডাঙৰ টোপালা এটা পঠিয়াইছে। পাছদিনা মহীকান্তও আহিছিল; তেওঁ যেনেতেনে ইন্দ্ৰৰ ফটো এখন লৈ যাবলৈ কৈছে; এতিয়া তেওঁ পৰিতোষ বাবুৰ হাতত চিঠি দিব নোৱাৰিলে; দুই-এদিনতে ডাকত দিব। পৰিতোষ বাবুৰ ঘৈণীয়েকে সতৰঞ্চিৰে মেৰিয়াই অনা টোপোলা দুটা উলিয়াই ডাঙৰটো ইন্দ্ৰক দিলে, ইটো বনলতাক দিলে। মেনকাই বনলতালৈও কিবাকিবি পঠিয়াইছে।

বনলতাহঁতে ইন্দ্ৰক তাতে ভাত খাই যাবলৈ জোৰ কৰিছিল, ইন্দ্ৰই নাখালে। হাতে টনা ৰিক্সাত টোপালোটো লৈ সি হোষ্টেললৈ আহিল।

টোপোলাটোৰ ভিতৰত গামোছা, চুৰিয়া, গেঞ্জি, ৰুমাল, পিঠা, সান্দহ গুড়ি, আচাৰৰ বটল, শুকান ঠেকেৰা, এজাপ চিঠি,—।

ৰুমমেট নীহাৰে বস্তুবোৰ পিটিকি-পিটিকি চালে, আচাৰ অকণমান খাই চালে, তাৰ পাছত গেঞ্জি এটা হাতলৈ লৈ ক'লে, "এইটো তোমাৰ কাৰণে সৰু হ'ব দেখোন!"

ইন্দ্ৰই মূৰ দুপিয়ালে।

"মাৰাই তোমাৰ গাৰ জোখ পাহৰি গ'ল।" নীহাৰে হাঁহি-হাঁহি ক'লে।

বিছনা আৰু মেজত বস্তুবোৰ খেলিমেলি হৈ পৰি থাকিল। তাৰ কাষতে ইন্দ্ৰও পৰি থাকিল। নীহাৰক সি ক'লে,—সি ভাত খাই আহিছে।

লাহে-লাহে কোঠালিটো বস্তুবোৰৰ পৰা ওলোৱা এটা অদ্ভুত গোন্ধেৰে ভৰি পৰিল।

মাজনিশা ইন্দ্ৰ নিঃশব্দে দুৱাৰ খুলি বাহিৰলৈ ওলাই আহিল। ৰেলিঙত গাৰ ভেজা দি সি কিছু সময় থিয় হৈ ৰ'ল। অলপ পাছত কব নোৱৰাকৈয়ে সি এখন হাতেৰে ইখন হাত মোহাৰিলে।

তাকে কৰোঁতেই যেন বাঁহগছৰ কেৰকেৰণিৰ নিচিনা এটা শব্দ হ'ল। কোঠালিৰ গোন্ধটো বাৰাণ্ডালৈকে ওলাই আহিল। এবাৰ সি দুই হাতেৰে চুলিবোৰৰ মাজত আঙুলি সুমুৱাই মূৰটো চেপা মাৰি ধৰিলে। এই জাৰৰ নিশাও অকল পায়জামা-পাঞ্জাবীযোৰেৰেই তাৰ গৰম লাগিল। লাহে-লাহে চিন্তাৰ ওপৰত তাৰ খং উঠিল। তাইৰ কথা, কাম, বিশেষকৈ আজি আবেলিৰ তাইৰ ব্যৱহাৰ, সকলোৰে প্ৰতি তাৰ ঘৃণা জন্মিল। কি পাক লগোৱা কথা! কি গম্ভীৰ মনোবৈজ্ঞানিক চিন্তা! চব মিছা। চব ভুৱা। তাক আজি তাই যেনেকুৱা ব্যৱহাৰ কৰিলে, সেইটোহে সচাঁ; বাকী চব মিছা। কেৱল এম. এ. পঢ়াৰ বুদ্ধি আৰু চতুৰালিৰে এনেকুৱা ব্যৱহাৰ কৰি তাই সাৰি যাব?

যদি তাই সাৰি যায়, তেনেহলে কিয় সি পাঠশালা পাছ, অৰ্ধশিক্ষিতা মানুহ এজনীক—

অ'ত-ত'ত জ্বলি থকা লাইটৰ পোহৰবোৰ কুঁৱলীত তিতি গধুৰ হৈ পৰিছিল। বহু দূৰৰ এশাৰী লাইটৰ ফালে তধা লাগি চাই থাকি এসময়ত ইন্দ্ৰ কোঠালিটোলৈ উভতি আহিল। শান্ত হাতেৰে সি বিছনা আৰু মেজৰ বস্তুবোৰ সামৰিলে। সামৰি উঠি সি পিঠা এটা খালে। আৰু এটা। আৰু এটা। তাৰ পাছতহে যেন তাৰ ভোক লাগিল। এক অপূৰ্ব স্বাদ আৰু গোন্ধ তাৰ ভিতিৰেদি নামি যাবলৈ ধৰিলে। সিহঁতৰ কাৰণে ঠাই খালী কৰি দিবলৈ ভিতৰৰ গৰা এটা কণ্ট লাহে-লাহে তাৰ বুকুৰ ফাললৈ উঠি আহিল।

চুকৰ টুলখনৰ ওপৰত থকা কুজাটোৰ পৰা পানী বাকোঁতে নীহাৰে সাৰ পালে। সুধিলে, "তুমি শোৱা নাই?"

"নাই।"

"কেইটা বাজিল?"

"ডেৰটা।" অলপ পাছত ইন্দ্ৰই ক'লে।

"শুই থাকা।" বুলি বাগৰ সলাই নীহাৰ শুই থাকিল।

পৰিতোষ ছাবৰ যিমান দিনৰ মুৰে-মুৰে দেখা নিদিয়ে ভেখেতে

বেয়া পাব পাৰে, ইন্দ্ৰই সিমানদিনৰ মূৰে-মূৰে তেখেতক দেখা কৰিলে। প্ৰিয়তোষ বাবুৰ ঘৰৰ বহা কোঠালিটোত সি ইলেকট্ৰিছিটিৰ মিটাৰ পঢ়িবলৈ অহা মানুহৰ অন্তৰংগতাৰে সোমাল আৰু ওলাল।

বিয়াখন হৈ যোৱাৰ পাছত পৰিতোষ-বাবুৱে শিবপুৰ, নাৰকেল-ডাংগাৰ আত্মীয়-স্বজন, পুৰণি বন্ধুক দেখা কৰিবলৈ আৰম্ভ কৰিছিল। তেনেকুৱা কাম নথকা এদিনত তেখেতে ইন্দ্ৰক লগত লৈ কলেজ স্কোৱাৰত ফুৰিবলৈ আহিল। পুখুৰীটোৰ চাৰিওফালে এপাক ঘূৰি শেষত তেখেত বেঞ্চ এখনত বহিল। ইন্দ্ৰ থিয় হৈ আছিল, তেখেতে তাক বহিবলৈ ক'লে। সি সংকোচ কৰি, ছাৰৰ পৰা যিমান পাৰে দূৰত কোনোমতে বহাৰ নিচিনা কৰিলে। এই কলেজ স্কোৱাৰ, হিন্দু কলেজ—এইবোৰ এসময়ত কেনেকুৱা আছিল তাৰ বৰ্ণনা দি, ইন্দ্ৰৰ পঢ়া-শুনা কেনে চলিছে তাৰ খবৰ লৈ, এবাৰ তেখেতে সুধিলে, "ঘৰলৈ নোযোৱা নে কি?"

"যাম ছাৰ। বন্ধবিলাকত মই কিছুমান দৰকাৰী কাম কৰি আছোঁ। ভাবিলোঁ এনেয়ে অহা-যোৱা কৰি থকাতকৈ তেনেকুৱা কাম অলপ কৰাই ভাল।"

"তথাপি এবাৰ যাবা। তোমাৰ মন আৰু ঘৰৰ মানুহবোৰৰ মন একে নহয়। কথাটো স্বাভাৱিক হোৱা নাই। বাহিৰৰ মানুহে বহুত কথা কয়। কোনোবাই কয় তুমি তেওঁলোকৰ ওপৰত খং কৰিছা, কোনোবাই কয়—দেউতাৰাই তোমাক ত্যাজ্যপুত্ৰ কৰিছে। অৱশ্যে সেইবোৰ কথালৈ কাণ দি মন বেয়া কৰাৰ কোনো অৰ্থ নাই। তথাপি তোমাৰ এটা কৰ্তব্য আছে।"

ইন্দ্ৰই লাইটৰ পোহৰ পৰা ঘাঁহনিলৈ চাই ৰ'ল। পৰিতোষ ছাৰো অলপ সময় মনে-মনে ৰ'ল। তাৰ পাছত তেখেতে কলে, "তোমাৰ সৰু মা মানে মাহী মা—"

ইন্দ্ৰই ছাৰৰ মুখলৈ চালে।

"তেওঁৰ কথা তোমালৈ ঘৰৰ পৰা কিবা লিখিছে নে কি?"

"নাই লিখা। কি কথা ছাৰ?"

"অৱশ্যে ঠিকেই। সেইবোৰ কথানো তোমালৈ কি লিখিব!

মই কিন্তু ঘটনাটো পাহৰিব পৰা নাই। প্ৰায়েই মনত পৰি থাকে।” পৰিতোষ বাবুৰ মাতটোত এটা গম্ভীৰ করুণ সুৰ মিহলি হৈ আহিল।

“সেইদিনা মই স্কুলত, মোৰ কোঠালিত বহি কাম কৰি আছোঁ। স্কুল চলি আছে। খিৰিকিয়েদি দেখিলোঁ,—ৰিক্সা এখনৰ পৰা তেওঁ নামিল। মোৰ কোঠালিলৈ আহিল। লগত ছোৱালী এজনী। মইতো চিনি নাপাওঁ, কিন্তু তেওঁ নিজে ক'লে—মই ইন্দ্ৰৰ মাক। বহিবলৈ দিলোঁ। বহিয়েই তেওঁ ক'লে—'এই ছোৱালীজনীক আপুনি পৰীক্ষাত ফাৰ্ষ্ট কৰি কলিকতালৈ পঠিয়াই দিব লাগে।' মইতো অৱাক! তাৰ অলপ পাছতে মানুহজনীয়ে চিঞৰ-বাখৰ, কন্দা-কটা, হুলস্থূল কৰিবলৈ ধৰিলে। ছোৱালীজনীয়ে ব'ল মা ব'ল মা বুলি, কান্দিবলৈ ধৰিলে। গণ্ডগোল শুনি ওচৰৰ ক্লাছৰ আৰু ছিক্সৰ মাষ্টৰ ওলাই আহিল। ল'ৰায়ো জুমাজুমি কৰিবলৈ ধৰিলে। তেতিয়াহে মই জানিলোঁ—তেওঁৰ অসুখটো বহুত দিনৰে। মাজে-মাজে বোলে বহু দিন ভালে থাকে, হঠাতে কেতিয়াবা অসুস্থ হৈ পৰে।”

অলপ পৰ বৈ ছাৰে আকৌ আৰম্ভ কৰিলে, 'তাৰ পাছত মাষ্টৰ দুজনমানে বুজাই-বঢ়াই ঠাণ্ডা কৰি তেওঁক ঘৰলৈ লৈ গ'ল। মোৰ বৰ চিন্তা লাগিল। সেইদিনা গধূলিয়েই তোমাৰ দেউতাৰাৰ ওচৰলৈ গলোঁ। তেওঁক শান্ত্বনা দিবৰ কাৰণে মই কথাবোৰ কলোঁ, কিন্তু তেওঁ কলে—এইবোৰ চব মানুহ বোলে মৰি যোৱাই ভাল। সেইটো কথাত মই বৰ কষ্ট পালোঁ। মইতো তোমালোকৰ ভিতৰৰ কথা নাজানো, গতিকে আৰু কি কৰিম! কিন্তু তোমাক মই বহুত কথা কব পাৰোঁ। ঘটনাটোৱে মোক বৰ কষ্ট দিলে কাৰণে আজি কথাখিনি তোমাক কৈ মনটো পাতল কৰিলোঁ। তুমি মন বেয়া কৰিব নালাগে, কিন্তু কথাটো মনত ৰাখিবা।”

লাহে-লাহে সমুখেদি খোজ কঢ়া মানুহৰ সংখ্যা বেছি হৈ আহিল। এসময়ত পৰিতোষ ছাৰে ক'লে, “যাওঁ বলা।”

ইন্দ্ৰই যেন সেই কথাষাৰলৈকে বাট চাই আছিল। ঘপহকৈ উঠি, অলপ অস্বাভাৱিক ডাঙৰ মাতেৰে সি ক'লে, “বলক ছাৰ।”

পৰিতোষ ছাৰ এদিন সপৰিয়ালে উভতি গ'ল। ইন্দ্ৰই তেখেতৰ

হাতত সাতটা ল'ৰা হোৱালীলৈ কিবাকিবি কিনি টোপোলা এটা বান্ধি দিলে। তাৰ পাছত সি কেইদিনমান সমুখৰ কেইবাটাও বছৰৰ কথা বিক্ষিপ্তভাৱে চিন্তা কৰিলে, কিন্তু সদ্যহতে ওচৰ চাপি অহা পৰীক্ষাটোৰ কাৰণে পঢ়িবলৈ বহিল। বাহিৰৰ পৃথিৱীৰ লগত তাৰ সম্পৰ্ক নাইকিয়া হৈ গ'ল।

এদিন ইন্দ্ৰৰ মুখত তিনিদিনীয়া ডাঢ়ি; আবেলি পাঁচ বজাতে টেবুল লাইট জ্বলিছে; নীহাৰে তেতিয়াও তলৰ পথাৰত চিঞৰি চিঞৰি ভলি খেলাৰ নামত যেনিয়ে-তেনিয়ে বলটো ভুকুৱাইছে; এনে সময়তে হাজৰা ৰোডৰ শংকৰ ডাক্তৰক লগত লৈ চিত্ৰাই ইন্দ্ৰহঁতৰ কোঠালিটোৰ দুৱাৰত সৰু-সৰুকৈ টুকৰিয়ালে।

"ইয়েছ। কোন?"

দুৱাৰখন অলপকৈ মেলি চিত্ৰাই মূৰটো সুমুৱাই কোঠালিটোৰ ভিতৰলৈ চালে। প্ৰথমতে তাই মেজৰ লাইটটোৰ বাহিৰে একো নেদেখিলেই হবলা। অলপ পৰ তাই তেনেকৈয়ে ৰৈ গ'ল। ইন্দ্ৰ জাপ মাৰি থিয় হ'ল।

"তুমি?"

"মই অকলে অহা নাই, আৰু মানুহ আহিছে।" বুলি চিত্ৰাই দুৱাৰখন মেলি দিলে। তাৰ পাছত তাই—"ডাক্তৰ মহাশয়" —বুলি হাঁহিলে।

কপালত হাত দুখন লগাই ইন্দ্ৰই এক মুহূৰ্তৰ কাৰণে ভাবিলে, —সি নিজে বাৰাণ্ডালৈ ওলাই যাব লাগে নে চিত্ৰাহঁতক ভিতৰলৈ মাতিব লাগে। তাৰ পাছত সি বিনীতভাৱে মাতিলে, "আহক।"

"দুৱাৰ-খিৰিকি মাৰি এই আবেলি পৰত তুমি এইখন কি কৰিছা? তোমাৰ পৰীক্ষা আজি ৰাতিয়েই হ'ব নে কি? বা! চেহেৰাটো চোৱা!" চিত্ৰাই ভৰভৰৈকৈ কথাবোৰ কৈ গ'ল।

নীহাৰৰ চকীখনত চিত্ৰাক বহিবলৈ দি ইন্দ্ৰ বিছনাত বহিল।

ডাক্তৰে বহিয়েই আৰম্ভ কৰিলে, "এওঁৰ মুখত আপোনাৰ— নে তোমাৰ?"

"তোমাৰ।" ইন্দ্ৰই ক'লে।

"থেংক ইউ। ইমান প্ৰসিদ্ধ মানুহ, ফতকৰে তুমি বুলিবলৈ ভয়েই লাগে। এওঁৰ মুখত তোমাৰ কথা বহুত শুনিছোঁ; গতিকে ভাবিলোঁ—"

"প্ৰসিদ্ধ মানুহ আমাৰ ঘৰলৈ নাহে যেতিয়া আমিয়েই এবাৰ চাই আহোঁগে।" চিত্ৰাই কথাষাৰ সম্পূৰ্ণ কৰিলে।

ইন্দ্ৰই মুখেৰে "নাই নাই—মানে কথা হ'ল কি"—ইত্যাদি কৰি ডাক্তৰৰ ফালে চাই ৰ'ল। ডাঙৰ-ডাঙৰ চকু, জোঙা নাক, বেক ব্ৰাছ কৰা চুলি, বগা মুখ, ক'লা ট্ৰাউজাৰ, ধোৱাঁ-বৰণীয়া জেকেট, জেকেটৰ কলাৰৰ ওপৰত ছাৰ্টৰ কলাৰ উলিয়াই লোৱা, স্মাৰ্ট মানুহ। সি এটা মৃদু গোন্ধ পালে; গোন্ধটো কাৰ গাৰ পৰা আহিছে ধৰিব নোৱাৰিলে। সি উঠি কোঠালিটোৰ ডাঙৰ লাইটটো জ্বলাই দিলে।

"আচ্ছা, তোমাক ডাচ্ছিখিনি খুৱাই লবলৈ কেইঘণ্টা সময় লাগে? পচা মুখস্থ মাতি মাতিওতো ডাচ্ছি খুৱাব পাৰি!" চিত্ৰাই ক'লে।

"মই মুখস্থ নকৰোঁ নহয়। এক মিনিট।"—বুলি ইন্দ্ৰ বাহিৰলৈ যাবলৈ ওলাল!

চিত্ৰাই লগে-লগে ক'লে, "বহা বহা। চাহৰ কাৰণে দৌৰিব নালাগে। কোৱাচোন, কিয় আমাৰ ঘৰলৈ যোৱা নাই?"

উত্তৰটো ডাক্তৰে দিলে।—"তুমি দেখোন নিজ চকুৰেই কাৰণটো দেখিলা। আকৌ সুধিছা কিয়?"

ইন্দ্ৰৰ তৎক্ষণাত এই ধৰণৰ কথা বন্ধ কৰিবলৈ মন গ'ল। সি ডাক্তৰক হস্পিটেলৰ কথা, বেমাৰৰ কথা সুধিবলৈ আৰম্ভ কৰিলে।

"আপুনি মেডিছিনৰ?"

"হয়।"

"বাৰু ইয়াত ভাল ছাইকিয়াট্ৰিষ্ট,—মেন্টেল ৰোগৰ ডাক্তৰ কোন কোন আছে?" ইন্দ্ৰই আগ্ৰহেৰে সুধিলে।

"মেডিকেল কলেজত ডক্তৰ বানাৰ্জী আছে, ডক্তৰ প্ৰসাদ আছে, কেইবাজনো আছে।"

"আপোনাৰ লগত তেখেতসকলৰ কাৰোবাৰ ভাল চিনাকি আছে নে কি?"

"ডক্তৰ বানাৰ্জীৰ লগত মোৰ ঘনিষ্ঠ সম্পৰ্ক আছে। মই তেখেতৰ ছাত্ৰও আছিলোঁ।"

চিত্ৰাই আৰু মনে-মনে থাকিব নোৱাৰিলে। তাই দেখ-দেখ

বিৰক্তিৰ সুৰেৰে ইন্দ্ৰক সুধিলে “হঠাৎ তোমাৰ ছাইকিয়াট্ৰিস্টৰ প্ৰয়োজন হ'ল কিয়?”

“মোৰ নাই হোৱা।” ইন্দ্ৰই বিনয়ৰ সুৰেৰে ক'লে।

“তেনেহলে? ইমানকৈ ছাইকিয়াট্ৰিস্টৰ খবৰ লৈছা কিয়।”

“মোৰ মাৰ কাৰণে।” ইন্দ্ৰই একে বিনয়ৰ সুৰতে ক'লে।

মাৰ কাৰণে? চিত্ৰাৰ লগে-লগে সুধিবলৈ মন গ'ল, কিন্তু সাহ নহল। বৰদেউতাক বিয়ালৈ আহি যোৱাৰ পাছত, তেওঁ ইমানবোৰ কথা কৈ যোৱাৰ পাছত, তাই ইন্দ্ৰক ঘৰৰ কথা সুধিবলৈ আগতকৈও বেছি ভয় কৰা হৈছিল। তাই ইন্দ্ৰৰ গম্ভীৰ মুখখনলৈ চাই ৰ'ল।

ইন্দ্ৰয়ো যেন এই কথাবোৰ সুধিব বুলি সোধা নাছিল। ডাক্তৰ এজনৰ লগত কথা পাতিবলৈ পাই, কথাৰ সোঁতত উটি গৈ গৈ, সি যেন কব নোৱৰাকৈয়ে সেইখিনিত ওলালগৈ।

“মাৰ কাৰণে?” কথাষাৰ সুধিলে ডাক্তৰে।

“হয়।” হঠাতে সুৰ সলাই ইন্দ্ৰই চিত্ৰাক সুধিলে, “এইবোৰ কথা বাৰু পাছত পাতিম। কোৱাচোন, আৰু খবৰ কি?”

চিত্ৰাই সকাহ পোৱাদি পালে। “আমি তোমাৰ খবৰ লবলৈহে আহিছোঁ! উপযাচি আমাৰ খবৰ দিবলৈ অহা নাই নহয়। খবৰ লাগে যদি লৈ আহিবাগৈ। কেতিয়া যাবা কোৱা।”

ইন্দ্ৰই কলে, “পৰীক্ষাটো যাওকচোন।”

চিত্ৰাহঁত যোৱাৰ পাছত ইন্দ্ৰ কিছুসময় মনে-মনে বহি ৰ'ল।

পৰীক্ষাৰ পাছত ইন্দ্ৰই মাজে-মাজে চিত্ৰাহঁতৰ ঘৰলৈ যাবলৈ ললে। যেতিয়া গ'লে ডাক্তৰ ঘৰত থাকে, তেনেকুৱা সময়ত। চিত্ৰাই কিয় তাক ইমান আগ্ৰহেৰে হোস্টেললৈ গৈ মাতি আহিছিল, তাৰ কোনো হিচাপ নোলাল। শংকৰ ডাক্তৰক লগত লৈ ইন্দ্ৰই এদিন ডক্তৰ বানাৰ্জী আৰু এদিন ডক্তৰ প্ৰসাদৰ লগত চিনাকি হৈ আহিলগৈ। ডক্তৰ বানাৰ্জী বৰ ব্যস্ত হৈ থকা মানুহ, তথাপি তেওঁ ইন্দ্ৰক মৰম কৰিবলৈ সময় পালে। এদিন ৰাতি তেওঁ ইন্দ্ৰ আৰু শংকৰক ভাত খাবলৈ নিজৰ ঘৰলৈ মাতিলে।

ভাত খাই থাকোঁতে সেইদিনা ইন্দ্ৰই অলপ পৰ মনে-মনে থাকি হঠাতে কলে,—সি মাকক চিকিৎসাৰ কাৰণে কলিকতালৈ

আনিব খোজে। ডক্তৰ বানাৰ্জী আৰু শংকৰে অলপ সহায় কৰিবনে? হস্পিটেলৰ ছিট, হস্পিটেলৰ বাহিৰত থকাৰ ব্যৱস্থা, চিকিৎসা—।

ডক্তৰ বানাৰ্জীয়ে লগে-লগে উত্তৰ দিলে,—ন' প্ৰবলেম।

শংকৰে কলে,—ন' প্ৰবলেম।

"কিন্তু অসুখটো কি?" —তাৰ পাছতহে ডক্তৰ বানাৰ্জীয়ে সুধিলে।

পাছদিনা হস্পিটেলত ডক্তৰ বানাৰ্জীক অকলে লগ ধৰি ইন্দ্ৰই তেওঁৰ লগত আধাঘন্টামান কথা পাতিলে।

দুদিনমান পাছত লগ পাওঁতে চিন্নাই ইন্দ্ৰক সুধিলে,—"কিন্তু ইন্দ্ৰ, তোমাৰ মাৰাৰনো কি হৈছে, নোকোৱা কিয়?"

ইন্দ্ৰই কলে, "মাৰ মানে—মোৰ সৰু মাৰ।"

অলপ পৰ মনে-মনে থাকি চিন্নাই ক'লে, "ঘৰুৱা কথা কবলৈ মই তোমাক জোৰ নকৰোঁ; কেতিয়াও কৰাও নাই। কিন্তু এইটো কথাত তুমি মোৰ লগত আৰু অলপ মুকলি হব নোৱাৰানে? কিজানি মই কিবা সহায় কৰিব পাৰোঁৱেই! অৱশ্যে মোৰ সহায় যদি তোমাক লাগে—।"

"লাগিব। এইবাৰ তোমাৰ বহুত সহায় লাগিব।" ইন্দ্ৰই কথাষাৰ কৈ দূৰলৈ চালে। সৰু মা আহিলে মই যদি অকলে মেল নোৱাৰোঁ, তেনেহলে তোমালোকৰ বাহিৰে ভাৰসা কৰিবলৈ মোৰতো আৰু কোনো নাই!"

"সেইবোৰৰ কাৰণে বাৰু চিন্তা কৰিব নালাগে কিন্তু হঠাতে তুমি এই কামটো কৰিবলৈ ললা কিয়?"—চিন্নাই অন্তৰংগতাৰে সুধিলে।

"হঠাতে নহয়। মনত আছে—তুমি যে কৈছিলা?"—

"কি? কি কৈছিলোঁ?"

"কৈছিলা—ইমানবোৰ মানুহক এৰি কেৱল মা-দেউতাৰ বিৰুদ্ধে বিদ্ৰোহ কৰা, তেওঁলোকৰ মনত কষ্ট দিয়াৰ কোনো অৰ্থ নাই; আই থিংক—" পাছৰ কথাখিনি ইন্দ্ৰই ইংৰাজীতে কলে, "কথাটো বিচাৰ কৰিব পৰা যায়। কোনোবা এঠাইত কিবা এটা আৰম্ভ কৰিব লাগে।"

শংকৰৰ দেউতাক চুকুৱাৰ পাছৰপৰা তেওঁলোকৰ ঘৰটোৰ দুটা কোঠালি খালী হৈ আছিল। ব্ৰজ নামৰ বনকৰা লৰাটোৱে কোঠালিটো সাৰে, মচে, চকী-মেজ-আলমাৰীৰ ধূলি মচে; গধূলি জিৰ' পাৱাৰৰ বাল্ব এটা অলপ সময়ৰ কাৰণে জ্বলাই থয়। তাৰ বাহিৰে কোঠালি দুটাৰ লগত ঘৰখনৰ কাৰো বিশেষ সম্পৰ্ক নাছিল। বন্দবস্ত হ'ল—তাৰে এটাত কিৰণ থাকিবহি।

# ওঠৰ

গৰম বন্ধ আৰম্ভ হবলৈ কেইদিনমান থাকোঁতেই ইন্দ্ৰ ঘৰলৈ বুলি ৰেলত উঠিল। ৰেলখন ঘৰৰ ফালে আগ বাঢ়োঁতে ষ্টেচনবোৰ সোনকালে-সোনকালে আহিল। ৰেলখনৰ জোকাৰণি ইন্দ্ৰই আগতে উঠা ৰেলবোৰতকৈ বহুত বেছি আছিল।

ৰিক্সা এখনত উঠি ইন্দ্ৰ যেতিয়া পুৰণি ঘৰটোৰ পদূলিত ৰলহি, তেতিয়া আবেলি হৈছে।

ৰমাই স্কুলৰ পৰা আহি পাগঘৰত বহি ভাত খাই আছিল। দীন কলেজৰ পৰা ওভতা নাছিল। মণি আৰু ধ্রুবই আগফালে মাটিত বহি কড়ি খেলি আছিল। হাতত ছুটকেছটো লৈ ইন্দ্ৰ যেতিয়াই পদূলিমুখ পাৰ হৈ সোমাই আহিল, তেতিয়াই প্ৰথমতে মণি আৰু তাৰ পাছত ধ্রুব ভিতৰলৈ সোমাই গ'ল। মণিয়ে মাকক কলেগৈ,—কোনোবা আহিছে; হাতত বাকচ এটা লৈ আহিছে।

মেনকাই কিতাপ এখন পঢ়ি আছিল। আজিকালি তাই শোৱা কোঠালিৰ চুকৰ এখন মেজ নিজৰ কৰি লৈছে। কিতাপ-বহীৰে সেইখন মণিৰ মেজখনৰ নিচিনাই দেখি। তাতে বহি তাই ৰাতিপুৱা-গধূলি ধ্রুবক পঢ়ায়, বাকীখিনি সময় নিজে কিবাকিবি পঢ়ে।

"বাকচ লৈ আহিছে? ৰমাক চাবলৈ কচোন।" —মেনকা আকৌ পঢ়াত লাগিল।

ৰমাই পাগঘৰৰ পৰা ওলাই বাৰাণ্ডাৰ পৰাই পিৰালিৰ কাষত পানী পেলাই মুখ ধুই থাকোঁতেই ইন্দ্ৰ পিছফালৰ বাৰাণ্ডা পালেহি। ৰমা চক্ খাই উঠিল। তাই তিতা হাতেৰেই চাদৰখনৰ পাৰিটো বুকুৰ অলপ ওপৰলৈ তুলিলে আৰু ভিতৰলৈ সোমাই যোৱাৰ কথা ভাবিলে; কিন্তু কেই মুহূৰ্তমান থৰ লাগি চাই থকাৰ পাছত তাই দাদা বুলি চিঞৰ মাৰি উঠিল। পঢ়াৰ মেজত মেনকাও চক

খাই উঠিল। কি হৈছে গম লবলৈ তাই দুৱাৰখনৰ ফালে চাই ৰ'ল। ৰমা উধাতু খাই কোঠালিটোত সোমাল। তাই সেই সমান জোৰেৰে চিঞৰি ক'লে, "দাদা আহিছে।"

"কোন দাদা ?"

"ইন্দ্ৰ দাদা।"

"কোন ?"

"আমাৰ ইন্দ্ৰ দাদা। কলিকতাৰ ইন্দ্ৰ দাদা।"

ৰমা আকৌ সেই একে বেগেৰে ওলাই গ'ল।

মূৰৰ পৰা ভৰিলৈকে,—মেনকাৰ গোটেই গাটোৰ মাজেদি এটা বিজুলী পাৰ হৈ গ'ল। কেই মুহূৰ্তমানৰ কাৰণে তাই অসাৰ হৈ পৰিল। তাৰ পাছত তাইৰ নাকৰ পাহি দুটা আৰু ওঁঠ দুখন লাহে-লাহে কঁপিবলৈ ধৰিলে। দুয়োখন ওঁঠ ভিতৰ সুমুৱাই তাই দাঁতেৰে চেপা মাৰি ধৰিলে আৰু অকণমান সময়ৰ কাৰণে চকু দুটা মুদি দিলে। অলপ সময় তেনেকৈ থকাৰ পাছত তাই থিয় হ'ল; কিন্তু এই মুহূৰ্ততে ইন্দ্ৰৰ আগলৈ ওলাই যাব নে নাযায়, সেইটো তাই ঠিক কৰিব নোৱাৰিলে। বৰঞ্চ কোনোবা এটা ফাঁকেদি, আঁৰৰ পৰা ইন্দ্ৰক চাবলৈ তাইৰ মন গ'ল।

অলপ পাছত তাই ঠিক তাকে কৰিলে। ৰমা, মণি আৰু ধ্ৰুৱই এসময়ৰ ভদ্ৰকান্তৰ কোঠালিটোৰ দুৱাৰখনৰ বাহিৰতে ইন্দ্ৰক বেৰি ধৰিছিল। ৰমাই চকী এখন সেইখিনিলৈকে চোঁচোৰাই আনিছিল। ঠাইডোখৰৰ আন্দাজ কৰি মেনকা তাইৰ কোঠালিটোৰ দুৱাৰমুখলৈ আহিল। মাজৰ কোঠালিটোৰ দুৱাৰৰ ফাঁকেদি মূৰ লৰাই-লৰাই তাই ইন্দ্ৰক চাবলৈ চেষ্টা কৰিলে। শেষত ইন্দ্ৰ এটা ঠেক সুৰুঙাৰ একে শাৰীতে পৰিল।

এটা চঞ্চল ডেকা ল'ৰা। বহল বুকু। বহল বাহু। আউল-বাউল চুলি। ডাড়ি নুখুৰোৱাৰ কাৰণে গাল-থুতৰি ক'লা। চকুযোৰ তিৰবিৰাই আছে। মেনকাই দুবাৰমান চকু পিৰিকিয়াই ল'লে। ইন্দ্ৰই হাঁহিছে। সেই হাঁহিৰ তলতো—মেনকাই চিনি পালে, তাৰ মুখখন গম্ভীৰ হৈ আছে।

অকণমান সময়ৰ ভিতৰতে ইন্দ্ৰৰ মুখখন অস্পষ্ট হৈ আহিল। মেনকাৰ গোটেই গাটোতে এটা কঁপনি উঠিল। তাই ঘূৰি দুৱাৰৰ

চৌকাঠত আউজি থিয় হ'ল। চকু দুটা মুদি তাই দীঘলকৈ এটা উশাহ ল'লে। পোন হৈ থিয় হৈ তাই গাৰ চাদৰখন ঠিককৈ লোৱাৰ নিচিনা কৰিলে, চাদৰৰ আগেৰে মুখখন মচিলে, চুলিখিনিৰ ওপৰত হাত বুলালে আৰু লাহে-লাহে খোজ পেলাই কেঁঠালিটোৰ পৰা ওলাই আহিল।

মাকক দেখিয়েই ইন্দ্ৰ থিয় হ'ল। স্থিৰ দৃষ্টিৰে মাকৰ মুখলৈ এবাৰ চাই সি তলমূৰ কৰি আগুৱাই আহিল। বাৰাণ্ডাখনৰ মাজ ভাগত সিহঁত ওচৰা-উচৰি হ'ল। ইন্দ্ৰই মাকক ভৰি চুই সেৱা কৰিলে। মেনকাৰ ভৰিৰ আঙুলিত এটা অদ্ভুত সিৰসিৰণি আৰম্ভ হ'ল। তাইৰ হাতৰ আঙুলিৰ মাজেদি সেই সিৰসিৰণিটোৱেই যেন ইন্দ্ৰৰ চুলিলৈ বিয়পি গ'ল।

ধীৰ মাতেৰে মেনকাই সুধিলে, "আহিম বুলি খবৰ এটা নিদিলি কিয় ?"

"অহাৰ কথাটো হঠাতে হ'ল।" ইন্দ্ৰই সৰু মাতেৰে কলে।

"ৰেলত কেতিয়া উঠিছিলি ?"

"পৰহি ৰাতি।"

অলপ পৰ বৈ মেনকাই সুধিলে "গা ভাল ?"

ইন্দ্ৰই মূৰ দুপিয়ালে।

অকণমান সময়ৰ কাৰণে সিহঁত দুয়োৰে কথা চুকুৱা যেনেই লাগিল। তাৰ পাছত মেনকাই সুধিলে, "ৰেলত খোৱা-বোৱা কৰিছিলি ?"

"ওঁ। তহঁত ভালে আছ ?"

"আছোঁ।"

তাৰ পাছত মেনকাই ৰমাক গা-ধোৱা ঘৰত পানী দিবলৈ কলে; ধ্ৰুবক লগত লৈ মণিক কলঘৰত ইন্দ্ৰ অহাৰ খবৰটো দি আহিবলৈ কলে, আৰু নিজে পাগঘৰৰ ফালে খোজ ল'লে। সেই-খিনি সময়ত ইন্দ্ৰই একেথৰে মাকৰ ফালে চাই ৰ'ল। —চকুৰ গুৰি অলপ ক'লা পৰিছে, মুখখন আগতকৈ অলপ সৰু-সৰু লাগিছে; তাৰ বাহিৰে আৰু একো হোৱা নাই। একে মাত, একে খোজ। পোন, ওখ। গাটো আগতকৈ অকণমান শকত

হৈছে। সি চাই থাকোঁতেই মেনকা পাগঘৰৰ দুৱাৰৰ সিফালে আঁৰ হৈ গ'ল।

পাগঘৰটোৰ দুৱাৰখন নতুন হ'ল। বাৰাণ্ডাখন পকা হ'ল।

ছুটকেছটো হাতত লৈ ইন্দ্ৰই ভাবিলে—সি কোনটো কোঠালিলৈ যাব? ছুটকেছটো কোনোবাই নি কোনোবা এটা কোঠালিত থোৱা হ'লে! অলপ পৰ ভাবি সি এসময়ত সি থাকিবলৈ লোৱা কোঠালিটোলৈকে সোমাই গ'ল। বস্তু-বাহানিবোৰ দেখিয়েই সি গম পালে,—সেইটো কোঠালিত দীন থাকে। ছুটকেছৰ পৰা কাপোৰ-কানি আৰু ডাড়ি খুৰোৱা সৰঞ্জামখিনি লৈ সি গা ধুবলৈ আহিল।

নাদটোৰ পৰা অলপ দূৰত এটা গা-ধোৱা ঘৰ হৈছে। পকীঘৰ। চূণ দিয়া। বেৰত এঙাৰৰ আখৰ। কোনোবাই মচিছে যদিও পঢ়িব পৰা হৈ আছে; —বন্দে মাতৰম, ভাৰত মাতাকী জয়। ঘৰটোৰ তিনিখন বেৰত যোগ চিনৰ নিচিনা ফুটা একোটা আছিল। দুৱাৰখন বন্ধ কৰি তাৰে এটাইদি চাই সি দেখিলে ভদ্ৰকান্তই এটা নতুন ঘৰ সজালে। বাতাম লগোৱা, টিনৰ ঘৰ। কঠাল জোপা সেই একে চিনেই আছে; বাঁহজোপা নতুন ঘৰটোৰ আঁৰত নেদেখা হৈছে। বাকী দুখন বেৰৰ ফুটাইদিও ইন্দ্ৰই দুয়োফালে চালে। ইয়াৰপৰা যিমান পাৰে সিমান বেছিকৈ চাই লবলৈ তাৰ বেছি ভাল লাগিল। গজেনহঁতৰ ঘৰৰ ফালে এৰাগছবোৰ নাই। সেইফালে কোনোবাই দীঘলকৈ বাঁহৰ চকোৱা দিছে; চকোৱাৰ ওপৰত কিবা লতা বগাইছে। ইফালৰ সৰু-সৰু খেৰৰ ঘৰকেইটা জহি-খহি গৈছে। ঘৰকেইটাৰ চাৰিওফালৰ মাটিবোৰ কোনোবাই কোৰ মাৰি চপৰা-চপৰ কৰি থৈছে।

গা-পা ধুই কলিকতাৰ ধোবাই ধোৱা পায়জামা পাঞ্জাবী এযোৰ পিন্ধি, চুলি আঁচুৰি যেতিয়া ইন্দ্ৰ চোতাললৈ ওলাই আহিল, তেতিয়া ৰমাৰ চকু দুটা ডাঙৰ হৈ গ'ল। তাইৰ মুখখনে হাহোঁ-হাহোঁ কৰিলে। এতিয়াই গৈ লগৰ এটাইখিনি ছোৱালীকে মাতি আনি তাইৰ দেখুৱাবৰ মন গ'ল—এয়া আমাৰ দাদা,—কলিকতাত যে থাকে!

অলপ পাছতে কলঘৰৰ পৰা মদন আহিল। সি আহিয়েই ইন্দ্ৰক সাবট মাৰি ধৰিলে। ৰৰ বেগাবেগিকৈ অহাৰ কাৰণেই

হবলা, সি ফোঁপাইছিল। "তই আহি বৰ ভাল কাম কৰিলি। থাকিবি নহয় কিছুদিন ?" সি ফোঁপাই-ফোঁপাই সুধিলে।

"চাওঁচোন।"

"চাওঁচোন নহয়। কিছুদিন থাক। ক্ষতকৰে গুচি নাযাবি।"

ইন্দ্ৰই মন কৰিলে, মদনৰ মুখখন অলপ কন্দনামুৱা হ'ল। সি পুণিমাৰ খবৰ ললে। ভালে আছে। তাইৰ এটা ল'ৰাও হ'ল। প্ৰথম ছোৱালী বুলবুলিয়ে বেছি ভাগ সময় ধ্ৰুবৰ লগত খেলি থাকেহি। ল'ৰাটোৱে ঘৰতে দৌৰি ফুৰে।

অলপ পাছতে দেউকিলাল আহিল। তাৰ টাইফয়েড হৈছিল। তেতিয়াৰ পৰাই সি খীণাল। এতিয়া দেখাত সি বুঢ়া মানুহৰ নিচিনা হৈছে।

দীনই এখন ছাইকেল লৈছে। সি কৰবাৰ পৰা আহিলে জোৰেৰে ছাইকেল চলাই আহি একেবাৰে পিছৰ চোতালতহে ৰয়হি ; চোতালত যেয়ে থাকে তাকে চেপিবলৈ ওলায়। আজি সি মাজ চোতালত ছাই-কেলখন ৰখাওঁতে ইন্দ্ৰই বাৰাণ্ডাত বহি চাহ খাইছিল। সি ছাই-কেলৰ ওপৰতে থৰ হৈ ৰ'ল। ইন্দ্ৰ চোতাললৈ নামি আহিল। "কেতিয়া আহিলি ?"—বুলি ছাইকেলখন থিয় কৰাই থৈ দীন ইন্দ্ৰৰ সমুখত থিয় হ'ল। দুয়োটা সমান সমান ওখ। দীনৰ গোঁফবোৰৰ সোণালী ৰংটো লাহে-লাহে ক'লা হ'বলৈ ধৰিছে। ছাইকেল মাৰি অহাৰ কাৰণে তাৰ বগা মুখখন অলপ ৰঙা পৰিছে। হাতদুখন ডাঙৰ-ডাঙৰ দেখিলেই গাত বল থকা যেন লাগে।

কেই মুহূৰ্তমানৰ পাছতে দীনই চিঞৰ-বাখৰ কৰিবলৈ ধৰিলে ; —এনেকৈ মনে-মনে কিয় আহিলি, পৰীক্ষা কেনে হ'ল, কলিকতাত জাপানীয়ে বোমা পেলোৱাটো সঁচা নে মিছা, কলেজ কেতিয়া খুলিব, বহুত প্ৰশ্ন।

গধূলি সময়ত ইন্দ্ৰই দীনক আন কোনেও নুশুনাকৈ সুধিলে, "দেউতা ইয়ালৈ আহে নে নাহে ?"

দীনই ক'লে, "নাহে"।

"কেতিয়াও নাহে ?"

"কেতিয়াবা পদূলিমুখলৈকে আহে। বিয়াৰ পৰাই আমাৰ কাৰোবাক মাতে।"

"মই অহাৰ খবৰ দেউতাই পাইছে চাগে। নহয় জানো?" অলপ পৰ বৈ ইন্দ্ৰই সৰু মাতেৰে সুধিলে।

দীঘলীয়াকৈ উত্তৰ দিবলৈ দীনৰ বেয়া লাগিল। সি মুখৰ ভিতৰতে ওঁ বুলি শব্দ এটা কৰিলে।

ওচৰ-চুবুৰীয়া মতা-তিৰোতা, ল'ৰা-ছোৱালী গধূলিৰ পাছলৈকে ইন্দ্ৰক চাবলৈ আহি থাকিল। শেষত আহিল ভদ্ৰকান্ত। ভদ্ৰ-কান্তই ডাড়ি ৰাখিছে। তিনি আঙুলমান দীঘলকৈ ৰাখি গোলকৈ কটা ডাড়িখিনিয়ে তাৰ গোটেই মুখখন গোল কৰি পেলাইছে। কাছাৰীৰ পৰা বাহিৰে-বাহিৰে কোনোবা উকীলৰ তালৈ গৈ বজাৰ কৰি উভতি আহোঁতে সি আগফালৰ বাৰাণ্ডাত মানুহ দেখি বৈ গ'ল। মানুহৰ মাজত বহি থকা ইন্দ্ৰৰ ফালে চাই সি তভক মাঁৰি ৰ'ল। বাৰাণ্ডাৰ লাইটটোৰ অলপ পোহৰ চোতালতো পৰি-ছিল। সেই পোহৰত ডাড়ি-গোঁফৰ মাজেদি ভদ্ৰকান্তক চিনি পাওঁতে ইন্দ্ৰৰ অলপ পলম হৈছিল। চিনি পোৱাৰ লগে-লগে সি চোতা-ললৈ নামি গ'ল।

ভদ্ৰকান্তই অকণমান সময় একো নোকোৱাকৈ ইন্দ্ৰৰ মুখলৈ চাই ৰ'ল। তাৰ পাছত সি নিজে লাইটটোৰ ফালে পিঠি দি ঘূৰিল। ইন্দ্ৰও ঘূৰিল। তাৰ মুখত পোহৰ পৰিল। অলপ সময় চাই থাকি ভদ্ৰকান্তই সৰু, গম্ভীৰ মাতেৰে সুধিবলগীয়া প্ৰশ্ন কেইটা সুধিলে, তাৰ পাছত "বহগৈ যা" বুলি কৈ গুচি গ'ল।

সকলো যোৱাৰ পাছত ইন্দ্ৰ অকলে বাটলৈ ওলাল। যাবৰ সময়ত সি দীনক কৈ গ'ল—সি দেউতাকক মাত লগাই আহিব।

নতুন ঘৰটোত সোমাওঁতে ইন্দ্ৰৰ লগত প্ৰথমতে মুখামুখি হ'ল কিৰণৰ। কিৰণে অ' বুলি চিঞৰ এটা মাৰিলে আৰু তিনিওজনী ছোৱালীক ইন্দ্ৰৰ ওচৰলৈ আহিবলৈ চিঞৰি-চিঞৰি হুকুম দিলে। তাৰ পাছত তাই গোটেই ঘৰটোত কি কৰোঁ-কি নকৰোঁ কৰি লৰা-ঢপৰা কৰিবলৈ ধৰিলে।

মহীকান্ত তাচখেলা কোঠালিটোৰ তাৰ বিছনাখনত ভৰি মেলি বহি আছিল। ইন্দ্ৰ কোঠালিটোলৈ সোমাই যাওঁতে সি ভৰিখন কোঁচাই ঠাই উলিয়াই দি কলে, "বহ।"

ইন্দ্ৰই বহিব খোজোঁতেই মহীকান্তই হঠাতে ক'লে "চাওঁ ৰ'বিচোন।"

ইন্দ্ৰ থিয় হৈ ৰ'ল। মহীকান্তই চকু দুটা সৰু-সৰু কৰি তাক ভৰিৰ পৰা মূৰলৈকে দুবাৰ চালে; তাৰ পাছত "চাব্বাচ" বুলি কৈ ওচৰতে থকা গিলাছটো তুলি ল'লে।

ইন্দ্ৰ বহিল। বহুদিনৰ পুৰণি গোন্ধ এটাৰ লগতে এটা পুৰণি বিৰক্তিয়ে তাক বিজুলীৰ নিচিনাকৈ এক মুহূৰ্তৰ কাৰণে স্পৰ্শ কৰিলে। তাৰ পাছত যেন সি গোন্ধটো নোপোৱা হ'ল। বিৰক্তি-টোও অনুভৱ নকৰা হ'ল। কোনো কথাতে উত্তেজিত নহওঁ বুলি সি ঠিক কৰি আহিছিল; সেই ভাবটোকে আকৌ মনলৈ আনি সি শান্তভাৱে অইনফালে চাই বহি ৰ'ল। কিন্তু গিলাছটো মুখৰপৰা নমাই, ওচৰৰ গোল মেজখনত থৈ মহীকান্ত যেতিয়া পালেঙৰ কাঠত ভেজা দি অইন ফালে চাই বহি ৰ'ল, তেতিয়া সি দেউতাকৰ মুখলৈ চালে।

দেউতাকৰ যিখিনি চুলি আগতে চোৰ নিচিনাকৈ কপালৰ ওপৰেদি কাণৰ ফাললৈ নামি গৈছিল, সেইখিনি চুলি এতিয়া দীঘল হৈছে; দুইফালে দুমুঠি হৈ আগফালে ওলমি পৰিছে। চুলিবোৰৰ পাকটো ঠিকেই আছে। চকুৰ তলৰ মঙহখিনি উখহাৰ নিচিনা হৈছে আৰু অলপ ওলমি পৰিছে। তাত কিছুমান সৰু-সৰু কোঁচ পৰিছে। থুতৰিৰ তলৰ মঙহত এটা দ সাঁচ বহিছে। খতটোৰ আধাখিনি চুলি বগা পৰিছে। বাওঁহাতৰ আঙুলিত বাখৰ খটোৱা আঙঠিটোৰ ওচৰতে ৰঙা পাথৰ থকা আঙঠি এটা;—এইটো আগতে নাছিল। গাৰ চুৰিয়া-পাঞ্জাবী ধকধককৈ বগা; যেন সি কৰবালৈ যাবলৈহে সাজু হৈ আছে।

কিছুসময় তেনেকৈয়ে বহি থাকি মহীকান্তই মুখখন ইন্দ্ৰই আৰু নেদেখা কৰি বেৰৰ ফালে ঘূৰালে। ইন্দ্ৰই দেউতাকৰ পিঠিখনলৈকে চাই ৰ'ল। উশাহৰ বতাহবিলাক তাৰ বুকুৰ ভিতৰত সোমাই গধুৰ হৈ পৰা যেন লাগিল। এবাৰ মহীকান্ত হঠাতে উঠি পিছ-ফালৰ বাৰাণ্ডালৈ ওলাই গ'ল আৰু অলপ পাছতে চুৰিয়াৰে মুখ মচি-মচি সোমাই আহিল। এইবাৰ বিছনাত বহি সি এনেকৈ কথা আৰম্ভ কৰিলে,—ইন্দ্ৰ যেন তাৰ সমুখত কেইবাদিনৰে পৰা বহিয়েই আছে!

"বি. এছ্ছি. পঢ়া কেতিয়া শেষ হ'ব?"

"দহ মাহমানৰ পাছত।"

"তাৰ পাছত কি কৰিবি?"

"জানো! এম. এচ্ ছি. পঢ়িম বুলি ভাবিছোঁ।"

"সেইটো ক'ত পঢ়িব লাগে?"

"কলিকতাতো পঢ়িব পাৰি, অইন ঠাই,—বেনাৰছ, দিল্লী, বোম্বাই, —বহুত ঠাইত পঢ়িব পাৰি।"

"ওঁ। অইন কৰবাত পঢ়।"

ইন্দ্ৰই অলপ পৰ দেউতাকৰ মুখলৈ চাই ৰ'ল। দেউতাকে তাৰ চকুলৈ নাচায়েই। অইনফালে চাই থাকে। ইন্দ্ৰই সুধিলে, "কিয়?"

"সেইখন ভাল ঠাই নহয়।"—বুলি মহীকান্তই গিলাছটো মুখলৈ নিলে। এঢোক খাই, হাতেৰে কোৱাৰি মচি সি আকৌ মনে-মনে বহি ৰ'ল। অলপ পাছত সি ওচৰতে পৰি থকা তাচবোৰ হাতলৈ লৈ লিৰিকি-বিদাৰি থাকিবলৈ ধৰিলে। এবাৰ সি ক'লে, "ইয়াৰ পৰা কেইবাটাও মানুহ কলিকতালৈ গৈছিল। তোক চাই আহিবলৈ সিহঁত তই থকা হোষ্টেলটোলৈও গৈছিল। কোনেও তোক লগ নাপালে। ক'ত থাক?"

অলপ পৰ বৈ সি আকৌ সুধিলে, "মাষ্টৰৰ ভায়েকৰ ঘৰলৈ সদায় যাব নে কি?"

"নাযাওঁ। লাইব্ৰেৰিলৈ যাওঁ।"

তাচখিনি দুবাৰমান তচিয়াই মহীকান্তই ক'লে, "ম্যি ভাল দেখ। মোৰ কৰবলৈ একো নাই।" তাৰ পাছত সি বিছনাৰ ওপৰত চাৰিজন মানুহক তিনি পাতকৈ তাচ বিলালে; বাকীখিনি গাৰুৰ ওপৰত থৈ নিজৰ গাৰ ফালে থকা তাচ তিনিখন তুলি ললে, আৰু কেৱল চুক দুটা দেখাকৈ তাচকেইখন ইমান সাৱধানে মেলিলে যেন বেছিকৈ মেলিলে নম্বৰকেইটা উৰি গুচি যাব! নম্বৰকেইটা চাই সি সুধিলে "তাত গাখীৰ পাব নে নাপাব?"

"পাওঁ।"

"মাছ?"

"পাওঁ।"

"পইচাৰ টনাটনি হয় নে কি?"

"ওঁহো।"

মহীকান্তই বাকী কেইজনবো তাচবোৰ সাৱধানে চাবলৈ ধৰিলে। এটাইখিনি চাই লোৱাৰ পাছত সুধিলে, "পৰীক্ষাবোৰত ফাৰ্ষ্ট হ'ব নোৱাৰিবিনে?"

"চেষ্টাতো কৰোঁৱেই।"

গিলাছটো আৰু এবাৰ তুলি, নমাই, মহীকান্তই সুধিলে, "ষ্টেচনৰ পৰা এইটো ঘৰলৈহে ওচৰ। পোনে-পোনে ইয়ালৈ নাহিলি কিয়?" কথাটো সুধি মহীকান্তই আকৌ চাৰিজনৰ কাৰণে তাচ বিলালে। ইন্দ্ৰ মনে-মনে ৰ'ল। ভালেমান পৰৰ পাছত, চাৰিওভাগ তাচ চাই হোৱাৰ পাছত মহীকান্তই সুধিলে, "হু? কিয়?"

ইন্দ্ৰই বুজিলে, দেউতাকক প্ৰশ্নটোৰ উত্তৰ লাগেই। বহুত উত্তৰৰ মাজৰ পৰা সি আটাইতকৈ কোমল উত্তৰটো বাছি ল'লে।

"সেইটো ঘৰতে আছিলোঁ, সেইটো ঘৰৰ পৰাই গৈছিলোঁ, সেই কাৰণে তালৈকে গলোঁ।"

"মই ক'ত থাকোঁ তই নাজান?" মহীকান্তই গম্ভীৰ মাতেৰে সুধিলে।

"মই ভাবিছিলোঁ,—আপুনি আজি-কালি তাতো থাকে।" ইন্দ্ৰই লাহেকৈ কথাষাৰ কৈ দেউতাকৰ ফালে চালে। মহীকান্তই তাচ-যোৰৰ পৰা চকু তুলি স্থিৰ আৰু তীক্ষ্ণ দৃষ্টিৰে ইন্দ্ৰৰ চকুলৈ চাই ৰ'ল। তাৰ চকুযোৰ যেন আগতকৈ অলপ ডাঙৰ হৈছে, ৰঙা পৰিছে। অকণমান সময় চাই থাকি ইন্দ্ৰই চকু নমালে।

গাটো বেৰৰ আঁৰ কৰি, কেৱল মুখখন উলিয়াই আইজনীয়ে দুৱাৰমুখৰ পৰা মাতিলে, "দাদা চাহ খাবলৈ মাতিছে।"

মহীকান্তই পালেঙৰ পায়াটোৰ ওচৰত মাটিত থোৱা বটলটো হাতলৈ লৈ ক'লে, "যা। চাহ খাগে।"

ইন্দ্ৰই মাজৰ কোঠালিটো পাৰ হৈয়েই দেখিলে,—বেৰৰ কাষত তিনিওজনী ছোৱালী শাৰী পাতি থিয় হৈ আছে। সি সৰুজনী,—মামণিৰ ওচৰত মাটিতে বহি তাইক অকোঁৱালি লৈ গাৰ ফালে টানি আনিলে। তাৰ পাছত সি আইজনীক সুধিলে, "তহঁত ইয়াতে থিয় হৈ আছ, মোৰ ওচৰলৈ যোৱা নাই কিয়?"

আইজনী আৰু সোণমণিৰ মুখত হাঁহি লাগি আছিল। সিহঁতে হাঁহি সামৰি ইজনীয়ে সিজনীৰ মুখলৈ চালে। মামণিয়ে সিহঁতৰ

মুখলৈ চাই মুখত আঙুলি এটা ভৰালে। হাতত পিৰিচ দুখন লৈ কিৰণ কোঠালিটোলৈ সোমাই আহিছিল; তাই ধমকি দিয়াৰ সুৰেৰে ক'লে, "কথা সুধিছে, নকৰ কিয় ?"

তিনিওজনী ছোৱালী যেন উচপ খাই উঠিল। আইজনীয়ে লগে-লগে সৰু মাতেৰে ক'লে, "মানুহ থাকিলে আমাক তালৈ যাবলৈ নিদিয়ে।"

"কোনে ?" ইন্দ্ৰই সুধিলে।

"দেউতায়ো নিদিয়ে, মায়ো নিদিয়ে।"—আইজনীয়ে ভয়ে-ভয়ে মাকৰ ফালে চালে।

ইন্দ্ৰই অকণমান সময় থৰ লাগি কিবা ভাবিলে। মামণিৰ গাৰ পৰা পাউডাৰৰ ভাল গোন্ধ এটা ওলাইছিল। "মোক চিনি পাইছনে নাই"—বুলি ইন্দ্ৰই তাইৰ বুকুত নাকটো লগাই মোহাৰি দিলে। মামণিয়ে খিকখিকৈ হাঁহিলে।

এটা চুকত এখন ডাঙৰ বিছনা, ইটো চুকত কাৰোবাৰ পঢ়া মেজ এখন; তাতে কিৰণে ইন্দ্ৰৰ কাৰণে খোৱা বস্তু সজাই দিছে। কণীৰ অমলেট, লুচি, কাৰোবাৰ হতুৱাই তৎক্ষণাত অনাই লোৱা মিঠাই।

"খোৱা।"—চাদৰত হাত মচি-মচি, হাঁহি-হাঁহি কিৰণে ক'লে।

চকী এখন ওচৰলৈ টানি আনি তাত মামণিক বহুৱাই ইন্দ্ৰই খোৱা বস্তুখিনিলৈ, তাৰ পাছত কিৰণলৈ চালে। কিৰণৰ মুখখন আগতকৈ পূৰঠ হৈছে, উজ্জ্বল হৈছে। ইন্দ্ৰৰ ধাৰণা হ'ল—তাই দেখিবলৈ ধুনীয়া হৈছে। অলপ পাছতে বেৰৰ কাষত থকা আলনাখনৰ ফালে কিৰণ আঁতৰি গ'ল। ইন্দ্ৰই তাইলৈ চাই ৰ'ল। তাইৰ গোটেই গাটো পূৰঠ হৈছে; ঠিক যেনেকৈ হ'লে ভাল, তেনেকৈ। মানুহজনী যেন আগতকৈ পোন হৈছে, অকণমান ওখও হৈছে। আলনাৰ পৰা গামোছা এখন লৈ উভতি আহি কিৰণে আকৌ হাঁহি-হাঁহি সুধিলে, "নোখোৱা কিয় ?"

"খাওঁ"—বুলি পানীৰ গিলাছটো তুলি লওঁতে ইন্দ্ৰৰ চিন্তা হ'ল—সি কিয় কলিকতাত ইমানবোৰ আয়োজন কৰি থৈ আহিল ? মিছাকৈয়ে কৰিলে নে কি ?

কিৰণ ওচৰৰে বেৰত আউজি থিয় হৈ ৰ'ল।

"ভালে আছে?" ইন্দ্ৰই এবাৰ সুধিলে।

"আছোঁ।" কিৰণে সৰু ছোৱালীৰ নিচিনাকৈ হাঁহি-হাঁহি ক'লে। তাৰ পাছত তাই সুধিলে, "তুমি মোলৈ বেলেগে চিঠি নিলিখা কিয়? মই চিঠি পঢ়িব পাৰোঁ নহয়।"

ইন্দ্ৰই তলমূৰ কৰি মুখৰ বস্তুখিনি চোবাবলৈ ধৰিলে। এই মুহূৰ্ততে তাৰ মনটো সেমেকি গ'ল।

চাহ খাই উঠি ইন্দ্ৰই ছোৱালী তিনিজনীৰ লগত কথা পাতিলে। কোনজনীয়ে কোন শ্ৰেণীত পঢ়ে, মামণি ডাঙৰ হলে স্কুললৈ যাব নে নাযায়,—সেইবোৰ কথা। বাচনখিনি ভিতৰত থৈ, বটাত তামোল লৈ এসময়ত কিৰণো আহিল; তায়ো সিহঁত তিনিজনীৰ মাজতে বহিল।

"এইক মই কলিকতালৈ লৈ যাম।" —ইন্দ্ৰই কিৰণক ক'লে।

"লৈ যোৱা। ভালহে পাওঁ। তিনিওজনীকে লৈ যোৱা।"

"আপুনিও বলক মাহী।" ইন্দ্ৰই ক'লে।

"মই? কলিকতালৈ? মোক কোনে কলিকতালৈ নিব?"

"মই নিম।"

"হৈছে দিয়া।"

"মই সঁচাকৈয়ে কৈছোঁ মাহী।"

কিৰণে কিবা এটা কবলৈ মুখ মেলিছিল, এনেতে বেৰৰ সিফালৰ পৰা অহা মহীকান্তৰ মাত শুনা গ'ল, "তোৰ চাহ খোৱা হ'ললে?"

ইন্দ্ৰ উঠি আহিল। মহীকান্ত মাজৰ কোঠালিটোলৈ ওলাই আহিছিল; সি আকৌ আগৰ ঠাইত বহিলগৈ, ইন্দ্ৰকো বহিবলৈ ক'লে। ইন্দ্ৰৰ ধাৰণা হ'ল, কিবা এটা কবলৈ দেউতাক উদগ্ৰীব হৈ আছে; বৰ নোৱাৰি দেউতাকে তাক কথাৰ মাজৰ পৰাই মাতি আনিছে। কথাটো শুনিবলৈ সি বাট চাই ৰ'ল। মহীকান্তই কিন্তু লগে-লগে একো নকলে। সি বিছনাৰ ওপৰত লেপেটা কাঢ়ি, চকু মুদি বহি ৰ'ল। ইন্দ্ৰৰ চকুৰ আগলৈ বাৰে-বাৰে ছোৱালী তিনিজনীৰ চেহেৰা কেইটা আহি থাকিল। তাৰ মনত পৰিল, সি প্ৰথমতে সোমাওঁতে সিহঁতে সাধাৰণ কাপোৰ-কানি পিন্ধি আছিল, কিন্তু পাছৰ যাৰ চাহ খাবলৈ যাওঁতে দেখিছিল,—সিহঁতে নতুন-নতুন ফ্ৰক পিন্ধিলে, চুলি আঁচু-

ৰিলে, মুখত পাউডাৰ ঘঁহিলে। সিহঁতৰ মুখবোৰ শুকান, হাঁহিবোৰ মৰা-মৰা ; সিহঁত অনবৰত যেন কাৰোবাৰ ভয়ত কোঁচমোচ খাই আছে।

কিছু সময়ৰ পাছত মহীকান্তই ক'লে, "পইচা খৰচ কৰিবলৈ চিন্তা কৰিব নালাগে বুইছ? খৰচ কৰিব নাজানিলে তই উপাৰ্জন কৰিবও নাজানিবি। ওলাই যোৱাৰ বাটটো নেদেখিলে পইচাই সোমোৱাৰ বাটটোও নেদেখে। খালী বিতিৰ পইচা কেইটাৰে কলিকতাৰ নিচিনা ঠাইত খৰলি খাবলৈ, লেলাট ভুঞ্জিবলৈ তোৰ কি দৰকাৰ পৰিছে?"

হঠাতে মহীকান্তই ক'ৰ কথাত ধৰিলে ইন্দ্ৰই তভিবই নোৱাৰিলে। অলপ পৰ দেউতাকৰ মুখলৈ চাই থাকি সি ক'লে, "মোৰ অসুবিধা হোৱা নাই বুলি কৈছোঁৱেই নহয়। মাই পঠোৱা পইচাখিনিৰো সৰহভাগ গোটাইহে থৈছোঁ।"

মহীকান্তই মূৰ তুলি ইন্দ্ৰৰ চকুলৈ চালে ; সুধিলে, "কোনে পঠোৱা ?"

ইন্দ্ৰই উত্তৰ নিদিলে।

মহীকান্তই উশাহ লবলৈ টান পোৱা মানুহৰ নিচিনাকৈ অস্থিৰ-ভাৱে ইফালে-সিফালে চালে, এখন হাতেৰে ইখন হাত মোহাৰিলে, তাৰ পাছত নিজকে কোৱাদি ক'লে, "তেনেহলে তই মোক পইচা পঠিয়াবলৈ মানা কৰিছিলি কিয়?" অলপ পৰ বৈ সি আকৌ ক'লে, "থাক! বহুত দিনৰ মূৰত আহিছ।"

তাৰ পাছত মহীকান্তই চকু মুদি, বুকুত থুতৰি লগাই বহি ৰ'ল। এবাৰ ইন্দ্ৰৰ সন্দেহ হ'ল—দেউতাকৰ টোপনিয়েই গ'ল নেকি!

চাৰে ন মান বজাত বাহিৰত দীনৰ মাত শুনা গ'ল। ঘৰত ভাত হ'ল। সি ইন্দ্ৰক মাতি নিবলৈ আহিছে।

"সি ভাত ইয়াত খাব।" —মহীকান্তই বিছনাৰপৰাই ডাঙৰকৈ ক'লে।

মাজৰ কোঠালিত ইন্দ্ৰ, দীন আৰু কিৰণে মুখ চোৱাচুই কৰিলে। অলপ পাছত দীনই দুৱাৰমুখৰপৰা দেউতাকক ক'লে, "মাহীয়ে দাদাৰ কাৰণে ইয়াত ভাত ৰন্ধা নাই।"

"কিয় ৰন্ধা নাই ?" —গৰ্জন তুলি মহীকান্ত কোঠালিটোৰ পৰা ওলাই আহিল।

"আজি ঘৰলৈ আহিছে, আজিৰ সাঁজ সি বাইদেৱে ৰন্ধা ভাত খাব, সেই কাৰণে ৰন্ধা নাই।" —কিৰণে সহজ-সৰল মাতেৰে উত্তৰ দিলে। তাৰ পাছত তাই ইন্দ্ৰক ক'লে "যোৱা ইন্দ্ৰ, কাইলৈ আকৌ আহিবা।"

"নোৱাৰে যাব সি।" —মহীকান্তই অসংযত, টান মাতেৰে কলে। ইন্দ্ৰক—"যা, তই বহি থাক'—বুলি কৈ সি কিৰণক হুকুম দিলে, 'যা, তাক ভাত দেগৈ। মোৰ ভাগৰখিনিকে দেগৈ।"

কিৰণে উগ্ৰ দৃষ্টিৰে মহীকান্তৰ ফালে চাই ক'লে, "নিদিওঁ।"

"কি ?"

কিৰণে টেটুফালি চিঞৰিলে, "নিদিওঁ নিদিওঁ নিদিওঁ। সি আজি বাইদেৱে ৰন্ধা ভাত খাব।" তাৰ পাছত তাই ফোঁ ফোঁকৈ ওলাই গ'ল। সৰু মেজ এখন আৰু দুৱাৰৰ পাত এচলাত খুন্দিয়াই, উগ্ৰমূৰ্তি ধৰি মহীকান্তও কিৰণৰ পিছে-পিছে ওলাই গ'ল। আই-জনীয়ে ইন্দ্ৰৰ হাত এখনত খামোচ মাৰি ধৰি কন্দা-কন্দা মুখেৰে তাৰ চকুলৈ চালে। ইন্দ্ৰ লাহে-লাহে মহীকান্তহঁত যোৱা বাটেদিয়েই ওলাই গ'ল। সি যেতিয়া পাগঘৰৰ দুৱাৰমুখ পালেগৈ, তেতিয়া কিৰণ চাহৰ চৌকাটোৰ ওচৰত নিৰ্ভীকভাৱে থিয় হৈ আছে আৰু মহীকান্তই কাঠখৰি এডাল তুলি লৈছে।

ইন্দ্ৰক দেখি খৰিডাল পেলাই মহীকান্ত তাৰ কাষেদিয়েই ভিতৰলৈ গুচি আহিল। বাৰাণ্ডাৰ খুটা এটাত ধৰি ইন্দ্ৰ থিয় হৈ ৰ'ল। অলপ পাছতে কিৰণ তাৰ ওচৰলৈ আহিল। তাই ক'লে, "তুমি আকৌ ইয়ালৈ কিয় আহিলা ? যোৱা, বাইদেউ চাগৈ বৈ আছে।"

ইন্দ্ৰই কিৰণৰ চকুলৈ চালে। কিৰণৰ মুখখনে হাহোঁ-হাহোঁ কৰিলে।

তাই সৰু মাতেৰে ক'লে, "মোৰ কাৰণে চিন্তা নকৰিবা যোৱা। তুমিতো আজিহে আহিছা!" অকণমান পৰ বৈ তাই আকৌ ক'লে, "আৰু মোক মাৰিলে মই ভালহে পাওঁ বুইছা ?"

"কিয় ?" ইন্দ্ৰৰ মুখেদি আপোনা-আপুনি শব্দটো ওলাই আহিল।

"এদিন ভালকৈ মাৰ খালে সাদিনমানলৈ বৰ সুখত থাকোঁ। মোক আৰু আমনি নকৰে। মাৰিলে মই বেয়া নাপাওঁ, কিন্তু আমনি

কৰিলে বৰ বেয়া পাও ।" কথাষিনি কৈ কিৰণে হাঁহিলেই নে কিয়েই কৰিলে ইন্দ্ৰ ধৰিব নোৱাৰিলে।

ইন্দ্ৰহঁত যেতিয়া ঘৰলৈ উভতিল, তেতিয়া বাট-পথ নিজম পৰিছে। বাটৰ লাইট কেইটামান জ্বলিছে, কেইটামান নুমাই আছে। জ্বলা কেইটাতো ক'লা-ক'লা ঢাকনি দিয়া আছে।

"ইয়াতো ব্লেক-আউট হয় নে কি ?" ইন্দ্ৰই সুধিলে।

"ৰাস্তাৰ লাইট বেছি ভাগ সময় নুমায়েই থাকে।" দীনই কলে।

হাতত ৰূপৰ শকত খাৰু ...ক ৰঙীন শাৰী পিন্ধা মানুহ এজনীয়ে লাইটৰ খুটাৰ কাষৰ খাল এটাত এচৰিয়া জাবৰ-জোথৰ-পানী পেলালে ইন্দ্ৰহঁতক দেখি তাই ওৰণিখন দীঘলকৈ টানি লৈ ওচৰৰ জুপুৰী-টোলৈ সোমাই গ'ল।

ইন্দ্ৰহঁত মনে-মনে আগবাঢ়িল। কিছুদূৰ অহাৰ পাছত ইন্দ্ৰই সুধিলে, "মাহীৰ আচলতে কি হৈছে অ' ?"

"মই দেখোন চিঠিত লিখিছিলোঁৱেই।"

"তইতো দীঘলীয়াকৈ, চব ভাঙি-পাতি লিখা নাই।"

"তোলৈ দীঘলীয়াকৈ লিখিলেনো কি হ'ব ?"

ইন্দ্ৰই দীনৰ মুখলৈ চালে। দীনৰ মুখখনত কৰবাৰ পৰা সামান্য পোহৰ পৰিছেহি। সি একান্তমনে তললৈ চাই খোজ কাঢ়িছে। ইন্দ্ৰৰ মুখৰ পৰাও আৰু একো নোলাল।

দ্বিতীয় চাৰিআলিটো ঘূৰাৰ পাছত দীনই কলে, "আচলতে মগজ বেয়া হৈছে।"

"ডাক্তৰক দেখুৱাইছে নে নাই ?"

"আইবিন বাইদেৱে মাজে-মাজে ইছমাইল ডাক্তৰক আনিছিল। ডাক্তৰে ঔষধ দিয়ে, মাহীয়ে সেইবোৰ পেলাই দিয়ে। এদিন মাহীয়ে ডাক্তৰক গালি পাৰিলে।" দীন ৰ'ল।

"তাৰ পাছত ?"

"তাৰ পাছত ডাক্তৰ নহা হ'ল। এতিয়া মাজে-মাজে বেছি হ'লে আইবিন বাইদেউ আহে, বুদ্ধি কৰি কিবা বড়ি খুৱাই শুৱাই থয়।"

অলপ পাছত ইন্দ্ৰই ক'লে, "মইতো আজি প্ৰথমতে বৰ ভাল দেখিছিলোঁ।"

"ভালে থাকিলে একেবাৰে ভালে থাকে; দেউতাই গণ্ডগোল কৰিলেই—"

ঘৰ সোমোৱাৰ অলপ আগতেই ইন্দ্ৰই ক'লে, "মই এটা কাম কৰিব খুজিছোঁ। তাই অকণমান সহায় কৰি দিবি ?"

"কি ?"

"মই মাহীক ডাক্তৰক দেখুৱাবলৈ কলিকতালৈ লৈ যাব খুজিছোঁ।"

দীনই খোজ বন্ধ কৰিলে। ইন্দ্ৰও ৰ'ল।

"কলিকতালৈ ? মাহীক ?"

"এনেকৈ থাকিলে মাহী মৰি থাকিব। আইজনীহঁত মাহীতকৈ আগতে মৰিব।"

"তই পাৰিবি নিব ?" দীনই যেন অলপ ভয় খাইছিল।

"পাৰিম। মই নিম বুলি ঠিক কৰিলোঁ যেতিয়া নিমেই। তই খালী কথাটো চবাক কৈ চা। তই সেইকণ সহায় কৰিলেই হ'ব। ভালে-ভালে হয় যদিতো ভালেই, নহ'লে মই যেনেকৈ পাৰোঁ যি কৰিব লাগে কৰিম। ব'ল।"

দুয়ো আকৌ খোজ ল'লে।

এসময়ত ঘনকান্ত বুঢ়া থকা কোঠালিটোৰ বেৰত নতুনকৈ চূণ দি বাটৰ ফালৰ খিৰিকিখনত পৰ্দা লগাই তাত দীনই থাকিবলৈ লৈছিল। আজি দীন আৰু ভদ্ৰকান্তৰ কোঠালিত শুব। তাৰ কোঠালিটো ইন্দ্ৰৰ কাৰণে সজোৱা হৈছে। আঁঠুৱা পেলাই চাৰিও কাষ খুচি থোৱা আছে। যাঠি পাৱাৰৰ বালব এটাৰ পোহৰত কোঠালিটো উজ্জ্বল হৈ আছে। ভাল ধূপৰ গোন্ধেৰে কোঠালিটো ভৰি আছে। ইন্দ্ৰই কিবা ভাবি-ভাবি কাপোৰ সলালে। তাৰ পাছত সি চকী এখনত বহি ৰ'ল। এসময়ত ৰমাৰ মাতত তাৰ গাটো লৰিল। কোঠালিটোৰ বাহিৰৰ পৰা ৰমাই সুধিলে, "তোৰ হ'ল দাদা ? ভাত দিছে।"

ইন্দ্র খপজপকৈ ওলাই আহিল। এসময়ত মহীকান্ত-কিৰণহঁত থকা কোঠালিটোৰ দুৱাৰখন বন্ধ আছিল। তাৰ আগেদি পাৰ হওঁতে ইন্দ্ৰই ৰমাক সুধিলে, "ইয়াত আজিকালি কোন থাকে?"

"কোনো নাথাকে।" ৰমাই ক'লে।

পাগঘৰলৈ নগৈ ৰমা মেনকাৰ কোঠালিটোৰ ওচৰৰ কোঠালিটোত সোমাল। সেইটো কোঠালিত ৰমা আৰু মণি শোৱে। ইন্দ্ৰ ৰমাৰ পিছে-পিছে তালৈকে আহিল। এখন মেজত ইন্দ্ৰ আৰু দীনৰ কাৰণে ভাত সজোৱা আছে। ইন্দ থমক খাই ৰ'ল। সি আচলতে পাগঘৰলৈ বুলি আগবাঢ়িব খুজিছিল।

দুটা ল'ৰাৰ ভাত, কিন্তু মেজখনত বাচনবোৰ দেখি ইন্দ্ৰৰ ভাব হ'ল যেন গোটেই ঘৰখনে ইয়াতে খাবলৈ বহিব। মেনকাই তলমূৰকৈ ইফালৰ বাটি সিফাললৈ নি, ইটো চুই সিটো ল'ৰাই থিয় হৈ আছিল। ইন্দ্ৰই বহি লৈ মাকক সুধিলে, "তহঁতে খালি?"

"ইহঁতে খালে।" মেনকাই ক'লে।

"তুই?"

"খাম। তহঁতে খাই লচোন।"

ইন্দ্ৰৰ কবলৈ মন গৈছিল,—তয়ো বহ, একেলগে খাওঁ, কিন্তু সি একো নকলে। খাবলৈ আৰম্ভ কৰাৰ অলপ পাছতে তাৰ মহীকান্তৰ বন্ধ কোঠালিটোৰ কথা মনলৈ আহিল। ইমান দিন কোঠালিটো তেনেকৈ বন্ধ হৈয়েই আছে? কোঠালিটো কোনেও কোনো কামত লগোৱা নাই? কিয়?

মেনকা ৰমাৰ বিছনাখনত বহিছিল। ইন্দ্ৰই আঁৰ চকুৰে এবাৰ মাকৰ মুখলৈ চালে। মাকৰ গম্ভীৰ মুখখন হঠাতে তাৰ এটা বন্ধ কোঠালিৰ নিচিনা লাগিল।

ইন্দ্ৰই তলমূৰকৈ ভাত খাই থকা সময়খিনি মেনকাই থৰ লাগি তাৰ আঙুলিবোৰ, ওঁঠ, গাল, ডিঙি, কপাল, চুলি—এটাইবোৰ পিটিকি-পিটিকি চালে। তাৰ পাছত তাই উপলব্ধি কৰিবলৈ চেষ্টা কৰিলে,—ইন্দ্ৰৰ জিভাত ভাজি-তৰকাৰীবোৰ কেনেকুৱা লাগিছে। ইমান দিনৰ পাছত—! সি বা আজি-কালি কেনেকৈ ৰন্ধা ভাল পায়, কি ভাল পায়! তাই ভিতৰতে নিজকে নিজে বহুত কথা সুধি থাকিল, কিন্তু মুখ ফুটাই ইন্দ্ৰক একো নুসুধিলে।

ৰাতি ইন্দ্ৰৰ ভাল টোপনি নাহিল। খিৰিক কৰিলেই সি সাৰ পায়; তাৰ ভাব হয়—এই যেন মাক সোমাই আহিল। মাকৰ যেন তাৰ লগত বহুত কথা পাতিবলগীয়া আছে। কথাবোৰ পাতিব নোৱাৰি মানুহজনীয়ে চটফটাই আছে। এই ৰাতিয়েই আহি মাক তাৰ বিছনাৰ কাষত বহিব। প্ৰথমতে মাকে তাৰ চুলিবোৰত হাত-ফুৰাই মৰম কৰিব আৰু তাৰ পাছত কথা পাতিবলৈ আৰম্ভ কৰিব।

ৰাতিপুৱা যেতিয়া তাৰ টোপনি ভাগিল, তেতিয়া কোঠালিটোৰ অ'ত ত'ত বেঁকাবেঁকিকৈ পোহৰ পৰিছে। সি মনত পেলাবলৈ চেষ্টা কৰিলে, কোনোবাই তাক ৰাতি মাতিছিল নে কি? সি কিজানি মাতোঁতেও সাৰ নাপালে। মনত নপৰে। নাই মতা হ'বলা। ইন্দ্ৰৰ মনটো বেয়া লাগিল।

দীন সোনকালে কলেজলৈ যায়। ইন্দ্ৰ তাৰ লগতে ওলাই আহিল। অকণমান দূৰৰ মূৰে-মূৰে বৈ-বৈ মানুহক—কালি আহিলোঁ, থাকিম, কেইদিনমান ভালে আছোঁ—ইত্যাদি উত্তৰ দি-দি আগ-বাঢ়োঁতে ইন্দ্ৰৰ বহু সময় লাগিল। সিহঁত যেতিয়া কলেজৰ সমুখ পালেগৈ, তেতিয়া দীনৰ প্ৰথম ক্লাছটো আৰম্ভ হৈ গৈছে। দীন সোমাই যোৱাৰ পাছত ইন্দ্ৰই কলেজখনৰ বাকৰিত, বাৰাণ্ডাত ইফাল-সিফাল কৰি ফুৰা ল'ৰা-ছোৱালীবোৰৰ ফালে চাই-চাই আগবাঢ়িল। গোটেই ঠাইডোখৰ, এটাইবোৰ ল'ৰা-ছোৱালীক তাৰ একেবাৰে অচিনাকি যেন লাগিল। এটা অবুজ কাৰণত তাৰ মনটো অলপ গধূৰ-গধূৰ লাগিল। চকু ঘূৰাই সি আইৰিন বাইদেউৰ ঘৰৰ ফালে বেগ দিলে।

আইৰিন বাইদেউৰ চাকৰি শেষ হোৱা ডেৰবছৰ মান হ'ল, কিন্তু তেওঁৰ কাম শেষ হোৱা নাই। দুটা বিক্সাৱালা তেওঁৰ মাহিলী দৰমহা খোৱাৰ নিচিনা হৈ গৈছে, সিহঁতৰে ইটোৰ নহয় সিটোৰ বিক্সাত উঠি তেওঁ গোটেই চহৰখন ঘূৰি ফুৰে। আজি ইন্দ্ৰ তেওঁৰ ঘৰ পাওঁতে পদূলিত বিক্সা। তেওঁ কৰবালৈ যাবলৈ ওলাইছে। ইন্দ্ৰক দেখি তেওঁ চকু সক-সক কৰি অলপ পৰ থৰ লাগি ৰ'ল, তাৰ পাছত অ' বুলি চিঞৰ এটা মাৰিলে। কেতিয়া আহিলি, মস্ত ডেকা হলি, সাবট মাৰি ধৰি মৰম কৰিব খুজিছিলোঁ—লাজেই লাগিল,—এইবোৰ শেষ হোৱাৰ পাছত ইন্দ্ৰই পোনে-পোনে কিৰণৰ

কথা উলিয়ালে। —মই যি শুনিছোঁ শুনিছোঁ, কিন্তু আপুনি কওঁকচোন কি হৈছে মাহীৰ।

আইৰিন বাইদেউ অলপ সময় মনে-মনে ৰ'ল। তাৰ পাছত তেওঁ বিৰক্তিৰে ক'লে, "কিভাল হ'ব আৰু তাইক ভূতে ধৰিছে। তোৰ বাপেৰো ভূত, সেই ভজহৰি নে কি সেইটোও এটা ভূত, তাইৰ পেটতো এটা ভূত, এই আটাইবোৰে মিলি তাইৰ মূৰটো খালে।"—

ইন্দ্ৰই হাত এখন তুলি বাইদেউৰ কথা বন্ধ কৰিলে। সেইবোৰ বাদ। তাক আচল কথাটো লাগে। ইছমাইল ডাক্তৰে কি কৈছে?

বাইদেউৰ খঙেই উঠিল। "ডাক্তৰৰ কথা শুনিব খুজিছ যদি ডাক্তৰৰ মুখৰ পৰাই শুনিবি। মই আকৌ মাজতে সোমাওঁ কিয়? বল, এতিয়াই বল।"

বেগটো হাতত লৈ, বাইদেউ একেকোবে ৰিক্সাত উঠিলহি। যিমান পাৰে একাষে বহিবলৈ চেষ্টা কৰি তেওঁ ইন্দ্ৰক ক'লে, "উঠ।"

মানুহজনী আগতকৈ বহুত শকত হৈছে। ইন্দ্ৰ কোনোমতে আধা বহাৰ নিচিনাকৈ বহিল। ৰিক্সা চলাৰ পাছত-বাইদেৱে ইন্দ্ৰক বুজাবলৈ চেষ্টা কৰিলে—সেইবোৰ বহুত কথা। তাৰে এটা কথা হ'ল—কিৰণক ল'ৰা জন্ম হোৱাৰ মন্ত্ৰ দিবলৈ ভজহৰিয়ে কৰবাৰ পৰা বাবাজী এটা ধৰি আনিলে। মহীকান্তই একো গমেই নাপায়। পাছত এদিন—সেইদিনা আঁউসী,—মাজনিশা তাইকতো ভজহৰিয়ে ঘৰৰপৰা উলিয়াই লৈ গ'ল। তাৰ ঘৰৰ পাছফালৰ কোঠালি এটাত বাবাজীয়ে পূজা পাতিছে। সি তাইক নি বাবাজীৰ ওচৰ পোৱালেগৈ। বাবাজীয়ে হেনো কিবা মন্ত্ৰ-চন্ত্ৰ মাতি তাইক ৰঙা কাপোৰ এখন পিন্ধালে, ফেঁচাৰ মঙহ খাবলৈ দিলে। কিন্তু ইফালে মহীকান্তইতো অলপ পাছতে তাইৰ বিচাৰ লগালে! পিছফালৰ দুৱাৰ খোলা দেখি সি তাইক পিছফালে বিচাৰিলে। এনেতে ভজহৰিৰ ঘৰৰ ফালৰপৰা-কিৰণৰ চিঞৰ শুনা গ'ল। বাবাজীটো বদমাচ। তাৰ কাণ্ড দেখি কিৰণে চিঞৰিবলৈ ধৰিলে। মহীকান্তই দৌৰি গৈ তাইক বেয়া অৱস্থাত দেখিলে। বাবাজীটো তাক দেখি পলাল। কিৰণক ঘৰলৈ আনি মহীকান্তই বৰ মাৰিলে। বেয়া ঠাইত মাৰ পৰিলে হ'বলা, তাই বেহুঁচেই হৈ গ'ল। আগতে সেই কেঁচুৱা হোৱাৰ পাছৰে পৰা তাইৰতো গণ্ডগোলেই, এইবাৰ হুঁচ অহাৰ পাছত আৰু বেছি হ'ল।

ইছমাইল ডাক্তৰক ইন্দ্ৰই বুজাই ক'লে, সি কিৰণক কলিকতালৈ নিব; কিন্তু তাৰ ডাক্তৰকতো যিমান পাৰে বুজাই কব লাগিব। কি কি হৈছিল, কেনেকৈ কি হ'ল!

ডাক্তৰে সুধিলে, "তুমি কেতিয়া যাবা?"

"দহ দিনমানৰ পাছত। ঠিক কৰা নাই।"

ডাক্তৰ বুঢ়া হৈছে। চচমা খুলি, মচি, আকৌ পিন্ধি তেওঁ ধীৰ, কোমল মাতেৰে ক'লে, "তোমাকতো গম্ভ কৈ লাভ নাই। আৰু ডাক্তৰক কবলগীয়া কথা তুমি নুবুজিবাও। মোৰ বহীত কথাবোৰ লিখা আছে। তাৰপৰা মই সকলো দৰকাৰী কথা লিখি থম। তুমি লৈ যাবা। তাৰ ডাক্তৰক দেখুৱালে তেওঁ সকলো বুজিব।" অলপ পৰৈ ডাক্তৰে ক'লে, "তুমি এইটো ভাল কাম কৰিবলৈ ওলাইছা। মই যিমান পাৰোঁ সহায় কৰিম।"

ডাক্তৰে তুমি নুবুজিবা বুলি কোৱাটো ইন্দ্ৰই ভাল নাপালে। সি কিজানি কিছু কথা বুজিলেইহেঁতেন। কিৰণৰ কথাবোৰ বুজিবৰ কাৰণেই বহুদিন ধৰি সি বহুত ধৰণৰ কিতাপ পঢ়িছিল। তথাপি, ডাক্তৰৰ কথাৰ মৰমৰ সুৰটো শুনি সি মনে-মনে থাকিল। সাত-দিনমানৰ পাছত আহিব বুলি কৈ সি ওলাই আহিল।

পাছদিনা আবেলি পৰত ইন্দ্ৰ কলঘৰলৈ গ'ল। সি কলঘৰটো চাবলৈ যোৱা নাছিল, কিন্তু সেইখিনি পোৱাৰ পাছত ঘূৰি-পকি গোটেই কলঘৰটো চালে। নতুন চালি হৈছে, নতুন বেৰ হৈছে, ধান শুকুওৱা আৰু এখন চোতাল পকা হৈছে, দুটা মেছিন একেলগে চলিছে, তথাপি শব্দটো তাৰ মনত পৰা সেই এটা মেছিনৰ শব্দতকৈ কম যেন লাগিছে। মহীকান্ত বহা কোঠালিটোৰ চুকত মদনৰ কাৰণে এখন মেজ আৰু এখন চকী হৈছে। অন্ততঃ ইন্দ্ৰৰ পিছে-পিছে ভক্তি-ভাবেৰে ঘূৰি ফুৰা মানুহেই সাতোটা হৈছে।

চৌহদৰ একুচৰ গছ এজোপাৰ তললৈ মাতি নি ইন্দ্ৰই মদনক ভজহৰিৰ কথা সুধিলে। ইন্দ্ৰই এইবোৰ কথা জানিব নালাগে—মদনে প্ৰথমতে তেনেকুৱা এটা ভাব দেখুৱালে। কিন্তু ইন্দ্ৰৰ চকুলৈ চাওঁতে তাৰ মুখেদি কথা ওলাবলৈ আৰম্ভ কৰিলে। বাবাজীৰ ঘটনাটো সঁচা। ভজহৰিয়ে ঘৰখনৰ সৰ্বনাশ কৰিলে। তথাপি মহীকান্তই তাৰ গাত দোষ দিব খোজা নাছিল; মদনে বহুবাৰ কোৱা সত্বেও তাক আঁতৰাব খোজা নাছিল।

কিয় ?

মদনে সঁচাকৈয়ে আৰু একো নকওঁ বুলি থাকিবলৈ চেষ্টা কৰিলে।

ইন্দ্ৰই ক'লে, "আপুনি এতিয়া মোৰ পৰা কিবা লুকুৱাব খুজিলে আৰু কি লাভ ? মই জোৰ নকৰোঁ। কিন্তু মই জানিবই লাগিব বুলি ধৰিলে আপোনালোকে একো লুকুৱাব নোৱাৰে, আৰু মোৰ জনাৰ কোনো দৰকাৰ নাই বুলি ঠিক কৰিলে আপোনালোকে জনাবলৈ সুবিধাই নাপাব। ঘৰখন থানবান হৈছে। আৰু টুকুৰা-টুকুৰ হৈ ধ্বংস হৈ যাব। হ'লে হ'ব আৰু নহয় জানো ?"

"নহয় নহয়,'—মদনে কিবা এটা কব খুজিলে।

"জোৰা লগাব যদি নোৱাৰিয়েই, তেনেহলে নাইকিয়া হৈ যোৱাই ভাল। কিন্তু মই এবাৰ চাব খুজিছোঁ। সেইকাৰণে কথাবোৰ সুধিছোঁ।"

কথাবোৰ মদনৰ বৰ টান-টান লাগিল। ঠিককৈ বুজিব নোৱৰাৰ কাৰণে বেছি ভয় লাগিল। ইন্দ্ৰই কি বা কৈছে। কি বা বুজাইছে। অলপ পৰ তলমূৰ কৰি থাকি সি আৰম্ভ কৰিলে। ভজহৰিয়ে মহীকান্তক কিছুমান বেয়া মানুহৰ লগ লগাই দিছিল। এবাৰ সি তাৰ ঘৈণীয়েক বুলি এজনী মানুহ আনি লগত ৰাখিলে। আচলতে মানুহজনী তাৰ একো নহয়। বেছিভাগ সময় তাই মহীকান্তহঁতৰ ঘৰতে থাকে। পাছলৈ তাই মহীকান্তৰ আলপৈচান ধৰা হ'ল, গা মালিচ কৰি দিয়া হ'ল। মানুহজনীৰ কাৰণেই মহীকান্ত ভজহৰিৰ ভৰিত পৰাদি পৰি থাকিল।

"মাহীহে কি কৰে ?" ইন্দ্ৰই সুধিলে।

"ককাইটি যিমানে আঁতৰি থাকে, তেওঁ সিমানে ভাল পায়। বেয়ে আঁতৰাই ৰাখে, তাকো ভাল পায়।"

"তাৰ পাছত ?" মদন মনে-মনে থকা দেখি ইন্দ্ৰই নিৰ্বিকাৰ সুৰত সুধিলে।

"মই তাক মৰিয়াই-চৰিয়াই ঠাণ্ডা কৰি ৰাখিছিলোঁ, কিন্তু সি বাৰে-বাৰে একোটা নতুন-নতুন ফন্দি উলিয়াই ককাইটিৰ ওচৰ চাপিছিল। ককাইটিক মই ইমান বুজাওঁ, ককাইটিৰ সেই একেটা কথা—মই কাকো পৰোৱায় নকৰোঁ। চবকে জ্বলাই ভস্ম কৰিম।"

ইন্দ্ৰই এবাৰ মদনৰ চকুলৈ চাই আকৌ আইনফালে চকু ঘূৰাই কথা শুনিবলৈ ধৰিলে।

"তাৰ পাছত এদিন,—কথা যেন আৰু বেছি আগুৱাবলৈ নাপায়, —সেইকাৰণে মই তাৰ ঘৰত জুই লগাই দিম বুলি কলোঁ। সি ক'লে,—তেতিয়া বোলে সি কলঘৰৰ আধাখিনি লৈ তাতে থাকিব; কাৰণ কলঘৰটোৰ আধা অংশ তাৰ। তাৰ হাতত বোলে ককাইটিয়ে চহী কৰা দলিল আছে। কি দলিল আছে চাবলৈ,—আন উপায় নাপাই,—এদিন ৰাতি তাৰ ঘৰত সোমাই এটাইকেইটা বাকচ পিছফালৰ হাবিলৈ লৈ গ'লোঁ।"

ইন্দ্ৰই আকৌ মূৰ তুলি চালে।

"বাকচবোৰ ভাঙি কাগজবোৰ উলিয়ালোঁ। সেইবোৰ ভদ্ৰকান্তক দেখুৱালোঁগৈ। সাত বছৰমান আগতে ককাইটিয়ে চহী কৰা কেঁচা দলিল এখন আছে;—ককাইটিৰ কলঘৰ চলাবলৈ পইচা নোহোৱাত ভজহৰিয়ে বোলে টকা দিলে; সেই তাৰিখৰ পৰা কলঘৰটোত দুয়োটাৰে সমান-সমান ভাগ হ'ল। এটাইবোৰ কাগজ তেতিয়াই তাতে পুৰি পেলালোঁ।"

অলপ সময় মনে-মনে থাকি ইন্দ্ৰই সুধিলে, "সি এতিয়া ক'ত আছে?"

"দেশলৈ গৈছে। দুমাহমান হাছপতালত আছিল, তাৰ পৰা ওলাই ঘৰলৈ গৈছে।"

"হস্পিটেলত কিয় আছিল?"

"কলঘৰৰ মেছিনত সোমাই তাৰ হাত এখন কাটিছিল।"

"কেনেকৈ?"

"জানো!" মদনে অইফালে চালে।

দুদিনৰ পাছত ইন্দ্ৰৰ ওলাই যাবলৈ ঠাই নোহোৱা হ'ল। লগ ধৰিবলৈ কোনো মানুহৰ কথা মনত নপৰিল। ভাত খাই উঠি সি গাৰুত মুখখন গুজি পৰি ৰ'ল। ঘৰখন নিজম, দুপৰীয়াৰ পাছৰ সিহঁতৰ হোষ্টেলটোৰ নিচিনা হৈ আছে;—ঠাকুৰ, বিননীয়াকেইটা, কেন্টিনৰ ল'ৰাটো,—কাৰো মাত শুনিবলৈ নাই। সকলো নিজৰ বিছনাত।

মাক চাগে বিছনাত পৰি আছে। কিয়? ঠাকুৰ-চাকৰৰ কাম শেষ হ'ল কাৰণে? ইন্দ্ৰৰ খং উঠিল। নিজৰ ওপৰতো। মাকলৈ সি ভয় কৰে নে কি? নকৰে।

সি বিছনাৰ পৰা উঠিল। অকণমান সময় বাৰাণ্ডাত থিয় হৈ থাকি সি মেনকাৰ কোঠালিত সোমাল।

মেনকা কাতি হৈ পৰি আছিল। তাই উচপ খাই উঠি বহিল। প্ৰথমতে চাদৰখন, তাৰ পাছত কপালৰ আগৰ চুলিখিনি চুই তাই ক'লে, "বহ।" চকুৰে তাই অলপ দূৰত থকা চকীখন দেখুৱাই দিলে। ইন্দ্ৰ বহিল।

কোনেও কথা নোকোৱাকৈ অলপ সময় পাৰ হৈ গ'ল। তাৰ পাছত ইন্দ্ৰই সুধিলে, "মই ঘৰলৈ অহাৰ কাৰণে তই বেয়া পাইছ নে কি?"

মেনকাই এক মুহূৰ্ত ইন্দ্ৰৰ মুখলৈ চাই খিৰিকিখনৰ ফালে মুখ ঘূৰালে। অলপ পাছত সৰু অথচ স্পষ্ট মাতেৰে ক'লে, 'বেয়া পোৱা হ'লে তই অহাৰ দিনাই গম পালিহেঁতেন।"

"নহয়, মানে, কথা নাই বতৰা নাই, খালী খাবলৈ দিছ খাইছোঁ; এনেকৈ মানুহ থাকিব পাৰেনে কি?"

"পাত আক' কথা। নাপাতনো কিয়?" মেনকা অলপ পৰ ৰ'ল, তাৰ পাছত তাই ক'লে, "তই ভালে থাকিব লাগে, মই সেইটোহে জানো। তোক দেখিয়েই গম পাওঁ, তই ভালে আছ। কথানো কি পাতিবি? তই ডাঙৰ-ডাঙৰ কথা পাতি ভাল পাৱ। মইতো সিমান ডাঙৰ কথা কব নোৱাৰোঁ।" আকৌ অলপ পৰ ৰৈ তাই ক'লে, "মই কিমান বেয়া মানুহ তই জানিলি যেতিয়া, এবাৰ ক'লি যেতিয়া, আৰু নো কথা পাতিবলৈ কি থাকিল? ৰন্ধা, বঢ়া, খোৱা—সেইবোৰ কামহে বাকী থাকিল,—কৰি আছোঁ।"

ইন্দ্ৰই অইনফালে চাই থকা মাকৰ মুখখনলৈ অলপ পৰ চাই ৰ'ল, তাৰ পাছত ক'লে, "মই চিঠিত লিখা কথাবোৰ তই বেয়া পালি।" সি মাতটো গম্ভীৰ কৰিলে। "কিন্তু মই যি কৈছিলোঁ সঁচা কথা কৈছিলোঁ; তহঁতৰ ভালৰ কাৰণে কৈছিলোঁ।"

"কি সঁচা কথা কৈছিলি?" মেনকাই ইন্দ্ৰৰ চকুলৈ চাই টান মাতেৰে সুধিলে।

ইন্দ্ৰ মনে-মনে ৰ'ল। প্ৰশ্নটোৰ উত্তৰৰ আশা কৰি মেনকাই

তাৰ ফালে চায়েই ৰ'ল। অলপ পাছত ইন্দ্ৰই ক'লে, "যি দেখি-ছিলোঁ, যি ভাবিছিলোঁ—।" তাৰ থোতা-মোজা লাগিল। সি বৈ গ'ল।

মেনকাৰ মাতৰ দৃঢ়তা আৰু বাঢ়িল। "তই কি দেখিছিলি তই জান। যদি দেখিছিলি, তেনেহ'লে কথাটো সঁচা। কিন্তু সঁচা কথা এটা তই ইয়াতে নকলি কিয়? সেইখিনি কথা কবলৈ তই ঘৰ এৰিলি কিয়?"

"ক'তনো ঘৰ এৰিলোঁ? পঢ়া-শুনাৰ কাম থাকে, সময় নাপাওঁ—"

"সেইবোৰ কথা মোৰ নিচিনা মূৰ্খ মানুহক নকবি। ডাঙৰ-ডাঙৰ কিতাপ পঢ়ি জ্ঞানী হোৱাবোৰক কবি।"—মেনকাৰ মাত গম্ভীৰ আৰু তীব্ৰ হৈ পৰিল।—"এই গোটেইখন দেশৰ ধনীমানবোৰ ল'ৰাই কলিকতাত পঢ়ে, সিহঁত বছৰত দুবাৰকৈ ঘৰলৈ আহে।" মেনকাই এনেয়ে চুলিখিনি ঠিক কৰিলে। "এইবোৰ খবৰ গোটাবলগীয়া হোৱা-টোৱেই মোৰ কাৰণে লাজৰ কথা। মাৰক ইমান ডাঙৰ সঁচা কথা কোৱা ল'ৰাটোৱে এনেকুৱা মিছা কথা কৈ মুখ লেতেৰা কৰ কিয়? ভয় কৰ কিয়? সাহ কৰা যেন দেখুৱাইছ যেতিয়া সাহেই কৰিবি।"

অলপ পৰ কোনেও কথা নোকোৱাকৈ পাৰ হ'ল। তাৰ পাছত আকৌ মেনকায়েই আৰম্ভ কৰিলে, "মোলৈ তই যি যি লিখিব খুজিছিলি, এবাৰ লিখিলি, বাচ, হৈ গ'ল। মোকতো একেটা কথাকে দুবাৰ কব নালাগে। কিন্তু তাৰ পাছত তই ভায়েৰ-ভনীয়েৰহঁতৰ মন ভাঙিব নালাগিছিল।"

"সিহঁতৰ আকৌ কি হ'ল?"

"সিহঁতো মোৰ নিচিনাই মূৰ্খ। সেই কাৰণে সিহঁতে বহুত বুজে।" অলপ বৈ মেনকাই আকৌ আগতে কোৱা কথাকে দোহাৰিলে, "তই যদি কিবা দেখিছিলি সেইটো ঠিক দেখিছিলি। কি দেখিলি? তিনি বছৰে ভাবি-ভাবি পালোঁ, তই চাগৈ কেতিয়াবা মোৰ পিছে পিছে পিছফাললৈ ওলাই গৈছিলি।"

ইন্দ্ৰই তলমূৰ কৰিলে।

মেনকাই দৃপ্ত কণ্ঠেৰে কৈ গ'ল, "কিন্তু তই যি ভাবিলি, সেইবোৰ তই নিজেই ভাবি থাক। মোক তই ভাল-বেয়া, ভুল-শুদ্ধ নুবুজাবি। মই যি ভাবিলোঁ, যি কৰিলোঁ, সেইটোৱেই ঠিক। আগতেও কৈছোঁ, এতিয়া আকৌ কৈছোঁ। যদি তই ভাবিছ-মাৰে কিবা ভুল কৰিলে, তেনেহলে মাৰৰ লগত সম্পৰ্ক এৰি দে। মই তোক্কো এৰিম, কিন্তু

মোৰ কথা নেৰোঁ। কলিকতা, বোম্বাই, বিলাতৰ পৰা তৰ্জন-গৰ্জন কৰি তই মোক ইমানকণো লৰাব নোৱাৰ।" মেনকাই সোঁ-হাতৰ বুঢ়া আঙুলিৰ আগেৰে তৰ্জনী আঙুলিৰ এটা পাবৰ জোখ দেখুৱালে। তাইৰ মুখখন ৰঙচুৱা হৈ আহিল; কপালখন ঘামেৰে সেমেকি আহিল।

ইন্দ্ৰই বাৰে-বাৰে কিবা এটা কবলৈ পোন হ'ব খুজিলে, কিন্তু বাৰে-বাৰে সি ঠিকমতে নলগোৱাকৈ এৰি দিয়া জ্বলি থকা মমবাতিৰ নিচিনাকৈ ঢলি-ঢলি পৰিল। এবাৰ তাৰ নুমাই যোৱা যেনেই লাগিল। অলপ সময়ৰ পাছত সি কোঠালিটোৰ পৰা ওলাই যাবলৈ বুলি থিয় হ'ল।

মেনকাই সুধিলে, "কিৰণক কলিকতালৈ সঁচাকৈ নিবি নে কি?"

"ওঁ।"

"তাত তাইক ৰখা-মেলাৰ সুবিধা হব?"

"হ'ব।"

"লগত আৰু কোনোবা যাব লাগিব নে কি?"

"এতিয়া নালাগে। পাছত লাগিলে খবৰ দিম। মই অইন এটা কথাহে ভাবিছোঁ।" ইন্দ্ৰই মুখখন গোমোৰা কৰি চিন্তাৰ সুৰত ক'লে।

"কি?"

"মাহী নথকা দিনখিনিত আইজনীহঁতক তই চাবি?"

মেনকাৰ ওঁঠত অকণমানলৈ হাঁহি এটা বিৰিঙিল। তাই সুধিলে "ইমান দিন যে সিহঁত জীয়াই আছে, কোনে চোৱাৰ কাৰণে জীয়াই আছে?"

আবেলিৰ ফাললৈ ইন্দ্ৰৰ গা-মন বৰ দুৰ্বল লাগিল। সোমাই থাকিবলৈও তাৰ ভাল নালাগিল। চাহ খাই উঠি সি ওলাই গ'ল। লাহে-লাহে খোজ কাঢ়ি দুটামান বাটেদি এনেয়ে ঘুৰি-পকি সি নতুন ঘৰলৈ গ'ল। কিৰণে তাক দেখিয়েই ক'লে, "আজি ইয়াতে ভাত খাই যাবা। মই এতিয়াই বাইদেউলৈ খবৰ পঠিয়াই দিম, তাত তোমাৰ কাৰণে ভাত ৰান্ধিব নালাগে।" ইন্দ্ৰই একো নক'লে।

অলপ পাছতে মহীকান্ত সোমালহি। সি ইন্দ্ৰক তাৰ কোঠালিলৈ মাতি নিলে। পাঞ্জাবীটো খুলি-খুলি সি সুধিলে, "আইজনীৰ মাকক যে কলিকতালৈ নিব খুজিছ, মোক সুধিব নালাগে হবলা?"

"মই আজি সেইটো কথাকে পাতিম বুলি আহিছোঁ।" ইন্দ্ৰই গহীন মাতেৰে ক'লে।

"চবেই কথা পাতি শেষ কৰাৰ পাছত?" আলনাত পাঞ্জাবীটো থৈ ছেণ্ডেলযোৰ খুলি মহীকান্তই সুধিলে।

"ইমানদিনে এইবোৰ কথাতো আপুনি নিজেই পাতি শেষ কৰিব লাগিছিল! আপুনিহে মোলৈ চিঠি লিখিব লাগিছিল! এতিয়া অইনে পাতোঁতে বেয়া পাইছে কিয়?"

মহীকান্তই দুটা গাৰুৰ ওপৰত মূৰ থৈ চিত হৈ পৰি সুধিলে, "মই যদি নোৱাৰ নিব বুলি কওঁ?"

কেইবাদিনৰে পৰা গোট খোৱা এটা হেচাঁই যেন ইন্দ্ৰৰ গাৰ তেজবোৰ মূৰৰ ফালে ঠেলি আছিল। সি সেই হেঁচাৰ বিৰুদ্ধে জোৰ দি ক'লে, "আপুনি তেনেকৈ কব বুলি ধৰিয়েই লৈছোঁ।"

"মই সকলো কথা মদৰ জালত কওঁ, সকলো কাম নিচাৰ জোৰত কৰোঁ বুলি নাভাবিবি।" মহীকান্তৰ মাতটো বহু ভিতৰৰ পৰা ওলোৱাৰ নিচিনা গম্ভীৰ শুনা গ'ল। অলপ পাছত "যা" বুলি কৈ সি চকু মুদিলে। এসময়ত বাহিৰ-ভিতৰ আন্ধাৰ হ'ল; সি তেনেকৈয়ে পৰি থাকিল। বনকৰা ল'ৰাটোৱে এবাৰ কোঠালিটোৰ লাইটটো জ্বলালে; লগে-লগে মহীকান্তই—"কোন? কিয় জ্বলাইছ? নুমুৱা।"—বুলি চিঞৰি উঠিল। বহুত পৰৰ মূৰত সি নিজে উঠি গৈ লাইটটো জ্বলাই ইন্দ্ৰক মাতিলে। ইন্দ্ৰ অহাৰ পাছত সি সুধিলে, "ছোৱালী কেইজনীক কোনে চাব?"

"সিহঁত তাত,—মাৰ লগত থাকিবগৈ।"

অলপ সময় বাহিৰৰ ফালে চাই থাকি মহীকান্তই সুধিলে, "মোক?

"আপুনিও এইখিনি দিন তাতে থাকিবগৈ।"

মহীকান্তই চকু দুটা ডাঙৰ-ডাঙৰকৈ মেলি ইন্দ্ৰলৈ চালে। ইন্দ্ৰয়ো স্থিৰ দৃষ্টিৰে দেউতাকৰ চকুলৈ চাই ৰ'ল।

মহীকান্তই যেন কিবা কব খুজিলে, কিন্তু কব নোৱৰাৰ কাৰণে

তাৰ ওঁঠ দুখন কষ্ট পোৱা যেন দেখা গ'ল। ওঁঠ দুখন চেপা মাৰি ধৰি সি কোঠালিটোৰ পৰা ওলাই গ'ল।

কিৰণে যেতিয়া ইন্দ্ৰক ভাত খাবলৈ বুলি হাত-মুখ ধুবলৈ ক'লে তেতিয়া মহীকান্তই ইন্দ্ৰক আগফালে বাটৰ কাষলৈ মাতি লৈ গ'ল। দূৰৰ খোটাত এটা লাইট জ্বলিছে; মাজতে এজোপা সোণাৰু গছ; তাৰ ছাঁটো মহীকান্তহঁতৰ পদূলিৰ ওপৰেদি দীঘলকৈ পৰি আছে। মহীকান্তই ইন্দ্ৰক সেই ছাঁৰ মাজলৈ সুমুৱাই নিলে। যেতিয়া সিহঁতক কোনেও স্পষ্টকৈ নেদেখে বুলি বিশ্বাস হ'ল তেতিয়া মহীকান্ত ৰ'ল। সি ইন্দ্ৰৰ মুখামুখি হ'ল; যিমান পাৰে তাৰ ওচৰ চাপি আহিল।

ইন্দ্ৰই বুজিলে, দেউতাকে তাক কিবা এটা ক'ব; সেই কাৰণে সি উৎসুক হৈ থিয় দি ৰ'ল; কিন্তু বহুত পৰলৈ মহীকান্তৰ মুখৰ পৰা মাত নোলাল।

"কি হ'ল দেউতা?" অলপ পৰৰ পাছত অস্বস্তি লগাত ইন্দ্ৰই সুধিলে।

মহীকান্ত তথাপি মনে-মনে ৰ'ল। ছাঁৰ পোহৰতে ইন্দ্ৰই মন কৰিলে মহীকান্তৰ মুখখন ফুলি উঠিছে, চকুযোৰ ডাঙৰ-ডাঙৰ হৈ উঠিছে।

"দেউতা! ইন্দ্ৰই আকৌ মাতিলে।

"তোৰ মাৰ আৰু মোৰ কেইটা সন্তান জান?" মহীকান্তই চেপা মাতেৰে সুধিলে।

ইন্দ্ৰই অবাক দৃষ্টিৰে বাপেকৰ চকুলৈ চালে।

"চাৰিটা।" —মহীকান্তই ইন্দ্ৰৰ মুখৰ ওচৰলৈ মুখ নি ক'লে পিছ মুহূৰ্ততে সি আকৌ ক'লে, "চাৰিটা।"

ইন্দ্ৰই অনুভৱ কৰিলে, মহীকান্তই উচ্চাৰণ কৰা শব্দটোৰ লগত যেন তেজ ওলাই আহিল, আৰু সেই তেজ তাৰ গোটেই মুখত চিটিকি পৰিল। গৰম তেজ।

"বুজিলি? তইতো বহুত কথা বুজা হলি! মইযে ক'লোঁ— তাৰ মানে কি, বুজিলি?" মহীকান্তই তীক্ষ্ণ দৃষ্টিৰে ইন্দ্ৰৰ চকুলৈ চাই ৰ'ল। তাৰ পাছত সি সুধিলে, "নে আৰু বুজাই কব লাগিব?"

দেউতাকৰ হক আছে। তাৰ পঢ়া-শুনাত চকু দিবলৈ দেউতাকৰ চাগে মন গৈছে,—ভাল কথা। সেই কাৰণে মেনকাই লগে-লগে ভদ্ৰকান্তৰ কোঠালিত ইন্দ্ৰৰ পঢ়াৰ ব্যৱস্থা কৰি দিছে। তাত দেউতাকে তাক কিমান চকু দিয়ে দিয়ক। মেনকাইতো ল'ৰা-ছোৱালীক দেউতাকৰ পৰা আঁতৰাই ৰাখিব খোজা নাই। কিন্তু দিনত। দিনত দেউতাকে ল'ৰা-ছোৱালীক কিমান শিকায় শিকাওক, কিমান মৰম কৰে কৰক। ৰাতি,—ৰাতি অন্ততঃ ইন্দ্ৰক মহীকান্তৰ হাতত এৰি দিব নোৱাৰি। তাৰ ক্ষতি হ'বলৈ দিব নোৱাৰি। আনকি দিনতো মেনকাই মন কৰি থাকিব—ইমান দিনৰ মূৰত হঠাতে মহীকান্তই কিয় ইন্দ্ৰক তাৰ লগত ৰাখিবলৈ বিচাৰিলে।

মাটিত পৰা চিৰা এটা বাটিটোত তুলি মেনকাই ইন্দ্ৰ বহা পীৰাখন বেৰত আউজাই থলে। বাটিটো হাতত লৈ তাই নাদটোৰ ফালে গ'ল। ইতিমধ্যে মুখ ধুই ইন্দ্ৰ তাৰ পৰা আঁতৰি গৈছিল। কোনফালে গ'ল সি? মেনকা নাদৰ পাৰতে থিয় হৈ ৰ'ল। তাৰ চকুপানী ওলাল কিয়?

পাছদিনা পুৱা ভদ্ৰকান্তৰ কোঠালিত ইন্দ্ৰই ইংৰাজী ব্যাকৰণৰ কিতাপ সমুখত মেলি বেৰৰ ফালে চাই কিবা মুখস্থ মাতি আছে, এনেতে মহীকান্ত কোঠালিটোত সোমাল। খাটখনৰ ফালে চাই সি এক মুহূৰ্ত থিয় হৈ ৰ'ল, তাৰ পাছত সুধিলে, "বিছনাৰ কাপোৰবোৰ কি হ'ল?"

ক'ৰ বিছনাৰ কাপোৰৰ কথা সুধিছে ইন্দ্ৰই বুজা নাছিল; সি দেউতাকৰ মুখলৈ চাই ক'লে, "জানো!"

মহীকান্ত ওলাই গ'ল। কিৰণে বিছনাত বহি কেঁচুৱাটোক গাখীৰ খুৱাই আছিল; তাইৰ ওচৰত থিয় হৈ মহীকান্তই সৰু মাতেৰে কলে, "দুপৰীয়া সেইটো কোঠালিৰ বিছনাখন ভালকৈ পাৰি থবা।"

কিৰণে মহীকান্তৰ মুখলৈ চালে।

"মই পাৰি থৈছিলোঁ নহয়, কোনে আঁতৰালে?"—বুলি মহীকান্ত আকৌ ইন্দ্ৰৰ ওচৰলৈ আহিল আৰু খাটখনৰ এচুকত বহিল। ইন্দ্ৰই ৰাতিপুৱাই কঠিন চাই স্কুললৈ নিবলগীয়া কিতাপ-বহীবোৰ জাপে, তাৰ পাছত সেই জাপৰ পৰা কিতাপ উলিয়াই পঢ়ে। আজি কিতাপ-জাপ সি এইটো কোঠালিলৈ লৈ আহিছিল। মহীকান্তই অলপ

সময় কিতাপজাপলৈ চাই ৰ'ল, তাৰ পাছত জাপটো গাৰ ফালে টানি লৈ এখন-এখনকৈ কিতাপ-বহীবোৰ চাবলৈ ধৰিলে। সাহিত্যৰ কিতাপখনৰ টান শব্দবোৰৰ কাষত ইন্দ্ৰই কাঠ পেনছিলেৰে অৰ্থবোৰ লিখি থৈছে ; পীত—হালধীয়া, বৈতৰণী—যমপুৰীৰ নদী, স্ফুলিংগ—ফিৰিঙতি। পাটীগণিতৰ কিতাপখনৰ প্ৰথমৰ পাত-কেইটাৰ অংকবোৰত শুদ্ধ চিন দি থৈছে। ভূগোলৰ কিতাপখনৰ মেপৰ নদীবোৰত ৰঙীন পেনছিলেৰে নীলা ৰং দিছে। বহীবোৰ—। তাৰ আখৰবোৰ ইয়াৰ ভিতৰতে ইমান ভাল হ'ল? গোট-গোট, সামান্য বাওঁফালে হালি পৰা। লিখাবোৰ চাফ-চিকুণ ; কাষত মাষ্টৰৰ নম্বৰ আৰু চহী,—দহৰ ভিতৰত আঠ, ন, আঠ, আঠ, ন।

কিতাপ-বহীবোৰৰপৰা মহীকান্তৰ নাকত এটা পাতল গোন্ধ লাগিল। কেনেকুৱা যে গোন্ধ! চিনাকি নে অচিনাকি? মহীকান্তই কেতিয়াবা—কৰবাত যেন এই গোন্ধটো পাইছিল। নে নাই পোৱা? সি পাহৰিছে।

ভালেমান সময় কিতাপ বহীবোৰ লিৰিকি-বিদাৰি থাকি মহীকান্তই ইন্দ্ৰৰ মুখলৈ চাই কিবা এটা কওঁ-কওঁ কৰিলে, কিন্তু একো নোকোৱাকৈ চকু তল কৰিলে। অলপ পাছত সি যেন ডিঙিত বল পালে। তললৈ চায়েই সি সুধিলে, "তই—ইয়াত,—মোৰ লগত নোশোৱ?"

ইন্দ্ৰই দেউতাকৰ মুখলৈ চালে, চায়েই আকৌ তলমূৰ কৰিলে। সি নিঃশব্দে কিতাপখনৰ পাতত আঙুলিৰ আগেৰে কিবা লিখাৰ নিচিনা কৰিবলৈ ধৰিলে। তাৰ চুলিখিনি আৰু কপাল-খনলৈ অলপ সময় চাই থকাৰ পাছত লাহে লাহে মহীকান্তৰ আৰু কথা সুধিবলৈ মন নোযোৱা হৈ আহিল। তাৰ এক ধৰণৰ ভয় লাগিল। সি কিয় তাক লগত ৰাখিবলৈ বিচাৰিছে? কিয় লগত শুৱাবলৈ বিচাৰিছে?

ডাঙৰ পুতেক হিচাপে তাৰ সাৱধান লবলৈ? তাক ভাল কৰিবলৈ? তাৰ পঢ়া-শুনাত নিজে চকু দিবলৈ? ঠিক নে? নহয়। নহয় হবলা। সি ভিতৰি-ভিতৰি উৰাউল হৈ আছে মেনকাৰ ভিতৰৰ কথা জানিবলৈ ;—তাই কি কৰে, কলৈ যায় ; ভদ্ৰকান্তই কি কৰে, —কাক ক'ত কোনে লগ পায়—সেইবোৰ জানিবলৈ।— সি ইন্দ্ৰৰ লগত একেটা গাৰুত মূৰ থৈ শুব, তাক গালে-মুখে হাত ফুৰাই মৰম কৰিব, তাৰ লগত গুণ-গুণকৈ বহুত কথা পাতিব, কেতিয়াবা মাজতে সুধিব—তাৰ মাকে কি কৰি থাকে, ক'ত থাকে, কলৈ যায়, কাৰ লগত—। এইবোৰ কথা পাতিবলৈকে সি ইন্দ্ৰক তাৰ লগত শুৱাব খোজা নাই জানো? হবলা। হয় হবলা।

কিন্তু ইন্দ্রৰ চুলিখিনি, তাৰ কপালখন, তলমূৰ কৰি থকা তাৰ মুখখনলৈ চাই থাকোঁতে-থাকোঁতে মহীকান্তৰ এটা অদ্ভুত ধৰণৰ ভয় লাগি আছিল। সি চকু নমালে। সমুখত মেলা খাই থকা বহী-খনৰ গোট-গোট আখৰবোৰ, মাষ্টৰৰ চহী, দহৰ ভিতৰত ন—। মহী-কান্তৰ ভয়টো বাঢ়ি গ'ল। সি অস্থিৰ হৈ উঠিল। লাহে-লাহে কিতাপ-বহীবোৰৰ গোন্ধটোও যেন বাঢ়ি আছিল।

জেওৰাৰ বাহিৰৰ পৰা কোমল কঠীয়াৰ ফালে চাই থকা হালোৱা গৰুৰ নিচিনাকৈ মহীকান্ত কিছুসময় জলকা লাগি ৰ'ল। এসময়ত সি নিঃশব্দে কোঠালিটোৰ পৰা ওলাই আছিল।

দুপৰীয়া কিৰণে কোঠালিটোৰ খাটখনত চাবি, ফটাকানিৰে বোৱা কাপোৰ, তুলি, চাদৰ—যি য'ত পাবিব লাগে সকলো পাৰি বিছনাখন ঠিক কৰি থলে। কামটো কৰোঁতে তাইৰ মুখখন গম্ভীৰ হৈ থাকিল। গধূলি মহীকান্ত কোঠালিত সোমোৱাৰ সময়ত তাইৰ মুখখন আৰু বেছি গম্ভীৰ হ'ল। অলপ পাছতে তাই বিছনাত উঠিল আৰু কেঁচুৱাটোৰ ফালে মুখ কৰি গাৰুত মূৰ থলে। মহীকান্তই কাপোৰ সলাই চুকৰ চকীখনত মনে মনে বহি ৰ'ল। কিয় তাই গধূলিতে বিছনাত উঠিল সেইটো মহীকান্তই সোধক বুলি কিৰণে বহুপৰ বাট চালে, কিন্তু মহীকান্তৰ কথা কোৱাৰ কোনো লক্ষণ দেখা নগ'ল। এসময়ত কিৰণে ঘপকৈ গাৰুৰ পৰা মূৰ তুলিলে। বিছনাতে বহি তাই ক'লে "ইয়াত এনেকৈ বহি কি কৰিছে? যাওক, বিছনা পাৰি থৈছো নহয়, তালৈ যাওঁক।"

মহীকান্তই কিৰণৰ মুখলৈ চাই তাইনো কি কৈছে বুজিবলৈ চেষ্টা কৰিলে। তাইৰ কথাৰ সুৰ আৰু মুখৰ ভাব মহীকান্তৰ একেবাৰে নতুন-নতুন লাগিল। সি সুধিলে, "হঠাতে সেইটো কথা ক'বলৈনো আকৌ কিটো হ'ল?"

কিৰণে আঁঠুত গাল থৈ উচুপিবলৈ ধৰিলে। মহীকান্ত তাইৰ ওচৰত বহিলহি।

"হ'ল কি?"—সি আচৰিত হৈ সুধিলে।

লগে-লগে কিৰণৰ উচুপনি বেছি হ'ল। মহীকান্তই তাইৰ মুখখন ঘূৰাবলৈ দুয়োহাতেৰে থুতৰি আৰু মূৰত ধৰি জোৰ দিলে। এইবাৰ

কিৰণৰ কান্দোন আৰু কথা পাৰ ভাগি বাগৰি অহা দি আহিল। —মহীকান্তহঁতে তাইক ফাঁকি দিছে। সিহঁতে কিৰণক দেখুৱাই কৰিছে এটা, লুকুৱাই কৰিছে আন এটা। এই যে মহীকান্তই ভদ্ৰকান্তৰ কোঠালিত বিছনা পাৰি শোৱাৰ বন্দবস্ত কৰিছে, তাৰ আচল মতলব কি? আচল মতলব হৈছে মহীকান্তই মেনকাক লগ পোৱাটো। কিৰণৰ ওচৰৰ পৰা উঠি যাবলৈ তাৰ সাহ নাইতো, সেইকাৰণে সি এটা মাজৰ কোঠালিৰ বন্দবস্ত কৰিছে। ঠিক আছে,—যাৰ যি মন যায় কৰি থাকক; কিৰণেতো আপত্তি নকৰে;—কিন্তু লুকঢাক কিহৰ? ইমান বুদ্ধি-ফন্দি কৰিব লাগে কিয়? বুদ্ধি-ফন্দি কৰি কিৰণক ঘৰলৈ পঠিয়াই দি মহীকান্তহঁতে শেষত কিবা লুকুৱাব পাৰিলে জানো? সেইবোৰ চল-চাতুৰীৰ কথা বাৰু বাদ, কিন্তু কেঁচুৱাটো লৈ কিৰণ এইটো কোঠালিত অকলে শুব কেনেকৈ? তাইৰ ভয় নালাগিব নে কি? তাই কেতিয়াবা এনেকৈ অকলে শুই পাইছে নেকি? ঠিক আছে, হ'ব। মহীকান্ত এতিয়াই ভদ্ৰকান্তৰ কোঠালিলৈকে যায় নে মেনকাৰ কোঠালিলৈকে যায়—গুচি যাওক। সি এইটো কোঠালিত সোমাবই নালাগে। কিৰণৰ যি হয় হ'ব।

শেষৰ ফালে কিৰণে জ্বলা জুই, পোৰা কপাল,—এনেকুৱা কিছুমান শব্দ উচ্চাৰণ কৰিবলৈ ধৰিলে; তাইৰ মাক—বাপেকক জগৰীয়া কৰিবলৈ ধৰিলে; নিজৰ বুকু আৰু কপালত ভুকুৱাবলৈ মন যোৱাৰ কথা প্ৰকাশ কৰিলে।

আগতে কিৰণে অইন সৰুসুৰা কথাত দুই-এদিন ওকোন্দ নপতা নহয়, কিন্তু তাইৰ মুখত এইবোৰ কথা, এই সুৰত মহীকান্তই শুনা নাছিল। তাইৰ এনেকুৱা ক্ৰুকলীয়া ৰূপ সি দেখা নাছিল। সি হতভম্ব হৈ গ'ল। কিছুমান কথা তাই আগতে গাঁৱত কোনোবাই কাৰোবাক কোৱা শুনিছে কাৰণেই কোৱা যেন লাগিল, কিন্তু কিছুমান কথাত মহীকান্ত অস্থিৰ হৈ উঠিল। শেষৰ ফালে সি কিৰণৰ পিঠি-বাহু-মূৰৰ পৰা হাত আঁতৰালে আৰু থৰ লাগি বহি ৰ'ল।

কিছু সময়ৰ পাছত কিৰণে যেতিয়া আকৌ গাৰুত মূৰ থলে, তেতিয়া মহীকান্ত বাৰাণ্ডালৈ ওলাই আহিল। এইবাৰ ভদ্ৰকান্তৰ কোঠালিটোত চকু পৰোঁতেই তাৰ মনটো কোঁচ খাই গ'ল। অকণমান সময় বাৰাণ্ডাত থিয় হৈ থাকি সি আগফাললৈ ওলাই গ'ল। বাহিৰত ঘোপমৰা আন্ধাৰ। বাটৰ মানুহ নেদেখি। এটা মানুহে অনৰ্গল কিবা কৈ গ'ল, লগৰ এটাই হুঁ-হুঁ কৈ ঘন-ঘনকৈ শলাগি

গ'ল। পুহিলাই কাৰোবাক গালি পৰাৰ শব্দ মহীকান্তৰ কাণত পৰিল। গোলোকহঁতৰ ঘৰৰ কোনোবা এজনী হাতত চাকি এটা লৈ বাৰীখনলৈ আহিল, চাপৰ গছৰ পৰা কিবা এটা ছিঙি তাই আকৌ সোমাই গ'ল। চাকোৰাখনৰ সিফালে পোহৰখিনি লাহে-লাহে নাইকিয়া হৈ গ'ল। মহীকান্ত বেঞ্চখনত বহিল। কিছু সময়ৰ পাছত কোনো শব্দ তাৰ কাণত নপৰা হৈ আহিল, সিপাৰৰ ঘৰবোৰৰ চাকি-লেমৰ পোহৰ তাৰ চকুত নপৰা হৈ আহিল। এসময়ত সি বাওঁহাতেৰে মূৰৰ চুলিবোৰ খামুচিবলৈ ধৰিলে।

দুদিনমানৰ পাছত এদিন গধূলি মহীকান্ত কলঘৰৰ পৰা বাহিৰে-বাহিৰে আইৰিন বাইদেউৰ ঘৰলৈ গ'ল। আধাঘন্টামানৰ পাছত আইৰিন বাইদেৱে দুৱাৰ মুখত থিয় হৈ লেমটোৰে আগফালখন পোহৰ কৰি দিলে, মহীকান্ত ওলাই আহিল।

পাছদিনাই আইৰিন বাইদেউ মহীকান্তহঁতৰ ঘৰলৈ আহিল। আগফালে কেঁচুৱা কোলাত লৈ থকা ৰাধাক তেওঁ সুধিলে,— মহীকান্ত ঘৰত আছে নে নাই? ৰাধাই নাই বুলি কওঁতে তেওঁ পোনে পোনে মেনকাৰ কোঠালিলৈ আহিল। তেওঁক দেখিয়েই মেনকাৰ মুখখন হাঁহি এটাৰে ভৰি পৰিল।

"অ! বাইদেউ? কৰ পৰা ওলালহি? কালি নে পৰহি মই আপোনাৰ কথা ভাবিছিলোঁ।" মেনকাই বৰ আগ্ৰহেৰে ক'লে।

আইৰিন বাইদেউ বিছনাখনতে বহিল; বেগটোৰপৰা ৰুমাল এখন উলিয়াই তেওঁ মুখখন মচিলে, তাৰ পাছত স্থিৰ দৃষ্টিৰে মেনকালৈ চালে। কেইমুহূৰ্তমান চাই থাকি তেওঁ ক'লে, "বহ।"

"ৰব, মই তামোল—"

"নালাগে, বহচোন।" বাইদেৱে গম্ভীৰ মাতেৰে ক'লে। মেনকা বহিল।

"তোৰ কিবা অসুবিধা হৈছে নেকি?"

"নাই, তেনেকৈ একো হোৱা নাই বাইদেউ, খালী—" বুলি মেনকাই যিটো অসুবিধাৰ কথা ক'লে, আইৰিন বাইদেৱে সেইটোৰ

ওপৰত গুৰুত্ব নিদিলে। তেওঁ অলপ সময় মনে-মনে থাকি ক'লে, "ই দেখোন কেঁচুৱাটো ৰাখিব নালাগে বুলি কৈছে!"

মেনকাই একো নুবুজিলে। তাই বাইদেউৰ মুখলৈ চাই ৰ'ল।

"তোৰ লগত সি এইবোৰ কথা একো পতা নাই নেকি ?"

"কোনে ? কি কথা ?" মেনকাই আচৰিত হোৱাৰ সুৰেৰে সুধিলে।

বাইদেৱে ভাঙি ক'লে—সি মানে মহীকান্ত, এইবোৰ কথা মানে মেনকাৰ গাত থকা কেঁচুৱাটোৰ কথা। মহীকান্তই আইৰিন বাই-দেউক বৰ বিশ্বাস কৰি, নিজৰে বুলি, ঘৰৰে বুলি, মনৰ কথা খুলি কৈছে; মেনকাৰ স্বাস্থ্যৰ ফালৰ পৰা আৰু ল'ৰা-ছোৱালী নোহোৱাই ভাল। তাইৰতো চাৰিটা ল'ৰা-ছোৱালী আছেই, কিৰণৰো যদি দুটা-তিনিটা হয়, তেনেহ'লে ল'ৰা-ছোৱালী সি ভবাতকৈ অলপ বেছি হৈ যায়। গতিকে মহীকান্তই আইৰিন বাইদেউক ধৰিছে—মেনকাৰ গাত থকা কেঁচুৱাটো কিবা উপায়েৰে—।

মেনকাৰ ভৰিৰ আঙুলিৰ আগৰ পৰা যেন এটা সিৰসিৰনি, এটা তাপ গোটেই গাটো বগাই মগজৰ ফালে গৈ আছিল। আইৰিন বাইদেউৰ কথাখিনি শেষ হোৱাৰ সময়ত সেইবোৰ যেন তাইৰ মগজত থুপ খালে। তাই মনে মনে বহি ৰ'ল।

অলপ পাছত বাইদেৱে সুধিলে, "তই কি কৱ ?"

মেনকাই উত্তৰ নিদিলে। বাইদেৱে আকৌ সুধিলে, "হুঁ ?" কি হ'ল ?"

মেনকাই সাৰ পোৱাৰ নিচিনা কৰি ক'লে, "হুঁ ? নাই একো হোৱা নাই।" তাৰ পাছত তাই লাহেকৈ হাঁহি-হাঁহি ক'লে, "একো হোৱা নাই। আপুনি ক'লে, মই শুনিলোঁ! আপুনি বহকচোন, মই চাহ অকণমান কৰি আনো।"

মেনকা বেগাবেগিকৈ কোঠালিটোৰপৰা ওলাই গ'ল। পাগঘৰত চাহ কৰি থাকোঁতে তাইৰ হাত মাজে-মাজে বৈ-বৈ গ'ল।

হয়, এদিন ৰাতি এনেকুৱা এটা কথা তাইৰ মনলৈকো আহিছিল। বিছনাত পৰাৰ পাছৰে পৰা সেই ৰাতি তাই 'এইবোৰ কি হ'ল, কি হ'ব' কৈ ইছাট-বিছাট কৰি আছিল। থানাৰ ঘন্টাত দুটা কোব পৰাৰ পাছত, এটা সময়ত তাইৰ ভাব হৈছিল—যি হ'ব লাগে, সেইটোতো হৈয়েই গ'ল, এতিয়া এইবোৰ শেষ কৰি দিব নোৱাৰি জানো? নতুন লতা, ক'ত বা বগায়গৈ! সি কিমান

ঠাই বা ছানি ধৰে! কি বা মেৰিয়াই ধৰে! কিন্তু কিছু সময়ৰ পাছত মেনকাৰ নিজকে মৰম লাগিছিল, তাইৰ গোটেই ভিতৰখন বৰ আপোন-আপোন লাগিছিল। লাহে লাহে তাই শান্ত হৈ পৰিছিল আৰু শেষ নিশা তাইৰ টোপনি গৈছিল। তাৰ পাছত আৰু সেইটো কথা তাইৰ মনলৈ তেনেকৈ অহা নাছিল। আজি ঠিক সেইটো কথাই তাইৰ কাণত পৰিল।

পিৰিচ এখনত বিস্কুট আৰু মালভোগ কল দুটা সজাওঁতে মেনকাৰ এবাৰ দাঁত কামোৰ খাই গ'ল, নাকৰ পাহি দুটা ফুলি উঠিল। তাই যেন এই মুহূৰ্তত শেষ সিদ্ধান্ত কৰিলে,—চুলি এডালৰ মানো তাই লৰচৰ নকৰে; নিজৰ গাটোৰ তাই তিলমানো অপকাৰ হ'বলৈ নিদিয়ে।

পিৰিচ-পিয়লা হাতত লৈ ধীৰ খোজেৰে মেনকা শোৱা কোঠালিলৈ আহিল। আইৰিন বাইদেউ গহীন হৈ বহি আছিল। মেনকাই ক'লে, "চাহ খাওক বাইদেউ। আপুনি সেইবোৰ কথাকে ভাবি আছে নেকি?"

বাইদেৱে চাহ খাই থাকোঁতে মেনকাই হাঁহি হাঁহি ক'লে, 'অ' হেৰি নহয় বাইদেউ, আগতে আপুনি মোক মাগুৰ মাছ, কলডিল, —কিবাকিবি বড়ি খাবলৈ কৈছিল নহয়? মই অলপ পাহৰিছোঁ। আপুনি কেতিয়া কি কৰিব লাগে ক'ব আৰু'!"

দুদিনমান পাছত মহীকান্তই আইৰিন বাইদেউক আকৌ লগ ধৰিলে। চাহ এপিয়লা দি বাইদেৱে মহীকান্তক বুজালে,—হওক দিয়া, দহ-বাৰটা ল'ৰা-ছোৱালীতো মানুহৰ থাকেই আৰু,—এতিয়া মানুহজনীৰ গাত হাত দিলে কি বা হয়!

মহীকান্ত তলমূৰকৈ লাহে লাহে বাইদেউৰ ঘৰৰপৰ ওলাই আহিল।

সেইদিনা গধূলি হঠাতে মহীকান্তৰ কিবা এটা ফূৰ্তি লাগিল। সি ঘোঁৰাবাগীত ঘৰলৈ আহিছিল; বাগীখনৰ পৰা নামি ঘৰলৈ সোমোৱাৰ বাটটো মনিবলৈ চেষ্টা কৰিছে, এনেতে সি বাটেদি কোনোবা এটা অহাৰ গম পালে।

"কোন হে সেইজন?" সি সুধিলে।

"মই ককাইটি, গোলোক।"

"আহ, এইফালে আহ।"

গোলোকক হাত এখনত ধৰি মহীকান্তই ঘৰলৈ লৈ আহিল। আগফালৰ কোঠালিটোত তাক বহুৱাই মহীকান্ত নিজেও বহিল।

"বহুত দিন তোৰ গান শুনা নাই অ' গোলোক। আজিকালি তই গান গাব নে নাগাব?" জেপৰপৰা আধা ভৰ্তি বটল এটা উলিয়াই মহীকান্তই সুধিলে।

"গাওঁ—মানে—চুৰচুৰিয়াকৈ চলি আছে আৰু।"

"গা। ভালকৈ গান এটা গা। অ' হেৰি নহয়"—বটলটো দেখুৱাই মহীকান্তই ক'লে "লাগে যদি ভিতৰৰপৰা গিলাছ এটা আনগৈ যা।"

গোলোকে লগে লগে ক'লে, "নাই নাই, নালাগে ককাইটি।"

"গা তেনেহ'লে, গান এটা গা।"

"এহ, এনেকৈ গান গাব নোৱাৰি নহয়।"

"এনেকৈ নোৱাৰি কেনেকৈ পাৰি অ'? পাৰিবি গা। এনেকৈয়ে পাৰিবি।"

গোলোক যেন মহা বিপদত পৰিল। ছবিফুল্লাৰ ছাইকেলৰ দোকানৰ পিছফালৰ কোঠালিটোত বহি সিহঁত কেইটামানে মাজে-মাজে অলপ গান-বাজনাৰ চৰ্চা কৰে; নিজৰ ঘৰৰ ভিতৰত কেতিয়াবা অলপ ৰেৱাজ কৰে। কিন্তু এনেকৈ, ল'ৰা-তিৰোতা থকা মানুহ এঘৰত—! তথাপি মহীকান্তৰ হেঁচাত গোলোকে আৰম্ভ কৰিলে, —হা—য়, পানীয়া ভৰনেকো—

অলপ পাছতে মহীকান্তই গোলোকতকৈ বহু বেছি ভাওৰ মাতেৰে, তাৰ লগে-লগে, মাজে মাজে নিজৰ ইচ্ছামতে, চিঞৰিবলৈ ধৰিলে। যমুনাকা তীৰ মে,—ছা ৰে গা মা ধা পা নি ছা,—হায়,—হা—য়—।

বেৰখনৰ সিফালে ঘনকান্ত বুঢ়াৰ কোঠালিটো। এসময়ত বুঢ়া এইটো কোঠালিলৈ ওলাই আহিল। গোলোকে লগে-লগে মুখ বন্ধ কৰিলে। আচলতে সি মুখ বন্ধ কৰিবলৈ এটা চেলু বিচাৰি আছিল। সি গান বন্ধ কৰাৰ পাছতো মহীকান্তই মুৰটো লৰাই, হালি জালি চিঞৰি আছিল। এবাৰ বাপেকৰ গাটোত চকু পৰাত সি মুখ বন্ধ কৰিলে। অলপ পৰ বাপেকলৈ চাই থাকি সি ক'লে, "কি হ'ল পিতাই? আমি অলপ গান গাইছোঁ। তই বেয়া পাইছ নেকি? তই মোক ইয়াৰপৰা গুচি যাবলৈ ক'বলৈ আহিছ নেকি?

তই চিন্তা নকৰিবি পিতাই। মই যাম। একেবাৰে গুচি যাম। মই সে—ইফালে কিমান মাটি কিনিম জান? এদিন গৈ চাই আহিবি। মই তালৈ গুচি যাম। যেতিয়ালৈকে তই থাক, তেতিয়ালৈকে এই ঘৰ থাকিব; তাৰ পাছত—এই ঘৰ জ্বলাই দিম।"

ঘনকান্ত বুঢ়া ওলাই আহিল। পিছ চোতালখনৰ ইফালে-সিফালে তিনিখন দুৱাৰেদি ওলাই অহা পোহৰ পৰিছিল। গোঁসাই-ঘৰৰ ওচৰৰ ঠাইডোখৰ আন্ধাৰ হৈ আছিল; তেওঁ সেইখিনিলৈ গৈ থিয় হৈ ৰ'ল। অলপ পৰ থিয় হৈ থাকি তেওঁ ভদ্ৰকান্তৰ ঘৰৰ ফালে খোজ ল'লে।

ভদ্ৰকান্ত বিছনাত দীঘল দি পৰি আছিল, মদন ওচৰতে বহি আছিল, তালতলৰ বুঢ়াই ভাত ৰান্ধিছিল। ভদ্ৰকান্তই বন্দবস্ত কৰি লৈছিল, পৰশু বুঢ়া আৰু তালতলৰ ঘৰটোত থাকিব নালাগে; তেওঁ ভদ্ৰকান্তৰ লগতে থাকিব, ৰান্ধিব, কাম-বন কৰিব, খাব।

ঘনকান্ত বুঢ়াক দেখি ভদ্ৰকান্ত সাউৎকৈ বহিল; "পিতাই তই—?"

সি বিছনাৰপৰা নামিল। মদনো থিয় হ'ল। বিছনা কাপোৰখনত হাত ফুৰাই ভদ্ৰকান্তই ক'লে, "বহ ইয়াতে।"

ফানটিযোৰ খুলি থৈ বুঢ়াই বিছনাত ভৰি তুলি বহি ল'লে। অলপ সময়লৈ কোনেও একো নক'লে। তাৰ পাছত ইফালে-সিফালে চাই বুঢ়াই অলপ পাতল সুৰত সুধিলে, "ঘৰটো দেখোন ভালেই হৈছে। মোক ইয়াতে বিছনা এখন দিব নোৱাৰনে।" কথাষাৰ সুধিয়েই তেওঁ হাঁহিলে।

ভদ্ৰকান্ত বিছানাৰ এটা চুকত বহিল। সি একো নক'লে। বেৰত লাহেকৈ আউজি মদনে সুধিলে, "কিয় বৰপিতাই, তাত কিবা অসুবিধা পাইছে নেকি?"

"অসুবিধা?" বুঢ়াই মাটিলৈ চাই ৰৈ গ'ল।

ওচৰতে কুমটি এটাই মাতি আছিল, এবাৰ হঠাতে তাৰ মাতটো বন্ধ হৈ গ'ল। বাঁহগছজোপাৰ গুৰিৰ ফালে এটা কেৰকেৰণি শুনা গ'ল। তালতলৰ বুঢ়াই ভাতৰ নিসনি কড়াৰ টোৰটোৰকৈ শব্দ এটা হ'ল। এসময়ত শব্দটো সৰু টপ-টপকৈ নাইকিয়া হৈ গ'ল।

ভালেমান সময়ৰ পাছত বুঢ়াই সৰু মাতেৰে ক'লে, "অসুবিধা

তেনেকৈ একো হোৱা নাই। কিন্তু এই কেঁচুৱাটোৱে ৰাতি কান্দিলে মোৰ টোপনি ভাগে। তাইৰ কান্দোন শুনিলে মোৰ আৰু টোপনি নাযায় বুইছ?" অলপ পৰ বৈ বুঢ়াই কলে, তাইৰ কান্দোন শুনিলেই মোৰ ৰত্নলৈ—ই সৰু বাপুলৈ—এটাইখনলৈ মনত পৰে। কিন্তু জানো এনেকুৱা হয়!"

তিনিওটা মানুহ তিনিফালে চাই মনে মনে ৰ'ল। কিৰণৰ কেঁচুৱাটোৰ কান্দোনত ভদ্ৰকান্তৰো কেইবা ৰাতিও টোপনি ভাগিছে; টোপনি নোহোৱাকৈ ইকাতি-সিকাতি কৰি ক'ৰবাৰ কিবা কথা চিন্তা কৰি থাকোঁতেও সি কেঁচুৱাটোৰ কান্দোন প্ৰায়েই শুনে। এদিন নে দুদিন সেই কান্দোনৰ শব্দৰ লগে লগে বাগৰি-বাগৰি গৈ তাৰ চিন্তাবোৰে নবৌয়েকক আগুৰি ধৰিছিলগৈ; কিন্তু আজি বাপেকে কান্দোনটোৰ কথা যেনেকৈ ক'লে, সি কথাবোৰ তেনেকৈ ভবা নাছিল। হয়তো! ৰত্নকান্ত এই ভেটি এৰি সৌ ষ্টেছনৰ সিফালে বাঁহনিৰ মাজলৈ গুচি গ'ল, চাৰিটা ল'ৰা-ছোৱালী লৈ নবৌয়েক এটা কোঠালিত সোমাই ৰ'ল, সি এই কঁঠালতলত ঘৰ ল'লেহি, পিছবেলা পোহৰ নোসোমোৱা এটা কোঠালিৰ খিৰিকিৰ মুখত অকলশৰে বহি ৰ'ল তাৰ বাপেক, আৰু এই সকলোবোৰ কথা ৰাতি-ৰাতি মনত পেলাই দি থাকিবলৈ বুঢ়াৰ ওচৰত থাকিল কিৰণৰ কেঁচুৱাটো। নে এই সকলোৰে হৈ কান্দিবলৈ লৈছে কিৰণৰ কেঁচুৱাটোৱে?

লাহে-লাহে ভদ্ৰকান্তৰ ধাৰণা হৈ আহিল—বাপেকে ইয়াত বিছনা এখনৰ কথাটো সিমান পাতল সুৰত কোৱা নাই। অলপ সময় মনে মনে থাকি সি ক'লে, "বিছনা এখননো কি কথা? সৌখন তক্তাপোছ মদনে আনি থৈছেহি; মই তাতে শুব পাৰিম। কিন্তু তই জানো ইয়াত ভাল পাবি?"

এইবাৰ কিন্তু বুঢ়াৰ কথাৰ সুৰটো পাতল হৈ পৰিল;—"ভাল-বেয়া নো কি অ'? পৰি থাকিবলৈ কিবা এখন হ'লেই হ'ল! বুইছ মদন—" বুঢ়াই গাটো লৰাই বহি ল'লে;—"প্ৰথমবাৰ যেতিয়া পিতাইৰ লগত পামৰ মাটি ল'বলৈ যাওঁ, তেতিয়া ক'ত শুইছিলোঁ জান? যিকেইটা মানুহ তাত আমাৰ সাৰথি হোৱাৰ কথা আছিল সিহঁত গ'ল এফালে, আমি গ'লোঁ এফালে; চিনিও নাপাওঁ, জানিও নাপাওঁ; না বাট, না পথ, না ঘৰ, না দুৱাৰ—একো নাই। প্ৰথম

ৰাতি কৰিলোঁ কি,—দেশৰ মানে গছ-পাতবোৰ গোটাই দুটা দ'ম কৰিলোঁ। এটা দ'মত গধূলিতে জুই লগাই দিলোঁ, ইটো দ'মৰ ওপৰত তিয়নী দুখন পাৰি দুইটা একেলগে শুই থাকিলোঁ। আৰু তোক কৈছোঁ নহয়,—পৰাৰ লগে-লগে যি টোপনি,—ৰাতিটো কেনি গ'ল গমেই নাপালোঁ।"

তাৰ পাছত বুঢ়াই মদনক পামৰ মাটিত কোৰৰ প্ৰথম চাবটো পৰাৰপৰা পাঁচ বছৰৰ পাছৰ কুঁহিয়াৰ পেৰালৈকে—এই দীঘলীয়া কাহিনী মহা উৎসাহেৰে কৈ যাবলৈ ধৰিলে।

ভদ্ৰকান্ত মাজতে সিটো কোঠালিলৈ উঠি গ'ল। সুদা তক্তাপোছখনলৈ চাই, নিজৰ কাৰণে বিছনা এখন পৰাৰ কথা চিন্তা কৰি সি থিয় হৈ ৰ'ল।

মাজতে পাগঘৰত চেনকৈ চৰুত পাচলি দিয়াৰ শব্দ এটা হ'ল। কথাৰ মাজতে ঘনকান্ত বুঢ়াই ডাঙৰকৈ মাত লগালে, "পৰশু।"

পৰশুৱে উত্তৰ দিলে "দৌতা।"

"ভাত মোলৈও বহাইছ নে নাই? মই এনেয়ে বহিবলৈ আহিছোঁ বুলি নাভাবিবি আৰু'।" কথাষাৰ কৈ বুঢ়াই মদনৰ ফালে চাই সে-সেকৈ হাঁহিলে।

পৰশুৰ মুখৰ মাত নোলাল। লগে-লগে ভদ্ৰকান্ত পাগঘৰৰ দুৱাৰমুখত থিয় হ'ল। পৰশুৱে কিবা এটা সোধাৰ ভংগীৰে তাৰ মুখলৈ চালে। এক মুহূৰ্ত দুয়ো দুয়োৰে মুখলৈ চাই থকাৰ পাছত ভদ্ৰকান্ত আগবাঢ়ি পৰশুৰ ওচৰতে বহিল। ৰন্ধা-বঢ়াৰ আয়োজনটো বঢ়াব লাগিব, অলপ বেলেগ কৰিব লাগিব।

ইটো কোঠালিত মদনে থৰ লাগি ঘনকান্ত বুঢ়াৰ কথাবোৰ শুনি গ'ল।

—গৰু গাড়ীত ধান খেৰৰ মাজে-মাজে মিঠৈৰ টেকেলি বহুৱাই ঘনকান্তৰ বাপেক যিবাৰ প্ৰথম জিলাত মিঠৈ বেচিবলৈ আহে, সেইবাৰেই বোলে তেওঁ এইখিনিতে আম এজোপাৰ তলত চৌখুটি মাৰি ভাত বহাই খাইছিল। কেইবাৰমান তাত ভাত বহোৱাৰ পাছতে এই মাটিডোখৰৰ লগত ঘনকান্তৰ বাপেকৰ সম্পৰ্ক ঘটিছিল। ঘন-কান্তই ইতিমধ্যে খেতি-বাতিৰ কাম এৰি কাঠমিস্ত্ৰীৰ কাম শিকিছিল। আৰু এজন মিস্ত্ৰীৰ লগ লাগি এইটো ঘৰ তেওঁ নিজে সাজিছিল। তেওঁ যেতিয়া এইটো ঘৰত থাকিবলৈ আহে, তেতিয়া ভদ্ৰকান্তৰ ওপৰৰ যিজনী ছোৱালী ঢুকাল—তাই কেঁচুৱা।

সিটো কোঠালিত ভদ্ৰকান্তই নিজ হাতেৰে মজিয়াখনৰ চুক এটা পানী চতিয়াই অঁতালে। পীৰা এখনহে আছিল; সেইখন বাপেকৰ কাৰণে পাৰি দি সি নিজৰ আৰু মদনৰ কাৰণে কাঠৰ গড় দুটুকুৰা পাৰি ল'লে, তাৰ পাছত সি বাপেকক ভাত খাবলৈ মাতিলে।

ইমানকৈ কথা কৈ থকা মানুহজনে ভাতৰ পাতত বহাৰ পাছত এটা শব্দও উচ্চাৰণ নকৰিলে। এবাৰ চাৰিওফালে চকু ফুৰাই তেওঁ এচলু পানী কাঁহীখনৰ চাৰিওফালে চটিয়াই দিলে, কাঁহীখনত আঙুলি লগাই ভালেমান সময় চকু মুদি ৰ'ল, তাৰ পাছত তলমূৰকৈ ভাত খাবলৈ ধৰিলে। ভদ্ৰকান্ত আৰু মদনৰ মুখতো মাত নোলাল। শেষৰ ফালে এবাৰ ভদ্ৰকান্তই সুধিলে, "কিবা লাগিবনে?"

বুঢ়াই তলমূৰকৈ থাকিয়েই নিঃশব্দে মূৰ জোকাৰিলে একো নালাগে।

কাঁহীখন চুচি-চুচি চাফা কৰি এসময়ত বুঢ়াই মূৰ তুলি দুৱাৰ-মুখত বহি থকা পৰশুৰ ফালে চাই ওঁঠ দুখন টিপি, গালৰ ফালে দীঘল কৰি হাঁহি এটা মাৰি ক'লে, "বৰ ভাল ৰান্ধিছ অ' পৰশু।" তাৰ পাছত বুঢ়াই বাওঁহাতৰ পিঠিৰে চকু দুটা মচিলে। তেওঁৰ কামটো—"বৰ জুলা দিছ অ' পৰশু"—বুলি কৈ কৰা কামৰ নিচিনা দেখা গ'ল।

ভদ্ৰকান্তই আকৌ এবাৰ আঁৰ চকুৰে বাপেকৰ মুখলৈ চাই তলমূৰ কৰিলে। অলপ পাছতে কিবা এটা শব্দ শুনি সি দুৱাৰৰ ফালে চালে। ইন্দ্ৰ সোমাই আহিছে।

"কি হ'ল ইন্দ্ৰ? তই শোৱা নাই?" ভদ্ৰকান্তই সুধিলে।

"মাই ককাক বিচাৰি পঠিয়াইছে।" ইন্দ্ৰই ক'লে।

বুঢ়াই হাঁহি হাঁহি ক'লে, "ককাৰক আৰু বিচাৰিব নালাগে যা। ককাৰে তহঁতক এৰিলে।" তাৰ পাছত হাঁহিটো সামৰি তেওঁ ক'লে, "তয়ো আজি ইয়াতে মোৰ লগতে শুবি আহ।"

ইন্দ্ৰক ভিতৰলৈ পঠিয়াই মেনকা বাহিৰত, অলপ দূৰত ৰৈ আছিল। বুঢ়াৰ শেষৰ কথাষাৰ শুনি তাই সোমাই আহিল। দুৱাৰমুখত থিয় হৈ তাই সকলোৰে মুখলৈ চালে, তাৰ পাছত মজিয়াৰ কাঁহী-বাতিবোৰলৈ চালে। মজিয়াত বহি থকা তিনিওটা মানুহে মুখকেইখন কিবা লুকুৱাবলগীয়া কাম কৰি ধৰা পৰা মানুহৰ নিচিনা কৰিলে। কেই মুহূৰ্তমান সকলো মনে-মনে থকাৰ পাছত

বুঢ়াই ক'লে "মানে কথাটো কি হ'ল জান আই? এই পৰশুৱে ভাত ৰান্ধি আছিল; ময়ে ক'লোঁ—বোলোঁ চাওঁ, তইঁতেনো কি ৰান্ধিছ ময়ো খাই চাওঁ। শুদাই-নিকাই হ'লেও বৰ ভাল লাগিল বুইছ?" বুঢ়াই হাঁহি-হাহি কথাটো পাতল কৰিব খুজিলে।

মেনকাই ধীৰ-স্থিৰ মাতেৰে ক'লে, "মই ভাত বাঢ়ি বৈ আছিলোঁ। মই খবৰটো পোৱা হ'লে ভাল আছিল। ইয়াতে শুবও নেকি?"

বুঢ়াৰ মুখখন হঠাতে গম্ভীৰ হ'ল। তেওঁ তললৈ চাই মনে মনে থাকিল।

"আহ" বুলি ইন্দ্ৰক মাতি মাতি মেনকা ওলাই গ'ল। অলপ পাছতে তাই ইন্দ্ৰৰ হাতত গাৰু এটাৰ ওপৰত বিছনা কাপোৰ এসোপা মেৰিয়াই ভদ্ৰকান্তৰ ঘৰলৈ পঠিয়াই দিলে। কাপোৰখিনি গোটাই নুৰিয়াবৰ সময়ত তাইৰ হাত-ভৰিত এটা উত্তেজনা আছিল, কিন্তু ইন্দ্ৰই টোপোলাটো লৈ ওলাই যোৱাৰ পাছত তাইৰ গোটেই গাটো অৱশ-অৱশ লাগিল। ইন্দ্ৰৰ পিছে-পিছে তাই নাদটোৰ পাৰলৈকে আহিল, আৰু সেইখিনিতে বৈ গ'ল। ইন্দ্ৰক কিছুদূৰলৈ ছয়াময়াকৈ দেখা গ'ল তাৰ পাছত সি নতুন চকোৱাখনৰ আঁৰ হ'ল। মহীকান্তই তাৰ শোৱা কোঠালিত সোমাই কিবা গৰগৰাই আছিল, তাৰ মাতটো এটা ডাঙৰ, খালী ঘৰত হোৱা গুমগুমনিৰ নিচিনা শুনা গ'ল। ভদ্ৰকান্তৰ ঘৰটোৰপৰা ইফালে-সিফালে ওলোৱা পোহৰত বাঁহতলিখন বেছি গমগমীয়া যেন লাগিল। মেনকাই নাদৰ পকী ঘেৰটোত গাৰ ভেজা দিবৰ কাৰণে খোজ লৰালে। খোজটো পেলায়েই তাই জিকাৰ খাই উঠিল। পানীতোলা ৰচিডালৰ ওপৰতে খোজটো পৰিছিল। হঠাতে মেনকাৰ বৰ অকলশৰীয়া অকলশৰীয়া লাগিল। নিজৰ ঘৰটোৰ ফালে চাওঁতে তাইৰ অকণমান সময়ৰ কাৰণে ভয়-ভয়ো লাগিল। কিহৰ ভয়? তাই মনটো পাতল কৰিবলৈ চেষ্টা কৰিলে। সেই তাহানি, মাকৰ ঘৰত থাকোঁতে ৰাতি তাই বাহিৰলৈ যায়, বাৰাণ্ডাতে চাকিটো থয়, মাক দুৱাৰমুখত থিয় হৈ থাকে, হেন্দালিখনৰ ফালে যাওঁতে যায় ঠিকেই, কিন্তু ঘৰৰ ফালে উভতিবৰ সময়তহে তাইৰ ভয়টো লাগে; ওভতোঁতে তাই সদায় দৌৰি আহে। কোনো কাৰণ নোহোৱা ভয়।

কিন্তু এইয়ে শহুৰেকে আজি তাত শুবলৈ ল'লে, তেওঁ সদায় তাতেই শুব নেকি? তেওঁ নুভতিব নেকি? এইয়ে এটা ডাঙৰ

খালী ঘৰৰ গুমগুমনি, এই গুমগুমনিটোলে তাই ভয় কৰিছে নে কি ?

ঘনকান্ত বুঢ়া আচলতে উভতি নাহিল। ভদ্ৰকান্তৰ বিছনাখনত শুই তেওঁ ভাল পালে। সেইযে পামৰ মাটিত গছ পাতৰ ওপৰত শুই বাপেক-পুতেকে ভাল পাইছিল, তেনেকুৱাই ভাল পালে হ'বলা। দুদিনমান তেওঁ গধুলি পৰশুৰ লগত ভাত ৰান্ধিবলৈ বহিল। ভাত-ৰন্ধা মানে—কথা। মাটিমাহত পকা বগৰী দিলে যে ডাইলখন বীজল-বীজল হৈ যায়, সেইটো তেওঁৰ-বাপেকে বৰ ভাল পাইছিল; বুকু-পিঠি ইটা-বৰণীয়া হৈ পৰা তিনি আঙুল বহল-বহল একুৰি কাৰৈ মাছ একেডাল শলাতে সী সোণাৰ খৰিৰ দপদপীয়া আঙঠাৰ ওপৰত খৰিকাত দিবি, তেহে! টেকেলিত থোৱা পুৰণা তিতাফুল সৰু-সৰু আলুগুটিৰে থুপথুপীয়াকৈ ভাজিবি, তিতাটো কমাবলৈ এটোপা-মাঁন কল-খাৰণি দিবি, তাৰ পাছত খাই চাবি! কণী লগা মোৱা মাছ, শুকান কুজী থেকেৰা, ঢেকীয়া—। বুঢ়াৰ মতে তেওঁৰ মাকে ৰান্ধি দিয়া এইবোৰ বস্তু খাই থাকোঁতে পৰশুক পিঠিত শুৰিয়াই থাকিলেও সি নুঠিব!

এদিন বুঢ়াই ইন্দ্ৰক জুহালৰ ওচৰত বহুৱাই লৈ লেথাৰি নিছি-গাকৈ কথা কৈ গ'ল। —তই এবাৰ আমাৰ গাঁৱৰ ঘৰলৈ যাবি বুইছ। নিজে হাকুটিয়াই বেত গুটি খাবি। ইকৰা ফুল খাবি। নৈৰ পাৰৰ হাবিখনত বহুত বান্দৰ আছে, সিহঁতৰ লগত খেলিবি। ঘাটত নাও থাকে,—মই সজা নাও এখনো আছিল,—নাও বাই সিপাৰলৈ যাবি। সিপাৰে মগুমাহ, মাটিমাহ;—পকা গছকেই-জোপামান তুলি পৈণত চিৰাবোৰ গুচাই খাবি। তাৰ পাছত ইপাৰলৈ আহি নাদুৰিবি, সাঁতুৰিবি,—

চৌকাত জ্বলি থকা খৰি এডালৰ ইটো মুৰেদি ভুৰভুৰকৈ ৰঙচুৱা এঠা ওলাইছিল; অলপ পৰ সেইখিনিলৈ চাই থাকি বুঢ়াই ইন্দ্ৰক সুধিলে, "তোৰ হাত-ভৰি ক'ৰবাত ঘা আছে নেকি? ক'ৰবাত খুন্দা-খুন্দলি খোৱা ঘা?"

ইন্দ্ৰই ক'লে, "নাই।"

"ই—! হাত-ভৰিত ঘায়েই নাই, তহঁত আকৌ কি ল'ৰা অ? তহঁতৰ বয়সত আমাৰ আঁঠুৰ ঘা নুগুচেই। ইফালে আঁচোৰ সিফালে উখহা, উজুটিত থেতেলা খোৱা আঙুলি, আঙুলিৰ চেপে-চেপে পানীয়ে

খোবা, কপালত টেমুনা—। এয়া খবিৰ এঠা দেখিছ? আমাৰ আঁঠুৰ ঘাৰ ঔষধ আছিল এয়াই।”

বুঢ়া ভালেমান সময় মনে মনে ৰ'ল। তাৰ পাছত ইন্দ্ৰৰ মূৰত হাত ফুৰাই সৰু মাতেৰে তেওঁ ক'লে, “চেৰ পঢ়া-শুনা কৰিবি। দিল্লী-কলিকতা দেখিবি। সেইফালে ক'ৰবাত সুবিধা পালে গান্ধী ৰজাক চাবি।” অলপ পৰ বৈ তেওঁ আৰু সৰু মাতেৰে ক'লে, “ভায়েৰ-ভনীয়েৰহঁতক চাবি।” বুঢ়াৰ কথাবোৰ কিবা বেবেৰিবাং হৈ আছিল।

এদিন দুপৰীয়া বুঢ়াই মেনকাক অকলশৰীয়াকৈ লগ ধৰি ফুচ-ফুচাই ক'লে, “মোৰ হাতত থকা টকাসোপা কি কৰোঁ? ই সৰু বাপু বৰ জেদী ল'ৰা, সি নলয়। ইন্দ্ৰই সৰু হৈ আছে। টকা-খিনি তয়ে ৰাখ, সময় বুজি সৰু বাপু আৰু ইন্দ্ৰক দিবি।”

মেনকাই অলপ পৰ বুঢ়াৰ মুখলৈ চাই থাকি সুধিলে, “কিমান টকা?”

“হ'ব হ'বলা তিনি হাজাৰমান।”

মেনকাই তলমূৰকৈ অকণমান সময় কিবা ভাবিলে, তাৰ পাছত ক'লে, “ইমানবোৰ টকা, মোৰ হাতত ওলালে মানুহে বা কি কয়! আপুনিতো জানেই—”

বুঢ়াই লৰালৰিকৈ ক'লে, “মই কাগজ এখনত কথাটো লিখি থৈ যাম নহয়। কোনোবাই কিবা ক'লে সেইখন দেখুৱাই দিবি আৰু'!”

তাৰ পাছত বুঢ়াই কঁকালৰ ৰচিত থকা লোহাৰ ক'লা চাবি-টোৰে নিজৰ বিছনাখনৰ শিতানত থকা কাঠৰ বাকচটো খুলি গাৰুৰ নিচিনা মোনা এটা উলিয়ালে। অইন এটা কাগজৰ টোপোলা খুলি তাৰপৰা এযোৰ থুৰীয়া, মাজত এটা ঢোলবিৰিৰে সৈতে এধাৰ সোণৰ মণি আৰু এপাত সোণৰ খাৰু উলিয়ালে। ঢোলবিৰিডাল তেওঁৰ মাকৰে। বাকীখিনি যোগেশ্বৰী বুঢ়ীৰ। ডাঙৰ দুটাক দিয়াৰ পাছত এইখিনি আছেগৈ। চকুৰ ওচৰলৈ আনি বুঢ়াই বস্তুকেইপদ ভালকৈ চালে; তাৰ পাছত মোনাটোত ভৰালে। বাকচটো বন্ধ

কৰি চাবিটোও তাতে ভৰালে। তাৰ পাছত তেওঁ মোনাটো পোনে পোনে মেনকাৰ কোঠালিলৈ লৈ আহিল। নিজে দুৱাৰডলিৰ বাহিৰত থাকি তেওঁ মোনাটো কোঠালিৰ ভিতৰফালে থলে। চিকাৰূপবিলাকৰ পৰা ঝনককৈ শব্দ এটা হ'ল। এখন হাতেৰে ইখন হাত আথেবেথে মোহাৰি তেওঁ ক'লে, "দে, কাগজ-কলম কি আছে দেচোন, তাতে বহি চিঠিখন লিখোঁগৈ।"

বুঢ়াই ভদ্ৰকান্তৰ ঘৰত থাকিবলৈ লৈছে বুলি প্ৰথম দুৰাতি মহীকান্তই গমেই পোৱা নাছিল। তাৰ মন-মেজাজ দেখি কিৰণেও কথাটো ক'বলৈ ভয় কৰিছিল। তৃতীয় দিনা যেতিয়া এসময়ত তাৰ মনটো অলপ ভাল যেন দেখি কিৰণে কথাটো ক'লে, তেতিয়া সি অলপ সময় তভক মাৰি ৰ'ল, তাৰ পাছত নিজকে সোধাৰ নিচিনাকৈ সুধিলে, "হয় নেকি?"

কিছুদিনৰ পাছত কিৰণে এদিন তাক খবৰ দিলে—দেউতাৰ অসুখ হৈছে। সি একো নমতা দেখি কিৰণে আকৌ ক'লে, "শুনিছে? দেউতাৰ গা বেয়া, বিছনাৰ পৰা উঠিবই পৰা নাই।"

"মই কি কৰিব লাগে?" মহীকান্তই আঙুলিৰে চুৰিয়াৰ আগটো থুৰীয়াই-থুৰীয়াই সুধিলে।

"ডাক্তৰ এজন মাতি—"

"ডাক্তৰ মই ঘৰলৈহে মাতি আনিব পাৰোঁ। ডাক্তৰক লগত লৈ বেমাৰী ক'ত আছে বিচাৰি ফুৰিব নোৱাৰোঁ নহয়।"

চুৰিয়াৰ থোৰটো কঁকালত খোঁচ মাৰি মহীকান্ত ওলাই গ'ল।

সেইদিনাই গধূলিৰ আগে-আগে মহীকান্ত কলঘৰৰপৰা উভতি পদূলি পাইছেহি, সিহঁতৰ ঘৰৰ পিছফালৰপৰা বেগেৰে ওলাই অহা পদমৰ লগত তাৰ সেইখিনিতে মুখামুখি হ'ল।

"ককাইটি আহিলি? মই তোকে মাতিবলৈ কলঘৰলৈ বুলি আহিছিলোঁ। বৰপিতাইৰ অৱস্থা বৰ বেয়া অ'।"—পদমই ক'লে। "অলপ আগলৈকে একো নাছিল; হঠাতে জানো কি হ'ল।"

দিনে-নিশাই প্ৰচণ্ড কাজিয়া চলিব, মাৰ-পিট, চিঞৰ-বাখৰ—। সেই-বোৰত জিকি, চব চিঞৰ-বাখৰ স্তব্ধ কৰি এদিন তেওঁ মস্ত একোছা চাবি হাতৰ মুঠিত লৈ ঘৰখনৰ ৰাণী হ'ব। কিন্তু তেওঁ বোলে দেখিলে—ঘৰখনত ভৰি দিয়াৰ পাছত পৰাই তেওঁ ৰাণী! অলপ ডাঙৰ মাতেৰে কথা এষাৰ কোৱাৰ সুবিধা নাই, প্ৰয়োজন নাই। তোমাৰ মাৰাই দাসীৰ নিচিনাকৈ ঘৰখনৰ সেৱা কৰিছে। আৰু কি অদ্ভুত দাসী! সেই দাসীৰ আগত বোলে ৰাণী হবলৈ লাজ লাগে, নিজৰ ওপৰতে ঘিণ লাগে।"

তাৰ পাছত চিন্নাই ইংৰাজীতে ক'লে, "ৰাণীয়ে সাংঘাতিক ধৰণে চক খালে। এক আচৰিত ধৰণৰ আঘাত পালে।"

চিন্না ৰ'ল। ইন্দ্ৰই পাতল সুৰেৰে সুধিলে, "কথা সিমানেই নে কি?"

"নহয়। গোক ইমান মূৰ্খ বুলি নাভাবিবা।" চিন্না অলপ বিৰক্ত হ'ল। "সেয়া আৰম্ভণি। তাৰ পাছত—তোমাৰ দেউতাৰা। শুনিবা?"

"আঃ কৈ যোৱানা। মোৰ বিষয়েতো ইমান কথা জানিলাই। তাৰ পাছতো পেন-পেন কৰি থাকা কিয়? নহ'লে তুমি বন্ধ কৰা, মই কৈ যাওঁ।"

তলমূৰ কৰি, অইনকালে চাই, খং, বিৰক্তি, দুখ মিহলোৱা মাতেৰে চিন্নাই কিছুমান কথা কৈ গ'ল। বেছিভাগ মাধবীৰ মুখৰ পৰা, আৰু অলপ-অচৰপ শংকৰৰ মুখৰ পৰা শুনা কথা। ইন্দ্ৰৰ কাণত একোটা কথা সোমাল, সেইটোৰে সূত্ৰ ধৰি কিছুমান কথা চিন্তা কৰি-কৰি সি বহুত দূৰলৈ আঁতৰি গ'ল; সেইখিনি সময়ত চিন্নাই যিবোৰ কথা ক'লে, সেইবোৰ তাৰ কাণত নোসোমাল।

—কিৰণে মহীকান্তক যিমান পাৰে বেছিকৈ নিজৰ হিচাপে পাবলৈ আশা কৰিছিল; আশা কৰা মতে পাই প্ৰথমতে তাই আনন্দও পাইছিল। কিন্তু মেনকাই তাক ইমান ঘিণ কৰাৰ কাৰণে তাই ক্ষুণ্ণ হৈছিল। তাইৰ মানুহটোনো ইমান ঘৃণাৰ পাত্ৰ হব লাগে নে? কিয়? সেই কাৰণবোৰ দিনে-দিনে, মৰ্মে-মৰ্মে উপলব্ধি কৰি পাছলে কিৰণ শিয়ঁৰি উঠিছিল। এসময়ত কিৰণৰ ধাৰণা হৈছিল—মেনকাই সম্পূৰ্ণৰূপে পৰিত্যাগ কৰাৰ পাছত, বিসৰ্জন দিয়াৰ পাছতহে মহীকান্তই কিৰণক চপাই লৈছিল। কিন্তু মহীকান্তই যেন মেনকাৰ

কথা এক মুহূৰ্তৰ কাৰণেও মনৰপৰা আঁতৰ কৰা নাছিল। কোঠালিৰ ভিতৰৰ তীব্ৰ উল্লাসৰ সময়তো সি মেনকাৰ নাম উচ্চাৰণ কৰিহে তৃপ্তি পাইছিল। শাৰীৰিক, মানসিক দুয়োটা আঘাততে কিৰণ অৱশ হৈ পৰিছিল।

"শুনিছা?" আৰু কিবাকিবি বহুত কোৱাৰ পাছত হঠাতে এবাৰ ইন্দ্ৰৰ মুখলৈ চাওঁতে চিত্ৰাৰ সন্দেহ হ'ল।

"হুঁ?"

"শুনিছানে নাই?"

"শুনি আছোঁ। কৈ যোৱা।"

শুনিছা বুলি সোধাৰ আগতে চিত্ৰাই কৈছিল—কি অৱস্থাত কিৰণে আধা বটল মদ কোঁত-কোঁতকৈ গিলি দিছিল—সেইবোৰ কথা। সেই সময়ত ইন্দ্ৰই ভাবি আছিল—সেই ৰাতি গছৰ ছাঁত থিয় হৈ থকা দেউতাকৰ মুখখনৰ কথা, তেজৰ ছিটিকনিৰ নিচিনা শব্দবোৰৰ কথা।

ইন্দ্ৰই "কৈ যোৱা" বুলি কোৱা সত্ত্বেও কিবা কাৰণত হঠাতে চিত্ৰাৰ কথা কবলৈ মন নোযোৱা হ'ল। তাইক অৱশ যেন দেখা গ'ল। অলপ পৰ ৰৈ তাই সাৰাংশ কোৱাৰ সুৰেৰে ক'লে, "শংকৰেই ঠিক কৈছে। এফালৰ পৰা ভয়, ঘৃণা, হতাশা, আনফালৰ পৰা তীব্ৰ বাসনা আৰু দুৰ্ভিক্ষৰ যন্ত্ৰণাই চেপি কিৰণ মাহীক উন্মাদ কৰিছে। ঠিক ইন্দ্ৰ, শংকৰেই ঠিক কৈছে। মই খুব ভালকৈ বুজোঁ—এই উন্মাদনাৰ ৰূপ কি। উস! কাৰুযে কোনে চিকিৎসা কৰে!"

"তুমি ক'ৰ কথাৰ পৰা গৈ কি কবলৈ আৰম্ভ কৰিলা?" ইন্দ্ৰই আচৰিত হৈ সুধিলে।

চিত্ৰাই ইন্দ্ৰৰ হাত এখন দুইখন হাতেৰে সাবটি ধৰি অস্ফুট মাতেৰে ক'লে, "বৰ কষ্ট ইন্দ্ৰ। এইবোৰ বৰ কষ্টৰ কথা। মোৰো তেনেকুৱাই হয় নে কি! বৰ ভয় লাগিছে!"

ইন্দ্ৰৰ গোটেই গাটো সিৰসিৰাই উঠিল।

"অলপ আগতে তোমাকহে বেমাৰী যেন লাগে বুলি ধেমালি কৰিছিলোঁ। আচলতে......।" চিত্ৰাই কথা শেষ নকৰিলে। ইন্দ্ৰৰ হাতখন বিছনাত থৈ তাৰ ওপৰতে তাই মুখখন গুজি দিলে।

ইন্দ্ৰ নিথৰ, নিৰ্বাক হৈ বহি ৰ'ল। ইমান পৰে ঘূৰা-পকা কৰি থকা দেউতাক, মাক, মাহীয়েক সকলো তাৰ মনৰপৰা ওলাই গ'ল। হাতখনৰ ওপৰত চেপা খাই থকা চিত্ৰাৰ মুখখনৰ অনুভূতিটোৱে তাক বিমূঢ় কৰি তুলিলে। মানুহজনীৰ হ'ল কি?

সাৰসুৰ নোহোৱাৰ নিচিনাকৈ সিহঁত দুটা তেনেকৈয়ে ৰৈ থাকিল। এসময়ত পিছফালৰ দুৱাৰত ব্ৰজই টুকৰিওৱাৰ শব্দ শুনা গ'ল। চিত্ৰা উঠিল। শাৰীৰ আগেৰে মুখখন মচি তাই দুৱাৰৰ ফালে আগবাঢ়িল। ইন্দ্ৰই মাতিলে, "শুনাচোন!"

চিত্ৰা ৰ'ল।

"মাহীয়ে মদন নামৰ মানুহ এটাৰ কথা কিবা কৈছে নেকি?"

"মদন? হয় হয়; মদন নামটো শুনিছোঁ। তোমালোকৰ মিলৰ মেনেজাৰ নেকি? নাই, তেওঁৰ কথা বিশেষ কোনেও একো কোৱা নাই। কিয়?"

"নাই এনেয়ে। যোৱা।"

চিত্ৰা ওলাই গ'ল।

গধূলিৰ পাছত ঘৰলৈ উভতি কিৰণে বিছনাত পৰি জিৰণি লৈছিল। বিছনাৰ ওচৰতে চকী এখনত বহি ইন্দ্ৰই সুধিলে, "আজি ক'লৈ-ক'লৈ গ'লা মাহী?"

কিৰণে বেৰত আউজি লৈ ক'লে, "জানো কি-কি নাম কয় ডাক্তৰণীয়ে, মনতেই নাথাকে। ডাঙৰ পুখুৰী এটা আছে, চাৰিও-ফালে একেবাৰে পৰ্বতৰ সমান ওখ-ওখ ঘৰ। এ মোৰ আমনি লাগিছে দিয়া। চব একে-একে দেখি।"

ইন্দ্ৰই হাঁহিলে। সুধিলে, "কিবা অসুবিধা পাইছে নেকি।"

"নাই পোৱা।"

"কলিকতাত থাকি ভাল লাগিছে?"

"ওঁ।" কিৰণে খোলা মিচিকিয়া হাঁহি এটাৰে ক'লে।

"আইজনীহঁতলৈ মনত পৰিলে বেয়া নালাগে?" ইন্দ্ৰই কেইটামান কথা পৰিষ্কাৰকৈ সুধি লওঁ বুলি ঠিক কৰিছিল। গা এৰা দি থাকি লাভ নাই। কিৰণে অলপ কিবা ভাবিলে। তাৰ পাছত ক'লে, "বাইদেউৰ লগত থাকিলে সিহঁত বেছি সুখত থাকিব। এতিয়াতো সিহঁত মোৰ হাতৰ, দেউতাকৰ হাতৰ চকা-চাপৰবোৰৰ পৰা বাচি আছে!" অলপ পৰ মনে-মনে থাকি তাই আকৌ ক'লে, "খালী সিহঁতে মোলৈ মনত পেলাই দুখ নকৰিলেই হ'ল।"

"বাৰু মাহী",—ইন্দ্ৰই হঠাতে ডাঙৰ মাতেৰে, বেলেগ সুৰত আৰম্ভ কৰিলে, "এওঁ মদনে কলঘৰৰ কাম কেনে কৰিছে?"

"কাম কেনে কৰিছে আৰু' কি? বাইদেউৰ দিহামতে কলঘৰটোতো সিয়েই চলাইছে!"

"কিয়? দেউতাই?"

কিৰণে ওঁঠ বিদৰাই উ—বুলি দীঘলীয়া শব্দ এটা কৰিলে।

"মদন মানুহটো ভালনে?" ইন্দ্ৰই প্ৰশ্নটো সুধি তীক্ষ্ণ দৃষ্টিৰে কিৰণৰ মুখলৈ চালে। কিৰণে লগে-লগে ক'লে, "তাৰ নিচিনা ভাল, বিশ্বাসী মানুহ তুমি আৰু এটা উলিওৱাচোন চাওঁ!"

"আপুনি শোৱক"—বুলি ইন্দ্ৰ লগে-লগে ওলাই গ'ল।

# বিচ্ছু

দুদিনমান কিৰণ কেনিও নোলাল। তাৰ পাছত এদিন আবেলি মাধৱীয়ে তাইক ডঃ বানাৰ্জীৰ চেম্বাৰলৈ লৈ গ'ল। সেইদিনা শংকৰো তালৈ গৈছিল। ডঃ বানাৰ্জীয়ে কথা-বতৰা, পৰীক্ষা আদি শেষ কৰাৰ পাছত মাধৱীয়ে কিৰণক সুধিলে, "শংকৰ বাবুতো ঘৰলৈ যাবই, মই আপোনাক থবলৈ নগ'লে হ'বনে?"

কিৰণে হ'ব বুলি ক'লে।

বাটলৈ ওলাই শংকৰে সুধিলে, "ট্ৰামত যাব নে টেক্সি এখন লম?"

কিৰণে ক'লে, "জানো!"

শংকৰে টেক্সিৰ কথাই ভাবিলে, কিন্তু বৈ থাকোঁতে ট্ৰাম এখন আগতে আহিল। খিৰিকিৰ কাষত কিৰণক বহুৱাই, ওচৰতে বহি লৈ শংকৰে ক'লে, "পইচা গোটাইছোঁ ৰ'ব। ইয়াৰ পাছৰবাৰ আপুনি যেতিয়া কলিকতালৈ আহিব, সেইবাৰ আৰু ট্ৰাম-বাছত উঠিব নালাগে। নিজৰ গাড়ীত তুলি ঘূৰাই ফুৰাম।"

সাঁজ লাগি ভাগিছিল। খিৰিকিয়েদি বতাহ সোমাই আহিছিল। কিৰণে মুকলি ঠাইবোৰৰ ফালে চাই আছিল। শংকৰেও সেই-ফালেই দূৰলৈ চাই আছিল, কিন্তু অলপ পাছতে তাৰ দৃষ্টি কিৰণৰ চুলি, কাণ, গালৰ ওপৰলৈ চমু হৈ আহিল। কিৰণে কলিকতালৈ আহি কাপোৰত লগোৱা, মুখত ঘঁহা কিবাকিবি কিনিছিল; সেই-বোৰৰেই কোনোবা এটাৰ হবলা,—এটা ভাল গোন্ধ শংকৰৰ নাকত লাগিছিল। কিৰণৰ বান্ধত নথকা চুলি দুডালমান শংকৰৰ ফালে ফিৰফিৰকৈ উৰি আহিল।

শংকৰৰ চকুৰ টিপ মৰাটো পাতল হৈ আহিছিল।

সুন্দৰ।

নিজকে নিজে বঞ্চিত কৰা এজনী সুন্দৰী তিৰোতা। ভয়, ঘৃণা, হতাশাৰ চেপাত ম্ৰিয়মান। কিন্তু তীব্ৰ বাসনাৰ তাড়নাত

ভিতৰি-ভিতৰি উদ্বেলিত? দেহ আৰু মন এক অদ্ভুত দুৰ্ভিক্ষৰ দ্বাৰা পীড়িত?

"কিনো চাইছে?" শংকৰৰ কথা পাতিবলৈ মন গ'ল।

কিৰণে শংকৰৰ ফালে মুখ ঘূৰালে। ইমান ওচৰতে কিৰণৰ মুখখন; জ্বলি থকা টৰ্চলাইট এটা মুখৰ ফালে ঘূৰাই দিলে যেনেকুৱা লাগে, এক মুহূৰ্তৰ কাৰণে শংকৰৰ তেনেকুৱা অস্বস্তি লাগিল।

"কথা নাপাতে?"

"কি কথা?"

"এনেয়ে আৰু। কিবাকিবি।" শংকৰে পাতল সুৰত ক'লে।

"আপুনিয়ে কওক।"

অলপ পৰ মনে-মনে থাকি শংকৰে ক'লে, "হয়। আপোনাৰ লগত মই এদিন বহুত কথা পাতিম।"

"পাতিব।" কিৰণে সৰলভাৱে, মূৰটো হেলনীয়া কৰি ক'লে।

কি কথা পাতিব?

অলেখ চিন্তাৰ অবিৰত অহা-যোৱাৰ মাজত শংকৰ কেইদিনমান মুকলি ঠাইৰ অকলশৰীয়া গছৰ নিচিনা হৈ থাকিল; কেতিয়াবা লৰে, কেতিয়াবা থৰ লাগি থাকে, কেতিয়াবা উভালি পৰোঁ-পৰোঁ কৰে।

সি কি কথা পাতিব? কিয় হঠাতে সি কিৰণক তেনেকৈ ক'লে? একোবাৰ সি ঠিক কৰে—নাই নাই, একো কথা নাই, সি এনেয়ে তেনেকৈ ক'লে। কিন্তু ঘৰটোৰ ভিতৰত অকলশৰীয়াকৈ কিৰণৰ মুখামুখি হ'লে সি পাতল সুৰেৰে সৰু মাতেৰে সোধে, "আমি কথা-খিনি পাতিব লাগিছিল নহয়।"

কিৰণে লুকঢাক নকৰি খোলা মাতেৰে কয়, "পাতিব আৰু'।"

কিৰণৰ মাতৰ জোৰত শংকৰ উচপ খাই উঠে।

কেইদিনমানৰ ভিতৰতে শংকৰে নিশ্চিতভাৱে বুজি পালে,—সি কি কথা পাতিব। কিন্তু সঁচাকৈয়ে পাতিবনে? কিয় পাতিব?

পাতিব,—কাৰণ কোনোদিনে আচল মৰমৰ স্বাদ নোপোৱা এই নিঠৰুৱা মানুহজনীক মনত এটা বাট উলিয়াই দিলে, সেই বাটেদি তাইৰ ৰুদ্ধ অশান্তি ওলাই যাব। ইন্দ্ৰ, চিত্ৰা, মাধবী, ডঃ বানাৰ্জী, ইছমাইল ডাক্তৰৰ কাগজ-পত্ৰ—সকলোৱে মিলি শংকৰৰ সমুখত কিৰণৰ দেহ-মন উদঙাই দিছে। বছৰৰ পাছত বছৰ মহীকান্ত নামৰ বিৰক্তিকৰ, অৰুচিকৰ, স্বাৰ্থপৰ প্ৰাণী এটাৰ সমুখত যন্ত্ৰৰ নিচিনাকৈ পৰি থকা কিৰণক অকল ডঃ বানাৰ্জীৰ ঔষধ আৰু উপ-দেশেই সুস্থ কৰিবনে? নকৰে। গভীৰ সহানুভূতিৰে কিৰণক ওচৰৰ-পৰা চালেই গম পায়,—নকৰে। তাইৰ কাৰণে আৰু কিবাৰ প্ৰয়োজন আছে। শংকৰে তাইৰ লগত সেই প্ৰয়োজনৰ কথাকে পাতিব।

ঠিকনে? অকল এই কাৰণেই শংকৰ চিন্তিত, অশান্ত হৈছেনে?

এদিন ৰাতি বিছনাত পৰি, সিফালে মুখ কৰি গভীৰ টোপনিত লালকাল হৈ থকা চিত্ৰাৰ পিঠিখনলৈ চাই শংকৰে কথাবোৰ আকৌ ভাবিলে। চিত্ৰাৰ এই টোপনিটোও কম অস্বস্তিকৰ নে? শংকৰ উচ্ছল আনন্দ ভাল পোৱা মানুহ, অলপ অসংযত মানুহ। হস্পিটেলৰ নাৰ্চ উৎপলাহঁতেও এসময়ত সেইটো কথা জানিছিল। চিত্ৰা শংকৰৰ ঘৰলৈ অহাৰ পাছত সিহঁতে সেইবোৰ নজনা, পাহৰাৰ ভাও ধৰিছে। আৰু ঘৰত চিত্ৰা? বৰ টান,—শংকৰে তাইক বুজিবলৈ বৰ টান পাইছে। মানুহজনী বাৰু এটা যন্ত্ৰ নে কি?

ভাবোঁতে-ভাবোঁতে এসময়ত শংকৰৰ এনেকুৱা লাগিল যেন সি কিৰণ, ওচৰতে সেয়া মহীকান্ত বেহুঁচ হৈ পৰি আছে।

কিন্তু নহয় নহয়, এইবোৰ কাৰণও নহয়; শংকৰে কিৰণক কিবাকিবি কব খুজিছে একমাত্ৰ তাইৰ ভালৰ কাৰণে।

নিজৰ লগত যুদ্ধ শেষ হোৱাৰ আগতেই এদিন শংকৰে কিৰণৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে। কথাবোৰ শুনি কিৰণে প্ৰথমতে ভেবা লাগি শংকৰৰ মুখলৈ চাই ৰ'ল। শংকৰে ভাবিলে —ভাষাৰ গণ্ডগোলৰ কাৰণে তাই কথাবোৰ বুজা নাই।

নানা ধৰণেৰে চেষ্টা কৰি সি যেতিয়া অন্ততঃ কিবা এটা বুজাব পাৰিলে, তেতিয়া কিৰণে খিলখিলকৈ হাঁহিবলৈ ধৰিলে।

কিন্তু তাৰ পাছত সি লাহে-লাহে তাইক বোবা কৰি আনিলে।

এসময়ত কিৰণে শংকৰলৈ বেঙীৰ নিচিনাকৈ চাই ৰ'ল। কি হৈছে এইবোৰ?

এদিন কিৰণৰ চকুদুটা বহলকৈ মেল খালে, গাটো থৰথৰকৈ কঁপিবলৈ ধৰিলে, আৰু এসময়ত তাই এটা চিঞৰ মাৰিবলৈ মুখ মেলিলে। শংকৰে লৰালৰিকৈ তাইৰ মুখখন হাত এখনেৰে চাকি ধৰিলে। চিঞৰটোৰ আধাখিনি বাহিৰলৈ ওলাই আহিল।

শংকৰহঁতৰ ঘৰৰ সমুখৰ ৰাস্তাটোৰ সিপাৰে এখন সৰু পাৰ্ক আছে। পাৰ্কৰ গছৰ ঠাল-ঠেঙুলিয়ে ফুটপাথটোৰ ওপৰখনো ছাটি ধৰিছে। ৰাতি অলপ বেছি হ'লে ষ্ট্ৰিট লাইটৰ পোহৰৰ লগত গছৰ পাতৰ ছাঁৰ খেলাৰ ৰূপটো মোহনীয় হৈ আহে। ৰাতি ভাত খাই উঠি চিত্ৰাই ইন্দ্ৰক লৈ ফুটপাথত অলপ খোজ কাঢ়িবলৈ গৈছিল। অলপ সময় খোজ কাঢ়ি সিহঁত উভতি আহিছিল। কৰিড'ৰটোৰেদি আগবাঢ়ি সিহঁত কিৰণৰ কোঠালিটোৰ দুৱাৰখনৰ ওচৰ পাইছিলহি, ঠিক তেনে সময়তে কিৰণৰ চিঞৰটোৰ আধাখিনি শংকৰে বন্ধ কৰিছিল।

"কি হ'ল মাহী?"—বুলি চিঞৰ এটা মাৰি চিত্ৰাই দুৱাৰখন হেঁচিলে। দুৱাৰখন মেল খাই গ'ল। কোঠালিটোত এটা ক্ষীণ পোহৰৰ, নীলা ৰঙৰ বালব জ্বলি আছিল। চিত্ৰাৰ হাত নিমিষতে ছুইচ ব'ৰ্ডখনৰ আটাইকেইটা ছুইচৰ ওপৰেদি চুচৰি গ'ল। আৰু দুটা বেছি পাৱাৰৰ লাইট জ্বলিল, ফেনখন ঘূৰিল।

দুৱাৰমুখত ইন্দ্ৰ শিলৰ মূৰ্তিৰ নিচিনাকৈ থিয় হৈ ৰ'ল। অলপ পাছত তাৰ গাৰ কাষেদি শংকৰ ওলাই গ'ল।

শোৱা কোঠালিটোৰ লগত বাটৰ ফালে অকণমান বাৰাণ্ডা এখন আছে, চিত্ৰা তাৰে এচুকত চকী এখনত বহি ৰ'ল। ৰাতি বাৰ বাজি যোৱাৰ পাছত শংকৰে এবাৰ দুৱাৰমুখত থিয় হৈ সুধিলে, "নাহা নেকি?"

চিত্ৰাই একো উত্তৰ নিদিলে। অল্প সময় থিয় হৈ থাকি শংকৰ উভতি গ'ল।

ৰাতি তিনিমান বজাত শংকৰ আকৌ বাৰাণ্ডালৈ ওলাই আহিল।

"হ'ল কি? ভিতৰলৈ নাহা কিয়?"—বুলি সুধি সি বহুত পৰ থিয় হৈ ৰ'ল। তাৰ পাছত চকী এখন চিত্ৰাৰ ওচৰলৈ টানি, তাতে বহি সি ক'লে, "তোমালোকে কিবা বেয়া ঘটনা এটা ঘটিল বুলি ধৰি লৈছা নেকি? মানুহজনীয়ে ঔষধ কোনোমতেই নাখায়, মই জোৰকৈ—"

চিত্ৰা ঘপকৰে উঠি ভিতৰলৈ সোমাই গ'ল। ভিতৰত তাই বিচনাখনৰ ফালে গ'ল, কিন্তু বিচনাখনৰ ওচৰ পায়েই থমকি ৰ'ল। তাৰ পাছত তাই ঘূৰি, আলনাৰপৰা কিবা এখন টান মাৰি কোঠালিটোৰ এচুকত পাৰিলে, আৰু তাৰ ওপৰতে শুই থাকিল। কিছু সময়ৰ পাছত শংকৰ ভিতৰলৈ আহিল। চিত্ৰাৰ ভৰিৰ ওচৰত থিয় হৈ সি কিবা এটা কবলৈ বুলি প্ৰথম শব্দটো উচ্চাৰণ কৰোঁতেই চিত্ৰাই তৎক্ষণাত বহি লৈ, তীক্ষ্ণ অথচ চেপা মাতেৰে ক'লে, "তুমি যদি আৰু এটা শব্দও উচ্চাৰণ কৰা, তেনেহ'লে মই বাটলৈ ওলাই যাম"।

দোকমোকালিতে চিত্ৰাই ব্ৰজক জগালে। চাহ-ভাত সি নিজে যি পাৰে কৰি থাকিব, —তাকে কৈ তাই আকৌ শুই থাকিলহি।

শংকৰ ঘৰৰপৰা ওলাই নোযোৱালৈকে চিত্ৰা তেনেকৈয়ে থাকিল। এসময়ত তাই গম পালে—ইন্দ্ৰও ওলাই গ'ল। তাৰ পাছত তাই গা-ধোৱা ঘৰত সোমাল। তাতো তাই বহু সময় থৰ লাগি বহি ৰ'ল। তাই যেন কব নোৱৰাকৈয়ে চেষ্টা কৰিলে—কিমান বেছি সময় কিৰণৰ মুখামুখি নোহোৱাকৈ থাকিব পাৰি।

কিন্তু একেটা ঘৰৰ ভিতৰতে বেছি পৰ আঁতৰি থকাৰ উপায় নাছিল, আৰু সময় যোৱাৰ লগে-লগে চিত্ৰাৰ কষ্টও বাঢ়িছিল। এসময়ত তাই লাহে-লাহে কিৰণৰ কোঠালিৰ দুৱাৰ মুখত ৰ'লহি। দুৱাৰত ভিতৰৰপৰা খিলি লগোৱা আছিল। চিত্ৰাই লাহে-লাহে দুৱাৰত টুকৰিয়ালে। অলপ পাছত দুৱাৰখন মেল খালে। চিত্ৰাৰ সন্দেহ হ'ল,—কিৰণ এই প্ৰথম শোৱাৰপৰা উঠিল নেকি? মুখ, চুলি, কাপোৰ সকলো বাহি।

তাৰ পাছত কি কৰিব চিত্ৰাই ঠিক কৰিব নোৱাৰিলে। অলপ পৰ থিয় হৈ থাকি তাই সোমাই গ'ল। বিচনাখনৰ এচুকত বহি তাই কিৰণকো বহিবলৈ মাতিলে। কিৰণ বহিল। বহুত সময় সিহঁত নিথৰ হৈ বহিয়েই ৰ'ল। এবাৰ যেতিয়া চিত্ৰাই মূৰ তুলি

কিৰণলৈ চালে, তেতিয়া তাইৰ চকু দুটা পানীৰে উপচি পৰিছে। কিৰণে ভয় খোৱা বোবা মানুহৰ নিচিনাকৈ চিত্ৰাৰ চকুলৈ চালে। চিত্ৰাই প্ৰথমতে কিৰণৰ হাত দুখন, তাৰ পাছত হঠাতে বিছনাৰ-পৰা নামি ভৰি দুখন সাৱটি ধৰি ক'লে, "আমাক বেয়া নাপাব মাহী, আমাক ক্ষমা কৰক।"

কিছু সময় চিত্ৰা তেনেকৈয়ে ৰ'ল। কিৰণেও লৰচৰ নকৰিলে। তাৰ পাছত তাই চিত্ৰাৰ হাত দুখন আঁতৰাই দিলে, নিজৰ ভৰি দুখনো আঁতৰাই নিলে, আৰু অন্যমনস্কভাৱে চিত্ৰাৰ মূৰত সোঁহাতখন থলে। বহি থাকিবলৈ যেন গতি শক্তি নাছিল, তেনেকুৱা ভংগীৰে কিৰণে এসময়ত বিছনাত দীঘল দিলে। চিত্ৰা লাহে-লাহে কোঠালি-টোৰপৰা ওলাই আহিল।

শংকৰ দুপৰীয়া ঘৰলৈ নাহিল। ইন্দ্ৰ এনেয়েও প্ৰায়েই নাহে।

আবেলি পৰত চিত্ৰাই ব্ৰজক সৰহকৈ পইচা দিলে, কিৰণহঁতৰ খোৱা-বোৱাৰ বিষয়ে পৰামৰ্শ দিলে, তাৰ পাছত টেক্সি এখন মাতি দিবলৈ ক'লে। টেক্সি আহিল। সৰু চুটকেছ এটা হাতত লৈ চিত্ৰা মাক-দেউতাকৰ ঘৰলৈ বুলি ওলাই গ'ল।

টেক্সিত গৈ থাকোঁতে তাই হঠাতে এবাৰ মূৰটো জোকাৰিলে, ---নোৱাৰি, কাৰো মুখামুখি হ'ব নোৱাৰি। ছি ছি ছি!

ৰাতি বাৰাণ্ডাত থিয় হৈ শংকৰে বাটলৈ চাই আছিল। বাটটো প্ৰায় নিৰ্জন। ঘৰখন নিস্তব্ধ। ইন্দ্ৰই অস্থিৰভাৱে ইফাল-সিফাল কৰি আছিল। এবাৰ সি শংকৰৰ ওচৰত থিয় হ'লগৈ। অলপ পৰ মনে-মনে থিয় হৈ থাকি সি সুধিলে, "বাইদেউ নাহিব নেকি?"

"কোন? চিত্ৰা? নাহিবও পাৰে।"

অলপ পৰ হৈ শংকৰে ক'লে, "তেওঁ এটা সুবিধা বিচাৰি আছিল। এতিয়া সুবিধা এটা উলিয়াই ল'লে। কথা সিমানেই। মই সকলো বুজোঁ।"

আকৌ অলপ পৰ হৈ সি ক'লে, "চবেই মোক মূৰ্খ বুলি ভাবিছে।"

ইন্দ্ৰ স্তম্ভিত হৈ গ'ল। আচম্বিতে সি বুকুৰ ভিতৰত এটা সিৰসিৰণি অনুভৱ কৰিলে। অলপ পৰৰ পাছত লাহেকৈ উঠি সি নিজৰ কোঠালিলৈ সোমাই গ'ল। অসংখ্য চিন্তাই যেন তাৰ মগজটোক গুৰিয়াই লৈ ফুৰিবলৈ ধৰিলে।

পাছদিনা সি দিনটো ঘৰতে থাকিল। আবেলি পৰত ব্ৰজক ঘৰতে থাকিবলৈ কৈ সি চিত্ৰাহঁতৰ ঘৰলৈ গ'ল আৰু ৰাতি ন মান বজাত উভতি আহিল। তাৰ ভাত খাবলৈ মন যোৱা নাছিল, কিন্তু ব্ৰজই জোৰ কৰোঁতে খোৱাৰ নাম এটা কৰিলে। খাই থাকোঁতে সি ব্ৰজক সুধিলে, "মাহীয়ে খালে?"

"কোঠালিতে ভাত দি আহিছোঁ।" ব্ৰজই দুখৰ সুৰেৰে ক'লে।

মুখ ধুই উঠি ইন্দ্ৰ কিৰণৰ ওচৰলৈ গ'ল। চুকৰ মেজ এখনত ভাত ঢাকি থোৱা আছে; বোধহয় ব্ৰজই দি যোৱা চিনেই আছে। কিৰণৰ চেহেৰা দেখি ইন্দ্ৰৰ ভাত খোৱাৰ কথা সুধিবলৈ মন নগ'ল। সি চকী এখনত বহিল।

অলপ পাছত কিৰণে তালৈ চাই আধাফুটা মাতেৰে সুধিলে, "চিত্ৰা?"

ইন্দ্ৰই তলমূৰ কৰিলে। কিৰণ তাৰ ওচৰলৈ আহিল। তাই একেথৰে তাৰ মুখলৈ চাই ৰ'ল।

ইন্দ্ৰই কওঁ-নকওঁকৈ ক'লে, "চিত্ৰা বাইদেউ সোনকালে নাহিব হ'বলা।"

অলপ পাছত কিৰণে সুধিলে, "বাইদেউ যেনেকৈ আছিল, এতিয়াৰপৰা চিত্ৰাও তেনেকৈ থাকিব নে কি?"

"কোন বাইদেউ?"

"আমাৰ বাইদেউ,—মেনকা বাইদেউ!"

ইন্দ্ৰৰ টেঁটু ফালি চিঞৰি দিবৰ মন গ'ল। সি চকু দুটা মুদি দীঘল উশাহ এটাৰে বুকুখন ভৰাই ল'লে। কিৰণ তাৰ আৰু ওচৰ চাপিল। তাই তাৰ মূৰৰ চুলিবোৰৰ ওপৰত আলফুলকৈ হাত ফুৰালে। অলপ পাছত তাই তাৰ গালে-মুখে হাত ফুৰাই মৰম কৰিবলৈ ধৰিলে।

"ভাত খাওক মাহী। ভাত খাই উঠি ঔষধটোও খাব।"—ইন্দ্ৰই এবাৰ ক'লে।

কিৰণে নিঃশব্দে তাৰ গালে-মুখে হাত ফুৰাই থাকিল।

ৰাতিপুৱা বহু বেলি হোৱাৰ কাৰণে ব্ৰজই কিৰণৰ দুৱাৰত টুকৰিয়ালে। দুৱাৰখন ঠেলি চালে। বন্ধ। কিছু সময়ৰ পাছত ইন্দ্ৰই দুৱাৰখনত টুকৰিয়াই মাতিলে, "মাহী, মাহী।"

বহুত সময়ৰ মূৰত কিছুমান মানুহে কোঠালিটোৰ দুৱাৰখন ভাঙিলে।

কিৰণ বিছনাত যুদ্ধ কৰি-কৰি ভাগৰি পৰাৰ নিচিনাকৈ পৰি আছিল। ইন্দ্ৰৰ কোঠালিৰ ৰেকত শংকৰে থোৱা ঔষধৰ বটল কিছুমান বিছনাখনৰ ওচৰতে পৰি আছিল। ডঃ বানাৰ্জীয়ে দিয়া ঔষধবোৰৰ একো বাকী নাছিল। চুকৰ মেজত ভাতখিনি ব্ৰজই থৈ যোৱা চিনেই আছিল।

ইন্দ্ৰই ধীৰ-স্থিৰভাৱে সকলোৰে আগতে ক'লে,—মই এই মানুহজনীক কলিকতালৈ আনিছিলোঁ, গতিকে মোৰ বাহিৰে এই ঘটনাটোৰ বাবে কোনো দায়ী নহয়।

এচুকত কথা পাতি থকা মাধবীহঁতৰপৰা মানুহবিলাকে বুজিলে,—মানুহজনীৰ আত্মহত্যা কৰাৰ প্ৰবণতা এটা আছিলেই; আগতে তেওঁ আৰু এবাৰ সেই চেষ্টা কৰিছিল, সেইবাৰ বাচি গ'ল, এইবাৰ নাবাচিল।

সেই দোষটো গুচাবলৈকে ইন্দ্ৰই মানুহজনীক কলিকতালৈ আনিছিল, কিন্তু লাভ নহ'ল। ইন্দ্ৰই সকলোৰে আগত হাতযোৰ কৰি ক'লে—হয়, এই ঘটনা হয়তো এদিন ঘটিলহেঁতেন, কিন্তু ইয়াত ঘটাৰ কাৰণে, এইখন ঘৰৰ মানুহখিনিৰ কষ্ট হোৱাৰ কাৰণে সি দুখ পাইছে।

তাৰ পাছত ইন্দ্ৰ নিৰব হ'ল।

প্ৰিয়তোষ বাবু, বনলতা, অপৰেশহঁত, মাধবী, ডঃ বানাৰ্জী—বহুত মানুহেৰে তিনিটা দিন ঘৰখন ভৰি থাকিল। সেই কেইদিন ইন্দ্ৰ কিৰণৰ নিচিনাকৈয়ে পৰি থাকিল। চতুৰ্থ দিনা বহুত মানুহ গুচি যোৱাৰ পাছত, গধূলিৰ পাছত সি ভালকৈ কথা কব পৰাৰ চিন দেখুৱালে। অস্বাভাৱিক গম্ভীৰ মাতেৰে সি চিন্নাক সুধিলে, "মই কি কৰিলোঁ? হুঁ? কি কৰিলোঁ মই?"

সি কোনো উত্তৰ আশা কৰা নাছিল। স্থিৰ দৃষ্টিৰে চিন্নাৰ চকুলৈ চাই সি কৈ গ'ল, "মই মা-দেউতাক ক্ষমা কৰাৰ কথা ভবা

নাছিলোঁ, কাৰণ তেওঁলোকৰ দোষৰ কাৰণে মই বৰ কষ্ট পাইছিলোঁ, মোৰ জীৱন পংগু হৈ গৈছিল। মই যে কেৱল পৰীক্ষা ভাল কৰোঁ, সেইটো আচলতে মোৰ পংগুত্বৰ এটা লক্ষণ। কিন্তু তোমালোকক দেখি মোৰ প্ৰথম ধাৰণা হ'ল—মা-দেউতাহঁত ক্ষমাৰ অযোগ্য নহ'বও পাৰে। চব একে। চব একে। সেই কাৰণেই মই আকৌ আমাৰ ঘৰখন জোৰা লগাবলৈ ওলাইছিলোঁ—; কিন্তু নিজে সক্ষ নোহোৱাকৈ। সকলোকে নিজৰ দোষ বুজিবলৈ দি। সকলোকে অনুতপ্ত হ'বলৈ দি। সেই কাৰণেই মই প্ৰথমে বাছি লৈছিলোঁ আটাইতকৈ নিৰপৰাধ, কিন্তু আটাইতকৈ বেছি অনাদৰ পোৱা মানুহজনীক। মানুহজনীক ভাল কৰাৰ উপৰিও মই মা-দেউতাহঁতক দেখুৱাব খুজিছিলোঁ মৰম-স্নেহৰ আচল ৰূপ কি হ'ব লাগে। কিন্তু আচলতে তাৰ আগতেই মই হাৰিছিলোঁ। তথাপি জিদ এৰা নাছিলোঁ। শেষত এয়া কি হ'ল? কি হ'ল?"

ইন্দ্ৰৰ সমুখত আছিল কেৱল চিত্ৰা, কিন্তু শেষৰ শব্দকেইটা কওঁতে সি গোটেই ঘৰখনে শুনাকৈ চিঞৰিলে। মানুহবোৰে তাক গাখীৰ এগিলাছ খুৱাবলৈ চেষ্টা কৰিলে, শুৱাবলৈ চেষ্টা কৰিলে। ইন্দ্ৰই গাখীৰো নাখালে, নুশুলেও। বহুত ৰাতিলৈকে সি নাটকৰ বচন মতাৰ সুৰত এনেকুৱা কিছুমান কথা কৈ থাকিল—যাৰ কিছুমান অৰ্থ চিত্ৰাই অলপ অলপ বুজিলে, বাকী কোনেও একো নুবুজিলে।

পাছদিনা ইন্দ্ৰ আকৌ শান্ত, ধীৰ-স্থিৰ হৈ পৰিল। কোনোবাই তাক ঘৰলৈ পঠিয়াই দিয়াৰ কথা উলিয়ালে, কিন্তু সি সেই দিনাই আবেলি তাৰ বস্তুখিনি লৈ হোষ্টেললৈ গুচি গ'ল।

কিৰণৰ কোঠালিটোৰ দুৱাৰখন ভাল কৰোৱা হৈছিল। ব্ৰজই তাত তলা এটা মাৰি থ'লে।

ইন্দ্ৰ যোৱাৰ অলপ পাছতে চিত্ৰাও নিজৰ ঘৰলৈ বুলি ওলাই গ'ল।

হোষ্টেলত ইন্দ্ৰক এইবিলাক কথা সুধিবলৈ কোনো নাছিল ঃ কোনেও একো নাজানিছিল। কিন্তু নিজকে নানা প্ৰশ্ন সুধি, নিজেই তাৰ উত্তৰ দি ইন্দ্ৰ ভাগৰি পৰিল। সি ভাবিছিল, কিৰণৰ মুখখনে

তাৰ

তাক আমনি কৰি থাকিব; কিন্তু আচলতে তাইৰ বাহিৰেও অইন বহুত মানুহে অনবৰত তাৰ চকুৰ আগেদি অহা-যোৱা কৰিবলৈ ধৰিলে।

তাৰ দেউতাক, চিত্ৰাৰ সেই অধ্যাপক মহাশয়, মদন, সি নিজে, শংকৰ, চিত্ৰা, তাৰ মাক,---আঃ! কি আচৰিত ধৰণে সকলো একে!

একো সময়ত এই সকলো মানুহ তাৰ চকুৰ আগৰ পৰা আঁতৰি গ'ল, কেৱল কিৰণ আওঁৰাই আহিল। বহু দূৰৰ পৰা, লাহে-লাহে। সেই যে দীঘলকৈ ওৰণি লৈ দোক-মোকালি পৰত সিহঁতৰ ঘৰৰ পদুলিত ঘোঁৰাবাগীৰ পৰা কইনাৰ সাজত নামিছিল, সেই কিৰণৰ পৰা এই কিৰণলৈকে,---চকু মুদি থকা এই কিৰণলৈকে--- ইন্দ্ৰৰ চকুৰ আগত কিৰণে এক দীঘল বাটত লাহে-লাহে খোজ কাঢ়িলে। কোঠা-লিটোত কোনো নথকা সময়খিনি ইন্দ্ৰই ডিঙিৰ মাত চেপি-চেপি কান্দিলে।

# এৰৈকেছু

দুদিনৰ দিনা পৰিতোষ মাষ্টৰৰ ডাঙৰ পুতেক অনিলৰ লগত মেনকা শিয়ালদহ ষ্টেছনত নামিলহি। প্ৰিয়তোষ বাবুহঁতে আগতীয়া খবৰ পোৱা নাছিল। অনিল ছিৰিয়েদি উঠি আহি ৰওঁতে বনলতাই 'আৰে' বুলি চিঞৰ এটা মাৰিলে; কিন্তু পাছ মুহূৰ্ততে মেনকাক দেখি তেওঁ ৰৈ গ'ল। মেনকাৰ কাপোৰযোৰ দেখি তেওঁৰ বুকুখন ছিৰিং কৈ উঠিল। প্ৰিয়তোষ বাবুও ওলাই আহিছিল; অনিলে মেনকাক চিনাকি কৰি দিওতে তেওঁৰ মুখখনো গম্ভীৰ হৈ গ'ল। ভনীয়েকৰ মুখত ভিতৰতে খবৰটো পাই চিত্ৰা অলপ পাছত লাহে-লাহে ওলাই আহিল। আহিয়েই তাই মেনকাৰ দুয়োখন ভৰি চুই দুটা সেৱা কৰিলে। অলপ সময়ৰ ভিতৰতে বনলতাই মুখৰ গধুৰ ভাবটো আঁতৰাই মেনকাৰ আলপৈচানত ধৰিল। প্ৰিয়তোষ বাবু নিজে ওলাই গ'ল ইন্দ্ৰক খবৰ দিবলৈ।

ইন্দ্ৰ মাজৰ বাটছোৱা উধাতু খাই আহিল, কিন্তু চিত্ৰাহঁতৰ ঘৰৰ ছিৰি উঠোঁতে তাৰ ভৰি নচলা হ'ল। মাজৰ কোঠালিটোতে মেনকা বহি আছিল। ইন্দ্ৰ দুৱাৰ মুখতে ৰৈ গ'ল। মেনকাই স্থিৰ দৃষ্টিৰে তালৈ চালে। কেইমুহূৰ্তমান চাই থাকি ইন্দ্ৰই মাকৰ দৃষ্টি সহ্য কৰিব নোৱাৰিলে। তাৰ গাটোত এটা কঁপনি উঠা যেন লাগিল। সি ক'তো নধৰাকৈ থিয় হৈ থাকিবলৈ টান পালে। প্ৰিয়তোষ বাবুৰে তাক বহিবলৈ কওঁতে সি যেন ৰক্ষা পালে। বহি লৈ সি এখন হাতেৰে চকু দুটা ঢাকি ধৰিলে। প্ৰিয়তোষ বাবুহঁত কোঠালিটোৰ পৰা ওলাই গ'ল।

ভালেমান সময়ৰ মূৰত কমালেৰে চকু মচি ইন্দ্ৰ পোন হৈ বহিল। সি স্বাভাৱিক হ'বলৈ চেষ্টা কৰি সুধিলে, "টেলিগ্ৰাম কেতিয়া পালি?"

"মঙলবাৰে ৰাতিপুৱা।"

"তই যে আহিলি,—দেউতা নাহে?"

অলপ পৰ ৰৈ মেনকাই নাহে বুলি বুজাবলৈ মূৰ লৰালে।

তাৰ পাছত সিহঁত মনে-মনে বহি ৰল।

সন্ধিয়া সময়ত সিহঁত দুয়ো আকৌ বাৰাণ্ডাত বহিল। মেনকাই গম্ভীৰ মাতেৰে ক'লে, "মানুহে ক'ব—।" তাই বৈ গ'ল। তাৰ পাছত আকৌ আৰম্ভ কৰিলে, "মানুহে কি ক'ব সেইবোৰ মোক নালাগে। আচলতে কি হৈছিল তই মোক ভাঙি ক। একো নুলুকুৱাবি।"

ইন্দ্ৰই একো নুলুকুউৱাকৈ সকলো কথা কব পাৰিব বুলি ভবা নাছিল, কিন্তু কবলৈ আৰম্ভ কৰাৰ পাছত, মাজে-মাজে মাকৰ স্থিৰ উজ্জ্বল চকুজোৰলৈ চাই কওঁতে-কওঁতে সঁচাকৈ একো নুলুকুউৱাকৈ কোৱা হৈ গ'ল। দুবাৰমান সি বৈছিল, মেনকাই "তাৰ পাছত" বুলি সোধাৰ লগে-লগে আপোনা-আপুনি তাৰ মুখ মেল খাই গৈছিল। মাজতে এবাৰ মেনকাই কবলগীয়া হৈছিল,—"মানুহজনী মৰি গ'ল, এতিয়া তই মোৰ আগত লাজ কৰিব নালাগে। কৈ যা।"

ইন্দ্ৰই কথা শেষ কৰাৰ পাছত মেনকা মনে-মনে বহি ৰ'ল। বাৰাণ্ডাৰ লাইটটো নুমাই আছিল। অ'ৰ-ত'ৰ পৰা অহা পোহৰে সিহঁতৰ মুখবোৰ মনিব পৰা কৰি ৰাখিছিল। ঘৰখনৰ মানুহবোৰ বোধহয় সিহঁতক আমনি নকৰোঁ বুলি ক'ৰবাত সোমাই আছিল।

বহুত পৰৰ মূৰত মেনকাই এবাৰ হঠাতে সুধিলে, "শংকৰ ডাঙৰে চিত্ৰাৰ কথা তেনেকৈ ক'লে কিয়? কি সুবিধা বিচৰাৰ কথা ক'লে?"

"জানো! মই কব নোৱাৰোঁ। মই—মই ঠিককৈ বুজি নাপালোঁ।" ইন্দ্ৰই ইতস্ততঃ কৰি ক'লে। মেনকাই ইন্দ্ৰৰ মুখখন মনিবলৈ চেষ্টা কৰিলে।

অলপ পাছতে চিত্ৰাই সুধিলেহি,—"ভাত বাঢ়িব নেকি?

পাছদিনা মেনকা ইন্দ্ৰৰ লগত শংকৰহঁতৰ ঘৰলৈ গ'ল। মেনকাই চিত্ৰাকো লগ ধৰিছিল, চিত্ৰাই মেনকাক বেয়া নাপাবলৈ অনুৰোধ কৰিলে।

শংকৰ ঘৰতে আছিল। ব্ৰজই কিৰণৰ কোঠালিটো খুলি দিলে। মেনকাই কিৰণৰ কাপোৰ-কানি, বস্তু বাহানিবোৰ সামৰিলে। কামটো কৰোঁতে তাই ইন্দ্ৰহঁতৰ ফালে পিঠি দি থাকিল। শেষত

চাদৰেৰে মুখখন মচি তাই ইন্দ্ৰক ভুটকেছ-টোপোলা উলিয়াই দিবলৈ ক'লে।

শংকৰে সৰু মাতেৰে সুধিলে, "আমাৰ ইয়াত এদিনমান নাথাকে?

ইন্দ্ৰই কথাষাৰ নুশুনাৰ ভাও ধৰি বাহিৰলৈ চালে।

অলপ সময় কিবা ভাবি মেনকাই ক'লে, "হয়তো। তাই ইয়াত আছিল যেতিয়া—। পিছে আজিতো তাত কৈ অহা নাই! কাইলৈ থাকিমহি দে। তই বুজাই কচোন। বস্তুবিলাক আজি ইয়াতে থাকক।"

পাছদিনা মেনকা, ইন্দ্ৰ আৰু চিত্ৰা শ্মশানলৈ গ'ল। তাত কেইবাটাও মৃত দেহৰ সৎকাৰ চলি আছিল। মেনকাই এঠাইত বহি একান্ত মনে বহু পৰ ধৰি তাকে চালে।

আবেলি ইন্দ্ৰ আৰু মেনকা শংকৰহঁতৰ ঘৰলৈ আহিল—ৰাতি থকাকৈ।

শংকৰে নিজে ব্ৰজৰ লগ লাগি, বস্তু-বাহানি টনাটনি কৰি, ইন্দ্ৰ থকা কোঠালিটোত দুখন বিছনা ঠিকঠাক কৰিবলৈ ল'লে। মেনকাই ক'লে, তাই কিৰণ শোৱা বিছনাখনতে শুব।

শংকৰে হাতৰ কাম বন্ধ কৰি মেনকালৈ চালে, একো কবলৈ সাহ নকৰিলে।

সন্ধিয়াৰ পাছত পাকঘৰত ব্ৰজই উলিওৱা খুট্টুং-খাটাং শব্দৰ বাহিৰে ঘৰখনত কোনো শব্দ নোলোৱা হ'ল। ইন্দ্ৰ, মেনকা আৰু শংকৰ তিনিও তিনিটা কোঠালিত সোমাই থাকিল। এসময়ত ইন্দ্ৰৰ অস্বস্তি লাগিল। বহাৰ পৰা উঠি সি মাজৰ দুৱাৰখনেদি মাকলৈ চালে। নতুনকৈ ভাঁজ খোলা চাফা কাপোৰ এযোৰ পিন্ধি, নতুনকৈ পৰা বিছনাখনৰ গাৰুত মুৰ গুজি মাক পৰি আছে; সাৰে আছে নে শুলে—ইন্দ্ৰই ধৰিব নোৱাৰিলে। সি নিঃশব্দে ছিৰিয়েদি নামি বাটলৈ ওলাই গ'ল,—এনেয়ে এপাক ঘূৰি আহিবলৈ।

বিছনাখনত পৰি থকাৰ কাৰণেই নে কি, মেনকাৰ মনত পৰিল—বহুত দিনৰ আগতে তাই যে শুই আছিল, কিৰণে সেইখন ঘৰত সোমায়েই যে তাইক ভৰি চুই সেৱা কৰিছিল, ভৰিৰ সেই খিনি ঠাই যে চেঁচা লাগিছিল, তাৰ পাছত যে তাইৰ ভৰি দুখনৰ সাৰসুৰ নোহোৱা যেন লাগিছিল,—সেইবোৰ কথা। মনত পৰিল—সেই

মানুহকেইটাই ৰঙচুৱা-হালধীয়া ৰঙৰ নতুন পালেঙৰ কাঠবোৰ টনা-আজোৰা কৰাৰ কথা, কাণত পৰিল—পালেংখন ফিট কৰাৰ সময়ত হোৱা হাতুৰীৰ খট-খট শব্দ।

শেষত এইখন বিছনা।

কথাবোৰ লাহে-লাহে গধুৰ হৈ আহিল, সিহঁতৰ সংখ্যাও বাঢ়ি আহিল। সেইবোৰৰ ভৰত মেনকা লৰ-চৰ কৰিব নোৱাৰাকৈ পৰি ৰ'ল। বহুত সময়।

এসময়ত মেনকা উঠিল। তাইৰ শংকৰৰ লগত কথা পাতিবলৈ মন গ'ল। কোন ক'ত আছে, তাই বহাৰ পৰাই গম লবলৈ চেষ্টা কৰিলে। উঠিব খুজি তাই এবাৰ ভাবিলে—তাৰ লগত তাই কথা নাপাতিবই নে কি? আজি অত বছৰে মহীকান্তৰ লগতেই কথা নাপাতিলে যেতিয়া—।

কিন্তু,—নহয় নহয়, পাতিব। তাৰ লগত কথা পাতিবৰ কাৰণেই আজি তাই ইয়াত এৰাতি থাকিবলৈ আহিছে। যি হ'ল হ'ল বুলি তাই বহুত কথা এৰিব পাৰে, কিন্তু কিছুমান কথা তাই জানিব লাগিব।

কাকো ক'তো নেদেখি মেনকাই পাগঘৰৰ ফালে গৈ ব্ৰজক মাতি সুধিলে, "ঘৰত কোনো নাই নে কি?"

শংকৰ উধাতু খাই তাৰ কোঠালিৰ পৰা ওলাই আহিল।—"আছোঁ মাহী, আছোঁ। কিবা লাগিছিল নে কি আপোনাক?"

মেনকাই মূৰ জোকাৰিলে। একো নালাগে। অলপ সময় তাই থিয় হৈ ৰ'ল। মুগা পাৰিৰ বগা চাদৰখন লাহেকৈ টানি তাই ওৰণিখন ঠিককৈ ল'লে।

শংকৰে ভৰিৰ পৰা মূৰলৈকে মেনকাক এবাৰ চালে। তাৰ ভয়-ভয় লাগিল।

মেনকা ধীৰ খোজেৰে সম্মুখৰ কোঠালিলৈ গৈ ডাঙৰ চকী এখনত বহিল।

"আপুনিও বহক।"—তাই শংকৰক কলে।

শংকৰ মন্ত্ৰমুগ্ধ মানুহৰ নিচিনাকৈ অলপ দূৰৰ চকী এখনত বহিল।

"আপুনি মোৰ কথা বুজি পায়নে?" মেনকাই সুধিলে।

"লাহে-লাহে ক'লে---চব শব্দ নুবুজিলেও---মোটামুটি বুজোঁ।"

"হব। মোৰ বেছি কথা কবলগীয়া নায়েই। আপুনিহে কব।"

"মোৰ কথা আপুনি বুজি পায়?" শংকৰে অলপ পাতল সুৰেৰে সুধিলে।

"পাম।"

আৰু অলপ পাতল হবৰ কাৰণে শংকৰে হাঁহি এটা মুখলৈ আনিবলৈ চেষ্টা কৰি সুধিলে, "আপুনি কেনেকৈ বুজি পায়? ক'ত শিকিলে।"

"ভজহৰি নামৰ মানুহ এটা আছিল।" কেই মুহূৰ্তমান মনে মনে থাকি মেনকাই ক'লে, "সি মোক বহুত কথা শিকালে।"

অলপপৰ দুয়ো মনে-মনে থাকিল। তাৰ পাছত মেনকাই গম্ভীৰ, পৰিষ্কাৰ মাতেৰে লাহে-লাহে সুধিলে, "আপুনি ঘৰ-সংসাৰ পাতিছে। চিত্ৰা আছে। কিয় আপুনি এনেকুৱা কাম কৰিলে?"

এক মুহূৰ্তৰ কাৰণে মেনকাই যেন পাহৰি গ'ল—তাই কাৰ লগত কথা পাতিছে। বহু বছৰ ধৰি সোধোঁ-সোধোঁ কৰি থকা প্ৰশ্ন এটা তাই সুধি পেলালে;—ঠিক কোনটো মানুহক সুধিলে সেইটো ডাঙৰ কথা নহয়; যি কোনো মানুহ এটাৰপৰা যেন উত্তৰটো পালেই হ'ল।

ভালেমান সময় নিঃশব্দে পাৰ হ'ল। তাৰ পাছত শংকৰে কথা কবলৈ আৰম্ভ কৰিলে। সি শান্তভাৱে আৰম্ভ কৰিলে, পাছত তাৰ কথাত খং, ঘৃণা, অনুতাপ ইত্যাদি মিহলি হৈ গ'ল। মেনকাই একান্ত মনে তাৰ মুখলৈ চাই কথাবোৰ বুজিবলৈ চেষ্টা কৰিলে। মাজে মাজে শংকৰ মনে-মনে থাকিল; তেনেকুৱা সময়তো তাই একো নক'লে।

শংকৰৰ কথা হ'ল—সি পুৰুষ। সি ভাল মানুহ নহয়। সি বেয়া মানুহো নহয়। সি ভাল মানুহে কৰা বেয়া কাম কৰিছে, বেয়া মানুহে কৰা ভাল কাম কৰিছে, মুঠৰ ওপৰত কিবাকিবি ঢেৰ কৰিছে, যি ইচ্ছা তাকে কৰিছে। সি মাক-বাপেকৰ একমাত্ৰ ল'ৰা; মাক-বাপেকে তাক যিমান বেপৰোৱা হ'বলৈ সুবিধা দিছিল, সি সিমান বেপৰোৱা হৈছে। সি কিৰণক ভাল কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু সি যেনেকৈ কিৰণক ভাল কৰিবলৈ চেষ্টা কৰিবলগীয়া হ'ল,

চিত্ৰাই যদি তেনেকৈ তাক ভাল কৰিবলৈ চেষ্টা কৰিলেহেঁতেন, তেনেহ'লে সি বেলেগ মানুহ হৈ গ'লহেঁতেন।

এনেকুৱা কথা মেনকাৰ আগতে ক'ৰবাত শুনা-শুনা যেন লাগিল। ঠিক এইবোৰ শব্দ নহয়, কিন্তু এনেকুৱা কথা। তাইৰ মুখখন গম্ভীৰ হৈ আছিল, নাকৰ পাহিবোৰ মাজে-মাজে লাহে-লাহে কঁপি থাকিল।

—কিন্তু চিত্ৰাই শংকৰৰ ভালৰ কাৰণে একো নকৰিলে। কিয়? শংকৰে চব জানে। উত্তেজনা আৰু ক্ষোভ মিহলোৱা মাতেৰে সি মেনকাৰ আগত চিত্ৰাৰ উদ্দেশ্যে পৰামৰ্শ দিলে—তাই দৌৰি কোনোবা এক প্ৰফেছাৰৰ ঘৰলৈ গুচি যাওক। তাই ইয়াত কিয় থাকিব লাগিছে?—"আৰু মাহী, আপুনি বেয়া নাপাব। মই খোলা কথা কৈছোঁ। ইন্দ্ৰ আপোনাৰ ল'ৰা। ভাল লৰা। কিন্তু লেওঁ ভাল হ'লেইতো নহ'ব! কিৰণ মাহীক ইয়াত ৰখাটো এটা চেলু। নীচ কাম। আৰু—, মই মাহীৰ ভালো কৰিব খুজিছিলোঁ, চবৰে ওপৰত প্ৰতিশোধ ল'বও খুজিছিলোঁ।"

শংকৰে কথা বন্ধ কৰাৰ পাছত মেনকা কিছু সময় মনে-মনে বহি ৰ'ল। অলপ পাছত তাই যেতিয়া থিয় হ'ল, তেতিয়া শংকৰে মূৰ তুলিলে। মেনকাৰ মুখখনত চকু পৰাৰ লগে-লগে সি মানুহটো যেন কোঁচ খাই গ'ল। এই মানুহজনীক ইমান পৰে, ইমানবোৰ কথা সিয়েই ক'লে নে? কেনেকৈ ক'লে?

ব্ৰজই কেইবাদিনৰো মূৰত ৰন্ধা-বঢ়া অলপ বাহুল্যকৈ কৰিছিল। মেনকাই কেৱল পানী এগিলাছ খাই শুই থাকিল।

পাছদিনা পুৱা কিৰণৰ বস্তু-বাহানিবোৰ ব্ৰজই তললৈ নমাই নিলে। বেৰ, ছিলিং, চুক-কোণ—সকলোতে এবাৰ চকু ফুৰাই মেনকা কোঠালিটোৰপৰা ওলাই আহিল।

টেক্সিৰ ওচৰত ইন্দ্ৰই দুই হাত লগ লগাই শংকৰক নমস্কাৰ জনালে। শংকৰে মূৰ দুপিয়ালে। মেনকাই এক মুহূৰ্ত তাৰ চকুলৈ চাই থাকি ক'লে, "আহোঁ।"

শংকৰে নিঃশব্দে হাত দুখন কপালত লগালে।

সেইদিনাই আবেলি চিত্ৰাইতৰ ঘৰত ইন্দ্ৰই মেনকাক সুধিলে, "তই কেতিয়া যাবি?"

"মই থকাৰ কাৰণে এওঁলোকৰ অসুবিধা হৈছে নেকি?" মেনকাই সঙ্ক মাতেৰে সুধিলে।

"নাই নাই,"—ইন্দ্ৰই প্ৰিয়তোষ বাবুৰ নিচিনাকৈ চিঞৰি উঠিল, "তই থকাৰ কাৰণে এওঁলোকে বৰ ভাল পাইছে। মই অইন কথা এটাৰ কাৰণেহে সুধিছিলোঁ।"

মেনকাই ইন্দ্ৰৰ মুখলৈ চালে।

"তোৰ লগত ময়ো ঘৰলৈ যামনে? মোৰ এবাৰ ঘৰলৈ যাবৰ মন গৈছে।"

"নালাগে।"

অলপ বৈ ইন্দ্ৰই সুধিলে, "কিয়?"

মেনকাই শান্তভাৱে কৈ গ'ল—ইন্দ্ৰ ঘৰলৈ গ'লে অশান্তি হ'ব। অইন একো নহ'লেও সি নিজে মনত দুখ পাব। খবৰটো পাই প্ৰথম দিনা মহীকান্তই বলিয়াৰ নিচিনাকৈ চিঞৰ বাখৰ কৰিলে। তেতিয়াই, সেই মুহূৰ্ততে কলিকতালৈ আহিবলৈ ওলাল। মানুহ-বোৰে বুজালে—তেতিয়া ৰেল নাই, সি পাছ দিনালৈ বাট চাওক। পাছদিনা পুৱা তাৰ মুখৰ মাতেই নোহোৱা হ'ল। সি কলিকতালৈ অহাৰ নামেই নুলিয়ালে। কোনোবাই কথাটো কওঁতে—"মোক তইঁত কোনেও নামাতিবি"—বুলি চিঞৰিলে। তাৰ পাছৰপৰা সি বিৰবিৰাই থাকিল—এইবোৰ চব ষড়যন্ত্ৰ; চবেই ষড়যন্ত্ৰ কৰি কিৰণক মাৰিলে। কিন্তু চবেই বুলি কৈছে যদিও মহীকান্তই বিশ্বাস কৰে —ষড়যন্ত্ৰটো কৰিলে ইন্দ্ৰই।

তাৰ পাছত মহীকান্ত ভিতৰতে সোমাই আছে।—মেনকা কলি-কতালৈ বুলি ওলাই অহালৈকে। সেইখিনি সময়ত সি বোলে আনকি মদো খোৱা নাই।

ইন্দ্ৰ কিছু সময় মনে-মনে বহি ৰ'ল। তাৰ পাছত সি হোষ্টেল-লৈ বুলি ওলাই আহিল। বাটত ট্ৰাম-বাছ চলি আছিল, কিন্তু সি গলিয়েদি খোজ কাঢ়িবলৈ ল'লে। মাজৰ সৰু পাৰ্কখন পাৰ হওঁতে সি বেঞ্চ এখনত অলপ সময় বহিলে।

মেনকাৰ দুদিনমান কলিকতাত থাকিবলৈ মন গ'ল। সিফালে ঘৰত কিৰণৰ নামত সকাম-নিকামৰ ব্যৱস্থা হ'ব চাগে। ভদ্ৰকান্ত-মদনহঁতে কিবাকিবি কৰিব। সেইবোৰ চাবলৈ মেনকাৰ মন নাছিল।

আৰু,—তাইৰ কলিকতাত যেন কিবা কাম বাকী থাকিল-বাকী থাকিল লাগিছিল।

পাছদিনা চিত্ৰাৰ লগত কথা পাতোঁতে মেনকাই বুজালে—তাইৰ মাধবীক লগ পাবলৈ মন গৈছে, ডাক্তৰ বানাৰ্জীৰ চেহাৰাটো চাবলৈ মন গৈছে।

দুপৰীয়াৰ পাছত চিত্ৰাই তাইক মাধবীহঁতৰ ঘৰলৈ লৈ গ'ল।

মাধবীৰ সমুখত বহি মেনকাই ক'বলৈ একো কথা বিচাৰি নাপালে। তথাপি তাইৰ কিবা এটা ভাল কাম কৰা যেন লাগি, ভাল লাগি থাকিল। মাধবীয়েও অপলক দৃষ্টিৰে মেনকা গোটেই মানুহজনীক তন্ন-তন্নকৈ চালে। চাওঁতে-চাওঁতে তাইৰ নিজৰ মুখ-খনেই উজ্জ্বল আৰু কোমল হৈ আহিল।

চিত্ৰাহঁত উভতি আহোঁতে পোহৰ কমিছিল। বাছত মেনকা, বাহিৰৰ ফালে চাই বহি আছিল; হঠাতে এবাৰ তাই চিত্ৰাক সুধিলে "সেই যে এজন প্ৰফেছাৰৰ কথা শুনো, কথাটো কি?"

"ক'ৰ প্ৰফেছাৰ?"

"তোমাৰ লগত যে চিনাকি আছিল? বিয়াৰ আগতে?"

চিত্ৰাই এটা প্ৰচণ্ড জোকাৰণি অনভৱ কৰিলে। চকু দুটা ডাঙৰ-ডাঙৰকৈ মেলি তাই মেনকাৰ চকুলৈ চাই ৰ'ল। অকণমান পাছত লাহে-লাহে তাইৰ চকু সৰু হৈ আহিল। বিপৰীত ফালে চাই তাই মনে-মনে বহি থাকিল। মেনকায়ো চকু ঘূৰালে। বুজিলে—চিত্ৰাই একো নকয়।

মেনকাহঁত ঘৰ সোমোৱাৰ অলপ আগতে ইন্দ্ৰ আহি বহি আছিল। তাৰ মুখখন যেন আৰু শুকাই গৈছিল, চকুযোৰৰ পোহৰ নাইকিয়া হৈ গৈছিল।

কাপোৰ সলাই, হাত-মুখ ধুই মেনকা ইন্দ্ৰৰ ওচৰত বহিলহি। তাই পোনে-পোনে সুধিলে, "খোৱা-বোৱা কৰিবলৈও এৰি দিছ নে কি?"

ইন্দ্ৰই উত্তৰ নিদিলে।

"এইবোৰ কথা চিন্তা কৰি নাথাকিবি। তোৰ যদি মনটোৱে কৈছে তই একো দোষ কৰা নাই, তেনেহ'লে আইনৰ চিক্ৰৰ-বাখৰ

শুনি মন বেয়া নকৰিবি। আকৌ ভালকৈ পঢ়া-শুনাত ধৰ।”—মেনকাই শান্ত মাতেৰে ক'লে।

অলপ পৰ আঙুলিৰে চুলিখিনি লিৰিকি-বিদাৰি থাকি ইন্দ্ৰই ক'লে, “তোক এটা কথা কওঁ।”

মেনকাই বাট চালে, কিন্তু ইন্দ্ৰই একো নোকোৱা দেখি সুধিলে, “কি কথা?”

“মই ডাঙৰ-ডাঙৰ কথা কৈছোঁ বুলি নাভাবিবি। মোৰ ভানেৰে মই বহুত ভাবি-চিন্তি কৈছোঁ। তইঁত কোনেও নকৰিবলগীয়া একো কৰা নাই। দেউতাৰ ওপৰত আৰু খং নকৰিবি।” ইন্দ্ৰই তল-মূৰকৈ থাকি ক'লে।

মেনকাই তৎক্ষণাত ইন্দ্ৰৰ ফালে চকু ঘূৰালে। তাইৰ চকু দুটা এক মুহূৰ্তৰ কাৰণে জিলিকি উঠিল। অলপ পৰ বৈ গম্ভীৰ সুৰেৰে তাই ক'লে, “সেইবোৰ মই বুজিম।”

মেনকা থিয় হ'ল; আঁতৰি যাব খুজি বৈ গ'ল, তাৰ পাছত ক'লে, “তই তোৰ কাম কৰি যা। যেনেকৈ তোক ডাঙৰ কৰিছিলোঁ, সেইবোৰ কথা মনত ৰাখি ডাঙৰ হ'বলৈ চেষ্টা কৰ। আমাৰ কাৰণে নহয়; তোৰ নিজৰ কাৰণে।” মেনকা কোঠালিটোৰপৰা ওলাই গ'ল।

ভাত খোৱাৰ পাছত চিন্নাই মেনকাক সুধিলে, “এতিয়াই শুব নেকি মাহী?”

“কিয়?”

“বাৰাণ্ডাত অকণমান বহোঁগৈ বলক।”

বাৰাণ্ডাৰ দুখন চকীত দুয়োজনী বহাৰ পাছত কিন্তু চিন্নাৰ কথা পতাৰ কোনো লক্ষণ দেখা নগ'ল। এসময়ত মেনকাই সুধিলে, “তুমি তালৈ কেতিয়া যাবা?”

“কলৈ?”

“তোমাৰ ঘৰলৈ?”

প্ৰশ্নটোৰ উত্তৰ নিদি চিন্নাই সুধিলে, “প্ৰফেছাৰৰ কথা আপোনাক কোনে ক'লে? ভাস্কৰে?”

এইবাৰ মেনকা মনে-মনে থাকিল।

অলপ পাছত চিন্নাই ক'লে, “সেইখন ঘৰলৈ যোৱাৰ মোৰ আৰু উপায় নাই।”

“একেবাৰে নোযোৱা?”

"ওঁহো।"

তাৰ পাছত চিত্ৰাই লাহে-লাহে কথা কবলৈ আৰম্ভ কৰিলে। তাই মেনকাৰ এটা অদ্ভুত শক্তি উপলব্ধি কৰিছিল, তাইৰ আগত নিজকে বৰ দুৰ্বল অনুভব কৰিছিল, কিন্তু মানুহজনীৰ তাইৰ আচৰিত ধৰণে আপোন যেন লাগিছিল। বাছত মেনকাই কথাটো সোধাৰ পাছৰপৰাই তাই অস্থিৰ হৈ আছিল, এতিয়া কথা কওঁতে-কওঁতে লাহে-লাহে তাইৰ ভিতৰখন শান্ত হৈ আহিল। এদিন ভিক্টোৰিয়া মেম'ৰিয়েলৰ সমুখৰ ঘাঁহনিত বহি ইন্দ্ৰক তাই যিবোৰ কথা কৈছিল, সেইবোৰকে আকৌ কৈ গ'ল;—কিন্তু এইবাৰ এজনী মাকৰ নিচিনা বান্ধৱীক কোৱাৰ নিচিনাকৈ, একো লুকুৱাই আৰু লাভ নাই বুলি ধৰি লৈ, চিত্তাত তোলাৰ আগতে মৰাশক গা ধুৱাইছে বুলি ধৰি লৈ।

শেষত শাৰীৰ আঁচলেৰে নাক-মুখ মচি চিত্ৰাই ক'লে, "আপুনিও যদি মোক বেয়া ছোৱালী বুলি ঘিণ কৰে,—মই বেয়া নাপাওঁ। মই এটাৰ পাছত এটাকৈ কেইবাটাও ভুল কৰিলোঁ, কিন্তু প্ৰথম ভুলটো মোক আনে জোৰকৈ নকৰোৱা হ'লে বাকীবোৰ ভুল নকৰিলোঁহেঁতেন।"

চিত্ৰা শান্ত হোৱাৰ পাছত মেনকাই সুধিলে, "এতিয়া তুমি কি কৰিবা?"

"বিয়াৰ আগতে লণ্ডনত থকা মোৰ বাইদেউ এজনীৰ লগত চিঠিৰে যোগাযোগ কৰিছিলোঁ, তাত চাকৰি কৰি পঢ়িব পাৰিম নেকি? তেওঁ এটা সুবিধা কৰিব পাৰিব বুলি কৈছিল। কিন্তু মা-দেউতাৰ কাৰণে মই তেওঁৰ শেষৰ চিঠিখনৰ উত্তৰ নিদিলোঁ। এতিয়া ভাবিছোঁ, সেই চেষ্টাটোকে আকৌ কৰিম।"

ভালেমান সময় মনে-মনে থাকি মেনকাই ক'লে, "ভাল।"

ড. বানাৰ্জীক লগ পোৱাৰ পাছত মেনকাই ঘৰলৈ ওভতাৰ আয়োজন কৰিলে। প্ৰিয়তোষ বাবু-বনলতাহঁতে আৰু দুদিনমান থাকি দক্ষিণেশ্বৰৰ মন্দিৰ, ইটো-সিটো চোৱাৰ কথা ক'লে; মেনকাই নালাগে বুলি ক'লে।

মেনকা উভতিবৰ দিনা প্ৰিয়তোষ বাবুৰ গোটেই পৰিয়াল আৰু

ইন্দ্র ষ্টেছনলৈ আহিল। অপৰেশহঁতে ডবাৰ ভিতৰত উঠি বস্তু-বাহানিবোৰ ঠিক-ঠাককৈ থলে। সিহঁতে মেনকাৰ বিছনাখন পাৰি-য়েই দিলে।

ষ্টেছনৰ গোটেই সময়খিনি মেনকাই কাৰো লগত কথা নাপাতিলে। কেৱল ৰেলত উঠিবৰ সময়ত তাই প্ৰিয়তোষ বাবু আৰু বনলতাক ক'লে, "এবাৰ আমাৰ তালৈ যাব।" তাৰ পাছত তাই চিত্ৰাৰ মূৰত হাত ফুৰালে। চিত্ৰা যেন আপোনা-আপুনি মেনকাৰ ভৰিৰ ফালে দোঁ খাই গ'ল।

ডবাটোত উঠিয়েই মেনকাই কিৰণৰ বস্তুবোৰ ঠিকে ঠিকে আছে নে চাই ল'লে। ৰেল চলাৰ পাছত তাই বাহিৰৰ পিছুৱাই যোৱা ডাঙৰ-ডাঙৰ ঘৰবোৰলৈ চাই ৰ'ল। সকলো ঘৰ যেন একে। এই সকলো ঘৰতে যেন কিৰণ আছিল।

প্লেটফৰ্মতে প্ৰিয়তোষ বাবুহঁতৰপৰা বিদায় লৈ ইন্দ্ৰ এখন বেলেগ গেটেদি ষ্টেছনৰপৰা ওলাই আহিল। বাটলৈ ওলাই সি ক'লৈ যাব, কি কৰিব ঠিক কৰিব নোৱাৰিলে। চাৰিওফালে ইমান শব্দ, তথাপি তাৰ গোটেইখন নিজান-নিজান লাগিল। চাৰিওফালে ইমান মানুহ, তথাপি তাৰ ক'তো কোনো নাই যেন লাগিল।

# বাইছ

তাৰ পাছত বহুদিন,—বহুদিন প্ৰিয়তোষ বাবুহঁতৰ ঘৰৰ কাৰো লগত ইন্দ্ৰৰ দেখা-সাক্ষাৎ নহ'ল। হোষ্টেল, কলেজ আৰু লাইব্ৰেৰিৰ বাহিৰে আৰু একোৰে লগত তাৰ সম্পৰ্ক নাথাকিল। প্ৰথম অৱস্থাত কেতিয়াবা তাৰ চিন্তা হৈছিল,—প্ৰিয়তোষ বাবুহঁতৰ কোনোবাইতো এদিন তাৰ খবৰ ল'ব লাগিছিল! তাৰ মানুহ ভাল নলগা হৈছিল, মানুহলৈ তাৰ ভয় লগা হৈছিল, সেই কাৰণে সি সকলোৰে পৰা আঁতৰি আছে। কিন্তু প্ৰিয়তোষ বাবুহঁত? তেওঁলোকৰ কি হৈছে? এই যে গোটেইখন থানবান হৈ যোৱা ঘটনাবোৰ,—সেইবোৰৰ মাজত সি থকাটো সঁচা, কিন্তু প্ৰিয়তোষ বাবুহঁতে তাক সকলো ঘটনাৰ কেন্দ্ৰত থকা বুলিয়েই ধৰি লৈছে নে কি? চিন্ময়া এতিয়া ক'ত আছে? ইন্দ্ৰৰ ভয়টো কিছুদিনলৈ বাঢ়ি গৈছিল। কিন্তু এসময়ত সি সেইবোৰ কথা মনলৈ নানিবলৈ চেষ্টা কৰিলে।

মাজে-মাজে দীনৰপৰা একোখন চিঠি আহে,—সকলো ভালে আছে। আইজনীয়ে লাহে-লাহে মাকৰ কথা পাহৰিছে। মাজু-জনীয়ে আগেয়েই পাহৰিলে। সৰুজনীয়ে পাহৰিবলৈ তাইৰ একো মনতেই নাছিল।

সৰুলো ভালে আছে? কেনেকৈ থাকিব? মিছা কথা।

মনৰপৰা সকলো কথা জোৰকৈ জাৰি-জোকাৰি পেলাবলৈ চেষ্টা কৰি ইন্দ্ৰ কিতাপৰ মাজত সোমাই থাকিল। কিন্তু ফাইনেল পৰীক্ষাৰ কেইদিনমান আগতে এদিন আবেলি ইন্দ্ৰ চক খাই উঠিল। ভনীয়েকক লগত লৈ চিন্ময়া সিহঁতৰ কোঠালিটোলৈ আহিল। কোঠা-লিৰ ইটো ল'ৰা বিছনাত এজাপ কিতাপ-বহী মেলি লৈ তাৰ ওপৰতে উবুৰি খাই পৰি আছিল; চিন্ময়াহঁতক দেখি সি কোঠালিটোৰপৰা ওলাই যাব খুজিলে। চিন্ময়াই তাক বাধা দি ক'লে, "পঢ়ক পঢ়ক। আপুনি ওলাই যাব নালাগে। মাত্ৰ দুই মিনিটমান।"

ইন্দ্ৰক তাই সুধিলে, "গা ভালে আছে? প্ৰিপেয়াৰেশ্যন কেনে হৈছে?"

ইন্দ্ৰই পাঞ্জাবীৰ ওপৰৰ বুটাম দুটা মাৰি-মাৰি সুধিলে, "তুমি ভালে আছা?"

"আছোঁ।" চিন্ময়ই লাহেকৈ হাঁহি ক'লে।

"ইমান দিনৰ মূৰত—"

"তোমাৰ পৰীক্ষা ভাল হওক বুলি কবলৈ আহিছোঁ। দিয়া, ভালকৈ পৰীক্ষা দিয়া। ৰিজাল্ট খুব ভাল হ'ব লাগিব। যাওঁ দিয়া, নবহোঁ।" চিন্ময়া দুৱাৰৰ ফালে ঘূৰিলেই। ভনীয়েক কোঠাৰ ভিতৰলৈ সোমোৱাই নাছিল।

চিন্ময়াৰ লগে-লগে ওলাই আহি বাৰাণ্ডাত ইন্দ্ৰই সুধিলে, "তুমি ঘৰতে আছা?"

"আছোঁ, কিন্তু আৰু বেছিদিন নাথাকিম।"

"কিয়? ক'লৈ যাবা?" ইন্দ্ৰই উদ্বিগ্ন হৈ সুধিলে।

"চৈধ্য তাৰিখে তোমাৰ পৰীক্ষা শেষ হ'ব নহয়, তাৰ পাছত এদিন কম।"

"তুমি মোৰ পৰীক্ষাৰ সকলো খবৰ ৰাখা?"

"নাই নাৰাখোঁ। ইউনিভাৰ্ছিটিৰ অফিছলৈ যাওঁতে কটিনখন দেখিছিলোঁ। তোমাৰ ছাবজেক্ট কেইটাতো জানিছিলোৱেই। যোৱা, তুমি আৰু আহিব নালাগে।"

ইন্দ্ৰই শান্ত, শীতল দৃষ্টিৰে চিন্ময়াৰ চকুলৈ চালে।

"মই আহি তোমাক ডিষ্টাৰ্ব কৰিলোঁ নে কি?"

"নাই নাই, নাই কৰা। আচলতে তোমালোকে খবৰ নকৰা কাৰণে মই মনে-মনে বেয়া পাইহে আছিলোঁ।"

"আৰু আমি?" পাছ মুহূৰ্ত্ততে সুৰটো পাতল কৰি চিন্ময়াই ক'লে, "এতিয়া সেইবোৰ বাদ দিয়া। পঢ়াগৈ যোৱা।"

পৰীক্ষা শেষ হোৱাৰ পাছত ইন্দ্ৰৰ গোটেইখন বৰ উকঙা-উকঙা লাগিল। কাম নাই, যাবলৈ ঠাই নাই—। তাৰ কৰবালৈ যাবৰ মন গ'ল। কিন্তু চিনাকি ঠাইবোৰলৈ যাবলৈ তাৰ ভাল নালাগিল। ভয়ো লাগিল।

..এদিন আবেলি হোষ্টেলৰ বিছনাত পৰি থাকোঁতে আকৌ চিত্ৰা আহিল। অকলে। ইন্দ্ৰ জাপ মাৰি উঠি বহিল।

"গা বেয়া নেকি?" চিত্ৰাই সুধিলে।

"নহয়, ভালে আছোঁ।"

"পৰীক্ষা? কেনে হ'ল?"

"ভাল হৈছে।"

একো কাম নাই যদি অকণমান ফুৰি আহোঁগৈ বলা। "যাবা?"

"যাম।" ইন্দ্ৰই—আগৰেপৰা যেন সাজু হৈহে আছিল, তেনেকুৱা সুৰত ক'লে।

"মই বাৰাণ্ডাতে বৈ আছোঁ, তুমি ওলোৱা।"—বুলি চিত্ৰাই বাহিৰ ওলাই দুৱাৰখন জপাই দিলে।

কাপোৰ পিন্ধোতে কিন্তু ইন্দ্ৰৰ হাতখন বাৰে-বাৰে বৈ-বৈ গ'ল। আবেলিৰ ঘাঁহনি, চিত্ৰাহঁতৰ ঘৰৰ বিছনা, হাজৰা ৰোডৰ শংকৰৰ ঘৰ,—বহু ঠাই, বহু দিনৰ কথাই তাৰ মন আৰু হাতৰ লগত জোঁটাপুটি লগালে। চিত্ৰাৰ কাপোৰ—নে গাৰ—গোন্ধটোও তাৰ মনত পৰিল। তাৰ ডিঙি, কপাল, কাণ-মূৰ গৰম-গৰম লগাৰ কথাও মনত পৰিল। ঠিক মনত পৰিল নহয়,—এতিয়াও তাৰ কাণ মূৰ গৰম-গৰম লাগিল। এবাৰ তাৰ মন গ'ল—নাযাওঁ বুলি কওঁ নেকি?

চিত্ৰাই ইন্দ্ৰক চাহৰ দোকান এখনলৈ লৈ গ'ল। তাইৰ চিনাকি দোকান। পৰ্দা থকা সৰু কোঠা এটাত সিহঁত দুয়োটা মুখামুখিকৈ বহিল। চিত্ৰাই মেনুখন ইন্দ্ৰৰ ফালে আগবঢ়ালে, ইন্দ্ৰই মূৰ লৰাই বুজালে—তুমিয়েই চোৱা। চিত্ৰাই মেনুখন পঢ়িবলৈ ল'লে। এসময়ত পৰ্দাৰ কাষত বৈ থকা বেয়াৰাটো যাবলৈ ওলাল। চিত্ৰাই "অঃ" বুলি লৰালৰিকৈ দুটামান বস্তুৰ নাম ক'লে। সেই নামকেইটা তাইৰ মনতে আছিল, মেনুখনত আছে নে নাই তাই কব নোৱাৰে।

বেয়াৰাটো আঁতৰি যোৱাৰ অলপ পাছত চিত্ৰাই ক'লে, "মই লণ্ডনলৈ যাম।"

"হুঁ?" ইন্দ্ৰই যেন চিত্ৰাই কি ক'লে ধৰিব নোৱাৰিলে। চিত্ৰাই কথাষাৰ আকৌ ক'লে।

"লণ্ডনলৈ?" ইন্দ্ৰই অবিশ্বাস কৰি, আচৰিত হৈ সুধিলে।

"ওঁ।"

"কেতিয়া ?"

"পৰহিলৈ।"

অবাক দৃষ্টিৰে অলপ পৰ চিত্ৰাৰ মুখলৈ চাই থাকি ইন্দ্ৰই সুধিলে, "সঁচা ?"

চিত্ৰাই মূৰ দুপিয়ালে।

"কাৰ লগত যাবা ? কি কৰিবাগৈ তাত ?"

অকলে যাম। এখন সৰু স্কুলত চাকৰি কৰিম, লগতে পঢ়িমো। পাছলৈ পাৰিলে ৰিছাৰ্চ কৰিম বুলি ভাবিছোঁ।"

"এইবিলাক কেতিয়া, কেনেকৈ ঠিক কৰিলা ?"

"বহুদিন ধৰি।" অলপ পৰ ৰৈ তাই ক'লে, "তোমাক যেতিয়া লগ পালোঁ, তেতিয়াৰপৰাই।"

"কিয় ? কিয় তুমি এনেকৈ যাবলৈ ওলালা ?" অবিশ্বাস, বিস্ময়, উত্তেজনাই ইন্দ্ৰক সমানে হেঁচা মাৰি ধৰিলে।

চিত্ৰাই মুখলৈ অকণমান হাঁহি আনি শান্ত সুৰেৰে ক'লে, "এনেয়ে। ধৰি লোৱা তুমি যি কাৰণত কলিকতাত পঢ়িবলৈ আহিছিলা—।"

চিত্ৰাই তললৈ চালে। তাইৰ কপাল আৰু মূৰলৈ চাই ইন্দ্ৰ স্তব্ধ হৈ বহি ৰ'ল। বহু সময় পাৰ হৈ গ'ল। সমুখৰ নিমখৰ বটলটো মেজখনৰ ওপৰত ঘূৰাই-ঘূৰাই চিত্ৰা তলমূৰা হৈয়েই থাকিল। এই নিৰ্বাক সময়খিনিৰ ভিতৰতে লাহে-লাহে ইন্দ্ৰৰ অবিশ্বাস, বিস্ময়, উত্তেজনা আঁতৰি গ'ল। চিত্ৰাৰ মূৰ আৰু কপাললৈ চাই থাকোঁতে হঠাতে এবাৰ তাৰ কিবা এটা বেলেগ-বেলেগ লাগিল। প্ৰথমতে সি ধৰিব নোৱাৰিলে—কিয় তেনেকুৱা লাগিল। —মাজতে এদিন কোনোবাই ক'ব নোৱাৰাকৈ ডাঙৰ গছ এজোপা কাটি পেলালে; কেইদিনমানৰ পাছত ইন্দ্ৰ সেইখিনিলৈ গ'ল; ক'ত কি হ'ল ? কিবা বেলেগ-বেলেগ লাগিছে! ঠিক ধৰিব পৰা নাই, কিন্তু কিবা এটা হ'ল; —ইন্দ্ৰৰ তেনেকুৱা লাগিল। কিছু সময় চাই থকাৰ পাছত তাৰ মনটো গধুৰ হৈ গ'ল। মুখখন গম্ভীৰ হৈ গ'ল।

চিত্ৰাৰ কপাল-সেওঁতাত সেন্দূৰৰ কোনো চিন নাই। কপাল উকা। সেওঁতা বগা। যেন সকলো গছৰপৰা আঁতৰি অহাৰ কাৰণে তাইৰ শিৰত ৰ'দ পৰিছে।

বেয়াৰাটোৱে খোৱা বস্তু লৈ আহিল। এটা মূৰেদি মিছা মাছৰ ক্ৰিম্বা ওলাই থকা কাটলেট, আলুভাজি। চিত্ৰাই গা-মূৰ লৰাই

এনে এটা ভাব দেখুৱালে যেন সেইবোৰ তাই নিজে ৰান্ধি উঠিছে, এতিয়া আলহ-উদহকৈ ইন্দ্ৰক খাবলৈ দিব, নিজেও খাব।

"টমেটো ছছ আছে? আনা। আৰু শুনা, জালুকৰ গুড়িৰ বটল এটা। চাহ অলপ পাছত।" চিত্ৰাই বেয়াৰাটোক ক'লে।

বেয়াৰাটো ওলাই গ'ল। "লোৱা। আৰম্ভ কৰা। কি হ'ল? চিন্তা কৰিবলগীয়া একো হোৱা নাই দিয়া।"—চিত্ৰাই ইন্দ্ৰৰ সমুখৰ প্লেটখন আৰু অলপ ঠিক ঠাইলৈ ঠেলি দিলে, নিজৰখনো গাৰফালে অকণমান টানি ল'লে; পানীৰ গিলাছটো মুখলৈ নি ওঁঠ দুখন তিয়াই ল'লে। বেয়াৰাই টমেটো ছছ আৰু জালুকৰ গুড়িৰ বটল দুটা দি গ'ল। ছছৰ বটলটো তুলি লৈ চিত্ৰাই ইন্দ্ৰক—"দিম?"—বুলি সুধিলে, আৰু উত্তৰলৈ বাট নাচাই তাৰ কাটলেটটোৰ কিনাৰত অলপমান ছছ বাকি দিলে। তাৰ পাছত নিজৰটোৰ ওপৰত এসোপা-মান বাকি, ছুৰি-কাটা-চামুচ হাতলৈ লৈ তাই ক'লে, "বৰ ভোক লাগিছে।"

কেৱল কাটা-চামুচখন সোঁহাতত লৈ ইন্দ্ৰই আলুৰ টুকুৰাবোৰ খুচি-কাটি থাকিল। মাজে-মাজে এটুকুৰা মুখত ভৰাই খাব পৰা বস্তু হয়নে নহয় পৰীক্ষা কৰাৰ নিচিনাকৈ চোবালে। কিছু সময়ৰ পাছত সি ক'লে, "কথাবোৰ বুজিবলৈ মই বহুত চেষ্টা কৰিছোঁ। অলপ বুজিছোঁও। কিন্তু তুমি ইমান দূৰলৈ যাবা বুলি মই ভবা নাছিলোঁ।"

আপোনমনে খাই চিত্ৰাই প্লেটৰ আধাখিনি বস্তু শেষ কৰিছিল; ইন্দ্ৰই কথাখিনি শেষ কৰাৰ পাছত তাইৰ হাতৰ গতি মন্থৰ হ'ল। অলপ পাছতে তাই খোৱা বন্ধ কৰিলে। পানী এঢোক খাই তাই অলপ সময় তলমূৰকৈ বহি ৰ'ল তাৰ পাছত ক'লে, "মই তোমাক এটা কথা কৈ যাওঁ ইন্দ্ৰ। আকৌ কেতিয়া, ক'ত লগ পাম, পাম নে নাপাম ক'ব নোৱাৰোঁ। তুমি বহুত চেষ্টা কৰিছা, অলপ বুজিছা। কি দৰকাৰ ইমান চেষ্টা কৰি থকাৰ? আচলতে এইবোৰ কথা চেষ্টা নকৰাকৈয়ে যিমান বুজা, সেইখিনিহে আচল বুজা।"

বেয়াৰাটোৱে দুকাপ চাহ থৈ গ'ল।

"শুনা ইন্দ্ৰ। সেই অধ্যাপক মহাশয়ে তেনেকুৱা কৰাৰ পাছত মই এদিন ডিভিত শাৰীৰ ফাঁচ লগাই মৰিবই খুজিছিলোঁ। সেই দিনটো পাৰ হৈ যোৱাৰ পাছত আৰু মৰাৰ কথা মনলৈ নাহিল,

কিন্তু তাৰ পাছত মোৰ নিজৰ প্ৰতি কোনো শ্ৰদ্ধা নাথাকিল। আজিও নাই। তুমি নথকা হ'লে মই বোধকৰোঁ অলিয়ে-গলিয়ে ঘূৰি ফুৰা বিধৰ ছোৱালীয়েই হ'লোহেঁতেন। কিন্তু তোমাক আশ্ৰয় কৰি লোৱাৰ কাৰণেই মই বেছি দূৰলৈ নগলোঁ। কিয়, কেনেকৈ তোমাক আশ্ৰয় কৰিবলৈ ললোঁ, মই ঠিককৈ নাজানো। সদায় ওচৰত তোমাক পাইছিলোঁ কাৰণেই নে কি? কিন্তু—কাৰণটো ইমান সস্তীয়া, ইমান সাধাৰণ আছিল নে? নে সঁচাকৈয়ে কিবা—। নহয় নহয়, মই নাজানো। আই ঘাণ্ট ড'ন্ট নউ।"

নিজৰ কথাত নিজেই অস্থিৰভাৱে মূৰ জোকাৰি চিন্নাই হাতৰ চুৰি কাটা-চামুচ প্লেটৰ ওপৰত থ'লে। অলপ পৰ বৈ তাই-আকৌ আৰম্ভ কৰিলে, "কাপোৰত দাগ লাগিলে, দাগবোৰ গুচাবৰ উপায় নাথাকিলে, তেনেকুৱা ৰঙতে গোটেই কাপোৰখন দুবাই ৰঙীন কৰি পেলাব পাৰি,—তেনেকুৱাই কৰিলোঁ নে কি! তুমি জানা, তোমাৰ সৈতে মই বৰ বেছি দূৰলৈ যাবলৈ চেষ্টা কৰিছিলোঁ। তোমাক অত্যাচাৰ কৰিলোঁ। তুমি কষ্ট পালা। সেইটো মই বুজিলোঁ, আৰু বুজাৰ লগে-লগেই আঁতৰাৰ চেষ্টা কৰিলোঁ; মা-দেউতা সকলোকে সন্তুষ্ট কৰাৰ চেষ্টা কৰিলোঁ। কিনো কথা? সোঁতত পৰিলোঁ যেতিয়া নিজকে এৰি দিলেই হ'ল! কিন্তু,—শুনা ইন্দ্ৰ, শংকৰে মোক জঘন্যভাৱে অপমান কৰিলে। সেই অপমানক মই তুচ্ছজ্ঞান কৰিবলৈ নৌছোঁ। এদিন নহয় এদিন সেই অপমান মই পালোঁৱেইহেঁতেন। সেইটো মই বিয়াৰ আগতেই জানিছিলোঁ। তোমাক কৈছিলোঁও বোধকৰোঁ। কিন্তু কিৰণ মাহী,—কিৰণ মাহীৰ কথাই মোক অসহ্য যন্ত্ৰণা দি আছে। এদিনো মোক মাহীয়ে লগ এৰা নাই। কি সুন্দৰ মানুহজনী—আৰু কি বীভৎস ঘটনা! ক'লৈ গ'লে মই শান্তি পাম, কি কৰিলে শান্তি পাম, কেনেকৈ মোৰ প্ৰায়শ্চিত্ত হ'ব!"—

চিন্নাৰ মাত সৰু হৈ গ'ল। মুখৰ ভিতৰতে তাই আৰু কিবা দুআষাৰমান ক'লে। আধা খাবলৈ থকা বস্তুৰে প্লেটখন একাষলৈ ঠেলি থৈ ৰুমালেৰে মুখ মচিলে।

"কি হ'ল? নোখোৱা?" ইন্দ্ৰই সুধিলে। তাৰ নিজৰ প্লেটখনত খোৱা বস্তু আৰু বেছি নাছিল।

অলপ সময়ৰ পাছত চিন্নাই ক'লে, "অন্ততঃ তুমি মোক দোষ নিদিবলৈ চেষ্টা কৰিবা।"

আৰু কিছু সময় নিঃশব্দে পাৰ হ'ল। চাহ দুকাপ স্থিৰ, শান্ত হৈ গৈছিল। বেয়াৰাটোৱে বাহিৰৰপৰা এটা শব্দ কৰি পৰ্দাখন আঁতৰাই ভুমুকি মাৰিলে। চিত্ৰাই তাক ক'লে, "বিল।" তাৰ পাছত তাই ইন্দ্ৰক ক'লে, "পৰহিলৈ মই বোম্বাইলৈ যাম। বাইছ তাৰিখে জাহাজ এৰিব।"

ইন্দ্ৰ মনে-মনে থাকিল। অলপ পাছত সি সুধিলে, "বেল কেই বজাত?"

"আবেলি চাৰে চাৰি বজাত। এটা কথা, তুমি ষ্টেচনলৈ যাব নালাগে ইন্দ্ৰ।"

"কিয়?"

"এনেয়ে। মানে—তালৈ বহুত মানুহ যাবতো!" চিত্ৰাই প্ৰথমতে উত্তৰটো দিওঁ-নিদিওঁ কৰিলে, কিন্তু তাৰ পাছত হঠাতে পোন হৈ বহি, পৰিষ্কাৰ মাতেৰে ক'লে, "নহয়। আজি আৰু তোমাৰপৰা কি লুকুৱাম? প্ৰথম কথা হ'ল—তাত মই নিজকে চম্ভালিব নোৱাৰিব পাৰোঁ। দ্বিতীয় কথা, সেই সময়ত তোমাক দেখিলে মা-দেউতাই কষ্ট পাব পাৰে।"

"মোক দেখিলে কষ্ট—?"

"হাজাৰ হওক মাক-দেউতাকতো! জীয়েকৰ দুৰ্ভাগ্যৰ কাৰণে কাক দায় দিব পাৰি, সেইবোৰ চিন্তাতো তেওঁলোকে কৰিবই। তুমি সেইবোৰ চিন্তা নকৰিবা। মই তেওঁলোকক যিমান পাৰোঁ বুজাই থৈ গৈছোঁ। আচলতে তেওঁলোকে তোমাক ভাল পায়। কিন্তু দেখিলাইতো,—ঘটনাবোৰ কেনেকুৱা হৈ গ'ল!"

বেয়াৰাই প্লেট এখনত বিলখন মেজত থলেহি। চিত্ৰাই পইচা দি মুৰটো লৰাই তাক যাবলৈ ক'লে। পইচাখিনি চাই, চালাম এটা দি বেয়াৰাটো আঁতৰি গ'ল। চিত্ৰাই ক'লে, "মোৰ বিশ্বাস, তেওঁলোক এদিন তোমাক বিচাৰি হোষ্টেললৈ যাব। তোমাক আমাৰ ঘৰলৈ মাতিব। তেতিয়া নোযোৱাকৈ নাথাকিবা। অ', তুমিতো কিছুদিন কলিকতাত থাকিবাই? ইয়াৰ পাছত কি কৰিবা? এম. এছ্‌ছি.?"

ইন্দ্ৰই একো নক'লে।

"যিহকে কৰা,—তোমাৰ সদায় ভাল হওক, তাকে কামনা কৰোঁ। ব'লা।"

চিন্ময়াই ৰুমালখন বেগত ভৰালে।

ইন্দ্ৰই মূৰ তুলি তাইলৈ চালে। গভীৰ, অসহায় দৃষ্টিৰে। তাৰ গোটেই মনটোৱে চকুৰ মণিটোত ভৰ কৰিলে। অবিশ্বাসৰ সুৰেৰে সি সুধিলে, "তাৰ মানে,—আমি এনেকৈয়ে ইয়াৰপৰাই আঁতৰা-আঁতৰি হ'ম নেকি?"

"আৰু কেনেকৈ?" চিন্ময়াই নিৰৰ্থ হাঁহি এটাৰে সুধিলে। থিয় হৈ তাই ক'লে, "ইমান কথা কলোঁ, মোৰ ভাগৰ লাগি গ'ল। ইয়াতকৈ আৰু বেছি কি কৈ বিদায় লব লাগে? শেষৰ দুটা দিনত আৰু কষ্ট গোটাব খোজা নাই। ব'লা।"

ইন্দ্ৰ থিয় হ'ল।

পৰ্দাখনৰ ওচৰত ওচৰা-উচৰি হওঁতে চিন্ময়াই তাৰ সোঁহাতখন তুলি লৈ আলফুলকৈ তাইৰ ওঁঠত লগালে।

# তেইছ

যিখিনি সময়ত চিগ্ৰা বেলত উঠাৰ কথা, সেইখিনি সময়ত ইন্দ্ৰৰ থাকিবলৈ ক'তো ঠাই নোহোৱা যেন লাগিল। তলৰ ফিল্ডখনত ল'ৰাবোৰে ভলি খেলিছিল। খেলাবোৰৰ লগতে নেখেলাবোৰেও চিঞৰিছিল। কোনোবা এটাই মাজে-মাজে বেলৰ উকিৰ নিচিনা শব্দ একোটা উলিয়াইছিল। চিঞৰ-বাখৰবোৰ ইন্দ্ৰৰ এখন বৰ দীঘল ৰচিৰ ঝুলনিত উঠি ঝুলি থকা যেন লাগিছিল;— একোবাৰ বহু দূৰলৈ যায়গৈ, আকৌ একোবাৰ ওচৰলৈ আহে, আকৌ যায়গৈ। অলপ পাছত সি যেনেকৈ আছিল, তেনেকৈয়ে কোঠালিৰপৰা ওলাই একেবাৰে ফিল্ড পালেগৈ। ক'ৰ্টৰ ওচৰত থিয় হৈ সি আদেশ দিয়াৰ সুৰত ক'লে, "এই প্ৰবীৰ, তুমি ওলোৱাচোন, মই খেলিম।"

"কি? ইন্দ্ৰদা? আপুনি খেলিব?"

ইন্দ্ৰক ইন্দ্ৰ বুলি মাতিব পৰা সকলো ল'ৰাই হোষ্টেল এৰি গৈছিল। ইন্দ্ৰৰ কথা শুনি ক'ৰ্টত থকা আটাইবোৰে একোটা চিঞৰ মাৰিলে। ইন্দ্ৰদা বুলি মাতিবলৈও ভয় কৰাবোৰেও। কোনোবা এটাই চিঞৰিলে, "এই প্ৰবীৰ, ওলা, বাহিৰ হ। এইটো গে'ম বাদ। নতুন গে'ম। আহক ইন্দ্ৰদা।"

দুমহলাৰ ওপৰৰ বেলিঙত ভৰ দি খেল চাই থকাবোৰে গাৰ জোৰেৰে চাপৰি বজালে। লাহে-লাহে বাৰাণ্ডা আৰু ফিল্ডত খেল চোৱা ল'ৰাৰ সংখ্যা বাঢ়িল। ইন্দ্ৰই বলটো চুলেই সকলোৱে সমস্বৰে তাৰ জয়ধ্বনি কৰিলে।

ভলিখেল অনন্তকাল নচলে। এসময়ত আন্ধাৰে শব্দ, দৃশ্য, গতি—সকলো সামৰি ল'লে। ল'ৰাবোৰে বেছিকৈ খেলিলে কাৰণেই নে কি, হোষ্টেলটো গধূলিৰ পাছত বেছি ভাগৰি পৰিল। মাজে-মাজে ছিৰিয়েদি কোনোবা উঠাৰ, কোনোবা নমাৰ, দীঘলীয়া বাৰাণ্ডাত কোনোবা চাপি অহাৰ, কোনোবা আতৰি যোৱাৰ ভাগৰুৱা শব্দ, —তাৰ বাহিৰে যেন ক'তো একো শব্দ নাই।

ৰাতি বহু সময় পাৰ হৈ যোৱাৰ পাছতহে ইন্দ্ৰই কিছুমান

কোলাহল শুনিলে ;—দীঘল বছৰিৰ ঝুলনিত বহি থকা কোলাহল, —বহু দূৰলৈ আঁতৰি যায়, আকৌ আহে, আকৌ যায়। বৰ বহল পথাৰৰ সিপাৰেদি, বহু দূৰেদি যেন এখন ৰেল যায়, বতাহত শব্দটো একোবাৰ এইফালে আহে, বহু সময়লৈ নাহে।

ৰাতিপুৱা ইন্দ্ৰ পলমকৈ শোৱাৰপৰা উঠিল। বেৰত এচমকা ৰ'দ পৰিছিল। ৰুমমে'টৰ খালী খাটখনলৈ চাই সি কিছুসময় জলকা লাগি বহি ৰ'ল। কেইবাদিনো দেখি আছে, কিন্তু আজি খাটখন দেখি সি বিৰক্ত হ'ল। এবাৰ সি ভাবিলে—যি কেইদিন ইয়াত থাকে, সেই কেইদিন নিজৰ কাপোৰ-কানিৰে এভাগ পাৰি বিছনাখন মানুহ থকাৰ নিচিনা কৰি থব লাগিব। কোঠালিৰ ভিতৰত এনেকুৱা এখন ক'লা-ৰঙচুৱা, পিছল তক্তাৰ, ফাটি মেল্যা, খালী খাট দেখি থাকিলে নিজকে কিবা নিঠৰুৱা নিঠৰুৱা লাগে।

গা-পা ধুই, ভাল কাপোৰ এযোৰ পিন্ধি ইন্দ্ৰ বাটলৈ ওলাল। চিৰিৰ ওচৰত পাগঘৰৰ ল'ৰা এটাই তাক ক'লে, "আপোনাৰ খোৱা বস্তু ঢাকি থৈ দিছোঁ বাবু।"

"তই খাই পেলালি"—বুলি ইন্দ্ৰ ওলাই আহিল। ৰেস্তোঁৰা এখনত সোমাই সি ভাল-ভাল বস্তু কেইটামান গৰমে-গৰমে দিবলৈ অৰ্ডাৰ দি খবৰ-কাগজখন মেলি ল'লে।—তাৰনো হৈছে কি? ইমান অকলশৰীয়া, নিজকে ইমান নিঠৰুৱা-নিঠৰুৱা লাগিবলৈ তাৰনো হৈছে কি? একোতো হোৱা নাই! এইবোৰনো কোন মানুহ? ক'ৰ মানুহ? চিত্ৰানো কোন?—প্ৰিয়তোষ বাবুহঁত কেতিয়াবা তাক মাতিবলৈ হোষ্টেললৈ আহিব, তেতিয়া সি তেওঁলোকৰ ঘৰলৈ যাব লাগিব! তাৰমানে তাৰ আগতে নালাগে? তাৰমানে এতিয়া তেওঁলোকে তাৰ ওপৰত খং কৰি আছে? কিন্তু এই প্ৰিয়তোষ বাবুহঁতনো কোন? দিনৰ পাছত দিন, ৰাতিৰ পাছত ৰাতি দুশ্চিন্তা কৰি মৰিবলৈ এওঁলোকৰ লগত তাৰ সম্পৰ্ক কি? একো নাই। এইবোৰ দুশ্চিন্তাৰ কোনো অৰ্থ নাই।

পেট ভৰাই খাওঁতে, তাৰ পাছত আকৌ খবৰ-কাগজখন পঢ়োঁতে বহু সময় গ'ল। মানুহ, গাড়ীৰে বাট ভৰি গ'ল। ঘড়িটো চাই ইন্দ্ৰ উঠিল। বেংক খুলিবৰ সময় হৈছে। সি বেংকলৈ বুলি ফুটপাথেদি খোজ ল'লে।

হুঁঃ! ক'ৰ মানুহে কাৰ ওপৰত খং কৰে! নহয় নহয়, এই

মুহূৰ্তৰ পৰা সি আৰু এইবোৰ মানুহৰ কথা চিন্তা নকৰে। পৃথিৱীত বহুত মানুহ আছে, কৰিলে সি বহুতৰ কথা চিন্তা কৰিব। কিন্তু এইবোৰ মানুহৰ কথা? কোনো দৰকাৰ নাই। ইন্দ্ৰই সমুখলৈ চাই গপ-গপকৈ বেংকৰ ফালে আগবাঢ়িল।

বেংকত সি জমা টকাৰ হিচাপটো চালে। সেই আগৰ নিচিনা কাৰবাৰ। সি ভবাতকৈ বহু বেছি টকা জমা আছে। তাৰ নামত মদনে কলঘৰৰ ওচৰৰ বেংকটোতে টকা জমা থয়। দীনই চিঠিত তাক খবৰটো জনায়। ইন্দ্ৰই মুখে-মুখে হিচাপ এটা ৰাখে। বেংকৰপৰা সি টকা বেছি উলিয়াবলগীয়া নহয়। কিন্তু যেতিয়াই বেংকত খবৰ লয়, তেতিয়াই সি দেখে—তাৰ হিচাপতকৈ টকা সদায় বেছি থাকে। কেনেকৈ? পাছত সি গম পাইছিল—মদনৰ বাহিৰেও দেউতাকে সেইটো একাউণ্টত টকা জমা দি থাকে,—মদন, দীন কোনেও নজনাকৈ।

ইন্দ্ৰই পাঁচশ টকা উলিয়ালে। সি ক'ৰবালৈ যাব। এপাক ফুৰি আহিবগৈ।

ক'লৈ যাব? সি কোনো ঠাইৰ নাম ঠিক কৰিব নোৱাৰিলে। ক'ৰবালৈ যাব যে লাগিবই, বাৰে-বাৰে সেইটোহে ঠিক কৰিব পাৰিলে।

এবাৰ ঘৰলৈকে যাব নেকি? ঘৰলৈ নগ'লে যে এই প্ৰকাণ্ড পৃথিৱীখনত যাবলৈ ইমান ঠাই নোহোৱা হৈ যায়! কিন্তু—! মাকে তাক কৈ যোৱা কথাবোৰৰ অৰ্থ হ'ল—এতিয়া দেউতাকৰ মন ভাল নহয়, খং উঠি আছে, এতিয়া সি নালাগে যাব।

এসময়ত মাতিম, তেতিয়া নোযোৱাকৈ নাথাকিবি,—মাকৰ সেই-ষাৰ ক'বলৈহে বাকী থাকিল।

কথাবোৰ কিবা একে একে। ইন্দ্ৰৰ এক ধৰণৰ আমোদো লাগিল। সকলোৰে তাৰ ওপৰত খঙেই উঠি আছে! কিন্তু নহয়। দেউতাকৰ খঙৰ লগত কাৰো খং তুলনা কৰিব নোৱাৰি।

ইন্দ্ৰ নেহ্‌নেল লাইব্ৰেৰিলৈ যাবলৈ বুলি বাছত উঠিল। বাছত বহি বহুত সময় সি দেউতাকৰ খংটোৰ কথা ভাবিলে। চমকৰ ঘোঁৰাবাগীৰ পৰা নামি অহা মানুহটোৰ খং, নতুন ঘৰৰ তাচ খেলা কোঠালিত সোমাই থকা মানুহটোৰ খং—। সেই মানুহটোৰ খঙৰ লগত আন কাৰো খং তুলনা কৰিব নাপায়।

কিন্তু প্ৰিয়তোষ বাবুহঁতৰ তাৰ ওপৰত খং কিহৰ? কি কৈছিল চিন্নাই?

ইন্দ্ৰই মূৰটো জোকাৰি আকৌ ঠিক কৰিলে—নাভাবে, সি এইবোৰ কথা নাভাবে। কাৰো কথা নাভাবে।

গধুলিৰ পাছত ইন্দ্ৰ হোষ্টেলৰ ছুপাৰিন্টেণ্ডেণ্ট হালদাৰ ছাৰৰ ওচৰলৈ গ'ল। সি ক'ৰবালৈ যাব; ছাৰে যেন তাৰ হোষ্টেলৰ ছিটটো ৰাখি থয়। কিতাপ-পাতি আৰু অইন বস্তু কিছুমান সি হোষ্টেলত থৈ যাব।

হালদাৰ ছাৰে সুধিলে, "তুমি এম. এছ্ছি. পঢ়িবা বুলি ধৰিয়েই লৈছোঁ। অইন ক'ৰবাত পঢ়াৰ কথা ভাবিছা নেকি?"

কিছুদিনৰ কাৰণে ক'লৈ যাব, ইন্দ্ৰই সেই প্ৰশ্নটোৰ আচম্বিতে এটা উত্তৰ পাই গ'ল। সি ক'লে, "তাকে ভাবিছোঁ ছাৰ। মই মাদ্ৰাজ-বাংগালোৰৰ ফালে এপাক ফুৰি আহিব খুজিছোঁ। ক'ত ভাল লাগে—।"

"কিয় কলিকতাত ভাল লগা নাই নেকি?"

নাই লগা। কলিকতাত তাৰ আৰু এদিনো থাকিবৰ মন নাই।

অলপ হেহোঁ-নেহোঁ কৰি সি ক'লে, "ভাল নলগা নহয়, কিন্তু এবাৰ চাব খুজিছোঁ—ভাল ক'ৰ্ছ এটা—।

"আঃ ভাল ক'ৰ্ছ কিহে?" হালদাৰ ছাৰে গলগলীয়া মাতেৰে ক'লে, "ভাল ক'ৰ্ছ ইউনিভাৰছিটিয়ে তৈয়াৰ কৰে নে তুমি নিজে তৈয়াৰ কৰা? পৰীক্ষাৰ কাৰণেহে ক'ৰ্ছ থাকে, তোমাৰ নিচিনা ল'ৰাৰ কাৰণে এম. এ'ছ্ছি. ৰ ক'ছ নাথাকে নহয়। যোৱা ঘূৰি আহাগৈ। তুমি দেখিবা, মাদ্ৰাজ-বাংগালোৰৰ ভাল ল'ৰা হোৱালীহঁতে কলিকতালৈ বুলি বিছনা বান্ধিছে।" কথাখিনি কৈ হালদাৰ ছাৰে হাঁহিলে।

তিনিদিনৰ পাছত ইন্দ্ৰ বোম্বাইৰ টিকেট এখন কিনি ৰেলত উঠিল। টিকেট কিনাৰ সময়তহে হঠাতে সি বোম্বাই চোৱাৰ কথাটো ঠিক কৰিলে। ডবাটোত বেছিভাগ মিলিটেৰিৰ মানুহ। অলপ পাছতে সি গম পালে সেইবোৰ পূৰ্ব সীমান্তৰপৰা ঘৰলৈ ওভতা সৈনিক।

এসময়ত দুয়োকাষৰ ঘৰবোৰ সৰু-সৰু হৈ আহিল; ঘৰৰ মাজে মাজে পুখুৰী, পথাৰ ওলাবলৈ ধৰিলে। সেইবোৰৰ ফালে নিৰ্বিকাৰ-

তাৰে চাই থাকি ইন্দ্ৰই ভাবিলে,—হালদাৰ ছাৰে কৈছে কাৰণেই নহয়, এনেয়েও, সি কলিকতা এৰিব কিয়? কলিকতা ভাল নালাগি-বলৈ তাৰ হৈছে কি?

নহয়। সি কলিকতা নেৰে।

. এবাৰ তাৰ এনেকুৱা লাগিল—অন্ততঃ কিৰণ মাহীক ৰখি থাকিব-লৈকে সি কলিকতাত থকাটো প্ৰয়োজনীয়।

বোম্বাই পোৱাৰ প্ৰথম উত্তেজনাখিনি কমি যোৱাৰ পাছত ইন্দ্ৰৰ একোবাৰ ভাব হ'ল—এতিয়া সি কি কৰে? সিনো কিয় বোম্বাইলৈ আঁহিল? সকলো একে। কেতিয়াবা চাৰিওফাল মানুহৰ অৰণ্য যেন লাগে, কেতিয়াঁবা ক'তো কোনো নাই যেন লাগে। কেইদিনমান সি ইউনিভাৰ্ছিটিৰ ভিতৰখনত এনেয়ে ঘূৰা-পকা কৰিলে, এদিন বহু সময় সাগৰৰ পাৰত কটালে, এদিন য'ত ডাঙৰ-ডাঙৰ সমুদ্ৰগামী জাহাজবোৰ থাকে, সেইফালে ফুৰিবলৈ গ'ল। তাৰ পাছত তাৰ বোম্বাইত থাকিবলৈ মন নগ'ল। এদিন বস্তু-বাহানি লৈ সি ৰেল ষ্টেছনলৈ গ'ল। বহুত পৰ ছাইনব'ৰ্ডবোৰ পঢ়ি-পঢ়ি ঘূৰি ফুৰাৰ পাছত সি মাদ্ৰাজৰ টিকেট এখন কিনিলে।

কেইদিনমানৰ পাছত এদিন সি মাদ্ৰাজৰ ৰেল ষ্টেছনত দিল্লীৰ টিকেট এখন কিনিলে।

প্ৰায় এমাহৰ পাছত ইন্দ্ৰ কলিকতালৈ ঘূৰি আহিল। কলি-কতাৰ ঘৰ-দুৱাৰবোৰ প্ৰথম ওলোৱাৰ লগে-লগে তাৰ মনটো ঘৰলৈ উভতি অহাৰ নিচিনা পাতল লাগিল, কিন্তু আৰু ভিতৰলৈ সোমাই অহাৰ লগে-লগে,—সেই একে বুলি,—গধুৰ-গধুৰো লাগিল।

হোষ্টেলত ভৰি দিয়েই সি শুনিলে—পৰীক্ষাৰ ৰিজাল্ট ওলাওঁ-ওলাওঁ হৈ আছে। দুদিনমান সি আকৌ এফালৰপৰা আটাইকেইখন পেপাৰৰ প্ৰতিটো প্ৰশ্নত কিমান পাব, এবাৰ ঢিলাকৈ, এবাৰ টানকৈ ধৰি হিচাপ কৰিলে। সি অহাৰ চতুৰ্থ দিনা ৰিজাল্ট ওলাল। সি ফাৰ্ষ্ট ক্লাছ ছেকেণ্ড হৈছে। হৰিপদ নামৰ ল'ৰাটো ফাৰ্ষ্ট হৈছে। এইটো ৰিজাল্টটো নহ'ব পাৰিলেহেঁতেন।

সেইদিনা গধূলি প্ৰিয়তোষ বাবু হোষ্টেললৈ আহিল। তেওঁ

সেই আগৰ নিচিনাকৈয়ে চিত্ৰৰ-বাখৰ কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু তেওঁৰ কামবোৰ ঠিক আগৰ নিচিনা হোৱা নাছিল। মানুহটোৰ চিত্ৰৰ আৰু হাঁহিবোৰ সেমেকি-সেমেকি গৈছিল। অলপ সময়ৰ পাছত তেওঁ ক'লে, "আমাৰ ঘৰলৈ যাবা। নহয়, এতিয়াই ব'লা। তোমাবতো এতিয়া কাম নাই? ব'লা, মোৰ লগতে ব'লা।"

প্ৰিয়তোষ বাবুৰ ঘৰত বহি থাকোঁতে মাজে-মাজে ইন্দ্ৰৰ এনে লাগিছিল—এই যেন চিত্ৰা ভিতৰৰপৰা ওলাই আহিব!

বোম্বাই, মাদ্ৰাজ, দিল্লী ইউনিভাৰ্ছিটিৰ ঘৰ-দুৱাৰ, বাট-পথ, গছ-গছনি,—এইবোৰ মাজে-মাজে ইন্দ্ৰৰ মনলৈ আহিছিল, কিন্তু শেষত সি কলিকতাতে এম. এছ্. ছি. ক্লাছত নাম লগালে।

নতুন হোষ্টেল চকী-মেজ বিছনা, টেবুল-লাইট আদি ঠিক-ঠাক কৰি লোৱাৰ লগে-লগে ইন্দ্ৰই এটা নতুন, গভীৰ, দৃঢ় অথচ মুক্ত জীৱনৰ কথা চিন্তা কৰিলে। কিন্তু তাৰ মানে কি? তেনেকুৱা এটা জীৱন আয়ত্তলৈ আনিবলৈ সি কৰিব কি? আৰু বেছি পঢ়া-শুনা? এইবোৰতো সি কৰিয়েই আছে! কি কৰিব—সহজে তাৰ মনলৈ নাহিল। এইটো হোষ্টেলতো সি এদিন ভলি ফিল্ডলৈ নামি গ'ল; ওচৰৰ পাৰ্কখনত প্ৰায়েই আবেলি মিটিং হয়, সি এঠাইত থিয় হৈ বক্তৃতা শুনা কৰিলে; বৃটিছ বিষয়াসকলৰ উদ্যোগত এঠাইত শেক্সপিয়েৰৰ নাটকৰ অভিনয় হয়, সি প্ৰত্যেকখন নাটক চালে, নাটকৰ শেষত চাহাবহঁতৰ লগত কথা পাতিলে। ৱাই. এম. ছি. এ.ৰ স্পেছিয়েল মিটিঙত বক্তৃতা দিলে।—

মাজে-মাজে কেতিয়াবা তাৰ মনত পৰিল—চিত্ৰাই যে কৈছিল —তুমি যি কাৰণত কলিকতালৈ পঢ়িবলৈ আহিছিলা! —কেৱল সেইটো কথা মনত পৰিলেই তাৰ এইবোৰ সকলো এৰি আৰু দূৰলৈ আঁতৰি যাবলৈ মন যায়। যোৱাৰ আগতে সেই অধ্যাপক আৰু শংকৰক মাষ্টৰ লগত মিলাই থৈ যাবলৈ মন যায়। লগে-লগে তাৰ দেউতাকলৈও মনত পৰে। মহীকান্ত। যিজন মানুহৰ কাৰণে সি কলিকতালৈ আহিছিল। কিন্তু! —অকল মহীকান্তৰ কাৰণেই সি কলিকতালৈ আহিছিল নে?

চিন্তাৰ এই সূত্ৰ আৰম্ভ হ'লেই ইন্দ্ৰ বিমূঢ় হৈ পৰে। কি কৰিবলৈ আৰম্ভ কৰি সি কি কৰিলে? ইটো মানুহৰ আঁৰত সিটো মানুহ লুকাই গ'ল, সিটোৰ আঁৰত আৰু এটা। মাটিৰ লগত লগত মিলাবলৈ কাকো বিচাৰি উলিয়াব নোৱাৰি। একোটা মুহূৰ্তত ইন্দ্ৰই উপলব্ধি কৰিলে—একমাত্ৰ অপৰাধী যেন সিয়েই;—সেই মদন নামৰ মানুহটোৰ নিচিনা অপৰাধী;—এটা প্ৰকাণ্ড কলঘৰ কিম্বা কলিকতাৰ নিচিনা এখন প্ৰকাণ্ড চহৰ পিঠিত তুলি লৈ শান্তি পাবলৈ চেষ্টা কৰি থকা অসহায় অপৰাধী।

এইবোৰ মাজে-মাজে, দুই-এদিন মনলৈ আহে, কিন্তু ইন্দ্ৰই জোৰকৈ মনৰপৰা কথাবোৰ জোকাৰি-জোকাৰি উলিয়াই পেলায়। এইবোৰৰ আৰু কোনো প্ৰয়োজন নাই। গা-ধোৱা ঘৰত নতুন চাবোন এটুকুৰা হাতত ল'লেই তাৰ প্ৰায়ে আচৰিত ধৰণে সেই মানুহবোৰ, সেই ঘটনাবোৰলৈ মনত পৰে। তাৰ এনেকুৱা লাগে যেন সেইবোৰ চাবোন টুকুৰাৰ ওপৰৰ আখৰবোৰৰ নিচিনাকৈ নাই-কিয়া হৈ গৈ থাকক।

আকৌ সেই ভলিবল, পাৰ্কৰ মিটিং, শ্যেকছপিয়েৰৰ নাটক কিম্বা ৱাই. এম. ছি. এ. ৰ বক্তৃতা—।

এদিন ইন্দ্ৰই চিঠি এখন পালে। মূল চিঠিখন দীনৰ, লগতে সৰু এখন,—মাকৰ। মাকে লিখিছে,—এইবাৰ পূজাৰ বন্ধ হ'লেই কেইদিনমানৰ কাৰণে ঘৰলৈ আহিবি।

ইন্দ্ৰই সকাহ পোৱাদি পালে। এনেকুৱা এখন চিঠি নহা হ'লে তাৰ যেন বৰ অসুবিধাই হ'লহেঁতেন। দুজনমান প্ৰফেছাৰ নাই, দুটামান ক্লাছ নহয়, সেই সুবিধা লৈ বন্ধ আৰম্ভ ন'হওঁতেই সি ৰেলত উঠিল।

# চৌবিছ

পুৰণি ঘৰটো পুৰণি হৈ থকা নাই। ঘনকান্ত বুঢ়াৰ খিৰিকিখন থকা ঠাইত দুটা পকা খুটাৰে বাৰাণ্ডা এখনৰ কাম চলিছে। ওচৰত বহু ইটা ঠাক-ঠাককৈ সজাই খোৱা আছে। ভদ্ৰকান্তৰ কোঠালিলৈকে নতুন ভেটি হৈছে।

কিৰণৰ ছোৱালী তিনিজনীৰ মুখবোৰ পূৰ্‌ঠ-পূৰ্‌ঠ হৈছে, উজ্জ্বল হৈছে। ইন্দ্ৰ অহাৰ কাৰণে চিক্ৰৰ-বাখৰ, লৰা-চপৰাখিনি সিহঁতেই কৰিলে। ইন্দ্ৰৰ ছুটকেছ দাঙি দিয়া, বিছনা ঠিক কৰি দিয়াৰ কাম মণিয়ে কৰিলে। তাই মেনকাৰ সমানেই ওখ হ'বলৈ ওলাইছে। ৰমাৰ মুখখন মেনকাৰ নিচিনা গম্ভীৰ হৈছে। দীনৰ মিহি গোঁফবোৰ তাৰ মুখখনত সুন্দৰকৈ খাপ খাই পৰিছে। পিছ চোতালৰ ওপৰেদি ৰেডিঅ'ৰ এৰিয়েল এডাল পাৰ হৈ গৈছে। গোসাঁইঘৰটোৰ পিৰালি পকা হৈছে। ডালিম জোপাত বহুতো ডালিম ওলমি আছে। তাৰে দুটমান ফটাকানিৰে বান্ধি খোৱা আছে।

আকৌ সেই। মদন কলঘৰৰপৰা দৌৰি আহিল। শৈল আহিল। ধ্ৰুৱৰ বয়সৰ ল'ৰাবোৰ, আইজনী, সোণমণিহঁতৰ লগৰ ছোৱালীবোৰ দৌৰি আহিল; কিন্তু পিছ চোতাল পাই, ইন্দ্ৰক দেখি সিহঁতে চুচুক-চামাক কৰিলে। ইন্দ্ৰৰ নিজৰো সিহঁতৰ নিচিনা কৰা যেনেই লাগিল। এই ল'ৰা-ছোৱালীবোৰৰ কোন কাৰ ঘৰৰ চিনি পাবলৈ তাৰ অলপ সময় লাগিল দুটামনক সি চিনি নাপালেও। মণিক সি ছুটকেছ এটা খুলি বস্তুবোৰ উলিয়াবলৈ কৈছিল; টফিৰ টোপোলাটো আনি সি নিজে ল'ৰা-ছোৱালীবোৰক গাইপতি তিনিটা তিনিটাকৈ বিলাই দিলে। এইবিলাক কৰিয়েই কিছু সময় কটাই দিব পৰাৰ কাৰণে তাৰ ভাল লাগিল। তাৰ পাছত সি বিছনাত বহি ৰমাক বুজাই দিলে—কালৈ কি আনিছে। আইজনী, সোণমণি আৰু মামণিৰ কাৰণে আণ্ডাজমতে অনা ফ্ৰক তিনিটা সিহঁতৰ গাত ঠিক হৈছে নে নাই ইন্দ্ৰৰ লগে লগে চাবলৈ মন গ'ল। ফ্ৰককেইটা পিন্ধি সিহঁত ইন্দ্ৰৰ সমুখত থিয় হ'ল। ৰমাই ক'লে,—ঠিকেই হৈছে।

হৈছে জানো? ইন্দ্ৰই একেথৰে সিহঁতলৈ কিছুসময় চাই ৰ'ল।

সজ্জিয়া ঘৰখন নিজম পৰাৰ পাছত ইন্দ্ৰই অকলশৰে লগ ধৰি মাকক সুধিলে, "দেউতাৰ ওচৰলৈ যাম নে?"

"যাবি।"

কলিকতাৰপৰা অনা চুৰিয়া, শ্বল আৰু ছেণ্ডেলৰ টোপোলাটো হাতত লৈ ইন্দ্ৰ নতুন ঘৰলৈ যাবলৈ ওলাল। মেনকাই দীনক ক'লে, "তয়ো যা।"

মহীকান্ত ঘৰত নাছিল। কলঘৰত কাম কৰা বিহাৰী মানুহ এটাৰ পুতেক এটা মহীকান্তৰ লগতে থাকে; সি ঘৰটোত ধুনা দিছিল। ঘৰটোৰ আটাইকেইটা কোঠালি খোলা আছিল। তাচ খেলা কোঠালিটোত বিছনা, চকী-মেজ সকলো আছিল, কিন্তু তাত মানুহ থকাৰ কোনো চিন নাছিল। কিৰণৰ কোঠালিৰ বিছনাখন ভালকৈ সজোৱা, আলনাত কাপোৰবোৰ ভালকৈ জাপি-জাপি থোৱা; ছাতি, গামোছা, খোৱা পানী, চুকত জোতা,—সকলো পৰিপাটি।

ইন্দ্ৰই পালঘৰলৈকে ঘূৰি-পকি গোটেই ঘৰটো ভালকৈ চালে। বেৰবোৰত নতুনকৈ চূণ দিয়া হৈছে। বাৰাণ্ডাৰ এমূৰে খকা খৰি-খিনিও ছিজিল লগাই, আগ-গুৰি সমান কৰি জাপি থোৱা আছে।

ইন্দ্ৰই দীনক সুধিলে, "কাম কৰা ল'ৰাটো বৰ ভাল হ'বলা?"

নহয়। ঘৰখন আজি-কালি পূণিমাই চায়।

কলিকতাৰপৰা অহাৰ পাছত মেনকাই এদিন মদনক কলঘৰতে লগ ধৰি কৈছিল,—ভজহৰিৰ ঘৰটো এনেয়ে পৰি আছে। অলপ টকা খৰচ কৰিলেই ঘৰটো ভাল হ'ব, মদনহঁত ভালকৈ থাকিব পৰা হ'ব। সিহঁত যদি সেইটো ঘৰলৈ যায়, তেনেহ'লে মেনকাই ভাল পাব। মানুহটোৰ ওচৰত কোনোবা থকাটো দৰকাৰ।

মদনৰ মাক ঢুকাইছিল। সেয়া মাটি সিহঁতৰ নাছিল। বংশীধৰ বুঢ়াৰ মাটি; বুঢ়াৰ ডাঙৰ পুতেকৰ এতিয়া চিপাহীৰ চাকৰিৰপৰা পেনছন পাবৰ হৈছে; মৌলবীবজাৰৰপৰা সি চিঠি লিখিছে—সি সেইডোখৰ মাটিত ঘৰ সজাব খোজে। গতিকে বংশীধৰ বুঢ়াই মদনহঁতক উঠি যাবলৈ কৈয়েই আছে।

মদনে হ'ব বুলি বুজাবলৈ মূৰ জোকাৰিলে। দুখোজমান আঁতৰি গৈ উভতি মেনকাই ক'লে, "ভজহৰি আৰু এই ঘৰ-মাটিলৈ উভতি নাহে। এইবোৰ বোলে আচলতে তাৰ নহয়ো, তাক নালাগেও। সি চিঠি দিছে। এতিয়া ঘৰটো ভাল কৰিবলৈ টকা ময়েই দিম। পাছত তুমি নিজে ভালকৈ সজাই লবা। সৰুবাপুৰে তোমাৰ নামত মাটিখিনিৰ দলিল-পাতি যি লাগে কৰাই দিব।"

মেনকা যোৱাৰ পাছতো মদন সেইখিনিতে থিয় হৈ বৈছিল।

মদনহঁত যিদিনা সেইটো ঘৰলৈ যাব, তাৰ আগদিনা মেনকাই পূণিমাক ঘৰলৈ মতাই অনালে। ইটো-সিটো কথাৰ পাছত তাই ক'লে, "সেইখন ঘৰো নিজৰ নিচিনাকৈ, এইখন ঘৰ চোৱাৰ নিচিনাকৈ চাবি। ল'ৰাটোৱে কি ৰান্ধে কি বাঢ়ে চকু দিবি।"

পূণিমাই ভয়ে-ভয়ে মেনকাৰ মুখলৈ চালে।—"মই? মোৰ বৰ ভয় লাগিব। আপুনি দেখোন জানেই।"

"জানো। জানো কাৰণেই এইটো ব্যৱস্থা কৰিছোঁ। কৰি চাচোন। কিবা অসুবিধা পালে মদনক কবি। তোৰ বাহিৰে এতিয়া তেওঁতক চোৱা-চিতা কৰিবলৈ মই অইন কাকো নাপালোঁ। এতিয়াও যদি মানুহটোৱে কিবা—।"

মেনকাই কথা শেষ নকৰিলে। মুখখন গম্ভীৰ কৰি তাই এটা দীঘল উশাহ ল'লে। চোৱা-চিতা কৰিবলৈ, লগতে মানুহটোক চাবলৈ, মানুহটোৰ মতি-গতি বুজিবলৈ, আৰু মানুহটোক শেষ বাৰৰ কাৰণে ৰক্ষা কৰিবলৈ এতিয়া এজনী মানুহ লাগে;—পূণিমাৰ নিচিনা মানুহ, —যাক এসময়ত মহীকান্তই টনা-আজোৰা কৰিছিল, যাৰ পিছফালে এতিয়া অনবৰত নিজৰ মানুহ মদন থিয় হৈ থাকে।

পূণিমাই কামবোৰ কৰিছে; প্ৰথম দুদিনমান সৰুসুৰা কাম—ভয়ে ভয়ে, পাছলৈ প্ৰায় সকলো কাম—নিশ্চিন্ত মনে। মহীকান্তৰ কাৰণে ল'ৰাটোৱে নামতহে ৰন্ধা-বঢ়া কৰে, বেছিভাগ বস্তু পূণিমাৰ হাতৰ পৰাই আহে। এইটো, সেইটো দুয়োটা তাইৰেই পাগঘৰ। এসময়ত মেনকাহঁতৰ পাগঘৰ কেনেকৈ চলিছিল, মহীকান্তৰ ভাতৰ কাঁহী কিহেৰে কেনেকৈ সজোৱা হৈছিল, পূণিমাই একো পাহৰা নাছিল।

অলপ পাছতে মহীকান্ত উভতি আহিল। সি এনেয়ে এপাক ফুৰিবলৈ গৈছিল। আজিকালি সদায় যায়। বাৰাণ্ডাৰ পৰা ইন্দ্ৰক দেখি সি অকণমান সময়ৰ কাৰণ খোজ বন্ধ কৰি থিয় হৈ ৰ'ল, তাৰ পাছত লাহে-লাহে সোমাই আহিল। মদন আৰু পূৰ্ণিমাই ইন্দ্ৰহঁতৰ লগত কথা পাতি আছিল; মদন থিয় হ'ল, পূৰ্ণিমা দুৱাৰ-মুখলৈ আঁতৰি গ'ল।

"কিমান সময়ত পালিহি?"—বিছনাত কান্ধৰ পাতল চাদৰখন পেলাই মহীকান্তই সুধিলে।

"আবেলি, চাৰে তিনিমান বজাত।"

মহীকান্ত চকী এখনত বহিল। পূৰ্ণিমাই বিছনাৰ পৰা চাদৰখন লৈ জাপি আলনাত থলে।

"আগৰবাৰ দেখাতকৈ খীণাইছ। ক'লাও পৰিছ। কষ্ট হৈছে নেকি?" মহীকান্তই ইন্দ্ৰৰ মুখলৈ চাই সুধিলে।

ইন্দ্ৰই বুকুৰ ভিতৰত এক ধৰণৰ হেঁচা এটা অনুভৱ কৰিলে। লগে-লগে তাৰ ডিঙিয়েদি একো মাত নোলাল। কেই মুহূৰ্তমানৰ পাছত সি ক'লে, "নাই হোৱা।"

"নতুন হোষ্টেলটো আগৰটোতকৈ ভালনে?"

"ভাল মানে—ঘৰটো ডাঙৰ; বাকীবোৰ একেই।"

মহীকান্তই ওঁ বুলি শব্দ এটা কৰি খিৰিকিৰে বাহিৰলৈ চাই ৰ'ল।

মানুহটোৰ গালখন পোটোকা পৰিছে, চকু দুটা সোমাই গৈছে, মুখৰ দুই কাষৰ আঁচ দ্‌ডাল দ হৈছে, কাণৰ ওচৰৰ প্ৰায় গোটেই-বিলাক চুলি পকিছে, চুলিৰ ডোবোৰ অলপ মাৰ গৈছে।

অলপ পাছত, অলপ অস্বাভাৱিক মাতেৰে মহীকান্তই ক'লে, "তই তাত থাকোঁতেই মই এবাৰ কলিকতাখন চাই আহিব লাগিছিল অ'।"

"ওলাব।"—ইন্দ্ৰই বৰ আগ্ৰহেৰে ক'লে, "এইবাৰ মোৰ লগতে ৰলক নহলে।"

বহুত পৰৰ মূৰত মহীকান্তই কলে, "চাওঁচোন।"

কিছুসময়লৈ আকৌ কাৰো মুখত কথা নাই। এবাৰ ইন্দ্ৰই

সিটো কোঠালিৰ পৰা টোপোলাটো আনি দেউতাকৰ হাতত দিলে। "কি?"—বুলি মহীকান্তই টোপোলাটো মেলি বস্তুকেইটা চালে।

"এঃ! কিয়নো আনিব লাগে এইবোৰ? বাক হওক দে, কলিকতীয়া বস্তু।" কথাষাৰ কৈ সি মুখখন জপাই হাঁহিলে আৰু ছেণ্ডেল এপাত পিন্ধি চালে। তাৰ পাছত সি ক'লে, "তহঁত বহু তেনেহ'লে। মই অলপ বিছনাত দীঘল দিওঁ। কিবা খালিনে নাই? তইতো দুদিনমান থাকিবি হ'বলা?"

"থাকিম।"

মহীকান্ত ভৰি ধুবলৈ বুলি পিছফালে ওলাই গ'ল। মদনে ইন্দ্ৰহঁতক তাচ খেলা কোঠালিটোলৈ মাতি আনিলে। অলপ পাছত তাতে পূৰ্ণিমাই সিহঁতক চাহ-জলপান দিলে। আহিবৰ সময়ত যেতিয়া ইন্দ্ৰই মাত লগালে তেতিয়া মহীকান্তই বাগৰ সলাই শোৱাৰ পৰাই ক'লে, "যাব? যা।"

পদূলিলৈ ওলাই ইন্দ্ৰই দীনক সুধিলে, "দেউতাই আজিকালি সেইবোৰ নাখায় নে কি?"

"ওঁহো। মাহী মৰাৰ পৰা খোৱা নাই। কিছুদিন খুব অসুখ হৈছিল। আমি কৈছিলোঁ—একেবাৰে এৰিব নালাগে, হিচাপ মতে অলপ-অলপ খাব।"

"পাছত?"

"নাখালে।"

ৰাতি ভাত খাই উঠাৰ পাছত সদায় ইন্দ্ৰৰ বিছনাত বহাৰ পৰা মামণিলৈকে পাঁচোজনী ছোৱালী বহি লয়। দীনই শোৱাৰ আগতে কলঘৰৰ ডাওৰ পকা-বন্ধা বহী এখনত কিবা লিখিব লাগে; সি সেইটো কামত থাকে। ইন্দ্ৰই কলিকতাৰ, বাকীমখাই ইয়াৰ গল্প ওপৰা উপৰিকৈ কৈ যায়। এদিন ইন্দ্ৰই ক'লে, "মই তহঁতক কলিকতালৈ লৈ যাম, তহঁত তাতে, মোৰ লগত থাকিবি।" কথা-ষাৰ সি সোণমণিৰ মুখলৈ চাই ক'লে। সোণমণিয়ে হাঁহিলে। গল্প কৈ থাকোঁতে এসময়ত সোণমণি বা মামণি কোনোবা এজনীৰ চকু মুদ খাই যায়। তাৰ পাছত মেলখন ভাগি যায়। ৰমাই আঁঠুৱা

গেলাই তিনিফালে খুচি দি গুচি যায়। এদিন মেল ভগাৰ পাছত ইন্দ্ৰই গুৱলৈ লৈছিল, এ'নেতে মেনকা সোমাই আহি চকী এখনত বহিল।

"তই কি কৰিম বুলি ভাবিছ?" তাই সুধিলে।

"এম. এছ্ ছি. পাছ কৰাৰ পাছত তাতে নিশ্চয় চাকৰি এটা পাম। তহঁতে যদি বেয়া নাপাৱ,---মই তাতে থাকিম বুলি ভাবিছোঁ।"

অলপ পৰ বৈ ইন্দ্ৰই কলে, "আৰু এটা কথা, আইজনীহঁতক তালৈকে লৈ গ'লে বেয়া হ'ব নে কি?"

মেনকাই অকণমান পৰ ইন্দ্ৰৰ মুখলৈ চাই ৰ'ল; তাৰ পাছত ক'লে, "মোতকৈ যদি তই সিহঁতৰ বেছি ভাল কৰিব পাৰ, তেনে-হলে নিবি।" চাদৰৰ আচলটো ভালকৈ লৈ তাই নতুন সুৰেৰে ক'লে, "মই সকলোৰে কথা সমানে ভাবিছোঁ। তোৰ কথা ভাবোঁতে---, ভাবিছিলো,---তই বিলাতত পঢ়িবলৈ নাযায় কিয়?"

ইন্দ্ৰই মূৰ তুলি মাকৰ মুখলৈ চালে।

মেনকাই কলে, "তোৰ নিচিনা পৰীক্ষা ভাল কৰা ল'ৰা আৰু বেছি পঢ়া-শুনা কৰিবলৈ বিলাতলৈ যাব লাগে। সকলোৱে কয়। তই গলে মই ভাল পাম। কথাটো ভাবি চাবি। তোৰ কাৰণে মই টকা-পইচা বেলেগে ৰাখিছোঁ।"

ইন্দ্ৰই মাটিৰ ফালে চালে। তেনেকৈয়ে সি বহুত সময় বহি ৰ'ল। সেইখিনি সময় মেনকাই একেথৰে তাৰ মুখলৈ চাই ৰ'ল। যাবৰ সময়ত তাই ক'লে, "এইবাৰ গৈয়েই কি ক'ত কৰিব লাগে, খবৰ লবি।"

মেনকাই সকলোৰে কথা সমানে কেনেকৈ ভাবিছে, সেইবোৰ কথা ইন্দ্ৰই শুনিলে ভদ্ৰকান্তৰ পৰা। দীনই ওকালতি পঢ়িব, ইন্দ্ৰ বিলাতলৈ যাব, আনকি প্ৰত্যেকটো ল'ৰা ছোৱালীৰে বিয়াৰ খৰচ পৰ্যন্ত---

ভদ্ৰকান্তৰ কথাৰ মাজতে ইন্দ্ৰই অধৈৰ্যভাৱে মূৰ জোকাৰি কলে, "নহয়, অন্ততঃ মোৰ বিয়াৰ খৰচৰ কাৰণে মাই চিন্তা কৰিব নালাগে। আপুনি কৈ দিব।"

"কিয়?"

ইন্দ্ৰই গম্ভীৰ আৰু পৰিষ্কাৰ মাতেৰে কলে, সি জীৱনত

সেইবোৰ জঞ্জালৰ মাজত নোসোমায়। এই বিষয়ে যেন কোনেও কেতিয়াও একো নাভাবে।

সেইবোৰ বিয়া চিয়াৰ কথা ইন্দ্ৰৰ মনৰ পৰা একেদিনাই ওলাই গ'ল, কিন্তু বিলাতত পঢ়িবলৈ যোৱাৰ কথাটো ঘনে-ঘনে তাৰ মনলৈ আহি থাকিল।

যিদিনা সি কলিকতালৈ বুলি ঘৰ এৰিলে সেইদিনা পদূলি-মুখতো মেনকাই তাক ক'লে, "খবৰ লৈ কি পাৱ জনাবি।"

তাৰ তিনিদিনৰ আগতে ইন্দ্ৰই দেউতাকক সুধিছিল, "দেউতা, মোৰ যাবৰ হ'ল। আপুনিও যাব নহয়?"

অলপ সময় ঘন-ঘনকৈ চকু পিৰিকিয়াই থাকি মহীকান্তই কৈছিল, "নাযাওঁ দে।"

ছমাহ মানৰ পাছত ইন্দ্ৰই মাকলৈ লিখিলে,—সি কেইবাজনো প্ৰফেছাৰৰ লগত আলোচনা কৰিছে, কেইবা ঠাইলৈকো চিঠি-পত্ৰ লিখিছে, দুজনমান বৃটিছ বিষয়ায়ো তাক সহায় কৰিছে; কিন্তু সকলোৱে কৈছে---কলিকতাতে এম. এছ্ ছি. পৰীক্ষাটো শেষ কৰি গলে সুবিধা হ'ব। লণ্ডন ইউনিভাৰ্ছিটিৰ এখন কলেজত সি ৰিছাৰ্চ কৰাৰ সুবিধা পাব। সি তেখেতসকলৰ পৰামৰ্শমতেই কাম কৰিব বুলি ভাবিছে।

এম. এছ্ ছি. পৰীক্ষালৈ ছমাহমান থাকোঁতে ইন্দ্ৰ এবাৰ ঘৰলৈ আহিল। ৰমাৰ বিয়া। মুগাৰ মেখেলা, অ'ত-ত'ত হালধীৰ দাগ লাগি থকা চাদৰৰ গাৰে ৰমাই এবাৰ ইন্দ্ৰক ক'লে, "বিলাতলৈ যোৱাৰ আগতে এবাৰ আমাৰ তালৈ আহিবি।"

"তহঁতৰ তালৈ?" ইন্দ্ৰই জোকোৱা হাঁহি এটাৰে সুধিলে।

ৰমাই কান্দি পেলালে।

তিনিদিনীয়া বিয়া; ইন্দ্ৰ পাঁচ দিনৰ কাৰণে আহিছিল। ছদিনৰ

দিনা আবেলি সি বেলত উঠিব, দুপৰীয়া মহীকান্তই তাক ক'লে, "মৰো যাম।"

সাতদিন ইন্দ্ৰই দেউতাকক কলিকতা দেখুৱালে। পাছৰ দুদিন মহীকান্তই অকলে পাৰিম বুলি ইন্দ্ৰৰ লগ এৰিলে। সেই দুদিন সি ক'ত ফুৰিলে, ইন্দ্ৰই গম নাপালে। গম পোৱাৰ চেষ্টাও নকৰিলে।

# পাঁচিছ

কলিকতাৰ এম, এছ্ ছি, পৰীক্ষাৰ ৰিজাল্ট ওলোৱাৰ আগতে লণ্ডনৰ কলেজখনত ছেছন আৰম্ভ হয়। তাৰ পৰা প্ৰফেছাৰজনে লিখিলে,---ইন্দ্ৰ ছেছন পোৱাকৈ যাব লাগে। যদি কেনেবাকৈ তাৰ এম. এছ্ ছি. পৰীক্ষাৰ ৰিজাল্ট ভাল নহয়, তেনেহ'লে সি তাত এবছৰৰ কৰ্ছ এটা শেষ কৰিব লাগিব, ভাল হ'লে নালাগে। পৰীক্ষাৰ পাছতে ইন্দ্ৰই কাগজ-পাতি সকলো ঠিক-ঠাক কৰি, যোৱাৰ দিন ঠিক কৰি এবাৰ ঘৰলৈ আহিল---সকলোকে মাত লগাবলৈ।

ইন্দ্ৰ আহিয়েই যেতিয়া দেউতাকৰ ওচৰলৈ গ'ল, তেতিয়া মহীকান্ত কিৰণৰ কোঠালিটোৰ এটা চকুত চকী এখনত অকলে বহি আছিল। পিঠিখনত এটা ভাঁজ পৰিছিল কাৰণেই নে কি, তাৰ মূৰটো অলপ তলমুৱা হৈ আছিল। তালুখনৰ চুলি পাতল হৈ গৈছিল। ইন্দ্ৰ সমুখত বহোঁতে সি মূৰ তুলি চালে। তাৰ চকুযোৰৰ ৰং আগতকৈ ঘোলা হৈছিল। সি সৰু মাতেৰে ক'লে, "যাবৰ হ'লেই নহয়? যা। আৰৌ কিমান দিনৰ মূৰত বা আহ?"

ইন্দ্ৰই একো নকলে।

বহুত সময় মনে-মনে থাকি মহীকান্তই আৰু সৰু মাতেৰে ক'লে, "বুইছ ইন্দ্ৰ, অকলে-অকলে থাকি বৰ বেয়া লাগিছে। কোনোবা লগত থকা হ'লে!---"

কিছু সময়ৰ পাছত ইন্দ্ৰই কলে, "মই আগতেও কৈছিলোঁ, আপুনিনো ইয়াত এনেকৈ থাকিব লাগিছে কিয়? তালৈ বলক।"

মহীকান্তই মূৰ জোকাৰিলে: কলে, "এইটো কোঠালি অইনক বখিবলৈ দিব নোৱাৰি।" কথাষাৰ কৈ সি আকৌ জোৰেৰে মূৰ জোকাৰিলে।

ইন্দ্ৰ দেউতাকৰ ওচৰৰ পৰা আহোঁতে সাঁজ লাগোঁ-লাগোঁ হৈছিল।

পুৰণি ঘৰলৈ ওভতাৰ আগতে সি নৈৰ পাৰে-পাৰে কিছু সময় খোজ কাঢ়িলে।

ঘৰ সোমোৱাৰ পাছৰে পৰা সি মাকক অকলে লগ পাবলৈ বিচাৰিলে। সেই সুবিধা যেতিয়া ওলাল, তেতিয়া ৰাতি প্ৰায় এঘাৰ বাজিছে। মাকৰ সমুখত থিয় হৈ সি কেনেকৈ কি আৰম্ভ কৰিব, কিছু সময়লৈ ঠিক কৰিব নোৱাৰিলে। আঁৰ চকুৰে সি দুবাৰমান মাকলৈ চালে।

মেনকাৰ চকুৰ গুৰি অলপ ক'লা পৰিছে, কিন্তু চকুযোৰ উজ্জ্বল হৈয়েই আছে। গাটোৰ ওপৰেদি পাৰ হৈ যোৱা সময়বোৰ তাইৰ মুখত বন্দী হৈ গম্ভীৰ হৈ আছে। ইন্দ্ৰ অহাৰ পাছত তাই কথা বৰ কম কৈছে। সেই নিৰৱতাও তাইৰ মুখখনতে বিয়পি আছে।

"এটা কথা কওঁ মা।" ইন্দ্ৰই এবাৰ লাহেকৈ ক'লে। মেনকাই নিঃশব্দে তাৰ মুখলৈ চালে।

"দেউতা তেনেকৈয়ে থাকিব নে কি?"

অলপ পৰ চাই থাকি মেনকাই মুখ ঘূৰালে।

"আজি দেউতাই নিজে কৈছে, কোনোবা লগত থকা হলে—।"

মেনকা বিছনাত বহিল। কিছু সময় তললৈ চাই থাকি তাই পোন হৈ বহিল, আৰু ইন্দ্ৰৰ চকুলৈ চাই ক'লে, "তইতো নিজেই দেখিলি, মই তহঁত কাৰো ওচৰত সৰু নহলোঁ। তোক আগতেও কৈছোঁ, আকৌ কৈছোঁ—মোক কথাবোৰ পাহৰিবলৈ নকবি। মই একো নাপাহৰোঁ, কেতিয়াও নাপাহৰোঁ। একো দোষ নকৰাকৈ মই ইমান বছৰ যি কষ্ট পালোঁ, সেইবোৰ কষ্টৰ কথা তই যদি মোক পাহৰিবলৈ কৱ, তেন্তে তই মোৰ ল'ৰাই নহয়। জীৱনটোৰ আচল সময়খিনি গ'ল, বাকী সময়খিনি মই সকলো কথা পাহৰি সুখ কৰিম? সেইটো মই হবলৈ নিদিওঁ। সমানে সমানে। সমানে সমানে থাকি সুখ পালোঁ পালোঁ, নাপালোঁ নাই। মই নিজে সৰু হৈ কাকো সুখ দিব নোৱাৰোঁ।"

মেনকাৰ মুখখন ফুলি উঠিল। নাকৰ পাহিবোৰ লৰি-লৰি উঠিল।

"সেই তিনিজনী হোৱালী মই বুকুত সুমুৱাই লৈছোঁ। অইন এজনী মানুহৰ পেটৰ পোৱালি। মোৰ মানুহটোৰ জীয়েক। আজি সিহঁতৰ আচল মাক কোন, সিহঁতে পাহৰিয়েই গ'ল। সিহঁতক

কোনেও মোৰ পৰা আঁতৰাব নোৱাৰে। পাৰিলেও,—সিহঁত তিনি-জনীক যদি মই তাত থাকিবলৈ পঠাওঁ, তেনেহ'লে মানুহৰ চকুত মই মিছাকৈয়ে সৰু হম। আৰু এটা কথা কি জান? ইহঁত তিনি-জনীক দেখিলে বোলে তেখেতে বৰ কষ্ঠ পায়। সেই কাৰণে মোৰ কথা হ'ল—ইয়াতো বিছনা এখনৰ, কোঠালি এটাৰ অভাৱ হোৱা নাই। হয় তেখেত ইয়ালৈ গুচি আহক, নহয়—"

মেনকা ৰ'ল। তাইৰ মুখখন যেন কিবা এটা উত্তাপত ৰঙা হৈ উঠিল। ইন্দ্ৰই নিস্পলক দৃষ্টিৰে মাকলৈ চাই ৰ'ল।

মেনকাই কলে, "ধ্ৰুব তাত থাককগৈ।"

ইন্দ্ৰ জিকাৰ খাই উঠিল।

"সি তেখেতৰ লগত থকাটো বৰ দৰকাৰ। অকল মোৰ মৰ-মেৰে সি মানুহ হব নোৱাৰিব। তই আজি নোকোৱা হ'লেও, এদিন নহয় এদিন তাক মই তেখেতৰ ওচৰলৈ পঠিয়ালোৱেঁইহেঁতেন। সেইটো কাম কৰিব নোৱাৰিলে মই শান্তি নাপাম। সমানে সমানে। শান্তিও সমানে সমানে, কষ্টও সমানে সমানে।"

মেনকা উঠিল। "এইটো কাম মই তোলৈ থোৱা নাছিলোঁ। তই কৰিবলৈ মই অইন এটা কামহে থৈছিলোঁ। কিন্তু তই ক'লি যেতিয়া,—পাৰ যদি এইটো কামো কৰি থৈ যা।" —কথাখিনি কৈ খৰখৰকৈ খোজ পেলাই তাই পিছফাললৈ ওলাই গ'ল। ভাগৰ লগা মানুহৰ নিচিনাকৈ তাই আন্ধাৰত থকা বেৰ এখনত অলপ পৰ আউজিলে, তাৰ পাছত ওচৰৰ ছিৰিটোত বহিল।

ইন্দ্ৰ নিজৰ কোঠালিলৈ গ'ল। বিছনাত নপৰাৰ পাছত মাকৰ কঠোৰ মুখখন বাৰে-বাৰে তাৰ চকুৰ আগলৈ আহিল। সেইখন মুখৰ মাজে-মাজে তাৰ মনত পৰিল সেই সোণাৰু গছৰ তলত থিয় হৈ থকা মহীকান্তৰ মুখখনলৈ,—মুখখনৰ পৰা গৰম তেজ ছিটিকি ওলাই আহিছে!

শুবলৈ চেষ্টা নকৰি ইন্দ্ৰ বিছনাত থৰ লাগি পৰি ৰ'ল। এসময়ত শংকৰ, আৰু সি কাহানিও নেদেখা অধ্যাপক এজনৰ কথা তাৰ মনলৈ আহিল। এসময়ত তাৰ মনটো কঠোৰ হৈ পৰিল। শেষ নিশাৰ ফালে সি শুবলৈ চেষ্টা কৰিলে।

দুদিনৰ পাছত ইন্দ্ৰই মদন আৰু পূৰ্ণিমাক ক'লে,—আজি ৰাতি

সি আৰু আটাইজাক ল'ৰা-ছোৱালীয়ে ইয়াতে, দেউতাকৰ লগত ভাত খাব।

সন্ধিয়াৰ পাছত চাৰিওজনী ছোৱালীয়ে পাগঘৰত পূণিমাৰ ওচৰত বহি চিঞ্চৰ-বাখৰ কৰি আছিল, ধ্ৰুবই মূঢ়া এটাত বহি একমনে এইখন ঘৰতে পোৱা কিতাপ এখনৰ ছবি চাই আছিল। মহীকান্ত ফুৰি আহি কিৰণৰ কোঠালিৰ চুকৰ চকীখনত বহি আছিল। তাৰ মুখত আঁঠুৱাৰ ফ্ৰেমত ওলোমাই থোৱা গামোছা এখনৰ ছাঁ পৰিছিল।

ধ্ৰুবক হাতত ধৰি এসময়ত ইন্দ্ৰ কোঠালিটোলৈ সোমাই আহিল। মহীকান্তই চকু মেলি আছে নে মুদি আছে, সি প্ৰথমতে ধৰিব পৰা নাছিল। সি মাতিলে, "দেউতা!"

মহীকান্ত পোন হৈ বহিল। সি কপাল কোঁচ খুৱাই দুইটাৰ মুখলৈ চালে। ইন্দ্ৰ চকী এখনত বহিল, ধ্ৰুব ওচৰতে থিয় হৈ থাকিল। অলপ পৰৰ পাছত ইন্দ্ৰই ক'লে, "ই আৰু মণি এতিয়াৰ পৰা আপোনাৰ লগত থাকিব দেউতা।"

অকণমান সময় ইন্দ্ৰৰ চকুলৈ চাই থাকি মহীকান্তই চকু মুদিলে, আঁঠু দুটা ঘন-ঘনকৈ, লৰালে আৰু দুই হাতেৰে চকীৰ হেণ্ডেল দুডাল মোহাৰিবলৈ ধৰিলে। অলপ পাছত সি কোঠালিটোৰ পৰা ওলাই গ'ল।

সেই ৰাতি আটাইকেইজনী ছোৱালী, ইন্দ্ৰ আৰু ধ্ৰুব নতুন ঘৰতে থাকিল। তাচ খেলা কোঠালিত মদনে ছোৱালীকেইজনীৰ কাৰণে মাটিতে বহলকৈ বিছনা এখন পাৰি দিলে। ওচৰৰ বিছনাখনত ইন্দ্ৰ আৰু ধ্ৰুব শুলে। ইন্দ্ৰৰ টোপনি অহা নাছিল। এটা সময়ত সি শুনিলে---মহীকান্তই তাক বিছনাৰ পৰাই-মাতিছে,—"তই শুলি নে কি ইন্দ্ৰ?"

ইন্দ্ৰ লৰালৰিকৈ উঠি সিটো কোঠালিলৈ গ'ল। কোঠালিটোৰ লাইট জ্বলি আছে। মহীকান্ত বিছনাতে বহি আছে। ইন্দ্ৰ ওচৰলৈ যাওঁতে সি সহজ-সৰল-কোমল মাতেৰে ক'লে, "মণি ইয়াত থাকিব নালাগে। ৰাখিব খুজিছ যেতিয়া তাক অকলেই ৰাখ।

কোনোবা লগত থকা হলে ভাল আছিল বুলি ময়েইতো কৈছিলোঁ, নহয় জানো? তহঁতে ঠিকেই কৰিছ। কিন্তু মই একো নুবুজোঁ বুলি নাভাবিবি। এইবোৰক মই এতিয়া শাস্তি বুলি নাভাবোঁৱেই। যা। তাৰ কাৰণে কোনো চিন্তা নকৰিবি। সি তহঁতৰ সকলোতকৈ সুখত থাকিব।"

ইন্দ্ৰ মনে-মনে থিয় হৈ ৰ'ল।

মহীকান্তই ক'লে, "যা। শোগৈ।"

ইন্দ্ৰ ওলাই আহিল।

ইন্দ্ৰই ভাবিছিল—সি ৰাতিপুৱা গদনক কব—ধ্ৰুবৰ প্ৰতি সি যেন চকু ৰাখে; আচলতে সি তাৰ হাততহে তাক গতালে। কিন্তু সি একো নকলে। ভাগৰুৱা মানুহৰ নিচিনাকৈ সি ৰাতিপুৱা ঘৰটোৰ পৰা ওলাই আহিল। তাৰ ধৰণা হ'ল—দেউতাক হয়তো তেতিয়াও দুজনীয়া, বহল বিছনাখনৰ মাজতে বহি আছে, নাইবা চুকৰ চকীখনত বহি দুই হাতেৰে হেঙুল দুডাল মোহাৰিছে।

ইন্দ্ৰৰ সোনকালে উভতিবৰ মন গ'ল। সকলোকে মাত লগোৱা হৈ গ'ল। ৰমা, পদ্মা, গজেন, নিতাইৰ পুতেকহঁতক, ফুল, চৰিফুল্লা, পৰিতোষ ছাৰ,—সকলোকে।

যোৱাৰ আগদিনা ৰাতি ভাত খাই উঠি সি আগফালৰ বাৰাণ্ডাৰ বেঞ্চখনত বহিল। ওচৰে-পাজৰে ইটাৰ খুটা উঠিছে। বাৰাণ্ডাখনৰ এফাল মিস্ত্ৰিয়ে খহাইছেই। বেঞ্চখন বেঁকাকৈ পাৰি থোৱা আছিল। বাটটোৰ সিপাৰৰ ঘৰবোৰৰ ওপৰেদি ওলাই থকা সোণাৰু, বেল আৰু তামোল কেইজোপাৰ পাতবোৰে চটফটাই থকা তৰাবোৰক বিচি থকাৰ নিচিনা দেখা গৈছিল।

মেনকা আহি বেঞ্চখনৰ ইটো মূৰত বহিল।

"তোক এতিয়া কিমান টকা লাগিব?" অলপ পাছত তাই সুধিলে।

ইন্দ্ৰই সংখ্যা এটা ক'লে। অলপ পৰ বৈ সি ক'লে, "মোক পাছলৈ তহঁতে পইচা দিব নালাগে। মই স্কলাৰশ্বিপ পাম।"

কিছু সময় নিঃশব্দে পাৰ হৈ যোৱাৰ পাছত মেনকাই সুধিলে, "তই বিয়া নকৰাৱ বুলি ভাবিছ বোলে?"

প্ৰশ্নটো বুজোঁতে যেন ইন্দ্ৰৰ অলপ সময় লাগিল। অলপ পাছত সি ক'লে, "ওঁ।"

মেনকাই ক'লে, "তই মোক সদায় দোষেই দিলি। ময়ো তোক যিমান পাৰোঁ এৰি দিলোঁ। তই কলিকতাতে থাকিবি বুলি কৈছ; মই তোক জোৰ নকৰোঁ। কিন্তু,—মই যে কৈছিলোঁ,—তোৰ কাৰণে মই এটা কাম ৰাখিছিলোঁ। মোৰ এটা কথা, তই ৰাখিবিনে?"

অলপ সময় কোনেও একো নকলে।

"তোক মই অকল পঢ়া-শুনাৰ কাৰণে বিলাতলৈ যাবলৈ কোৱা নাই। মোৰ আশা—তই তাত চিত্ৰাক লগ পাবি। চিত্ৰা ভাল ছোৱালী। বয়সত তোতকৈ এবছৰে ডাঙৰ। সেইটো একো কথা নহয়। তাই যদি মন কৰে, তেনেহলে,—তই তাইক বিয়া কৰাবি?"

ইন্দ্ৰই মাত উলিয়াবলৈ চেষ্টা কৰিলে, কিন্তু প্ৰতিবাৰেই ডিঙিৰ ওচৰৰ পৰা মাতবোৰ উভতি উভতি গ'ল।

"তাই কষ্ট পাইছে। কেনেকুৱা কষ্ট পাইছে, সেইটো মই বুজোঁ। মোৰ হৈ তই তাইক এইটো সহায় কৰিলে মই বহুত দুখ পাহৰি যাম। তাইক সহায় কৰিলে মোক সহায় কৰা বুলি ভাবিবি। তোৰ পৰা মই আৰু একো নিবিচাৰোঁ।"

মেনকাৰ মাত সৰু হৈ আহিছিল, আৰু কিবা কবলৈ থাকোঁতেই যেন তাইৰ মাত বন্ধ হৈ গ'ল। অলপ সময়ৰ পাছত নাকটো মচি তাই ক'লে, "তই মোৰ কথা ৰাখিবি বুলি যিদিনা খবৰটো পাম, সেইদিনা মই নিজে দেউতাৰৰ ওচৰলৈ যাম। বুজাম, —ইন্দ্ৰই এটা ভাল কাম কৰিব।"

এজাক বতাহ আহিল। সোণাৰু, বেল আৰু তামোলৰ পাত-বোৰে তৰাবোৰক জোৰে-জোৰে বিচিবলৈ ধৰিলে।

ইন্দ্ৰ কোচিনত জাহাজত উঠিবগৈ।

হাওড়া ষ্টেচনত তাক প্ৰিয়তোষ বাবু, বনলতা, অপৰেশ, এজাক লগৰ ল'ৰা আৰু তিনিজন প্ৰফেছাৰে চুলি, গাল, বাহু, হাত চুই বিদায় দিলে।

তাৰ পাছত ৰাতি হ'ল, দিন হ'ল, আকৌ ৰাতি, আকৌ দিন—।
শব্দ, নৈশব্দ, আন্ধাৰ, পোহৰ, অৰণ্য, মুকলি পথাৰ, বতাহৰ স্থৈৰ্য আৰু প্ৰবাহ—।

পিছফালে এৰি অহা ৰত্নগৰ্ভাৰ মাটি ক্ৰমান্বয়ে বিস্তীৰ্ণ,—আৰু বিস্তীৰ্ণ হৈছে; সন্মুখৰ মাটি সংকীৰ্ণ,—আৰু সংকীৰ্ণ হৈ আহিছে; কিন্তু লগে-লগে আগবাঢ়ি আহিছে ৰত্নগৰ্ভ, বিশাল সমুদ্ৰ।

যিদিনা ইন্দ্ৰহঁতৰ জাহাজখন ইংলণ্ডৰ টিলবাৰি বন্দৰত লাগিলগৈ, সেইদিনা পুৱাৰে পৰা চিন্না পাৰত বৈ আছিল। তাই একোটা লেফাফাতে দুখন চিঠি পাইছিল; এখন তাইৰ দেউতাকৰ পৰা, ইখন মেনকাৰ পৰা।